# যুগে যুগে গণতন্ত্র

ড° অমূল্য চন্দ্ৰ শৰ্ম্মা

সুদৰ্শন প্ৰকাশ
বামুণীমৈদাম,
গুৱাহাটী-৭৮১০২১

"Yuge Yuge Ganatantra', A history of Democracy in Assamese written by Dr Amulya Chandra Sharma and published by Sri N C Borkataky, Guwahati 781021 First Edition June 1988 Total Page No 348 and Price Rs 50 00 only

প্ৰথম সংস্কৰণ জুন ১৯৮৮

প্ৰকাশক শ্ৰীনাৰায়ণ চন্দ্ৰ বৰকটকী
সুদৰ্শন প্ৰকাশ
বামুণীমৈদাম
গুৱাহাটী ৭৮১০২১

বেটুপাতৰ শিল্পী শ্ৰীবেণু মিশ্ৰ

মূল্য ঃ ৫০ টকা

মুদ্ৰক সুদৰ্শন প্ৰেছ গুৱাহাটী-৭৮১ ০২১

# উছৰ্গা

যাৰ স্নেহৰ বাবে বিশ্ববিদ্যালয়ৰ উচ্চ শিক্ষা লাভ কৰিবলৈ সক্ষম হলো, সেইজনা মহানুভৱ পুৰুষ মাজু ককাইদেউ, —

ন্যায়াধীশ ভোলানাথ শৰ্ম্মা, এম এ বি এল দেৱৰ কৰকমলত ভক্তিৰ চিন স্বৰূপে দিলো ।

লিখক

You can never have a revolution
in order to establish a democracy
You must have a democracy
in order to have a revolution

—G K Chesterton

# আগকথা

আধুনিক যুগত গণতন্ত্র শব্দটোৱে সকলো দেশৰ সকলো লোকৰে মনযোগ আকৰ্ষণ কৰা দেখা গৈছে। প্ৰথম বিশ্বযুদ্ধৰ আগে আগে গণতন্ত্ৰৰ প্ৰতি বিশ্ববাসীৰ সমাদৰ যিমান বাঢ়িলে দ্বিতীয় বিশ্বযুদ্ধৰ লগে লগে সেই উদ্যম বহুখিনি কমি গল। ইউৰোপ আৰু এচিয়াৰো কোনো ঠাইত একনায়কত্ববাদী শাসন মূৰ দাঙি উঠে, ইউৰোপত হিটলাৰ মুছলিনি আৰু জাপানত তজোৱে গণতন্ত্ৰ ভৰিৰে মোহাৰি পেলালে। দ্বিতীয় বিশ্বযুদ্ধৰ পাচতো ঠায়ে ঠায়ে সৈনিক একনায়কত্ববাদে গা কৰি উঠি গণতন্ত্ৰৰ বিপৰ্য্যয় ঘটালে। তথাপি গণতন্ত্ৰ শব্দটোৰ প্ৰতি বিশ্বৰ গৰিষ্ঠসংখ্যক লোকৰে স্বাভাৱিক আকুলতা হ্ৰাস পোৱা নাই। অৱশ্যে গণতন্ত্ৰৰ সৰ্ব্বজন গৃহীত সংজ্ঞা নোহোৱা কাৰণেই বিভিন্নজনে বিভিন্ন অৰ্থ প্ৰকাশ কৰিবলৈ চেষ্টা চলোৱা দেখা যায়। পথাৰৰ মাজত থকা গছ'ল যেনি তেনি বাট পোনাব পৰাৰ দৰে গণতন্ত্ৰকো স্বাভাৰুচি অনুযায়ী ব্যাখ্যা দিয়া দেখা গৈছে। গণতন্ত্ৰৰ সাম্যবাদী ব্যাখ্যা উদাৰনৈতিক ব্যাখ্যা প্ৰভৃতি অনেক ব্যাখ্যা, আজিকালি শুনিব'ল পোৱা যায়। এচিয়াত সৈনিক শাসকসকলেও গণতন্ত্ৰক পৰিস্থিতিৰ লগত খাপ খুৱাই অথবা উদ্দেশ্য প্ৰণোদিতভাৱে ব্যাখ্যা দিয়া দেখা গৈছে। এনে অৱস্থাত গণতন্ত্ৰ শব্দৰ প্ৰকৃত অৰ্থ কি তাক বুজিবলৈ বা জানিব'ল চেষ্টা কৰিব লাগিব। গণতন্ত্ৰৰ প্ৰকৃত অৰ্থ অনুধাৱন কৰিব পাৰিলে আমাৰ মাজত থকা মতানৈক্য বহুখিনি কমি আহিব বুলি ভাবিব পাৰি। এই গ্ৰন্থত গণতন্ত্ৰৰ ভিন ভিন্ বাখ্যা আৰু ক্ৰমবিবৰ্ত্তনৰ আভাষ এটা দিবলৈ যত্ন কৰা হৈছে। অতীত আৰু বৰ্তমান কালত গণতন্ত্ৰই কি বুজায় আমি জনা উচিত। গণতন্ত্ৰক বুজিব পাৰিলেহে ইয়াৰ সাৰ্থক ৰূপায়ণত সহায় হব।

গণতন্ত্ৰৰ জন্ম আৰু ক্ৰমবিকাশ সম্বন্ধে অৱগত হবৰ কাৰণে আমি ইতিহাসৰ পাত লুটিয়াব লগা হল। ইংৰাজী ভাষাৰ ডেমোক্ৰেচি (Democracy) শব্দটো গ্ৰীক মূলীয়। ৰাণী এলিজাবেথৰ দিনৰে পৰা গ্ৰীক ভাষা-সংস্কৃতি আৰু সভ্যতাৰ অধ্যয়ন ইংলণ্ডত ক্ৰমাগত বাঢ়ি অহা দেখা যায়। প্ৰাচীন গ্ৰীক আৰু ৰোমান সকলৰ ঐতিহাসিক চৰিত্ৰ আৰু কাহিনী অৱলম্বন কৰি ইংৰাজ সকলে নাটক, কবিতা আদি লিখিবলৈকো আৰম্ভ কৰে। গ্ৰীক্ লেখকসকলৰ লেখনিৰ প্ৰত্যক্ষ

আৰু পাৰোক্ষ প্ৰভাৱে ইংলণ্ডৰ মানুহক বিশেষকৈ ৰাজনীতিবিদ সকলক গণতন্ত্ৰ শব্দই কি বুজায় তাৰ ধাৰণা আনি দিয়ে। তেওঁলোকে শ শ বছৰ ৰাজতন্ত্ৰৰ অধীনত থাকি গণতন্ত্ৰৰ আচ্ছাদ লবলৈ আগবাঢ়ি আহিল। এখন অনাগত গণতান্ত্ৰিক জগতৰ স্বপ্নই ইংৰাজ সকলক বিপ্লৱী কৰি তুলিলে। মন কৰিব লগা কথা যে এই কালছোৱাত ইউৰোপৰ প্ৰায়বোৰ দেশতে ৰাজতন্ত্ৰৰ দমননীতিয়ে প্ৰজাসকলক চেতনাহীন আৰু শ্বাসৰুদ্ধ কৰি তুলিছিল। ফ্ৰান্সত স্বেচ্ছাচাৰী চতুৰ্দ্দশ লুইয়ে ঘোষণা কৰিছিল — মইয়ে ঈশ্বৰৰ প্ৰতিনিধি।

চুইজাৰলেণ্ডৰ কেইখনমান কেণ্টনৰ বাদ দিলে ইউৰোপক গণতন্ত্ৰৰ প্ৰৱাহে সমূলি স্পৰ্শ কৰা বুলি কব নোৱাৰি। আমি এই পুথিত দেখুৱাবলৈ যত্ন কৰিছো কিদৰে ইংলণ্ডত গণতান্ত্ৰিক ভাবধাৰাৰে পৰিপুষ্টি লাভ কৰি সংসদীদলে ১৬৪৯ চনৰ ৩ জানুৱাৰীত ৰজা প্ৰথম চাৰ্লচক মুণ্ডচ্ছেদন কৰে। বাস্তৱিকতে এই সময়ৰ পৰাই ইউৰোপ মহাদেশত লোকায়ত আৰু গণতান্ত্ৰিক ভাবধাৰাই খোপনি পুতি লয়। মানুহে অনুভৱ কৰিলে ৰাজনীতি সমাজনীতি সকলো ক্ষেত্ৰতে গণতন্ত্ৰৰ প্ৰয়োগ সম্ভৱপৰ।

খ্ৰী পূ ৬০ মানৰ পৰা গ্ৰীকসকলে যিদৰে গণতন্ত্ৰৰ জয়ধ্বনিত মুখৰিত হৈ উঠিছিল তেওঁলোকৰ প্ৰধান দাৰ্শনিক সকলে ইয়াৰ আদ্ধাৰ দিশটোলৈ আঙুলিয়াই দিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। গ্ৰীচৰ প্ৰখ্যাত মনিষী প্লেটো (Plato) আৰু তেওঁৰ ছাত্ৰ এৰিষ্টটোলে (Aristotle) গণতন্ত্ৰক ঘৃণাৰ চকুৰে চাইছিল। এৰিষ্টটোলে গণতন্ত্ৰক বিকৃত আৰু অস্বাভাৱিক চৰকাৰ বুলি ঘোষণা কৰিছিল। তেওঁৰ মতে ই স্বাৰ্থ পূৰণৰ কাৰণে চলোৱা দৰিদ্ৰৰ শাসন। পুৰণি গ্ৰীচৰ গণতন্ত্ৰত নাগৰিক সকলে অংশ গ্ৰহণ কৰা অধিকাৰ সকলোৱে বিনা প্ৰতিবাদে মানি লৈছিল।

আধুনিক যুগৰ গণতন্ত্ৰবিলাকে গ্ৰীক আৰু ৰোমান সকলৰ পৰা উদ্দীপনা (Spirit) আহৰণ কৰিলেও সেই কালৰ গণতন্ত্ৰক আখৰে আখৰে নকল কৰিবলৈ বিচৰা নাই। আধুনিক লিখক সকলে এনেকুৱা গণতন্ত্ৰক সুবিধাবাদী শ্ৰেণী এটাৰ ৰাজত্ব বুলিহে কব খোজে। প্ৰকৃত গণতন্ত্ৰত অৱস্থা সামাজিক মৰ্যাদা আৰ্থিক দিশ সকলোতে সমান ৰাজনৈতিক অধিকাৰ আৰু সুযোগ, সকলো লোকেই পাব লাগিব। গ্ৰীক গণতন্ত্ৰ আৰু আধুনিক গণতন্ত্ৰৰ মাজত কিছু ব্যৱধান আছে।

প্ৰথমতে গ্ৰীক গণতন্ত্ৰ বিলাক আছিল প্ৰত্যক্ষ বা পোনপটীয়া। ইয়াত ৰাইজেই শাসনকৰ্ত্তা আৰু ৰজা। আধুনিক গণতন্ত্ৰ প্ৰতিনিধিমূলক অৰ্থাৎ পৰোক্ষ। ৰাইজৰ নিৰ্ব্বাচিত প্ৰতিনিধিৰে চৰকাৰ গঠিত হয়। এথেন্সত চৰকাৰী বিষয়াসকলে ভাগ্য পৰীক্ষা ব্যৱস্থাৰ দ্বাৰাহে (Lot) নিযুক্তি লাভ কৰিছিল। আনহাতে পুৰণি গণতন্ত্ৰ বৰ্ত্তি আছিল তেলচ সকলৰ দৰে দাসবিলাকৰ ওপৰত নিৰ্ভৰ কৰি। দাসবিলাকৰ ৰাজনৈতিক অধিকাৰ নাছিল। তিৰোতা আৰু বনুৱা শ্ৰেণীয়েও ৰাজনৈতিক সুবিধা পাব নোৱাৰিছিল। আধুনিক গণতন্ত্ৰই সাৰ্ব্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতি মানি লৈছে। বৰ্ত্তমান যুগত চৰকাৰে তিনিটা ঘাই বিভাগ—কাৰ্য্যপালিকা ন্যায়পালিকা আৰু বিধানমণ্ডলৰ সহায়ত কাৰ্য্য সম্পাদন কৰে। গ্ৰীক্ গণতন্ত্ৰত ৰাইজৰ হাতত তিনিওটা ক্ষমতাই আছিল তেওঁলোকৰ সুকীয়া সুকীয়া বিভাগ দেখা নাযায়। গ্ৰীক সকলে ভাবিছিল ব্যক্তি আৰু পলিচৰ মাজত পাৰ্থক্য নাই। আধুনিক যুগত পলিচ ৰ (ৰাষ্ট্ৰ) প্ৰয়োজন আছে ব্যক্তিৰ ব্যক্তিত্ব বিকাশত। গ্ৰীক্ সকলৰ ব্যক্তিগত অধিকাৰে স্বীকৃতি পোৱা নাছিল। আধুনিক গণতন্ত্ৰত ব্যক্তিগত অধিকাৰ মানি লোৱা হয়।

এৰিষ্টটোলে দিয়া গণতন্ত্ৰৰ সংজ্ঞা আধুনিক যুগত গ্ৰহণ কৰিব নোৱাৰি। আধুনিক যুগত দাৰ্শনিক সকলে গণতন্ত্ৰকে সৰ্ব্বশ্ৰেষ্ঠ প্ৰশাসন ব্যৱস্থা বুলি অনুভৱ কৰে।

পুৰণি গ্ৰীচৰ দৰে একালত ভাৰতবৰ্ষতো গণতান্ত্ৰিক ধাৰধাৰাই পৰিপুষ্টি লাভ কৰা দেখা যায়। বৈদিক যুগৰে পৰা ৰাজতন্ত্ৰই প্ৰাধান্য লাভ কৰিলেও সভা আৰু সমিতি ৰ দৰে গণতান্ত্ৰিক অনুষ্ঠানো আচহুৱা নাছিল। পুৰাণ বিলাকতো ঠায়ে ঠায়ে গণতান্ত্ৰিক চিন্তাৰ সমাবেশ আছে। উদাহৰণ স্বৰূপ বিষ্ণুপুৰাণত থকা শ্ৰীকৃষ্ণই দ্বাৰকাত প্ৰতিষ্ঠা কৰা শাসন প্ৰণালীৰ কথাকে কব পাৰি। ইয়াক সীমিত গণতন্ত্ৰ বুলিও কব পাৰি। মাৰ্কণ্ডেয় পুৰাণত থকা শ্ৰীশ্ৰীদুৰ্গাৰ জন্মও এক প্ৰকাৰ গণতান্ত্ৰিক চিন্তাধাৰাৰ প্ৰকাশ। সকলো দেব দেৱতাৰ তেজেৰে শ্ৰীদুৰ্গাৰ সৃষ্টি হোৱা কাহিনীত গণতান্ত্ৰিক গোন্ধ পোৱা যায়। আনহাতে ভাৰতৰ হিন্দু সমাজ সম্পূৰ্ণ অগণতান্ত্ৰিক ভাবে সংগঠিত। মৌৰ্য্যযুগত ভাৰতত ভালেমান গণতান্ত্ৰিক ৰাষ্ট্ৰ থকাৰ কথা জানিব পৰা গৈছে। এই বিলাকৰ যথাযথ গৱেষণা আজিও হোৱা নাই। গ্ৰীক্ লিখক সকলে এৰি থৈ যোৱা বিবৰণীৰ পৰাও ইবিলাকৰ বিষয়ে কিছু জানিব পৰা যায়।

বৰ্তমান কালত গণতন্ত্ৰৰ সুকীয়া সুকীয়া ব্যাখ্যা হব ধৰিছে। এই সকলোবোৰৰ বিস্তৃত আলোচনা সম্ভৱ নহয়। গণতন্ত্ৰৰ জন্ম, ক্ৰম বিৱৰ্তন প্ৰভৃতিৰ আলোচনা

অসমীয়া ভাষাত একেবাৰে নাই বুলিলেও হয়। ইতিহাস আৰু গৱেষকসকলৰ লিখনিৰ সহায়ত অসমীয়া পাঠক পাঠিকাৰ কাৰণে গণতন্ত্ৰ সম্বন্ধে সামান্য আভাষ এই পুথিত দিবলৈ যত্ন কৰা হৈছে। পৃথিৱীৰ ভিন্ ভিন্ দেশত গণতন্ত্ৰই কিদৰে সুকীয়া ৰূপ লৈছে, তাৰো সামান্য পৰিচয় দিবলৈ যত্ন কৰা হৈছে। এই পুথি প্ৰণয়ন কৰোতে কিমান পুথিৰ পৰা সহায় লোৱা হৈছে তাক তপৰাই কৈ দিয়া টান। পাঠকৰ সুবিধাৰ্থে প্ৰধান প্ৰধান দুই চাৰিখন পুথিৰ নাম শেষত দিয়া হল। ৰাইজ আৰু ছাত্ৰ ছাত্ৰীৰ উপকাৰত আহিলে লিখকৰ পৰিশ্ৰম সাৰ্থক হব।

এই পুথি প্ৰণয়ন কৰোতে প্ৰয়োজন হোৱা ইংলণ্ড আৰু গ্ৰীচৰ বুৰঞ্জী পুথিবোৰ গোটাই দিয়াৰ বাবে যোৰহাট কলেজৰ ইতিহাসৰ অধ্যাপক শ্ৰীঘনশ্যাম নেওঁগলৈ প্ৰীতি আৰু শুভেচ্ছা যাছিলো। গ্ৰন্থাগাৰিক শ্ৰীমুকুল কন্দলিয়েও যেতিয়াই প্ৰয়োজন ন ন গ্ৰন্থৰ যোগান দি সহায় কৰিছে। তেওঁলৈকো ধন্যবাদ থাকিল।

যোৰহাট কলেজৰ অৰ্থনীতি বিভাগৰ কনিষ্ঠ শিক্ষক শ্ৰীপ্ৰদীপ অধ্যাপকেও প্ৰয়োজনীয় পৰিসংখ্যা আদি যোগান দি উপকাৰ কৰিছে। এই কলেজৰ কাৰ্য্যালয় সহায়িকা শ্ৰীমতী ৰঞ্জিতা শৰ্ম্মা আৰু লিখকৰ সহধৰ্ম্মিনী শ্ৰীমতী বুলবুলি শৰ্ম্মাই ছপাশালৰ কাৰণে কিতাপ নকল কৰাত কিছু সহায় কৰি দিলে। তেওঁলোক সকলোৰে শলাগ ললো। প্ৰখ্যাত শিল্পী শ্ৰীবেণু মিশ্ৰদেৱে কিতাপখনিৰ বেটুপাতৰ ছবি আঁকি দিয়াৰ বাবে মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

সদৌশেষত গুৱাহাটীৰ 'সুদৰ্শন প্ৰকাশ'ৰ মালিক শ্ৰীনাৰায়ণ বৰকটকীয়ে প্ৰকাশৰ দায়িত্ব নোলোৱাহলে হয়তো এই কিতাপে পোহৰ নেদেখিলেহেতেঁন। বৰকটকীৰ উদ্যম আৰু জ্ঞান তৃষ্ণা বৃদ্ধি হওক তাকে কামনা কৰিলো। ইতি—

যোৰহাট
মালোআলি
৩০/৬/৮৮

শ্ৰীঅমূল্য চন্দ্ৰ শৰ্ম্মা

# সূচী পত্ৰ

## তৃতীয় অধ্যায় —



## চতুৰ্থ অধ্যায়—( তৃতীয় বিশ্বৰ ৰূপান্তৰিত গণতন্ত্ৰ )



## পঞ্চম অধ্যায় – ৰাজনৈতিক দল আৰু ( জনমত )

বিষয় পৃষ্ঠা

# প্ৰথম অধ্যায়

## গণতন্ত্ৰই কি বুজায় ?

'গণতন্ত্ৰ' শব্দটোৱে আজিকালি সকলো ধৰণৰ মানুহকেই আকৰ্ষণ কৰা দেখিবলৈ পোৱা যায়। তথাপি ইমান জনপ্ৰিয়তা থকা সত্ত্বেও এটা বা দুটা বাক্যৰে 'গণতন্ত্ৰ' শব্দৰ সংজ্ঞা দিয়া বৰ কঠিন কাম। গণতন্ত্ৰ শব্দৰ সংজ্ঞা দিয়াটো এই কাৰণেই টান হৈ আছিছে যে, এই শব্দই আজিকালি উনবিংশ শতিকাৰ দৰে কেৱল এটা প্ৰশাসন ব্যৱস্থাকে বুজাব নোখোজে ইয়াৰ পৰিসৰ আজিকালি যথেষ্ট বহল হ'ব ধৰিছে। প্ৰকৃতপক্ষে গণতন্ত্ৰ হ'ল এটা বিভিন্ন দিশ সামৰি লোৱা অৱধাৰণা। ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক প্ৰভৃতি সকলো দিশকে এই অৱধাৰণাই সামৰি লোৱাৰ বাহিৰেও, ই এক প্ৰকাৰ শাসন ব্যৱস্থা আৰু জীৱন ধাৰণৰ পদ্ধতিকো বুজায়। গণতন্ত্ৰ শব্দই ভিন্ ভিন্ লিখকৰ হাতত পৰি ভিন্ ভিন অৰ্থ প্ৰকাশ কৰা দেখিবলৈ পোৱা যায়। সাম্যবাদী দাৰ্শনিকসকলে গণতন্ত্ৰৰ এক প্ৰকাৰ ব্যাখ্যা দিয়ে, আনহাতে পশ্চিমীয়া উদাৰ নৈতিক গণতান্ত্ৰিকসকলে আন একপ্ৰকাৰ ব্যাখ্যা দিয়ে। এনে অৱস্থাত কোনটো ব্যাখ্যা শুদ্ধ আৰু কোনটো ব্যাখ্যা শুদ্ধ নহয় বা গ্ৰহণযোগ্য নহয়, তাক ক'বলৈ টান। গণতন্ত্ৰৰ ব্যাখ্যা দিবলৈ যাওঁতে বিখ্যাত লিখকসকলে ব্যৱহাৰ কৰা অৰ্থকে ব্যৱহাৰ কৰাৰ বাহিৰে গত্যন্তৰ নাই। চি ডি বাৰ্ণ ফাইনাৰ, জে, এচ মিল লিঙ্কন প্ৰভৃতি অনেক ৰাজনীতিজ্ঞ আৰু দাৰ্শনিকে গণতন্ত্ৰৰ অৰ্থ আৰু ব্যাখ্যা দাঙি ধৰিবলৈ চেষ্টা কৰিছে। বাৰ্ণ চাহাবে ১৯৩৫ চনতে তেওঁৰ 'গণতন্ত্ৰ' শীৰ্ষক গ্ৰন্থত লিখিছে: 'গণতন্ত্ৰ এনে এটা শব্দ, যাৰ বহুতো অৰ্থ কৰিব পাৰি, মাজে সময়ে গণতন্ত্ৰই এক আৱেগ পূৰ্ণ আকৰ্ষণ, আৰু বং বুজায়। ই বীজগণিতৰ সাংকেতিক চিহ্ন নহয়; কিন্তু, পতাকা বা ৰণশিঙা বজায় দিয়া আহ্বানৰ দৰে শক্তিশালীও হ'ব পাৰে। কোনো কোনোৰ বাবে ই এক অবুজ পদ্ধতি, পুঁজিবাদ আৰু সমাজবাদৰ জগত গণতন্ত্ৰই এক অবাঞ্চিত সম্বন্ধ স্থাপন কৰে।" বাৰ্ণৰ বাহিৰেও একাধিক পশ্চিমীয়া লিখকে দিয়া বিভিন্ন ব্যাখ্যাও এই সন্দৰ্ভত প্ৰণিধানযোগ্য। গণতন্ত্ৰ শব্দই অত্যাধুনিক যুগত, ৰাজনীতিৰ বাহিৰেও সামাজিক, অৰ্থনৈতিক, আদি ক্ষেত্ৰতো সংজ্ঞাৰে ব্যৱহাৰ হোৱা দেখা যায়। কোনোৰ মতে, গণতন্ত্ৰ এক জীৱন পদ্ধতি আৰু কোনোৰ মতে ই এক প্ৰশাসন ব্যৱস্থা।

## ৰাজনৈতিক আৰু অৰ্থনৈতিক বিশেষত্ব

বহলভাবে বিচাৰ কৰিলে দেখা যায় গণতন্ত্ৰ অকল ৰাজনৈতিক ক্ষেত্ৰতে আৱদ্ধ থাকিব নোখোজে অৰ্থনৈতিক ক্ষেত্ৰত যথোপযুক্ত অৰ্থনৈতিক সা-সুবিধা প্ৰদৰ্শন কৰা কাৰ্য্যতো গণতন্ত্ৰৰ অবিহণা স্বীকাৰ্য্য। সমতাবাদী সমাজ ( Egalitarian society ) ৰচনাৰ ক্ষেত্ৰতো গণতন্ত্ৰই অবিহণা যোগাই অহা বা সমাজৰ সকলো শ্ৰেণীৰ লোককে সমপৰ্য্যায় প্ৰদান কৰা বুলিও আধুনিক লিখক এচামে ক'ব খোজে। উইলবিয়ে ক'ব খোজে যে গণতন্ত্ৰ' শব্দটো আধুনিক যুগত জনপ্ৰিয় আলোচনা সাহিত্য সকলোতে দুৰ্ভাগ্যবশত দুটা অৰ্থত ব্যৱহাৰ কৰিবলৈ বিচৰা হয় এটা হ'ল— শ্ৰেণী চৰিত্ৰ লুপ্ত হোৱা বা হ্ৰাস পোৱা সমাজ বা সম্প্ৰদায় আৰু আনটো হ'ল এক বিশেষ প্ৰকাৰৰ চৰকাৰৰ ক্ষেত্ৰত। পুৰণাচামেই হওক বা নতুনচামেই হওক সকলো লিখকৰে গণতন্ত্ৰ সন্দৰ্ভত গুৰুত্ব দিয়া কেন্দ্ৰবিন্দু টো হ'ল সমতা আৰু স্বতন্ত্ৰতা। মুঠতে ক'বলৈ গ'লে এই দুয়োটাই আধুনিক গণতন্ত্ৰৰ আধাৰশিলা।

প্ৰথম মহাযুদ্ধৰ আগে পাছে গণতন্ত্ৰৰ ওপৰত বিশ্বৰ জনসাধাৰণৰ বিপুল আস্থা বাঢ়ি অহা দেখা গৈছিল। সেই সময়ত উদ্ৰো উইলচনৰ দৰে ৰাজনীতিবিদে প্ৰকাশ্যে ক'বলৈ বিচাৰিছিল 'মহাযুদ্ধ কেৱল গণতন্ত্ৰ ৰক্ষা কৰিবৰ বাবেই কৰিব লগা হৈছে। অৱশ্যে প্ৰথম মহাযুদ্ধ অৱসান হোৱাৰ পাছতেই গণতন্ত্ৰৰ প্ৰতি বিশ্ববাসীৰ আগ্ৰহ আৰু উদ্দীপনা লাহে লাহে টুটি অহা অনুভূত হয়। দ্বিতীয় মহাযুদ্ধৰ পাছৰছোৱা সময়ে গণতন্ত্ৰৰ প্ৰীতি আৰু তাৰ মোহময়ী আকৰ্ষণ ইতিহাসৰ পাততহে থাকিবলৈ এৰি দিলে। বাস্তৱতে বিশ্বৰ প্ৰায়বোৰ ৰাষ্ট্ৰতে গণতন্ত্ৰৰ প্ৰতি দেখা গ'ল অনাস্থা আৰু বিৰাগভাৱ।

'গণতন্ত্ৰ' একপ্ৰকাৰ চৰকাৰ বা প্ৰশাসন ব্যৱস্থাই নহয় ই সমাজ বা ৰাষ্ট্ৰতো বিশেষ চৰিত্ৰ ৰূপে দেখা দিয়ে। এসময়ত যিসকল গণতন্ত্ৰবাদীয়ে গণতন্ত্ৰক কেৱল প্ৰশাসনীয় ক্ষেত্ৰতেই আবদ্ধ ৰাখিব খুজিছিল সেইসকলেই পাছলৈ ইয়াক মানুহৰ জীৱনৰ সকলো ক্ষেত্ৰলৈকে সম্প্ৰসাৰণ কৰিবলৈ বিচাৰিলে। জে, আৰ, লাচৱেলে গণতন্ত্ৰক চৰকাৰ বা শাসনৰ পৰীক্ষা নিৰীক্ষা বা গৱেষণা বুলি লিখিছিল যদিও চাৰটোৰিৰ দৰে লিখকে শোষণবিহীন সমাজ বা ৰাষ্ট্ৰইহে প্ৰকৃততে 'গণতন্ত্ৰ'ৰ প্ৰকৃত অৰ্থ দাঙি ধৰে বুলি ক'ব খোজে। লৰ্ড ব্ৰাইছেও গণতন্ত্ৰক চৰকাৰৰ এটা প্ৰকাৰ বুলিয়েই তেওঁৰ 'আধুনিক গণতন্ত্ৰ' (Modern Democracy) নামৰ গ্ৰন্থত দেখুৱাবলৈ যত্ন কৰিছে। ডেইচিয়ে কয়, 'গণতন্ত্ৰ এনে এটা চৰকাৰ, য'ত শাসক দলসমূহ প্ৰজাৰ ভিতৰতে বৃহত্তম বুলি পৰিগণিত হয়। লৰ্ড ব্ৰাইছেও গণতন্ত্ৰক

গুণযুক্ত সংখ্যাগৰিষ্ঠ লোকৰ চৰকাৰ বুলিহে অভিহিত কৰিছে। গণতন্ত্ৰ শব্দই অকল চৰকাৰৰ প্ৰকাৰকেই নুবুজাই ই ৰাষ্ট্ৰৰ চৰিত্ৰকো পৰিস্ফুট কৰি তোলে। অৱশ্যে এইটোও সত্য যে ৰাষ্ট্ৰ এখনৰ গণতান্ত্ৰিক চৰিত্ৰ থাকিলেও তাৰ চৰকাৰ গণতান্ত্ৰিক নহ'বও পাৰে। গণতান্ত্ৰিক চৰিত্ৰ প্ৰধান ৰাষ্ট্ৰত ৰাজতন্ত্ৰ অভিজাততন্ত্ৰ প্ৰভৃতি চৰকাৰেও প্ৰশাসন চলাব পাৰে। দেশৰ জৰুৰী অৱস্থাত বা যুদ্ধকালিন পৰিস্থিতিত, আমেৰিকাৰ দৰে গণতান্ত্ৰিক চৰিত্ৰ প্ৰধান ৰাষ্ট্ৰতো ৰাষ্ট্ৰপতিৰ দ্বাৰা একনায়কত্ববাদী প্ৰশাসন চলোৱাৰ নজিৰ নাইকিয়া নহয়। হাৰ্ণচেৰ ভাষাত ক'বলৈ গলে গণতান্ত্ৰিক ৰাষ্ট্ৰ বুলিলে আমি ঘাইকৈ জনসমষ্টি বা জনসম্প্ৰদায়ে সাৰ্বভৌম কৰ্তৃত্ব উপভোগ কৰাকে বুজো। এনে ৰাষ্ট্ৰত চৰকাৰৰ নিয়োগ, নিয়ন্ত্ৰণ আৰু বৰ্খাস্ত সকলো ৰাইজেই উপভোগ কৰে।

কোনো কোনো অৱস্থাত গণতন্ত্ৰ শব্দই একোখন সমাজৰ চৰিত্ৰ বা ব্যৱস্থাকো প্ৰতিফলন কৰে। যি সমাজত সমতা আৰু ভ্ৰাতৃত্ব ভাৱৰ প্ৰক্ৰিয়া অনুভূত হয় বা তেনে শক্তিসমূহৰ প্ৰাধান্যতা স্বীকাৰ কৰি লোৱা হয় তেনে সমাজকো গণতান্ত্ৰিক বুলি আখ্যা দিয়া দেখা যায়। মুছলমানসকলৰ সমাজ গণতান্ত্ৰিক, কিন্তু তেওঁলোকৰ সৰহভাগ চৰকাৰেই হয় সৈনিক একনায়কত্ববাদী নহয় ৰাজতন্ত্ৰৰ দ্বাৰা পৰিচালিত। এই সন্দৰ্ভত পাকিস্তান, বাংলাদেশ আৰব ৰাষ্ট্ৰবিলাকৰ নাম উল্লেখ কৰিব পাৰি।

অকল চৰকাৰ বা ৰাষ্ট্ৰৰ ক্ষেত্ৰতে গণতন্ত্ৰ শব্দ আৱদ্ধ থকা দেখা নাযায়। আমি আগতেই উল্লেখ কৰি আহিছো যে অৰ্থনৈতিক ক্ষেত্ৰতো গণতন্ত্ৰই অক্টোপাচৰ দৰে আঁচোৰ দিব ধৰিছে। অৰ্থনৈতিক সমতাই ৰাজনৈতিক সমতাক চেৰপেলাই, শিল্প উদ্যোগসমূহতো এক প্ৰকাৰ আক্ৰমণ চলাইছে বুলি ক'ব পাৰি। আজিকালি বৃহৎ শিল্প উদ্যোগবিলাকৰ নিয়ন্ত্ৰণ আৰু প্ৰশাসন গণতান্ত্ৰিক হ'ব লাগে বুলি ভাবি উঠিব ধৰিছে। অকল প্ৰশাসন ক্ষেত্ৰত গণতন্ত্ৰৰ প্ৰয়োগ প্ৰকৃতপক্ষে সমগ্ৰ ৰাষ্ট্ৰকে বা সমাজকে গণতান্ত্ৰিক বুলি বুজাব নোৱাৰে। মানৱজীৱনৰ সকলো ক্ষেত্ৰতে যথোপযুক্তভাৱে গণতান্ত্ৰিক প্ৰক্ৰিয়া অনুভৱ কৰিব পাৰিলেহে একোখন সমাজে গণতান্ত্ৰিক আখ্যা লাভ কৰা উচিত। কৃষিশক্তিকাৰ অগ্ৰগতিৰ লগে লগে গণতন্ত্ৰ কেৱল প্ৰশাসন ব্যৱস্থাতে সোমাই থকা নাই, গণতন্ত্ৰই জীৱন নিৰ্বাহৰ এটি পথ ৰূপেও অভিহিত হ'ব ধৰিছে। যৌক্তিক চিন্তাৰ মুক্ত প্ৰসাৰৰ আৰু পৰিচালনা কঠোৰ নিয়ন্ত্ৰণৰ পৰা মুক্ত চিন্তাৰ লগত বুদ্ধিৰ সমাৱেশ আৰু সমন্বয়ে গণতান্ত্ৰিক জীৱন পথৰ আবেদন বুজায়। মেজীয়ে (P.Sl Philosophy P. 690) এনে পথেইহে আমাৰ জাতিৰ কাৰণে শ্ৰেষ্ঠ পথ বুলি বিশ্বাস কৰে।

গণতন্ত্ৰক এটা আদৰ্শৰূপ পৰীক্ষা কৰি চালে দেখিবলৈ পোৱা যায় যে ভিন্নমুখী মতামত বা চিন্তাধাৰাৰ সহঅৱস্থান আৰু সমন্বয়তেই আছে গণতন্ত্ৰৰ স্থিতি। পৃথক পৃথক অভিমতৰ শুদ্ধাশুদ্ধ নিৰ্ণয়ত গণতন্ত্ৰই গুৰুত্ব দিয়ে নিৰ্ব্বাচন পদ্ধতি যোগে। সংখ্যাগৰিষ্ঠতাৰ সমৰ্থনতে থাকে গ্ৰহণ বা অগ্ৰহ্যৰ মাপ কাঠি। গণতন্ত্ৰৰ কোনো কথাকে বাৰুদ বা বুলেটৰে নিৰ্ণয় কৰা নহয়। ভিন্ ভিন্ অভিমত প্ৰকাশৰ একমাত্ৰ মাধ্যম হ'ল, নিৰ্বাচন। মেকৃইভাৰে সেয়েহে লিখিছে 'সংখ্যালঘু বা সংখ্যাগৰিষ্ঠ যাৰেই শাসন নহওক গণতন্ত্ৰই শাসন পদ্ধতি ঠিক কৰি নিদিয়ে ইয়াৰ প্ৰাথমিক কাম হ'ল শাসবৃন্দ নিৰ্বাচন কৰি দিয়া আৰু শাসকদলৰ শাসনৰ লক্ষ্য কেনে হোৱা উচিত তাকহে নিৰ্ণয় কৰি দিয়া। কোনে শাসন কৰিব সেইটো নিৰ্ণয় কৰিবলৈ ৰাইজক বা সাধাৰণক স্বাধীনতা দিয়াটোৱেই গণতন্ত্ৰৰ ঘাই ব্যৱস্থা। জনসাধাৰণে কোনো ব্যক্তিৰ তৰ্জনি প্ৰদৰ্শনত কাম কৰিব নোৱাৰে। স্বাধীনতা অবিহনে কোনো অৰ্থ থাকিবও নোৱাৰে।

ৰাজনৈতিক দলবিলাকে ৰাইজৰ ভিতৰত মূৰ দাঙি উঠা বিভিন্ন মতামত বিলাকক পৰিপুষ্টি লাভ কৰাত সহায় কৰে। ভিন্ন মুখীয়া অভিমতৰ কাৰণে ৰাজনৈতিক দলবিলাকৰ লক্ষ্যও মুখীয়া সুকীয়া হয়। ৰাইজক যিটো অভিমতে বেছিকৈ আকৰ্ষণ কৰে, নিৰ্বাচনৰ যোগেদি তাৰেই প্ৰাধান্যতা স্বীকাৰ কৰি লোৱা হয়। সেই বুলি গণতন্ত্ৰত সংখ্যালঘুৰ স্থিতিৰ প্ৰতিও মনোযোগ নিদিয়া নহয়। সংখ্যালঘুসকলৰ ৰক্ষণাবেক্ষণ গণতন্ত্ৰৰ আন এটা প্ৰয়োজনীয় দিশ। গণতন্ত্ৰত ৰাজনৈতিক দলসমূহে সামাজিক মতামত পৰিবৰ্দ্ধন কৰি ৰাষ্ট্ৰীয় পৰ্য্যায়ত সেই মতামত অৰ্থাৎ কোনো বিষয়ত অভিমত স্থাপন কৰিব খোজে। ৰাজনৈতিক দলসমূহে সেয়েহে সামাজিক ভাব আৰু ৰাজনৈতিক সিদ্ধান্তৰ মাজত সমন্বয়ৰ সেতু বা যোগসূত্ৰ ৰূপে কাম কৰে।

ওপৰৰ আলোচনাৰ পৰা এনে এটা সিদ্ধান্তত উপনীত হ'ব পাৰি যে গণতান্ত্ৰিক চৰকাৰে ঘাইকৈ নিম্নোলিখিত ব্যৱস্থাসমূহৰ ওপৰত নিৰ্ভৰ কৰে। ( ) সুকীয়া সুকীয়া ভাব দৃষ্টিভঙ্গীৰ আৰু তেনে ভাব পৰিবহন কৰা দলবিলাকৰ সহ অৱস্থান। (২) মুকলিমুখীয়া বা মুক্ত আলোচনাৰ কাৰণে অধিকাৰ আৰু পৰিবেশৰ প্ৰয়োজনীয়তা (৩ সাৰ্বজনীন অধিকাৰ। (৪) নিৰ্ধাৰিত সময়ত নিৰ্বাচন।

## গণতন্ত্ৰৰ সপক্ষে প্ৰকাশ যুক্তিসমূহ

গণতন্ত্ৰ বা গণতান্ত্ৰিক ব্যৱস্থাৰ সমালোচনা হোৱা সত্বেও, ইয়াৰ প্ৰতি আৱহমান

কাললৈ পৰা মানুহৰ আগ্ৰহ আৰু সমাদৰ পৰিলক্ষিত হোৱা দেখা যায়। সাধাৰণতে আগৰচাম লিখকে গণতন্ত্ৰৰ হৈ তলত দিয়া যুক্তিবিলাক দাঙি ধৰে।

১ সতৰ্কতামূলক যুক্তি বা কাৰণ।

২ মনোবিজ্ঞানসম্মত যুক্তি।

৩ শিক্ষামূলক যুক্তি বা কাৰণ।

৪ নৈতিক কাৰণ।

৫ বাস্তৱিক কাৰণ।

অধ্যাপক হকিংয়ে গণতন্ত্ৰৰ হৈ প্ৰথম তিনিটা যুক্তি সজোৰে আগচাইছে।

## সতৰ্কতামূলক কাৰণ

সমাজৰ প্ৰতিজন লোকৰে ইচ্ছা বা অভিমতৰ প্ৰতি নিশ্চিতভাৱে সন্মান প্ৰদৰ্শন কৰিব পৰা আৰু চৰকাৰৰ কাৰ্য্য প্ৰক্ৰিয়াত সকলো লোকৰে মতামত বিবেচিত হোৱা অৰ্থাৎ কোনো মতকে হেয় প্ৰতিপন্ন নকৰা কাৰ্য্য গণতন্ত্ৰৰ বাহিৰে আন কোনো ব্যৱস্থাতেই অনুভৱ কৰিব পৰা নাযায়। ইয়াৰ অৰ্থ এনে নহয় যে সমাজৰ সকলোবোৰ সকলো মানুহৰে গণতন্ত্ৰই নিজ নিজ আশা আকাঙ্ক্ষা উপলব্ধি কৰাত সহায় কৰে। বাস্তৱিকতে সকলো মানুহৰে আশা আকাঙ্ক্ষা ৰূপায়ণ কৰাতো অসম্ভৱ কথা। গণতন্ত্ৰত ধনীলোকৰ যিদৰে ভাব প্ৰকাশৰ স্বাধীনতা থাকে সেইদৰে একেবাৰে নিম্নখাপৰ নিচলাজনৰো স্বাধীনতা হেৰায় নাযায়। যোগ্যতাৰ মাপকাঠিৰে জুখিলে, অনেক সময়ত গণতন্ত্ৰই একনায়কত্ববাদী বা ৰাজতন্ত্ৰ প্ৰধান চৰকাৰৰ লগত প্ৰতি যোগিতামূলক বিষয়ত অযোগ্য বুলি পৰিগণিত হ'ব পাৰে। কিন্তু প্ৰকৃত নাগৰিক গঢ়ি তোলাত গণতান্ত্ৰিক চৰকাৰৰ অৱদান অসীম। এইক্ষেত্ৰত আন কোনো প্ৰকাৰ চৰকাৰৰে ইমান বেছি অৱদান আছে বুলি ক'ব নোৱাৰি। স্বেচ্ছাচাৰী বা একনায়কত্ব-বাদী চৰকাৰবিলাকে ততাতৈয়াকৈ কাৰ্য্য সিদ্ধি কৰিব পাৰে বা জৰুৰীকালীন সমস্যা সমাধানত আগবাঢ়ি যাব পাৰে কিন্তু সাম্প্ৰদায়িক প্ৰীতি আৰু নাগৰিকৰ স্বাৰ্থ অক্ষুণ্ণ ৰখাৰ কাৰণে এনে চৰকাৰৰ কোনো ৰৰঙণি নাই। গণতন্ত্ৰই সকলো শ্ৰেণীৰ নাগৰিকৰ সৰ্বাঙ্গীন উন্নতি যিদৰে সম্ভৱ কৰি তোলে, সেইদৰে আন চৰকাৰত সম্ভৱ নহয়। গণতন্ত্ৰত চৰকাৰ জনসাধাৰণৰ লগত ওতঃপ্ৰোতঃ ভাৱে জড়িত। জনসাধাৰণৰ সুখ, দুখ, অভাৱ, অভিযোগ সকলো সম্পৰ্ক চৰকাৰৰ প্ৰক্ৰিয়াত এনেদৰে নিহিত হৈ পৰে যে সেই সকলোবিলাকৰ বাস্তৱ ৰূপায়ণৰ ওপৰতেই চৰকাৰ বৰ্তি,

থাকিব লগাত পাৰে। অগণতান্ত্ৰিক চৰকাৰত আদেশ বা নিৰ্দ্দেশৰ প্ৰভাৱ ইমান বেছি যে এনে আদেশ বা নিৰ্দ্দেশৰ কাৰণেই ৰাইজৰ লগত চৰকাৰৰ সম্বন্ধ তেল পানীৰ দৰে খাপ নোখোৱা হয়। গণতন্ত্ৰত কোনো ব্যক্তিয়েই সমূহীয়া জীৱনৰ আঁতৰত থাকিব নোৱাৰে। প্ৰতিজন ব্যক্তিৰেই সুখ দুখ অন্যান্যসকলৰ লগত অঙ্গাঙ্গীভাৱে জড়িত। গণতান্ত্ৰিক চৰকাৰৰ লক্ষ্যই হ'ল জনকল্যাণ সাধন। এনেস্থলত জনসাধাৰণৰ পৰা আঁতৰত থাকি চৰকাৰে কাম কৰি যোৱাৰ কথা ভাবিব নোৱাৰি। অগণতান্ত্ৰিক চৰকাৰবিলাকত বিশেষ গোষ্ঠী বা ব্যক্তিৰ প্ৰভাৱ আৰু প্ৰাধান্য যেনেকৈ পৰিলক্ষিত হয় সেইদৰে এই চৰকাৰবিলাক জনসাধাৰণৰ সামূহিক কল্যাণ আৰু ইচ্ছাপূৰণৰ পৰা আঁতৰত অৱস্থান কৰে। গণতন্ত্ৰতো নিৰ্দ্দেশ বা আদেশৰ অৱকাশ আছে কিন্তু এই নিৰ্দ্দেশবিলাকৰ মূল লক্ষ্য হ'ল জন সম্পৰ্ক আৰু জনকল্যাণ। জনসাধাৰণৰ উন্নতিৰ বাবেই গণতন্ত্ৰ চিৰকাল সতৰ্ক হৈ থাকিব লাগে।

## মনোবিজ্ঞান সন্মত কাৰণ

মনোবিজ্ঞান সন্মত কাৰণতো গণতন্ত্ৰকে সৰ্বশ্ৰেষ্ঠ চৰকাৰ বুলি কিছু সংখ্যক লিখকে ভাবে। যোগ্যতা সকলো চৰকাৰৰ বাবেই অপৰিহাৰ্য্য আৰু অত্যাৱশ্যকীয় বুলি ভবা হয়। তথাপি এই কথা স্বীকাৰ কৰিব লাগিব যে জনসাধাৰণৰ মন বুজিব নোৱাৰিলে, চৰকাৰে বা জহুৰা কামত কেতিয়াও কৃতিত্ব অৰ্জন কৰিব নোৱাৰে। বিশেষজ্ঞ কৰ্মচাৰীসকল নিজ নিজ বিষয়ত যে পাকৈত তাত দ্বিমত নাই, কিন্তু বাস্তৱ জীৱনৰ প্ৰতি এইসকল পাকৈত লোকৰ মনোযোগ নথকাৰ কাৰণেই অনেক সময়ত বিশেষজ্ঞৰ জ্ঞানো অকামিলা হৈ পৰা দেখা যায়। আজিকালি সকলো প্ৰকাৰৰ চৰকাৰতেই বিশেষজ্ঞৰ সহায়ত ৰাজহুৱা দায়িত্ব পালনৰ ব্যৱস্থা কৰা দেখা গৈছে। পুথিগত বিদ্যা আৰু অভিজ্ঞতা আৰ্জিত জ্ঞানৰ মাজত নিশ্চয় ব্যৱধান নথকা নহয়। গণতন্ত্ৰই বাস্তৱ জীৱনৰ অভিজ্ঞতাৰ জৰিয়তে, ৰাইজৰ মন অধ্যয়ন কৰি কাম কৰে। অধ্যাপক হকিংয়ে কোৱাৰ দৰে, উচ্চ শিক্ষিত ব্যক্তিয়ে অনেক সময়ত ৰাইজৰ প্ৰকৃত মন বুজিব নোৱাৰি, দুৰ্ভাগ্যজনক প্ৰশাসনহে জাপি দিয়ে। জনসাধাৰণৰ প্ৰতিনিধিত্বসকলেহে জনসাধাৰণৰ ইচ্ছা প্ৰকৃতপক্ষে অনুধাবন কৰাত সফলতা লাভ কৰে। অসমীয়াত এষাৰ কথা আছে 'লুইতেহে জানে, বঠা কিমানলৈ ডুবে'। ইয়াৰ অৰ্থ হ'ল—ৰাজহুৱা কামৰ সফলতা বা বিফলতা কেৱল ৰাইজেহে অনুভৱ কৰিব পাৰে। বিশেষজ্ঞৰ পুথিগত বিদ্যাৰ ওপৰত নিৰ্ভৰ কৰি কৰা বহুতো কামেই আজিকালি ৰাইজৰ উপকাৰ কৰা দূৰৰ কথা অপকাৰহে কৰা দেখা যায়।

অন্যান্য ক্ষেত্ৰতো আজিকালি বিশেষজ্ঞৰ পুথিগত বিদ্যাতকৈও বাস্তৱ অভিজ্ঞতাক বেছি গুৰুত্ব দিয়া দেখা যায়। উদাহৰণ স্বৰূপে ভাল চিকিৎসকে সদায় নিদান বা বিজ্ঞানত থকা কথাতকৈও ৰোগীৰ লক্ষণ আৰু ৰোগৰ কাৰণ নিৰ্ণয় কৰোঁতে শাৰীৰিক, মানসিক আৰু বংশগত বৈশিষ্ট্যবিলাকত গুৰুত্ব দিয়ে। একেদৰে জনপ্ৰিয় সংগীতজ্ঞই এহাতে যিদৰে যন্ত্ৰ বা উচ্চাংগ সঙ্গীতৰ অপৰিহাৰ্য্য নিয়ম প্ৰণালীবিলাক, আখৰে আখৰে পালন কৰিব'ল যত্ন কৰে আনহাতে সেইদৰে ৰাইজে ভালপোৱা সুৰ বা গীতহে পৰিবেশন কৰি সন্তুষ্টি লাভ কৰে। জনপ্ৰিয় সঙ্গীতজ্ঞই নিজে ভালপোৱা গীত বা সুৰত কাচিৎহে গুৰুত্ব দিয়া দেখা যায়। গণতন্ত্ৰ ৰাইজৰ বস্তু। ইয়াত আছে ৰাজহুৱা জীৱনৰ সহ অবস্থান আৰু সহযোগ। বাহিৰ পৰাকেও চৰকাৰৰ কামত সহায় কৰা বা নিজ অভিমত ব্যক্ত কৰাৰ ক্ষেত্ৰত কেৱল গণতান্ত্ৰিক চৰকাৰেহে উৎসাহ প্ৰদান কৰা দেখা যায়। শাসক আৰু শাসিতৰ মাজত যদি সম্পৰ্কৰ সেতু গঢ়ি তুলিব পৰা নাযায় তেনেহলে সেই প্ৰশাসন দীৰ্ঘস্থায়ী হ'ব নোৱাৰে। ৰোম সাম্ৰাজ্য পতনৰ কাৰণ অনুধাবন কৰিলে দেখা যায় যোগ্যতা সম্পন্ন প্ৰশাসন হলেও ইয়াত ৰাইজৰ প্ৰাণ আৰু সহানুভূতি নাছিল।

## শিক্ষামূলক কাৰণ বা যুক্তি

গণতন্ত্ৰৰ প্ৰতি বিশ্ববাসীৰ আগ্ৰহ বৃদ্ধি পাই অহাৰ অন্যতম ঘাই কাৰণ হ'ল গণতন্ত্ৰৰ প্ৰশিক্ষণমূলক অৱদান। গণতান্ত্ৰিক চৰকাৰত প্ৰতিজন নাগৰিকে ৰাজনৈতিক জ্ঞান সহজে লাভ কৰিব পাৰে যিটো অন্য প্ৰকাৰ চৰকাৰত সম্ভৱ নহয়। গণশিক্ষা গঢ়ি তোলাত গণতন্ত্ৰৰ বৰঙণি আমোল। গণতন্ত্ৰই জনগণৰ ৰাজনৈতিক জ্ঞান আৰু ৰাজহুৱা কামৰ প্ৰতি আগ্ৰহ বৃদ্ধি কৰে, যিটো ৰাজতন্ত্ৰ, অভিজাততন্ত্ৰ বা একনায়কত্ববাদী চৰকাৰত সম্ভৱ নহয়। গণতান্ত্ৰিক প্ৰশাসনত প্ৰতিজন নাগৰিকৰে দায়িত্ববোধ আৰু ৰাজনৈতিক মানসিকতা বাঢ়িযোৱা পৰিলক্ষিত হয়। যেতিয়াই সাধাৰণ নিৰ্ব্বাচনৰ সময় আহি পৰে, ৰাজনৈতিক চিন্তাৰ প্ৰবাহে ৰাইজক আৱৰি ধৰে জনসাধাৰণ যুক্তি প্ৰধান মতামত আগ বঢ়োৱাত ব্যস্ত হয়। আগন্তুক সমস্যা বা প্ৰচলিত কোনো কাৰ্য্যব্যৱস্থা আদিৰ ওপৰত বিতৰ্ক আলোচনা, সমালোচনা আদিৰ জৰিয়তে সমস্যাৰ সকলোবোৰ দিশ জানি উঠাত ৰাইজক সহায় কৰে। নিৰ্বাচন উপলক্ষে প্ৰতিটো সমস্যাৰ ওপৰত প্ৰবন্ধ লিখা বক্তৃতা আয়োজন কৰা, প্ৰচাৰ পত্ৰিকা লিখি ৰাইজৰ হাতত দিয়া, আদি কামবিলাকে জনসাধাৰণৰ নিদ্ৰা ভঙ্গ কৰি ৰাজনৈতিকভাৱে সক্ৰিয় কৰি তোলে। এনেবিলাক

প্ৰচাৰ বক্তৃতা আদিৰ দ্বাৰা বাইজে এক সমূহীয়া জনমতৰ সৃষ্টি কৰি তোলে। ৰাজনৈতিক সমস্যাবিলাকৰ বিষয়ে ৰাইজ সভাসমিতি বা প্ৰচাৰ আদিৰ যোগে সহজতে অৱগত হয় আৰু নিজ নিজ ৰুচি বা পছন্দ অনুযায়ী প্ৰতিনিধি নিৰ্ব্বাচনত প্ৰবৃত্ত হয়। এনেদৰে আলোচনা বিতৰ্ক আৰু সভাসমিতিৰ যোগে প্ৰতিজন ব্যক্তিৰ ভুল সংশোধিত হয় আৰু প্ৰয়োজন বোধে পৰিবৰ্ত্তিতও হ'ব পাৰে। আলোচনাৰ জৰিয়তে ভিন্ন ভিন্ন মতামতবিলাকও সংশোধন হৈ এক সাধাৰণ ইচ্ছাত পৰিণত হ'ব পাৰে। প্ৰতিজন নাগৰিকৰ মন আৰু চিন্তাৰ দিক্‌বলয় সামূহিক আলোচনাৰ মাজেদি সংবৰ্দ্ধিত আৰু সুদূৰব্যাপী প্ৰসাৰিত হয়। চি ডি বাৰ্ণেৰ মতে সকলো চৰকাৰেই একপ্ৰকাৰ শিক্ষাৰ ব্যৱস্থা তথাপি আত্ম শিক্ষাই সৰ্বোৎকৃষ্ট শিক্ষা আৰু আত্ম প্ৰশাসন অৰ্থাৎ গণতন্ত্ৰই সৰ্বশ্ৰেষ্ঠ চৰকাৰ।

## নৈতিক কাৰণ বা যুক্তি

নৈতিক দৃষ্টিভঙ্গীৰে চালে দেখা যায় গণতন্ত্ৰই একমাত্ৰ উৎকৃষ্ট চৰকাৰ ইয়াত সৰু-বৰ, ধনী নিৰ্ধনী সকলো শ্ৰেণীৰ নাগৰিকে নিৰ্বাচন প্ৰক্ৰিয়াৰ যোগে অংশ গ্ৰহণ কৰিব পাৰে। নিজে অৰ্জন কৰা সম্পত্তি যিদৰে ব্যক্তিৰ কাৰণে অতি আদৰৰ, সেইদৰে নিজে ৰচনা কৰা চৰকাৰ বা শাসন ব্যৱস্থাৰ মূল্যও নাগৰিকৰ কাৰণে সদায়ে বেছি। গণতন্ত্ৰত নানা ত্ৰুতি থকা সত্ত্বেও জনসাধাৰণে নিজৰ চৰকাৰ বুলি গৌৰৱ বোধ কৰে। প্ৰতিজন ব্যক্তিকে দায়িত্ববোধ সেৱাৰ মনোভাব আৰু কৰ্তব্যজ্ঞানৰ শিক্ষা দিয়াত গণতন্ত্ৰ বাটকটীয়া বুলি ক'ব পাৰি। জে এচ মিলে লিখিছে—জাতীয় চৰিত্ৰ গঢ়ি তোলাত গণতন্ত্ৰই আন চৰকাৰতকৈ বেছি ইন্ধন যোগায়। গণতন্ত্ৰই গঠন কৰা জাতীয় চৰিত্ৰ সহজে ভাগি পৰা বিধৰ নহয় আৰু ওখ খাপৰ। আমেৰিকাৰ দৰে আগশাৰীৰ ৰাষ্ট্ৰত গণতন্ত্ৰই বিশ্বভাতৃত্ব আৰু মানৱীয়তা সজাগ কৰি তোলা দেখা যায়। আমেৰিকাৰ সমাজবাদী চিন্তাধাৰাই গণতন্ত্ৰৰ মাজেদি এক নতুন ৰূপ লোৱা দেখা গৈছে। কৰ প্ৰবৰ্তনৰ যোগে সেইদেশত যিদৰে এহাতে মানুহক কুবেৰ হোৱাত বাধা দিছে আনহাতে সেইদৰে ৰাজহুৱা শিক্ষা দীক্ষাৰ সহায়ত আমেৰিকাৰ নাগৰিকে গোটেই বিশ্বতে অভিলেখ সৃষ্টি কৰিব পাৰিছে অৰ্থনৈতিক সমৃদ্ধি কটকটীয়া শৃঙ্খলা বা ন্যায় প্ৰশাসনেই উৎকৃষ্ট চৰকাৰৰ একমাত্ৰ চিন হ'ব নোৱাৰে, যি চৰকাৰে দেশৰ বাবে আত্মত্যাগলৈকো প্ৰস্তুত থকা এদল নাগৰিক গঢ়ি তোলাত আগভাগ লয় আৰু নিজকে ৰক্ষা

কৰাৰ ব্যৱস্থা কৰিব পাৰে সেয়েহে উৎকৃষ্ট চৰকাৰৰ পদবাচ্য হ'ব পাৰে। গণতান্ত্ৰিক ব্যৱস্থাৰ অধীনত শিল্প-বাণিজ্য-উদ্যোগী পৰিশ্ৰমী আৰু নৈতিকভাৱে সংযমী নাগৰিকৰ সৃষ্টি হ'ব পাৰে। লৰ্ড ব্ৰাইছে কয় ৰাজনৈতিক ভোটাধিকাৰ আলাপ আলোচনা যিমানে বৃদ্ধি পাব সিমানে নাগৰিকৰ দায়িত্ব, কৰ্তব্যবোধ আৰু আত্ম মৰ্যাদাও বাঢ়ি যাব। গণতন্ত্ৰৰ বাহিৰে আনকোনো চৰকাৰেই ব্যক্তিৰ ব্যক্তিত্ব আৰু আত্মউপলব্ধিত সহায় কৰিব নোৱাৰে।

## ব্যৱহাৰিক কাৰণ

ব্যৱহাৰিক কাৰণতো গণতন্ত্ৰক উৎকৃষ্ট চৰকাৰ বুলি গণ্য কৰা হয়। গণতন্ত্ৰৰ পৰা ভালেখিনি সা সুবিধাও পাব পাৰি। তলত তেনেধৰণৰ সা-সুবিধাবিলাক আলোচনা কৰা হ'ল।

প্ৰথম কথা হ'ল গণতন্ত্ৰই দেশপ্ৰেম জগাই তোলে। সাৰ্বজনীন ভোটাধিকাৰ ব্যৱস্থাই সকলো শ্ৰেণীৰ মানুহৰে ৰাজনৈতিক চিন্তা সক্ৰিয় কৰি তোলে আৰু নিজকে সমাজৰ এজন অপৰিহাৰ্য্য লোক বুলি ভাবিবলৈ নাগৰিকক বাধ্য কৰে। ভোটাধিকাৰৰ অভাৱে নাগৰিকক নিৰুৎসাহী আৰু ৰাজহুৱা কামলৈ অনাগ্ৰহী কৰি তোলে। জনমতক সন্মান কৰি চলা কাৰণে গণতান্ত্ৰিক চৰকাৰৰ পৰিবৰ্তন সহজ সাধ্য। আন্দোলন আৰু প্ৰবল জনমতে এনে চৰকাৰক স্বেচ্ছাচাৰী আৰু মন্ত্ৰীসকলক কাৰ্য্যৰ পৰা আঁতৰত ৰাখে। আলাপ আলোচনা আদিৰ ব্যৱস্থা থকা কাৰণে গণতন্ত্ৰত সকলো প্ৰজায়ে আস্থা আৰু আগ্ৰহ স্থাপন কৰে। ফৰাচী বিপ্লৱৰ আগলৈকে ফৰাচীদেশৰ প্ৰজাসকলে সেই দেশ পৰিচালনাত অংশ গ্ৰহণ কৰাৰ সুযোগ নাছিল আৰু সেই কাৰণে তেওঁলোক নিষ্ক্ৰিয় হৈ পৰিছিল। বিপ্লৱৰ পাছত আৰম্ভ হোৱা গণতান্ত্ৰিক প্ৰবাহে ফৰাচী প্ৰজাক ৰাষ্ট্ৰ পৰিচালনাত সক্ৰিয় অংশ ল'বলৈ অনুপ্ৰেৰণা যোগালে আৰু সজাগ কৰি তুলিলে। গণতন্ত্ৰই যিদৰে দেশপ্ৰেমৰ উমনি দিয়ে আন ব্যৱস্থাত সম্ভৱ হ'ব নোৱাৰে।

দ্বিতীয়তে গণতান্ত্ৰিক চৰকাৰ প্ৰায়ে বিপ্লৱৰ সন্মুখীন হোৱা দেখা নাযায়। এনে চৰকাৰত বিদ্ৰোহ হোৱা মানে নিজৰ বিৰুদ্ধেই বিদ্ৰোহ কৰা বুজায়। গণতন্ত্ৰ যিহেতু আলাপ আলোচনাৰ মাজেদি চলে ইয়াত বিদ্ৰোহৰ সম্ভাৱনা বৰ ক্ষীণ। গণতন্ত্ৰ ব্যতীত অন্যান্য চৰকাৰবিলাকত আলাপ-আলোচনাৰ স্থান নাই আৰু শক্তি প্ৰয়োগেই শৃঙ্খলা ৰক্ষাৰ একমাত্ৰ উপায় বুলি ভবা হয়। সীমা সমস্যা ভাষা সমস্যা বা ধৰ্ম সমস্যা সকলোবোৰেই আলোচনাৰ মাজেৰে নিষ্পত্তি কৰিব পাৰি। শক্তি প্ৰয়োগে স্থায়ী আৰু

চিন্তন শক্তিৰ বাতাবৰণ সৃষ্টি কৰাত বিফল হয়। আলাপ-আলোচনাৰ মাজেৰে ভাৰতৰ দৰে বিশাল দেশতো উত্তৰ দক্ষিণ পূব পশ্চিম সকলো প্ৰান্তৰৰ প্ৰজাকে একমুঠি কৰি বান্ধি ৰাখিব পাৰিছে। ভাৰতৰ পৰা পৃথক হ'ব খোজা জাতি বিলাকেও অৱশেষত আলাপ-আলোচনাৰ মাজেৰে বিদ্ৰোহ পৰিহাৰ কৰা দেখা গৈছে। মুঠ কথা হ'ল ভাব প্ৰকাশৰ স্বাধীনতা মুক্তভাৱে সমাৱেশ আৰু বিচৰণ প্ৰভৃতিয়ে চৰকাৰৰ জনপ্ৰিয়তা বঢ়াই তোলে। গণতন্ত্ৰই একমাত্ৰ চৰকাৰ য'ত শৃঙ্খলা ৰক্ষা আৰু ব্যক্তি স্বতন্ত্ৰতা অক্ষুণ্ণ ৰখাৰ ব্যৱস্থা সম্ভৱ হ'ব পাৰে। আধুনিক যুগত প্ৰতিখন গণতান্ত্ৰিক ৰাষ্ট্ৰতেই জনসাধাৰণক আস্থাত ৰাখি জৰুৰী সমস্যা সমাধানত সময়োপযোগী ব্যৱস্থা লোৱাৰ অৱকাশ থকা দেখা যায়। একনায়কত্ববাদী প্ৰশাসন ব্যৱস্থাত বস্তুবাদী প্ৰগতি সম্ভৱপৰ হ'লেও ব্যক্তিৰ আত্মিক উৎকৰ্ষ সাধনৰ সুযোগ নাই। এনেবোৰ ৰাষ্ট্ৰত কঠোৰ আইন আৰু নিয়মতন্ত্ৰই ব্যক্তি স্বাতন্ত্ৰ্য কুঠাৰাঘাত কৰি নাগৰিকক দাসত্বৰ পাশেৰে বান্ধি ৰাখে।

গণতান্ত্ৰিক ৰাষ্ট্ৰত ৰাজনৈতিক সামাজিক প্ৰভৃতি ক্ষেত্ৰত সমতাৰ প্ৰাধান্য স্বীকাৰ কৰি লোৱা হয়। ইয়াৰ ফলত গোটেই সমাজখনেই সমতাবাদী গঢ় লোৱা পথত আগবাঢ়ে। বুদ্ধি বিকাশৰ পথত থকা বিভিন্ন হেঙাৰবোৰ গণতন্ত্ৰত আঁতৰি যায়। সামাজিক ক্ষেত্ৰত থকা বৈষম্যবিলাক সমতাবাদী সমাজে গা কৰি উঠাৰ লগে লগে শীতকালত সূৰ্য্য উদয় হোৱাৰ ফলত হিমকণা শুকাই যোৱাৰ দৰে ক্ৰমাগতভাৱে লুপ্ত হয়। কোনো কোনো লিখকে এনেবোৰ কাৰণতে গণতন্ত্ৰ অন্য প্ৰকাৰ চৰকাৰতকৈ বেছি উপযুক্ত আৰু যোগ্য চৰকাৰ বুলি ক'ব খোজে। তেওঁলোকৰ মতে জনপ্ৰিয় নিৰ্বাচন আৰু নিয়ন্ত্ৰণ থকাৰ কাৰণে এনে চৰকাৰ নিৰপেক্ষ নিৰঙ্কুশ আৰু কাৰ্য্যদক্ষ হ'ব পাৰে।

তৃতীয়তে এইটো স্বীকাৰ কৰিব লাগিব যে ৰুচ' ৰ দৰে দাৰ্শনিকে যাক সাধাৰণ ইচ্ছা ( General will ) বুলি ক'ব খোজে তেনে সাধাৰণ ইচ্ছা কেৱল গণতান্ত্ৰিক সমাজতে সহজে সম্ভৱ হ'ব পাৰে। অৱশ্যে এজন ব্যক্তিৰ ইচ্ছাইও কোনো পৰিস্থিতিত সাধাৰণ ইচ্ছাৰ জন্ম দিব পাৰে কিন্তু সি বিৰল।

আধুনিক যুগত গণতন্ত্ৰ সৰ্বোৎকৃষ্ট প্ৰশাসন ব্যৱস্থা বুলি অভিহিত কৰাৰ প্ৰকৃত কাৰণসমূহ অনুসন্ধান কৰিলে দেখা যায় ইয়াৰ এনে কিছুমান প্ৰমূল্য আছে যাক বাদ দি'ল মানৱ জীৱনৰ পঙ্গুতা সহজেই অনুভৱ কৰিব পাৰি। এইচ বি মেয়োৱে তেওঁৰ 'গণতন্ত্ৰ ( An Introduction to Democratic Theory ) নামৰ গ্ৰন্থত গণতন্ত্ৰৰ বিশেষ প্ৰমূল্যসমূহ আলোচনা কৰিছে

প্ৰথমতে, গণতন্ত্ৰই সকলো বাক্ বিতণ্ডা শান্তিপূৰ্ণ ভাৱে আৰু নিয়ামিকে নিষ্পত্তি কৰিব পাৰে। দ্বিতীয়তে, এই পদ্ধতিয়ে পৰিবৰ্তনশীল সমাজ এখনত শান্তিপূৰ্ণভাৱে পৰিবৰ্তন নিশ্চিত কৰাত অৰিহণা যোগায়। তৃতীয়তে শৃংখলাবদ্ধভাৱে শাসকসকলৰ আগমন আৰু প্ৰস্থান নিশ্চিত কৰিব পাৰে। চতুৰ্থতে গণতান্ত্ৰিক পদ্ধতিয়ে শক্তি প্ৰয়োগত গুৰুত্ব নিদিয়ে বা কম দিয়ে। পঞ্চমতে গণতন্ত্ৰই বিভিন্নতাৰ ওপৰত বিশ্বাস কৰে। ষষ্ঠতে গণতন্ত্ৰৰ উদ্দেশ্যই হল ন্যায় প্ৰতিষ্ঠা। শেষতীয়াকৈ দেখা যায় গণতন্ত্ৰই বৈজ্ঞানিভাৱে উন্নয়ন আৰু ব্যক্তি-স্বাধীনতা স্বীকাৰ কৰে।

## গণতন্ত্ৰৰ বিপক্ষে আগবঢোৱা যুক্তি

তত্ত্বগতভাৱে গণতন্ত্ৰৰ যিমানেই মূল্য বা গুণ নাথাকক বাস্তৱিক প্ৰয়োগত ইয়াৰ নানান দোষ দেখা যায়। মানুহৰ আশা আকাংক্ষা ফলৱতীকৰাত গণতন্ত্ৰ যে বিফল হৈছে তাক বাস্তৱ জগতৰ কাৰ্য্যকলাপৰ পৰাই বুজিব পাৰি। সমালোচকসকলে গণতন্ত্ৰৰ দুৰ্গুণবিলাক আঙুলিয়াই দিয়েই ক্ষান্ত থকা নাই ইয়াক কঠোৰভাৱে আক্ৰমণো কৰিছে।

বহুতৰ কাৰণে গণতান্ত্ৰিক শাসনৰ অৰ্থই হল দায়িত্বহীন ব্যক্তিৰ প্ৰশাসন। গণতন্ত্ৰক যদিও দায়িত্বপূৰ্ণ চৰকাৰ বুলি গৌৰৱ কৰা হয় তথাপি প্ৰকৃতাৰ্থত ইয়াত দায়িত্বহীনতাহে পৰিলক্ষিত হয়। গ্ৰীক দাৰ্শনিক এৰিষ্টটলে গণতন্ত্ৰক ভয়ানক আৰু বিপথগামী সংবিধানিক চৰকাৰ বুলি অভিহিত কৰিছিল। একেদৰে আধুনিক যুগৰ লিখক মিলেও সংখ্যাগৰিষ্ঠ লোকৰ স্বেচ্ছাচাৰিতা হোৱাৰ আশংকা কৰা দেখা গৈছিল। ইয়াত ব্যক্তিৰ গুণৰ ওপৰত গুৰুত্ব নিদি ব্যক্তিৰ সংখ্যাৰ ওপৰত দিয়া গুৰুত্বই গণতন্ত্ৰক অকামিলা কৰা দেখা যায়। ভোট গণনাহে কৰা হয়, ভোটৰ প্ৰকৃত গুৰুত্ব বা ওজন জুখি চোৱা নহয়। এনে চৰকাৰত বিশেষ প্ৰশিক্ষণ, বিচাৰ বিশেষজ্ঞান আদিৰ স্থান আছে বুলি কব নোৱাৰি। সকলো নাগৰিকেই সমান — এনে ধাৰণাৰ বশৱৰ্তী হোৱা কাৰণেই চৰকাৰ প্ৰায়েই অপদাৰ্থ আৰু অশিক্ষিত লোকৰ হাতলৈ যায়। ইয়াৰ ফলশ্ৰুতি হ'ল স্বেচ্ছাচাৰ, কৰ্তব্য বিমুখ আৰু উৎপীড়ন। জ্ঞানী আৰু গুণীজনৰ সমাদৰ ইয়াত কমি যায়। সংখ্যালঘিষ্ঠসকলৰ গুণ আৰু যোগ্যতা থকা সত্ত্বেও গণতন্ত্ৰত সমাদৰ নাই কাৰণ গণতন্ত্ৰই মূৰৰ গণনাতহে গুৰুত্ব দিয়ে যোগ্যতাৰ প্ৰতি কাণসাৰ নাই। সংখ্যাগৰিষ্ঠতাৰ ওপৰত ইমান বেছি নিৰ্ভৰ কৰা হয় যে, এজন দুজন লোকৰ সংখ্যাধিক্য হোৱা বাবেই এখন বিধি আইনত পৰিণত হয়। জনপ্ৰিয় নিৰ্বাচন, চমু কাৰ্য্যকাল দায়িত্বৰ সাল-সলনি আদি ব্যৱস্থাই

গণতন্ত্ৰক অকামিলা আৰু দায়িত্বহীন কৰি তোলে। প্ৰায়বিলাক গণতান্ত্ৰিক চৰকাৰেই অযোগ্য লোকৰ হাতত পৰি জনসাধাৰণৰ কল্যাণ সাধন কৰা দূৰৈৰ কথা নিজৰ অস্তিত্বকে ৰক্ষা কৰা টান হৈ পৰা দেখা যায়। নিজৰ ভুলৰ কাৰণে জন সাধাৰণক অভিবিক্ত কৰৰ বোজা বহন কৰিবলৈ দিয়া গণতন্ত্ৰত প্ৰায়ে চলি থকা কথা। এনে অৱস্থাত কৰদাতাসকলে গণতন্ত্ৰ যে অতি অপদাৰ্থ চৰকাৰ সেই কথা মৰ্মে মৰ্মে অনুভৱ কৰে। গণতন্ত্ৰই কিছুমান স্বয়ম্ভু নেতাৰ ওপৰতে এনে গুৰুত্ব আৰু মূল্য আৰোপন কৰে যে ই অসৎ, অকৰ্মন্য আৰু অশিক্ষিত মুষ্টিমেয় লোকৰ ক্ৰিয়াভূমিত পৰিণত হয়। এনেলোকৰ ৰাজত্বত, শিক্ষা, জ্ঞান বিকাশ, সাহিত্য প্ৰতিভা আদিয়ে কেতিয়াও গা কৰি উঠিব নোৱাৰে। যিহেতু প্ৰথম খাপৰ যোগ্য লোকসকলক নিৰ্বাচিত কৰা নহয় সেয়েহে টৈলোৰডে ইয়াক 'নিম্নখাপৰ লোকৰ এক প্ৰকাৰ অভিজাতী' বুলি কব খোজে। যোগ্যব্যক্তিয়ে এনে চৰকাৰত প্ৰায়ে টিকিব নোৱাৰি আঁতৰি যায়। যিসকল লোকে নিজকে জনপ্ৰিয় কৰি গঢ়ি তোলাৰ কৌশলটো আয়ত্ত কৰিব পাৰিছে তেওঁলোকেই গণতন্ত্ৰত উঠি ৰজা আৰু বহি ৰজা হৈ পৰে। উড্ৰো উইলচনৰ দৰে যোগ্য ব্যক্তিও নিৰ্বাচনত নুঠাৰ দৰে অলেখ উদাহৰণ পাবলৈ আছে। নিৰ্বাচনত দলীয় টিকটটো তোষামোদ কলাটিকা, জাত ধৰ্ম আদিৰ ওপৰতে নিৰ্ভৰ কৰে। এইসকল লোকে শিক্ষিত লোকক ভৰিৰে মোহাৰি কাৰ্য্য সিদ্ধিত উঠি পৰি লগা দেখা যায়। ভাৰতত বাজপেয়ীৰ দৰে ৰাজনীতিবিদ আৰু দূৰদৃষ্টিসম্পন্ন নেতাও কলাটিকা মৃত্যুৰ ভাবুকি আৰু পক্ষপাত দুষ্ট আচৰণৰ বাবে হাৰ মানিব লগা হোৱাতো গণতন্ত্ৰৰ দৰে চৰকাৰতহে সম্ভৱপৰ। এনে সিদ্ধান্তও ভুল নহয় যে যিলোকে ৰাইজৰ মন বুজিব পাৰে প্ৰয়োজন বোধে স্বনীতিও বিসৰ্জন দিব পাৰে বা স্বাৰ্থৰ কাৰণে অপকৰ্ম্মকো আকোঁৱালি লব পাৰে তেনে দুষ্টলোকেই গণতন্ত্ৰত নেতা হব পাৰে শক্তিশালী অথচ নীৰৱ কৰ্মীসকল গণতন্ত্ৰৰ অটল তলিত পৰি থাকিব লগা হয়। গণতন্ত্ৰত অযোগ্য লোক হলেও দলৰ অনুগ্ৰহত শকত দৰমহালোৱা চাকৰিত মকৰল হয়। অপদাৰ্থ অসৎ ডকাইতেই গণতন্ত্ৰত ৰাজঅনুগ্ৰহ লাভ কৰে যদিহে তেওঁ মন্ত্ৰীৰ লগাভগা হয়।

গণতন্ত্ৰত ভোটদাতা ৰাইজ প্ৰায়ে অশিক্ষিত আৰু অজ্ঞ হোৱাৰ কাৰণে তেওঁলোকৰ বিচাৰ বিবেচনা নাথাকে। ভাল বেয়া বাচি উলিয়াই প্ৰাৰ্থী নিৰ্বাচন কৰা এনেবোৰ ভোটদাতাৰ ক্ষেত্ৰত প্ৰায়ে অসম্ভৱ হৈ পৰে। সেয়েহে সামান্য ভোটৰ ব্যৱধানত বিজয়ী হৈ মূৰ্খয়ো শাসন কাৰ্য্য পুনৰ নিৰ্বাচন নোহোৱালৈকে চলাই যাব পাৰে। এনে চৰকাৰে সমাজৰ প্ৰয়োজনীয় বা অপ্ৰয়োজনীয় কাম

নিৰ্ণয় কৰাত ব্যৰ্থ হয়। অনেক সময়ত ভোটদাতাসকল জ্ঞানী বা শিক্ষিত হলেও কৰ্তব্য বিমুখ আৰু উদাসীন হোৱা দেখা যায়। ভাৰত, শ্ৰীলংকা আদি দেশৰ সৰহভাগ নাগৰিকেই অজ্ঞ, অনভিজ্ঞ আৰু অশিক্ষিত। তেওঁলোকৰ ভোটাধিকাৰ আছে কিন্তু সেই অধিকাৰ সাব্যস্ত কৰাত তেওঁলোক উদাসীন। শিক্ষিত লোকৰ দেশ হোৱা সত্বেও আমেৰিকাবাসীৰো উদাসীনতা এই ক্ষেত্ৰত মনকৰিব লগা। নিৰ্বাচনৰ সময়ত আমেৰিকাৰ অৰ্দ্ধেক নাগৰিকক নিজ নিজ কামৰ পৰা ভোটদান বা মতদান কৰিবলৈ টানি নিব লাগে। কোনো কোনো ক্ষেত্ৰত শতকৰা ত্ৰিশভাগ লোকেও আমেৰিকাত ভোটদান দিয়াৰ উদাহৰণ নথকা নহয়। এনে উদাসীনতাৰ কাৰণেই অপদাৰ্থ আৰু অকৰ্মণ্যলোকৰ হাতলৈ সহজে চৰকাৰ আহে আৰু তাৰ পৰিণাম বিষময় হৈ পৰে। গণতন্ত্ৰৰ আদৰ্শ মহান আৰু ওখ খাপৰ হ'ব পাৰে, কিন্তু অপদাৰ্থ লোকৰ হাতত পৰিলে মহান আদৰ্শবিলাকো মৰিমুৰ হৈ যায়। কূটনীতি, আন্তৰ্জাতিক সম্পৰ্ক প্ৰতিৰক্ষা আদি বিষয় বা সমস্যা আহি পৰিলে এনেলোকে কোনো নিৰ্দিষ্ট নীতি উদ্ভাৱন কৰিব নোৱাৰি অচল অৱস্থাৰ সৃষ্টি কৰে। ফৰাচী লিখক ফেগতে ক'বৰ দৰে গণতন্ত্ৰ হ'ল অযোগ্য ধৰ্ম-ক্ৰিয়া। জনসাধাৰণৰ দ্বাৰা চালিত হোৱা কাৰণে প্ৰায়ে অসৎ অবিশ্বাসী অকৃতজ্ঞ আৰু ভাবাবেগী লোকে এ'ন চৰকাৰত নেতৃত্ব লোৱা দেখা যায়। এনেকুৱা লোকে আজি কাৰোবাক ওপৰলৈ তুলি কালিলৈ পুনৰ তললৈ পেলাই দিয়া সাধাৰণ কথা। এওঁলোকে প্ৰায়ে আবেগৰ দ্বাৰা চালিত হয় আৰু নিৰ্দিষ্ট নীতি অনুসৰণ নকৰে। কেতিয়াবা এনেলোকে ক'ব 'বাইজাৰক পূজা কৰা আকৌ কেতিয়াবা ক'ব কাইজাৰক ফাঁচী দিয়া। বহুতো গণতান্ত্ৰিক দেশত এনে ভাবাবেগীলোকে চৰকাৰক স্বাধীনভাৱে কাম কৰাতো প্ৰায়ে ওজৰ-আপত্তি, ধৰ্মঘট আদিৰ দ্বাৰা বাধা দান কৰি যায়। ফলত গোটেই ৰাষ্ট্ৰতে আইনহীনতা আৰু বিশৃঙ্খলতাই গা-কৰি উঠে। ছাত্ৰৰ দ্বাৰা নিৰ্বাচিত হোৱা স্কুলৰ শিক্ষকৰ যেনে অৱস্থা হ'ব পাৰে, গণতন্ত্ৰতো নিৰ্বাচিত প্ৰতিনিধিয়ে প্ৰায়ে একেধৰণৰ ফলকে ভোগ কৰিব লগা হয়।

**ব্যয়বহুলতা**

গণতন্ত্ৰ হ'ল এটা ব্যয়বহুল চৰকাৰ। অযোগ্যলোকৰ সমাবেশ, তৃতীয় শ্ৰেণীৰ নেতৃত্ব, মন্থৰগতি আদি কাৰণত গণতন্ত্ৰত ব্যয়বহুলতা আহি পৰা দেখা যায়। একোটা নিৰ্বাচনত কোটি কোটি টকা বা ডলাৰ খৰচ কৰিব লগা হয়। জনমত গঠন প্ৰচাৰ আদি কামবোৰত খৰচৰ সীমা ঢেৰাই যায়, অথচ আশানুৰূপ

যতো পোৱা নাযায়। আমেৰিকাত ৰাষ্ট্ৰপতি নিৰ্ব্বাচনক কেন্দ্ৰ কৰি চলোৱা প্ৰচাৰ, সভা-সমিতি অনাড়ম্বৰ প্ৰদৰ্শন প্ৰভৃতি সকলোতে চৰকাৰী বেচৰকাৰী উভয় খণ্ডতেই লেখজোখ নোহোৱা খৰচ পৰিলক্ষিত হয়। উন্নয়নমূলক কামত ইমানবোৰ খৰচ কৰিব পৰা হ'লে ৰাষ্ট্ৰ বহুতো উপকৃত হ'লহেঁতেন। অকল যে অৰ্থ সম্পদ বা টকা পইচাৰে অপৰ্য্যাপ্ত ব্যয় হয় সেইটো নহয়, সময় আৰু শক্তিৰো অপচয় মন কৰিব লগা কথা। এজন লিপকে লিখিবৰ দৰে গণতন্ত্ৰ অপচয়ৰ যন্ত্ৰবিশেষ। ঠায়ে ঠায়ে কুখ্যাত লোকৰ সমাবেশৰ কাৰণে কোটি কোটি টকা ৰাজহুৱা ভঁৰালৰ পৰা এনেলোকৰ ব্যক্তিগত পুঁজি চহকী কৰা ঘৰবাৰী নিৰ্মাণ আৰু বিলাস বাসনাত খৰচ হয়। মিতব্যয়ী হোৱাৰ কাৰণে গণতন্ত্ৰত কোনো ধৰণৰ প্ৰচেষ্টাই হাতত লোৱা দেখা নাযায়। অকৰ্মন্যলোকৰ হাতত পৰি কোনো কোনো ভালৰ উদ্যোগতো অলেখ অপচয় হয়। দলৰ সদস্যসকলৰ সন্তোষ লগাবৰ কাৰণে আজিকালি গণতন্ত্ৰত নতুন নতুন বিভাগ খুলি কৰ্মীসকলৰ নিয়োগ কৰা হয়। স্বজন প্ৰীতি আৰু দুৰ্নীতিৰ কবলত এনেবোৰ বিভাগ প্ৰায়ে ভাৰাক্ৰান্ত হৈ পৰে। যিটো কাম এজন মানুহে এদিনতে কৰিব পাৰে তেনে কাম সাতজন মানুহৰ এটা সমিতিয়ে সাত দিনতহে কৰিব পাৰে। সংসদী ব্যৱস্থা-বিলাকৰ গতি শামুকীয়া আলোচনা সমিতি আদি কৰোতেই ৰাজকোষৰ আধা পৰে প্ৰকৃত কাম হৈ নুঠে। ৰাজ্যপাল ৰাষ্ট্ৰপতি এইসকলৰ আদৰ কায়দা থকামেলা জাকজমকতাই মোগল সম্ৰাটৰ বিলাস আৰু জাকজমকতাকো চেৰ পেলোৱা দেখা যায়। প্ৰশাসন যন্ত্ৰ সংসদ সমিতি ন্যায়পালিকা আদিয়ে সাধাৰণ কামতো লক্ষ লক্ষ টকা ব্যয় কৰি ৰাইজক কৰৰ বোজা বহন কৰিবলৈ বাধ্য কৰে।

## দুৰ্নীতি পৰায়ণতা

গণতান্ত্ৰিক চৰকাৰৰ অন্যতম বৈশিষ্ট্যই হ'ল দুৰ্নীতি পৰায়ণতা। ভোট লোৱা বা ভোট দিয়া গণতন্ত্ৰৰ ব্যৱস্থাৰ ভিতৰতে ধৰিব পাৰি। গণতন্ত্ৰত দুৰ্নীতিৰ যিমান অৱকাশ আছে আন কোনো চৰকাৰতে সিমান দেখা নাযায়। গণতন্ত্ৰত নিয়ম-কানুনৰ অপৰিমিত ব্যৱস্থা থকাৰ কাৰণে কামবোৰ অতি মন্থৰ গতিত চলে। দুৰ্নীতি পৰায়ণ লোকে এই সুবিধাবিলাক আঁহে আঁহে গ্ৰহণ কৰে। তেওঁলোকৰ অৰ্থ সংগ্ৰহৰ আলধন এই আইনবিলাকৰ মাজে মাজে মেলি বো বৰালি চপাই আনে। আইহে স্পষ্ট কৰি দেখুৱাইছে যে গণতন্ত্ৰত বিধায়ক নিৰ্বাচক আনকি ন্যায় বিচাৰকেও অসৎ উপায়েৰে বল খটিবলৈ বিচাৰে। ভাৰতত স্বাধীনোত্তৰ কালত

অসৎ উপায়েৰে টকা সংগ্ৰহ কৰাৰ মাত্ৰা চৰিছে। ভাৰতত ক্ষমতাশালী বা প্ৰভাৱশালী ৰাজনৈতিক দলবিলাকে নিৰ্বাচনত খৰচ কৰিবলৈ লাখ্য মহাজন শিল্পপতি, কৃষিকাৰ্ম আদিৰ পৰা চান্দা হিচাবে কোটি কোটি টকা সংগ্ৰহ কৰে আৰু তাৰ বিনিময়ত শিল্পপতিবিলাকক দ্ৰব্য মূল্য বৃদ্ধিৰ সুবিধা লৈ মুনাফা আদায় কৰে। অধিচ আদালতত ৰংগাধিচাৰ মেৰপাৰ আৰু সিহঁতক ক্ষমতাশীল লোকৰ পৃষ্ঠপোষকতা ভাতৰ লগত পানী খোৱাৰ দৰে সাধাৰণ কথা। আজিকালি ভাৰতৰ দৰে বহুতো গণতান্ত্ৰিক দেশত মন্ত্ৰী আৰু বিধায়কসকলে চাকৰি বাকৰি দিবলৈ যাওঁতে ভেটিৰ মূল্যৰ ওপৰত দাম দৰা কৰা দেখা যায়। ধনী অথচ মূৰ্খ আৰু অসৎ পৰায়ণ ব্যক্তিয়ে দলীয় ৰাজনীতিত প্ৰচুৰ প্ৰভাৱ বিস্তাৰ কৰি আছিছে। তেওঁলোকে স্বকাৰ্য আৰু উদ্দেশ্য সাধনৰ বাবে বিদেশী শক্তিৰ দেশৰ অৰ্থ সম্পদ সৈন্যবল আদিৰ বা বাতৰি দি ধন সংগ্ৰহ কৰে। এনেবিলাক লোকে প্ৰায়ে মন্ত্ৰী বা বিধায়কৰ সংগত বৰ্তি থাকে। প্ৰাৰবিলাকৰ দেশত এনে দৰ্নীতি পৰায়ণ ব্যক্তিয়ে ৰাজনীতিৰ ধন ঘটোৰ পেশা কৰা পও লোৱা দেখা যায়।

## মন্থৰ গতি

গণতন্ত্ৰৰ গতি চিৰকাল মন্থৰ। পৰিকল্পনা লওঁতে আৰু বাস্তৱত কাৰ্য্যত ৰূপায়ণ কৰোঁতে বহুসময় অনাহকতে অতিবাহিত হয়। এটা সিদ্ধান্তত উপনীত হওঁতে নানা আলোচনা আৰু সমালোচনাৰ মাজেৰে যাব লগা হয়। ৰাজতন্ত্ৰ বা একনায়কত্ববাদী প্ৰশাসনত সিদ্ধান্তসমূহ খৰতকীয়া আৰু সিবিলাকৰ ৰূপায়ণো তৎকালিন ভাৱে সম্ভৱ হয়। গণতন্ত্ৰৰ ব্যৱস্থাবিলাক যিহেতু বৰ জটিল আৰু দীঘলীয়া উন্নয়নমূলক কামত সহজে আগবাঢ়ি যাব পৰা নাযায়। এনেকুৱা মন্থৰ গতিত আগবঢ়াৰ কাৰণে গণতন্ত্ৰত সময় আৰু টকা পইচাও অবাবত খৰচ কৰিব লগা হয়। এনেকুৱা দীঘল আৰু আমনিলগা পদ্ধতি অনুসৰণ কৰিব লগা কাৰণে অনেক সময়ত একোটা পৰিকল্পনাৰ উদ্দেশ্যও ব্যৰ্থ হৈ যায়, লগতে চৰকাৰৰ উদ্যমো কমি যায়। ইউৰোপত বৰ্তি থকা বহুতো গণতান্ত্ৰিক চৰকাৰ এনেকুৱা গতিহীনতা মন্থৰ গতিৰ বাবে যোৱা মহাযুদ্ধৰ আগে পাছে পতন হব লগা হয়।

## মনস্তাত্বিক কাৰণতো অযোগ্যতা

বহুতে মনস্তাত্বিক কাৰণতো গণতন্ত্ৰ দুৰ্বল অকামিলা আৰু অনিশ্চিতৰ চৰকাৰ বুলি ক'ব খোজে। মেক্সীয়ে গণতন্ত্ৰক গাধ, অনুসৰণপ্ৰিয় বান্দৰ, ভণ্ড লোক

আদিৰ লগত তুলনা কৰিব খোজে। গণতন্ত্ৰ সদায় ভয়াতুৰ, যিকোনো গধুৰ কাম হাতত লবলৈ সাহস নথকা অসহিষ্ণু, আবেগপ্ৰৱণ নিষ্ঠুৰ অন্যায়প্ৰিয়, বোধহীন আদি এশ এটা দোষেৰে দোষী হোৱা দেখা যায়। কিছুমানে গণতন্ত্ৰক ক্ষণস্থায়ী, দুৰ্বল আৰু সিদ্ধান্তহীন চৰকাৰ বুলি আখ্যা দিয়ে।

## শিক্ষা বিৰোধী

গণতন্ত্ৰ প্ৰকৃতপক্ষে শিক্ষা বিৰোধী চৰকাৰহে। ই মানুহক শিক্ষিত কৰাৰ পৰিবৰ্তে অশিক্ষিত কৰি তোলে। গণতন্ত্ৰই সাধাৰণ লোকৰো অহৈতুকী প্ৰশংসা কৰা দেখা যায়। মানুহৰ অযোগ্যতা ঢাকি ৰখাৰ প্ৰচেষ্টা গণতন্ত্ৰতে বেছি। প্ৰতিজন মানুহেই ভাবে যে তেওঁ তেওঁৰ প্ৰতিবেশীৰ লগত সমান। এনেভাবে মানুহৰ মৰ্যাদা বঢ়োৱাৰ পৰিবৰ্তে হানিহে কৰে। গ্ৰীক্ দাৰ্শনিক প্লেটোৱে এনে কাৰণতে গণতন্ত্ৰত বাটৰ ষাঁড় গৰুৱেও সমতাৰ দাবি কৰে বুলি লিখিছে। গণতান্ত্ৰিক চৰকাৰত প্ৰতিজন নাগৰিকেই নিজকে সকলো কামতে পাৰ্গত বুলি ধৰি লয়। কিন্তু তেওঁ বাস্তৱিকতে সাহিত্য বিজ্ঞান কলা কোনো বিষয়তে পাৰ্গত নহয়। তেওঁলোকে সকলো কথাতে বিজ্ঞানসন্মত সিদ্ধান্ত লোৱাত বিফল হয়। গণতন্ত্ৰই পৃথিবীক আগবঢ়াই নিয়াৰ পৰিবৰ্তে পাছলৈহে ঠেলি দিয়ে। নিজে শিক্ষিত নহলে আনক শিক্ষা দিবলৈ যোৱাতো হাঁহিয়াতৰ কথাহে কিন্তু গণতন্ত্ৰত সেয়ে সম্ভৱ হয়।

## সংখ্যাগৰিষ্ঠ লোকৰ স্বেচ্ছাচাৰিতা

দলীয় ৰাজনীতিত প্ৰবেশ কৰাৰ লগে লগে সংখ্যাগৰিষ্ঠ শাসন মানি লোৱা হ'ল। এনে শাসনত সংখ্যাগৰিষ্ঠ ৰাজনৈতিক দলেই শাসন ক্ষমতা লাভ কৰে। সংসদী গণতন্ত্ৰত যি দলে সংসদত গৰিষ্ঠ সংখ্যক আসন লাভ কৰিব পাৰে সেইদলেই মন্ত্ৰীসভা গঠন কৰিব পাৰে। ভাৰতবৰ্ষ আৰু বিলাতত এনেধৰণৰ চৰকাৰে কাম চলাই আছে। যিবিলাক দলৰ ধন বিত্ত সৰহীয়া সেইবিলাক দলেই সহজে সংসদত সংখ্যাগৰিষ্ঠতা লাভ কৰে। এবাৰ চৰকাৰ হস্তগত কৰিব পাৰিলেই সেইদল ক্ষমতাত অন্ধ হৈ পৰে আৰু স্বেচ্ছাচাৰিতা অৱলম্বন কৰে। কংগ্ৰেছ (ই) দলে এনেদৰে ক্ষমতাত অন্ধ হৈ ১৯৭৫—৭৭ চনত ভাৰতত ভয়ানক ত্ৰাস আৰু ভীতি সঞ্চাৰ কৰি গ'ল। এনেদৰে গণতন্ত্ৰ চলোৱাৰ নামত প্ৰায়ে সংখ্যাগৰিষ্ঠ দলে গণতন্ত্ৰৰ অন্তৰ্নিহিত উদ্দেশ্যকে নষ্ট কৰি পেলায়। এফ উল্লিউ কুকাৰে ক'ব খোজে —আমি কি বিচাৰৰ দ্বাৰা মানি লম যে শতকৰা ৫১% জনৰ মতটো শুদ্ধ আৰু

ন্যায়সঙ্গত আৰু আনহাতে শতকৰা ৪৫% জনৰ মতটো অশুদ্ধ আৰু অন্যায়'? ঠিক একেদৰে কাৰ্ল স্মিথেও কৈছে যে গণতন্ত্ৰ সংসদে প্ৰণয়ন কৰা আইন বিলাকৰ বৈধতা সম্পৰ্কে প্ৰশ্ন উঠে শতকৰা একাৱন্নজনৰ ভোটকিটা শুদ্ধ মতৰ ওপৰত প্ৰতিষ্ঠিত নে শতকৰা উনপঞ্চাশ জনৰ মত শুদ্ধ বা বৈধ'? অনেক সময়ত সংখ্যা গৰিষ্ঠলোকে গ্ৰহণযোগ্য বুলি কোৱা সত্ত্বেও কোনো ব্যৱস্থা সংখ্যালঘুসকলৰ বিবেচনাত শুদ্ধ বা গ্ৰহণযোগ্য নহব পাৰে। সংখ্যাগৰিষ্ঠসকল, শাৰীৰিক শক্তি ব্যতীত কি গুণত সংখ্যালঘুসকলতকৈ শ্ৰেষ্ঠ? সংখ্যাগৰিষ্ঠ লোকৰ দ্বাৰা প্ৰণয়ন হোৱা আইন স্বেচ্ছাচাৰ আৰু অতিচাৰৰ প্ৰতীক হোৱাতো সাধাৰণ কথা। এনে অৱস্থাত সাংস্কৃতিক সামাজিক, ৰাজনৈতিক আদি সংখ্যালঘুৰ বিভিন্ন স্বাৰ্থ প্ৰায়ে অৱহেলা কৰা হয়। যি সকল ক্ষমতাত অধিষ্ঠিত হয়, তেওঁলোকৰ কাৰণে দেশ, জাতি আদি কৰি সকলোৰে কোনো মূল্য নাই, মূল্য আছে কেৱল দলীয় স্বাৰ্থৰ আৰু তাৰ পোষণ।

গণতন্ত্ৰত সকলো প্ৰকাৰৰ অন্যায় আৰু অশুভৰ প্ৰতি স্নেহ আৰু আদৰ প্ৰদৰ্শন কৰা প্ৰায়ে দেখা যায়। সংখ্যাগৰিষ্ঠ দলৰ কাৰণে বেয়া কামৰো মূল্য আছে। তেওঁলোকে অসৎ আচৰণ কৰিও প্ৰশংসাৰ পাত্ৰ হব পাৰে। আইন সংখ্যাগৰিষ্ঠৰ স্বাৰ্থ হানি কৰি কেতিয়াও প্ৰণয়ন কৰা নহয়। এনেকুৱা দলীয় শাসনত জাতীয় স্বাৰ্থৰ হেতু কাচিৎহে আইন প্ৰণয়ন হয়। বহু সময়ত বাস্তৱত ৰূপায়ণ কৰিব নোৱাৰা বিধৰ আইনো সংখ্যাগৰিষ্ঠ দলে ক্ষমতাৰ আৱেগত গ্ৰহণ কৰি ৰাইজৰ অনিষ্ট সাধনত ব্ৰতী হোৱা দেখা যায়। সংখ্যালঘুসকলক নিয়ন্ত্ৰিত নিৰ্ব্বাচক-মণ্ডলী স্বৰূপে গণ্য কৰি কাৰ্য্য সিদ্ধি কৰা উদাহৰণ গণতন্ত্ৰৰ ইতিহাস অধ্যয়ন কৰোতা সকলৰ কাৰণে অবিদিত নহয়।

## ৰাইজৰ ক্ষমতা—সত্যৰ অপলাপ

লিঙ্কনৰ সংজ্ঞাত আছে—'ৰাইজৰ দ্বাৰা পৰিচালিত চৰকাৰ। বাস্তৱিকতে ই অলীক চিন্তাহে। ৰাইজৰ হাতত বা জনতাৰ হাতত কোনো দিনে ক্ষমতা নাই। তেওঁলোকক মুষ্টিমেয় লোকে চিৰকাল চলাই লৈ ফুৰে। মুষ্টিমেয় লোককিজনে অসৎ উপায় ক্ষমতা কৰায়ত্ব কৰি শীৰ্ষস্থান লাভ কৰে। এওঁলোকেই ৰাইজৰ নামত সকলো কৰে অনেক সময়ত ৰাইজে এওঁলোকে কৰা কামৰ উমানকে নাপায়। জনতা' বা 'জনসাধাৰণ এটা অস্পষ্ট ধাৰণা। জনসাধাৰণ বুলিলে কাক বুজো?

সমগ্র লোক নে নির্ব্বাচনৰ অধিকাৰ পোৱা জনাচৰেক ব্যক্তি ? এওঁলোকৰ ন্যায়-পৰায়ণতা, বিচাৰ বুদ্ধি বা প্ৰশাসনীয় কি ক্ষমতা আছে ? যদি নির্ব্বাচনৰ অধিকাৰ পোৱাখিনি মানুহেই হয় তেনেহলে এওঁলোকে সংখ্যাগৰিষ্ঠলোকক প্ৰতিনিধিত্ব কৰেনে ? ইংলণ্ডৰ দৰে দেশত দলীয় ৰাজনীতি বাঢ়ি অহাৰ লগে লগে দল বিলাকেই জনসাধাৰণৰ প্ৰতিনিধি বুলি দাবি কৰিবলৈ ধৰিলে। প্ৰকৃতপক্ষে এটা দলে সমগ্র নাগৰিক বা প্ৰজাক প্ৰতিনিধিত্ব কৰিব পাৰেনে ? এনেবিলাক প্ৰশ্ন বিচাৰ কৰি চালে আৰু দলীয় শাসকবৰ্গৰ আচৰণ বিশ্লেষণ কৰি দেখিবলৈ পোৱা যায় যে এই দলবিলাকে সমগ্র প্ৰজাৰ এটা সামান্য অংশৰহে প্ৰতিনিধিত্ব কৰে। কাশ্চিৎ সংখ্যাগৰিষ্ঠ অংশৰ প্ৰতিনিধিত্ব কৰিব পাৰিলেও সংখ্যাগৰিষ্ঠৰ মত বা দৃষ্টিভংগী শুদ্ধ নহ বও পাৰে। যীশু খৃষ্টক ক্ৰুচবিদ্ধ কৰা বা চক্ৰেটিচক বিহ খুৱাই মৰা কাৰ্য্যত গৰিষ্ঠসংখ্যক লোকেই জড়িত আছিল। কিন্তু এইবিলাক গৰিষ্ঠসংখ্যক লোকৰো মত শুদ্ধ নহয়। প্ৰতিনিধি বুলিলেই জনগণৰ প্ৰতিনিধি বুলি ভবাটো দেখ দেখ'ক ভুল। গণতন্ত্ৰৰ সাজ-পোছাকৰ আঁৰত স্বেচ্ছাচাৰিতা বা মইমতীয়া শাসন চলি থকা কাৰ্য্যত আচৰিত হ'ব লগা নাই। ক্ৰুকাৰে ক বৰ দৰে আধুনিক যুগৰ গণতন্ত্ৰবিলাকত আনুষ্ঠানিক বা ভাবাদৰ্শক ( Ideological ) প্ৰতিফলন কৰা জাকজমকতা বা সাজোন-কাচোন সকলোৱে মইমতীয়া শাসনৰ ওৰ পেলোৱাৰ পৰিবৰ্ত্তে তেনে শাসনৰ পোষকতাহে কৰে। সাধাৰণ নিৰস্ত্ৰলোকক চিৰকালেই গণতন্ত্ৰবিলাকত গণতন্ত্ৰৰ মুখা-পিন্ধা এমুঠি ধনীলোক অৰ্থাৎ বিৰলা গোয়েঙ্কা ডালমিয়া ৰকেফেলৰ আদিয়ে কৌশল আৰু চক্ৰান্তৰে বশীভূত কৰি ৰখা কাৰ্য্য কাৰো অবিদিত নহয়। এইসকল ধনী আৰু ক্ষমতাশালী লোকেই চৰকাৰক কিনি ৰাখে। এওঁলোকে জনপ্ৰিয় ভাবৰ লগত নিজৰ স্বাৰ্থ খাপ খুৱাই আইন প্ৰণয়ন কৰিবলৈ চৰকাৰক বাধ্য কৰে। বাস্তৱিকতে দলীয় চৰকাৰে কোনো সময়ত তেওঁলোকৰ নির্ব্বাচক মণ্ডলীতকৈয়ো উপকল্প স্বাৰ্থসমূহক আৰু বাতৰি কাগজক বেছি মূল্য দিয়ে আৰু ভয় কৰে। এনে অৱস্থাত জনপ্ৰিয় সাৰ্ব্বভৌমত্ব বা ৰাইজৰ শাসন আদি কথাৰ প্ৰকৃত মূল্য একো নাই।

## কথা আৰু কামৰ মাজত পাৰ্থক্য

গণতন্ত্ৰত কথা আৰু কামৰ মাজত আছে এক বিৰাট ব্যৱধান। তত্ত্বগত অৰ্থত গণতন্ত্ৰ ওৰ খাপৰ চৰকাৰ, কিন্তু বাস্তৱ প্ৰয়োগত গণতন্ত্ৰই প্ৰায়ে অগণতন্ত্ৰৰহে

পোষকতা কৰে। কোনো গণতান্ত্রিক চৰকাৰেই প্ৰকৃত গণতান্ত্রিক উদ্দেশ্যে কাম কৰা দেখা নাযায়। আমি যিমানেই জনপ্ৰিয় আলোচনা, সমালোচনা বা বাইজৰ মতৰ কথা কওঁ বাস্তৱত তাৰ সম্পূৰ্ণ বিপৰীত আচৰণহে প্ৰকাশ পায়। এইবিলাক আধুনিক গণতন্ত্ৰত চলি থকা ঘটনা। চি ডি বাৰ্ণে কৈছে, 'গণতন্ত্র কিছুমান ভণ্ডামীৰ ওপৰত বৰ্ত্তি থাকে। প্ৰবঞ্চনাই নহয়, ৰাজনৈতিক দলবিলাক মুক্ত সংস্থা বুলি ভৰা হয় অথচ প্ৰায় বিলাক সভ্যয়ে প্ৰকৃততে দেউতাইতৰ অনুষ্ঠান বুলিয়েই বা অৰ্থনৈতিক কোনো লাভৰ কাৰণে, বা ধৰ্মৰ কাৰণে বা কোনো প্ৰাক্তন অসংলগ্ন স্বাৰ্থৰ খাটিৰত দল বিলাকৰ সভ্য হয় নীতি আৰু কাৰ্য্যৰ মাজত কোনো সংহতি নাথাকে। স্বাৰ্থ সিদ্ধিৰ হকে চৰকাৰী যন্ত্ৰৰ অসৎ ব্যৱহাৰ কৰাটোৱেই গণতন্ত্ৰত শাসক দলৰ ঘাই কাম। বহুতো সমালোচকে ভাবে প্ৰকৃতপক্ষে গণতান্ত্রিক ভাবাদৰ্শ বিলাকক বাস্তৱত ৰূপায়ণ কৰা সহজ সাধ্য নহয়।

ইংৰাজ লিখকসকলে এহাতে যিদৰে গণতন্ত্ৰৰ গুণগান কৰিছে, আনহাতে তাৰ আভ্যন্তৰীন সাৰশূন্যতাকো মুকলিকৈ দেখুৱাবলৈ পাছ হোঁহকা নাই। ইতিহাস লিখক লিকিয়ে কৈছে 'গণতন্ত্ৰই স্বতন্ত্ৰতা ৰক্ষণাবেক্ষণ দিব নোৱাৰে ইয়াৰ পৰা কোনো ভাল চৰকাৰ আশা কৰিবও নোৱাৰি। বাস্তৱিকতে গণতন্ত্ৰত এনে কিছুমান শক্তিশালী প্ৰক্ৰিয়া আছে যি স্বতন্ত্ৰতাৰ পৰিপন্থীহে। ইতিহাস আৰু বাস্তৱিক অৱস্থানৰ পৰা এনে কিছুমান যুক্তি অৱতাৰণা কৰিব পাৰি যে সেইবিলাক স্বতন্ত্ৰতাৰ অনুকূলে ন'গ প্ৰতিকূলেহে যোৱা দেখা যায়।

## জনসাধাৰণৰ অপাৰগতা

যদিও গণতন্ত্ৰত জনসাধাৰণৰ নাম বাৰে বাৰে লোৱা হয় তথাপি স্বীকাৰ কৰিব লাগিব বহুতো গণতান্ত্রিক দেশত জনসাধাৰণৰ কোনো নিজস্ব চিন্তা নাই। সাধাৰণ লোকে বেয়া ভাল সকলো ধৰণৰ নেতৃত্বকে মানি চলে। তেওঁলোক সাৰ্ব্বভৌম ক্ষমতা প্ৰয়োগৰ কাৰণে মুঠেই যোগ্য নহয়। আধুনিক যুগৰ জটিল সমস্যাবাজি সাধাৰণ লোকে বুজিব নোৱাৰে অথচ এওঁলোকেই প্ৰকৃত প্ৰশাসক বুলি গণতন্ত্ৰত গৌৰৱ কৰা হয়। গণতন্ত্ৰৰ সমালোচকসকলে সাধাৰণ লোকৰ পৰিবৰ্তে বুদ্ধিদীপ্ত শ্ৰেণীটো বা গোষ্ঠী টাৰ ওপৰতহে আস্থা ৰাখিছে। ভাৰতৰ দৰে বিশাল দেশত কিমান সাধাৰণ প্ৰজাই জটিল গণতান্ত্রিক প্ৰক্ৰিয়াবিলাক বুজি পায়? বিজ্ঞান বা কাৰিকৰি দিশত তেওঁলোকে কিমানে অভিজ্ঞতা লাভ

কৰিছে ? অথচ আধুনিক যুগৰ উন্নয়নমূলক সকলো কামত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ পূৰ্ণ প্ৰয়োগ কোনো মতেই নুই কৰিব পৰা নাযায়। মুঠকথা ভাৰতৰ দৰে শিক্ষা দীক্ষাত পাছ পৰি থকা দেশত একমাত্ৰ প্ৰহসন বাদে একো হ'ব নোৱাৰে।

## গণতন্ত্ৰৰ ওপৰত ৰাজনীতি বিজ্ঞানীৰ মন্তব্য

গণতন্ত্ৰৰ কৃতকাৰ্য্যতাত সন্দেহ প্ৰকাশ কৰি ভালেমান ৰাজনীতি বিজ্ঞানীয়ে মন্তব্য আৰু সমালোচনা কৰা দেখা যায়। সেইসকলৰ ভিতৰত ডে টোকোভিল ব্ৰাণ্টচিলি, লিকি ব্ৰাইচৰ দৰে বিজ্ঞানীয়ে গণতন্ত্ৰৰ দুৰ্গুন ( Defects ) বিলাক তলত দিয়াৰ দৰে আলোচনা কৰিছে।

১ গণতন্ত্ৰত ধনৰ শক্তিয়ে প্ৰশাসন অধোগামী ক'ৰে।

২ এনে চৰকাৰত ৰাজনৈতিক অৰ্থোপাৰ্জনৰ পথ বুলি ধৰি লোৱাৰ প্ৰৱনতা দেখা যায়।

৩ প্ৰশাসনত অমিতব্যয়ীতাৰ অৱকাশ আছে।

৪ সমতাবাদী ৰাজনীতিৰ উদাহৰণ আৰু প্ৰশাসনীয় মূল্য আৰু পাৰদৰ্শিতাৰ প্ৰতি হেয় ভাব প্ৰদৰ্শন।

৫ দলীয় সংগঠনত অত্যাধিক বা অহৈতুকী গুৰুত্ব।

৬ শৃঙ্খলাভঙ্গৰ প্ৰতি সমাদৰ আৰু আইন প্ৰণয়নত ভোট লৈ খেলা।

পৃথিৱীৰ সকলো ঠাইতে সকলো প্ৰকাৰৰ চৰকাৰ অধ্যয়ন কৰিলে দেখা যায় অতীত কালৰে পৰা ভেটি খোৱা দুৰ্নীতি প্ৰভৃতিয়ে সমাজত ইমান দকৈ প্ৰবেশ কৰিছে যে দুৰ্নীতি সমাজ ব্যৱস্থা চৰকাৰ আদিৰ অপৰিহাৰ্য্য অঙ্গ হৈ দেখা দিছে। অকল গণতান্ত্ৰিক চৰকাৰতেই যে দুৰ্নীতি স্বজনপ্ৰীতি বা ধনলিপ্সাই গা কৰি উঠিছে এনে নহয়। এই ব্যাধি বিলাকে সকলো প্ৰকাৰ চৰকাৰ আৰু সমাজ ব্যৱস্থাতেই মহামাৰীৰ দৰে দেখা দিছে। বৈদিক যুগৰ পৰা ভাৰতত হিন্দু ৰাজত্ব আৰু মুছলমান ৰাজত্বৰ মাজেদি দুৰ্নীতি ভেটি খোৱা আৰু স্বজনপ্ৰীতিয়ে বিভিন্ন চৰকাৰ বিলাক দুৰ্বল কৰি তোলা দেখা যায়। গণতন্ত্ৰ ৰাজতন্ত্ৰ, একনায়কত্ববাদী, সকলো চৰকাৰতেই স্বাৰ্থ জড়িত মহলে ৰাজনৈতিক অৰ্থোপাৰ্জনৰ উপায় হিচাবে গণ্য কৰে। গতিকে অকল গণতন্ত্ৰকে এনে দোষৰ ভাগী কৰাতো উচিত হ'ব নোৱাৰে।

অৱশ্যে, আমি স্বীকাৰ কৰিব লাগিব যে গণতন্ত্ৰই অন্য প্ৰকাৰ চৰকাৰতকৈ অৰ্থ-লিপ্সা দুৰ্নীতি আৰু স্বজনপ্ৰীতিৰ প্ৰতি বেছি আদৰণি জনায়। অন্যান্য

চৰকাৰতো ব্যয়বাহুল্য বা দুৰ্ব্বলতা নথকা নহয়। ছাহজাহানৰ দিনৰ ভাৰতীয় চৰকাৰ'লৈ মন কৰিলেই ৰাজতন্ত্ৰত ব্যয় বহুলতাৰ প্ৰমাণ বাৰকৈয়ে পাব পাৰি।

সমতাবাদী নীতিৰ প্ৰতি গণতন্ত্ৰই বক্ৰোক্তি কৰাৰ কথাযে আগতে উল্লেখ কৰা হৈছে তাক নিবাকৰণ কৰাৰ উপায় নথকা নহয়। গণতন্ত্ৰৰ কাৰণে স্বতন্ত্ৰতা আৰু সমতা উভয়ৰে প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। দোষযুক্ত হ'লেও গণতন্ত্ৰত এই দুয়োটা প্ৰমূল্যৰ নিজস্ব অৱস্থিতি আছে।

দলগত ৰাজনীতিৰো দোষ থকাতো সত্য সেইবুলি দলহীন গণতন্ত্ৰ আজিৰ যুগত চিন্তা কৰিব নোৱাৰি। গান্ধীজী লোকনায়ক জয় প্ৰকাশ প্ৰভৃতিয়ে নিৰ্দ্দলীয় গণতন্ত্ৰ বেচি ফলপ্ৰসূ বুলি ভাবে। কিন্তু, দোষ থাকিলেও ব্যক্তি বিশেষ চলোৱা চৰকাৰতকৈ ৰাজনৈতিক দলৰ দ্বাৰা পৰিচালিত চৰকাৰ নিশ্চয় শক্তিশালী। ব্ৰাইছে উল্লেখ কৰা মতে আইন প্ৰণয়ন ক্ষেত্ৰত অসৎ আচৰণ প্ৰায় সকলো প্ৰকাৰ গণতান্ত্ৰিক চৰকাৰতে পৰিলক্ষিত হয়। ইয়াৰ নিবাকৰণৰ উপায় উদ্ভাৱন কৰা আৱশ্যক। ব্ৰাইছে অৱশ্যে কয় যে, আন প্ৰকাৰ চৰকাৰতো দোষ থাকিব পাৰে সেইবুলি গণতন্ত্ৰতো দোষ থাকিব লাগিব এনে কোনো যুক্তি মানি লব নোৱাৰি। সমালোচনা হ'লেহে দোষ ত্ৰুটি বিলাক আঁতৰ কৰিব পাৰি। গণতন্ত্ৰক সকলো প্ৰকাৰ দোষৰ পৰা মুক্ত কৰিব পাৰিলেহে উপযুক্ত চৰকাৰ বুলি গ্ৰহণ কৰিব পৰা যাব।

গণতান্ত্ৰিক চৰকাৰৰ শীৰ্ষস্থানবিলাক দোষমুক্ত কৰাৰ আগতে গণতন্ত্ৰৰ আধাৰ অনুষ্ঠানবিলাক শক্তিশালী আৰু দোষমুক্ত কৰি তুলিব লাগিব। ৰাষ্ট্ৰপতি লৱেলে আমেৰিকান গণতন্ত্ৰ অবাৰ্থকৰী হোৱা ঘাই কাৰণবোৰ বিশ্লেষণ কৰি কৈছে যে মহানগৰ বিলাকৰ ত্ৰুটিপূৰ্ণ প্ৰশাসনেই গণতন্ত্ৰৰ দুৰ্ব্বলতাৰ প্ৰধান কাৰণ বুলিব পাৰি। এই দোষ এৰাব নোৱাৰা ব্যাধিৰূপে দেখা দিছে।

গণতন্ত্ৰৰ সমালোচনা বিলাকে আঙুলিয়াই দিয়া ত্ৰুটিবিলাক অসত্য নহয় সেইবুলি অতিৰঞ্জন নথকাও নহয়। বিভিন্ন দোষবিলাব দেখুৱাই দিওঁতে পৰস্পৰ বিৰোধী মন্তব্যও দিয়া দেখা যায়। এদলে কয় গণতন্ত্ৰত বীৰপূজা আছে, ব্যক্তিৰ প্ৰশস্তি চলে। আনদলে কয় ইয়াত আইনহীনতা আৰু অবাধ্যতা বিৰাজমান। এতিয়া কোনটো সত্য? আন এদলে সেইদৰে কব খোজে, গণতন্ত্ৰত কেৱল আদৰ্শবাদ আৰু অমূৰ্ত্ততত্ত্বহে সমাবেশ আছে। কিছুমান লেখকৰ মতে গণতন্ত্ৰত নীতি

আৰু অনুভূতিৰ স্থান নাই। এইদৰে ভিন ভিন মন্তব্যবিলাক চালি জাবি চালে দেখা যায়, এটাৰ লগত আনটোৰ সংহতি নাই, বৰং কোনো সময়ত পৰস্পৰ বিৰোধীহে। এনে অৱস্থাত গণতন্ত্ৰৰ প্ৰতি কৰা বক্ৰোক্তিবিলাক প্ৰায়ে অমূলক বুলি ক'ব পাৰি।

এতিয়া প্ৰশ্ন হ'ল গণতন্ত্ৰৰ পৰিপূৰক এনে কি চৰকাৰ আছে যি সকলোৰে কাৰণে গ্ৰহণযোগ্য হ'ব পাৰে? ৰাজতন্ত্ৰ বিশ্ববাসীয়ে গ্ৰহণ কৰিব নোখোজে খুজিলেও নামতহে কাৰ্য্যত নহয়। দুই এটা উদাহৰণ যেনে অশোক বা আকবৰৰ ৰাজত্ব বাদ দিলে ৰাজতন্ত্ৰই মানৱজাতিক আমুৱালে। যোৱা মহাযুদ্ধই হিটলাৰী একনায়কত্ববাদৰ সোৱাদ বাৰ'কয়ে দিলে। এনে অৱস্থাত ত্ৰুটি থকা সত্ত্বেও গণতন্ত্ৰক অগ্ৰাহ্য কৰিব নোৱাৰি। পুৰণা ধৰণৰ অভিজাততন্ত্ৰ আজিকালি নতুন পুৰুষে মানি ল'ব নোখোজে। গণতন্ত্ৰক সংস্কাৰ কৰি লোৱাৰ বাহিৰে গত্যন্তৰ নাই। ৰাণে ক'বৰ দৰে মটৰ গাড়ীখন ভালদৰে চলা নাই বুলিয়েই পথাৰৰ গাড়ী (গৰু গাড়ী) ল'বলৈ যোৱাটো মূৰ্খামী। দাৰ্শনিক নৈৰাজ্যবাদী সকলে সপোন দেখাৰ দৰে বিশ্ববাসীয়ে আইন শৃঙ্খলাহীন প্ৰশাসন গ্ৰহণ কৰিবলৈ অপাৰগ। গ্ৰীক্ দাৰ্শনিক প্লেটোৰ 'দাৰ্শনিক নৃপতি'ৰ শাসনো অবাস্তৱ আৰু অলীক। একনায়কত্ববাদী প্ৰশাসনত বহুতো গুণ আছে সঁচা কিন্তু ই ব্যক্তি স্বতন্ত্ৰতা, ব্যক্তি বিকাশৰ পৰিপন্থী। ব্যক্তিৰ সম্পূৰ্ণ বিকাশ সাধন মানৱ জাতিৰ সকলো আকাঙ্খ্যাৰ মূল। একনায়কত্ববাদী প্ৰশাসনত ব্যক্তিৰ ব্যক্তিত্ব প্ৰস্ফুটিত হ'ব নোৱাৰে।

আমি উল্লেখ কৰি আহিছো যে গণতন্ত্ৰত গা কৰি উঠা বহুতো দোষত্ৰুটি শোধন কৰি ল'ব পৰা যায়। আজি বিশ্ববাসীয়ে ভোগ কৰা এশ এটা সমস্যাৰ কাৰণে কেৱল গণতন্ত্ৰৰ ওপৰত দোষ জাপি দিলে নচলিব। দুখন বিশ্বজোৰা মহাযুদ্ধই পৃথিৱীত এনে কিছুমান সমস্যা এৰি গ'ল যিবিলাক সততকাই আঁতৰ কৰিব পৰা নাযায়। আজিৰ পৃথিৱীয়ে আৰ্থিক সামৰিক আদি দিশত উত্তপ্ত পৰিবেশৰ সম্মুখীন হ'ব লগা হৈছে তাৰ ঘাই কাৰণ বিচাৰি গলে মহাযুদ্ধৰ নামকে ল'ব লাগিব। পৃথিৱীৰ এনে এটা পৰিবেশ চলি থকা অৱস্থাত অনাটন অভাৱ আৰু ৰাজনৈতিক অস্থিৰতাই গণতন্ত্ৰৰ প্ৰকৃত যোগ্যতা বা উপযুক্ততা প্ৰকাশ পোৱাত নিশ্চয় বাধা প্ৰদান কৰি আহিছে। যুদ্ধৰত বা মদ্যপায়ী অৱস্থাত এজন ব্যক্তিৰ প্ৰকৃত বিচাৰজ্ঞান উপলব্ধি কৰিব নোৱাৰি। গণতন্ত্ৰৰ ক্ষেত্ৰতো একে কথা।

বিশেষজ্ঞ বা বিশেষজ্ঞানক গণতন্ত্ৰত অৱহেলা কৰা বুলি যি অভিযোগ অনা হৈছে সি সত্যৰ অপলাপহে কাৰণ আধুনিক গণতন্ত্ৰবিলাকত প্ৰায় সকলো জটিল সমস্যা বিশেষজ্ঞৰ সহযোগতহে অধ্যয়ন আৰু সমাধান কৰা হয়। শিক্ষিত লোকৰ দ্বাৰা পৰিচালিত নোহোৱা বুলি, যি অভিযোগ অনা হৈছে সিও সকলো ক্ষেত্ৰতে সঁচা নহয়। গণতান্ত্ৰিকসকলেও জানে বা বুজি পায় যে চৰকাৰ এটা কলা-কৌশল ইয়াত বিশেষজ্ঞানৰ প্ৰয়োজন। গতিকে বিশেষজ্ঞৰ সহায় লৈ কাৰিকৰি বৈজ্ঞানিক আদি ক্ষেত্ৰভেদে সমস্যা সমাধান কৰা হয়। অৱশ্যে গণতন্ত্ৰত বিশেষজ্ঞ সকলে জনসাধাৰণৰ লগত মিলিজুলি বা নিজকে ৰাইজৰ লগত খাপখুৱাই সেৱা আগবঢ়াব লাগে অন্যপ্ৰকাৰ চৰকাৰত জনসাধাৰণৰ ইচ্ছাক প্ৰাধান্য দিয়া নহয়। ইংৰাজ দেশত মন্ত্ৰীসকল ৰাইজৰ প্ৰতিনিধি সঁচা কিন্তু সেই গণতন্ত্ৰত যোগ্য আৰু প্ৰতিভাশালী ব্যক্তিৰে প্ৰশাসন বান্ধি ৰাখিছে।

আজিকালিৰ বৃহৎ দেশবিলাকত গণতন্ত্ৰৰ প্ৰকৃত উদ্যম ( Spirit ) প্ৰতিফলিত হ'ব নোৱাৰে বুলি দিয়া যুক্তিও সমানে ভিত্তিহীন। আধুনিক যুগত বিজ্ঞানৰ সহায়ত ভাব বিনিময় সহজসাধ্য। ভাবৰ প্ৰকৃত বিনিময় সম্ভৱ হ'লেই গণতান্ত্ৰিক উদ্যম চেচা পৰি নাযায়। বহুতে ভবাৰ দৰে স্বেচ্ছাচাৰীভাৱে প্ৰবৰ্ত্তন কৰা শিল্প ব্যৱস্থাৰ দ্বাৰাহে গণতন্ত্ৰ জীয়াই ৰাখিব পৰা কথাও অমূলক।

কোনো কোনো সমালোচকৰ মতে শুক্লবৰ্ণৰ লোকেহে গণতন্ত্ৰ চলাব পাৰে, কৃষ্ণকায় সকলে নোৱাৰে — এনে যুক্তি অতি তৰল আৰু অধ্যয়নহীনতাৰ পৰিচায়ক। ভাৰতত ভগবান শ্ৰীকৃষ্ণই গণতান্ত্ৰিক ব্যৱস্থাৰ প্ৰচলন কৰিছিল, আৰু প্ৰাচীন ভাৰত আৰু চীনদেশত গণতান্ত্ৰিক অনুষ্ঠান পয়োভৰেৰে চলি আছিল।

গণতন্ত্ৰ পৰিচালনাত সাধাৰণ লোকৰে অৱদান বেচি, এইকথাত দ্বিমত নাই। এইটোও সত্য যে সাধাৰণ লোকৰ বাচনিত যোগ্যলোকে, অনেক সময়ত স্থান নাপায়। ইয়াৰ কাৰণ বিশ্লেষণ কৰিলে দেখা যায় যে সাধাৰণ লোক বা গণতান্ত্ৰিক পদ্ধতি তাৰ বাবে দোষী নহয়। সামন্ত যুগৰ অভিজাতবিলাক এতিয়াও জীৱিত। তেওঁলোক মূৰ্খ হলেও ধনবান। ধনৰ বলত দুৰ্ব্বল প্ৰজাক হাত কৰি লোৱাটো অসম্ভৱ কথা নহয়। যিমান দিনলৈকে সমাজত মাটিগিৰি, আভিজাত্য আৰু ধনৰ বল চলি থাকিব তেতিয়ালৈকে সাধাৰণ প্ৰজা বা ৰাইজ এওঁলোকৰ প্ৰভাৱমুক্ত হ'ব নোৱাৰে আৰু নিৰ্ব্বাচনো ত্ৰুটিপূৰ্ণ হৈ ৰ'ব। শিক্ষিত লোক নিৰ্ব্বাচনত

জয়ী নোহোৱাৰ যাই কাৰণ হ'ল, তেওঁলোকৰ কৃত্ৰিম ঢেম আৰু সামাজিক অপ্ৰিয়তা। সাধাৰণ লোকক নিজ জ্ঞান বুদ্ধিৰে প্ৰভাৱিত আৰু আৰ্কষিত কৰিব পাৰিলে, শিক্ষিত লোকো সহজে নিৰ্ব্বাচিত হ'ব পাৰে। সৰ্ব্বসাধাৰণ প্ৰজাবৰ্গক চিৰকালেই কোনো কথা নাজানে বুলি ধৰি ল'লে ভুল কৰা হ'ব। লিখা পঢ়া জনাতোৱেই যোগ্যতাৰ মাপ হ'ব নোৱাৰে। আকবৰৰ দৰে মহান সম্ৰাটেও লিখিব পঢ়িব নাজানিছিল বুলি লৰেঞ্চ বিনিয়নে কয়। সেইবুলি আকবৰ অজ্ঞ নহয়। জনসাধাৰণে বহু কামকে সুকলমে পালন কৰা উদাহৰণ অলেখ আছে। ইংলণ্ডত 'কাউন্টি কাউঞ্চিল 'বো'ৰ কাউঞ্চিল' প্ৰভৃতি সাধাৰণ নাগৰিকেই চলায়। সুইজাৰলেণ্ডত শতাব্দী ব্যাপী সৰ্ব্বসাধাৰণ লোকে গণতান্ত্ৰিক অনুষ্ঠান চলাই আহিছে। বাৰ্ণে'ৰ দৰে, মূঠ কথা হ'ল 'প্ৰতিনিধিজন বোধগম্য হ'ব লাগিব, তেওঁ বুদ্ধিদীপ্ত হোৱাতো সৌভাগ্যৰ কথা, কিন্তু বোধ বা বুজিব পৰা শক্তি থকাতো অপৰিহাৰ্য্য।' সাধাৰণ লোকে নিজ বিচাৰ বুদ্ধিৰে কিছুমান কাম বিনা আয়াসে সম্পন্ন কৰিব পাৰে। অভিজ্ঞতাই আমাক স্পষ্ট কৰি দিছে যে জনসাধাৰণে তলৰ কামবিলাক সহজে কৰি যাব পাৰে।

১ সমস্যা এটাৰ সমাধানৰ উপায় উদ্ভাৱন কৰাতকৈ ব্যক্তিৰ গুণাগুণ নিৰ্ণয় কৰা বা উপযুক্ত ব্যক্তি নিৰ্ব্বাচন কৰি দিয়াৰ ক্ষেত্ৰত জনসাধাৰণ সিদ্ধহস্ত।

২ জনসাধাৰণে সমস্যা বা কোনো বিষয়ৰ ভুল ভ্ৰান্তি বিলাক সহজে বুজিব পাৰে সমাধানত ধনাত্মক উপায় হয়তো উদ্ভাৱন কৰিব নোৱাৰে।

৩ কাৰিকৰী বিদ্যা জড়িত বা বৈজ্ঞানিক বিষয়ৰ ব্যৱস্থাসমূহ সাধাৰণ নাগৰিকে বুজিব নোৱাৰিব পাৰে কিন্তু পৰিচালনাৰ নীতি সহজে উদ্ভাৱন কৰিব জানে।

৪ নৈতিক মানদণ্ড জড়িত প্ৰশ্ন সমূহ, যেনে বৈদেশিক নীতি আদিত অনায়াসে কৃতকাৰ্য্য লাভ কৰে। অৱশ্যে আবেগ জড়িত সমস্যাত নিৰ্ভুল বুলি কব পৰা ন'যায়।

সাধাৰণ নাগৰিকে একে সময়তে বহুকাম হাতত ল'লে ভুল হোৱাৰ সম্ভাৱনা বেচি থাকে। সেইবুলি এটা এটাকৈ সমস্যা সমূহ দেখা দিলে, আৰু যদি সেইবিলাক উত্থাপনত কোনো আঁসোৱাহ নাথাকে তেনেহলে তেওঁলোকে সমস্যা সমাধান কৰিব নোৱাৰাৰ কাৰণ নাই। কোনো ক্ষেত্ৰত ভোটদাতা সকলে একোটা সমস্যাৰ প্ৰতি আগ্ৰহী বা উদাসীন মনোভাৱ লোৱাতো নুই কৰিব নোৱাৰি, সেইবুলি অন্যান্য চৰকাৰতো উদাসীনতা নাই বুলি কোনেও দাবি কৰিব নোৱাৰে। অগণতান্ত্ৰিক চৰকাৰ বিলাকে জনসাধাৰণৰ সমৰ্থন আদায় কৰিব পাৰে সঁচা

কিন্তু এনে সমৰ্থন প্ৰায়ে, কোনো দান বা প্ৰতিশ্ৰুতিৰ বিনিময়তহে সম্ভৱ হয়। যেতিয়াই এনে প্ৰতিশ্ৰুতি পালন কৰা নহয়, তেতিয়াই সমৰ্থন প্ৰত্যাহাৰ কৰা হয়। এনে চৰকাৰে কৰ, খাজনা আদি বঢ়ালেই ৰাইজ অসন্তুষ্ট হৈ পৰে।

অগণতান্ত্ৰিক চৰকাৰ বিলাকে জনহিতকৰ কাৰ্য্য সম্পন্ন কৰিলেও, বিচাৰ বুদ্ধি সম্পন্ন মানুহে এনে চৰকাৰক চিৰকাল সমৰ্থন দি যাব নোৱাৰে। জনসাধাৰণৰ প্ৰতিনিধিত্ব সকলো সময়তে গ্ৰহণযোগ্য নহলেও প্ৰতিনিধিত্বক সদায়েই সন্মানৰ চকুৰে চোৱা হয়। আনকি অতি প্ৰাধিকাৰাত্মক চৰকাৰ বিলাকেও নিজকে ৰাইজৰ প্ৰতিনিধি বুলি কৈ সন্তোষ লাভ কৰে। আজিকালি প্ৰায়বিলাক একনায়কত্ববাদী চৰকাৰেও গণতন্ত্ৰ শব্দ প্ৰয়োগৰ দ্বাৰা ৰাইজৰ মাজত প্ৰবেশ কৰাৰ যত্ন এৰি দিয়া নাই। পাকিস্তানত জেনেৰেল আয়ুবে ৰাইজক বুনিয়াদী গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিছো বুলি ভাণ্ডৰি বোলাবলৈ পাহৰা নাছিল। মেজৰ ইবচ ব্ৰাউনে ফেচিবাদ বেছি গণতান্ত্ৰিক আৰু ৰাইজৰ দ্বাৰা সমৰ্থিত বুলি শ্লোগান' দি ঘোৱাৰ কথা ইতিহাসৰ পাঠকে জানে। আমি ব্ৰাউনৰ লগত একমত নহ'ব পাৰো, কিন্তু এইটো ঠিক যে, গণতন্ত্ৰৰ মোহিনী শক্তিৰ প্ৰতি সকলো শ্ৰেণীৰ লোকৰে দুৰ্ব্বলতা আছে। প্ৰতিনিধি নিৰ্ব্বাচনৰ যোগে কৰ্ত্তৃত্ব প্ৰতিষ্ঠা কৰা বাধ্য আধুনিক যুগত ৰাজনৈতিক দৰ্শনৰ এৰাব নোৱাৰা অংশবিশেষ বুলি গণ্য কৰা হৈছে। সেয়েহে ইন্দোনেচীয়াৰ সৈনিক নেতা সুকৰ্ণই একনায়কত্ববাদী সৈনিক শাসনক গাইডেড গণতন্ত্ৰ আখ্যা দি ভুৰা দিয়া পাহৰিব পৰা নাযায়। জনসাধাৰণৰ মুখবন্ধ কৰা আৰু সমালোচনাৰ পৰা উৰ্দ্ধত থাকিব খোজা প্ৰচেষ্টাৰ কাৰণে একনায়কত্ববাদক আমি কেতিয়াও প্ৰতিনিধিত্ব চৰকাৰ আখ্যা দিব নোৱাৰো।

গণতন্ত্ৰ ব্যয়বহুল চৰকাৰ হোৱাটো অসত্য নহয় তাৰ কাৰণে গণতান্ত্ৰিক পদ্ধতিৰ দোষী সাব্যস্ত কৰিব নোৱাৰি, জনজীৱনৰ গতিধাৰা ইমান সঘনে পৰিবৰ্ত্তিত হ'ব ধৰিছে যে, ব্যয় মানৱ জীৱনৰ এটা এৰাব নোৱাৰা অঙ্গ যেন অনুভৱ হ'ব পাৰে। দুৰ্নীতিৰো ব্যয় এটা কাৰণ। চৰিত্ৰ সংশোধন ব্যতিৰেকে এনে ব্যাধি নিৰ্মূল কৰা সম্ভৱ নহয়। বাণিজ্যিক ক্ষেত্ৰত যিবিলাক ত্ৰুটি সহ্য কৰি চলা হয়, তাক এনি গণতন্ত্ৰৰ ভাৱমূৰ্ত্তি ম্লান কৰাত ব্যৱহাৰ কৰা অনুচিত। ভাল বেয়া সদ্-বদ্, আন্ধাৰ-পোহৰ একেলগে আছে আৰু যায়। সাধুতাই মানৱ সমাজৰ পৰা বহুদিনৰ আগতেই বিদায় ললে। অৱশ্যে এইটো ঠিক যে গণতন্ত্ৰ ইউৰোপৰ বহুত ৰাজ্যত আজিকালি ১৮ শতিকাৰ চৰকাৰ বিলাকৰ তুলনাত কম দুৰ্নীতি পৰায়ণ।

গণতন্ত্র শিক্ষাপ্রদ নহয় বুলি যি যুক্তি দিয়া হয়, সিও তৰল বিধৰ। প্ৰকৃতপক্ষে, গণতন্ত্র জনপ্রিয় ৰাজনৈতিক শিক্ষাদানত উপযুক্ত মাধ্যম। জনসাধাৰণক তোষামোদ কৰা আৰু সময়ে সময়ে তেওঁলোকৰ কাষচাপি আত্ম মৰ্যাদা লঘু কৰা আদি সমালোচনাৰ সত্যতা নুই কৰিব নোৱাৰি। কিন্তু এই সমালোচনা মানি লৈয়ো ক'ব লাগিব, ইয়াৰ গত্যন্তৰ কিবা হ'ব পাৰে জানো? ৰাজনৈতিক শিক্ষা প্ৰদানৰ কাৰণে গণতন্ত্রতকৈ কোনো উৎকৃষ্ট ৰাজনৈতিক সংস্থা আছে বুলিব নোৱাৰি। গণতন্ত্রত বৰ্ত্তি থকা স্থানীয় স্বায়ত্ব শাসনসমূহ ৰাজনৈতিক জ্ঞান লাভৰ জুইশাল স্বৰূপ, আৰু সংসদী গণতন্ত্র কমাৰশাল স্বৰূপ। 'জুইশালত বহিলেহে কমাৰ শালত বহিব পাৰি'। জনগণক শিক্ষিত কৰি তুলিব পৰাৰ ওপৰতে গণতন্ত্রৰ সাফল্য নিৰ্ভৰ কৰিছে। সময় আৰু অথব্যয় যথেষ্ট পৰিমাণে হোৱা সত্বেও গণতন্ত্রৰ প্ৰশিক্ষণ-মূলক উপযোগিতা নাই বুলি ক'ব নোৱাৰি। অৱশ্যে, এইটো সত্য যে ভোটদাতা সকলৰ ব্যক্তিগত শিক্ষা অৰ্জনৰ পথ সুগম কৰিব পাৰিলেহে, ৰাজনৈতিক শিক্ষা আহৰণৰ বাধা সহজে আপোনা আপুনি আঁতৰ হয়।

সমালোচনা কৰিবলৈ সহজ, কিন্তু সুশাসনৰ উপায় উদ্ভাৱন কৰা কঠিন। স্পেইনে একনায়কত্ববাদী প্ৰশাসন ব্যৱস্থা গ্ৰহণ কৰিও গণতন্ত্রলৈ প্ৰত্যাবৰ্ত্তন কৰিছিল। গণতন্ত্র মূল্যহীন বুলি প্ৰতীয়মান হোৱা হ'লে এইটো সম্ভৱ নহ'ল হেতেন। আমেৰিকা, ইংলণ্ড আৰু চুইজাৰলেণ্ডে গণতন্ত্রক উচ্চস্থান দি আহিছে। ইংলণ্ড আৰু আমেৰিকাই শতাধিক বছৰ ব্যাপী গণতন্ত্র চলাই আছে আৰু বিজ্ঞান প্ৰযুক্তি বিদ্যা আৰু কলাবিদ্যাত বিশ্ব কঁপাই তুলিছে। এইয়া গণতন্ত্রৰ অৱদান নহৈ কি হ'ব পাৰে? গণতন্ত্রক সময়ৰ লগত খাপ খুৱাই ল'ব নোৱাৰিলে গণতন্ত্র বিফল হোৱাৰ সম্ভাৱনা থাকে। স্পেইনে দ্বিতীয়বাৰৰ বাবে গণতন্ত্রক প্ৰত্যাখ্যান কৰাৰ দ্বাৰা এইটো প্ৰতীয়মান হয় যে তেওঁলোকে গণতন্ত্রক সময়োপযোগী কৰি গঢ়ি তোলাত বিফল হ'ল। ফৰাচী লিখক মোৰে (Maurois) কয় যে 'সংসদী গণতন্ত্র প্ৰথা গ্ৰহণ কৰিও, কোনো নিৰ্দ্দিষ্ট সময় বা কামৰ কাৰণে ব্যক্তিৰ নেতৃত্ব প্ৰত্যাখ্যান কৰাৰ কাৰণ থাকিব নোৱাৰে, গণতন্ত্রক খাপ খুৱাই লোৱাৰ অৰ্থ একনায়কত্ববাদৰ কাৰণে দুৱাৰ মুকলি কৰাতো নুবুজায়, বৰং একনায়কত্ববাদ ভুজবলে নিৰ্গত কৰি থোৱাহে বুজায়'। দ্বিতীয় মহাযুদ্ধৰ কালছোৱাত ইংলণ্ডত প্ৰধান মন্ত্ৰী উইনচ্টন চাৰ্চিলে প্ৰভূত ক্ষমতা প্ৰয়োগ কৰিছিল, আৰু সমগ্ৰজাতিয়ে, তেওঁৰ নেতৃত্বৰ প্ৰতি অকুণ্ঠ সমৰ্থন আগবঢ়াইছিল। সেইদৰে, আমেৰিকাৰ ৰাষ্ট্ৰপতি

ফ্ৰেঙ্কলিন কজাভেল্টৰ প্ৰতিও আমেৰিকাবাসীয়ে, সেই কালছোৱাত বিনা দ্বিধাই সমৰ্থন দি গৈছিল। ভাৰতবাসীয়েও ভাৰত পাকিস্তান যুদ্ধত লালবাহাদুৰ শাস্ত্ৰীৰ প্ৰতি সমৰ্থন দি আহিছিল।

বাস্তৱিকতে বিশ্বাসৰ ভেঁটিতহে গণতন্ত্ৰ জীয়াই থাকিব পাৰে। গণতন্ত্ৰক অলীক কল্পনা বা অবাস্তৱ বুলি ক'লে ভুল কৰা হয়। ৰূপায়ণ কৰাৰ কৌশল আয়ত্ত কৰিব নাজানিলে সকলো কামেই বা অনুষ্ঠানেই অলীক বা অবাস্তৱ হোৱাৰ সম্ভাৱনা থাকে।

## গণতন্ত্ৰৰ মূল্যায়ন

গণতান্ত্ৰিক চৰকাৰৰ সুগুণ, দুৰ্গুণ সকলো বিশ্লেষণ কৰাৰ পাছত ইয়াৰ কেইটামান বিশেষ দিশে সকলোকে আকৰ্ষণ কৰা দেখা যায়। প্ৰথমতে, গণতান্ত্ৰিক চৰকাৰৰ গৌৰৱ এইখিনিতে যে ই কোনো ব্যক্তিবিশেষৰ আঙুলি টোৱত নচলে। সকলোৰে সক্ৰিয় সহযোগ আৰু সুচিন্তিত মতৰ ওপৰতে গণতন্ত্ৰৰ সাফল্য নিৰ্ভৰ কৰে। সেইকাৰণে গণতন্ত্ৰক প্ৰায়েই সমালোচনা আৰু মতামতৰ ওপৰত নিৰ্ভৰ কৰি চলা চৰকাৰ বুলি কোৱা হয়। জনমত ইয়াৰ চালিত শক্তি। ইঞ্জিন চলিবলৈ লাগে তেল, কয়লা আদি প্ৰজ্বালক। সেইদৰে, গণতন্ত্ৰ চলিবলৈকো লাগে জনমত। প্ৰকৃত পক্ষে গণতন্ত্ৰই জনমত উপেক্ষা কৰি আগবাঢ়িব নোৱাৰে। জনমতক উপেক্ষা কৰাৰ অৰ্থই হ'ব গণতন্ত্ৰৰ সমাধি ৰচনা। চৰকাৰৰ এটা মহৎ উদ্দেশ্য থাকে আৰু এই মহৎ উদ্দেশ্যই হল ৰাইজৰ সমূহীয়া কল্যাণ। অন্যান্য প্ৰশাসনীয় গোটৰ লগত চৰকাৰৰ পাথৰ্ক্য এইখিনিতে যে ই এই মহৎ উদ্দেশ্য ৰূপায়ণত ব্ৰতী থাকে। গণতান্ত্ৰিক চৰকাৰ ৰাইজৰ চৰকাৰ। গতিকে এনে চৰকাৰে ৰাইজৰ মত শ্ৰদ্ধাৰে গ্ৰহণ কৰে, অৱশ্যে ৰাইজৰ মত' বোলোতে গৰিষ্ঠসংখ্যক লোকৰ মতহে ধৰা হয়। সময়ে সময়ে, ৰাইজৰ গঠনমূলক সমালোচনাৰ পৰিপ্ৰেক্ষিতত গণতান্ত্ৰিক চৰকাৰে কাৰ্য্যপন্থা নিৰ্ণয় কৰি লয়। জনপ্ৰিয়তা হেৰুৱা গণতান্ত্ৰিক চৰকাৰ সৰহকাল টিকি থাকিব নোৱাৰে। শক্তিৰ বলত সাময়িক ভাৱে জীয়াই থাকিলেও পাছৰ নিৰ্বাচনত তাৰ পতন নিশ্চিত। ১৯৭৫-৭৬ চনত কঠোৰ আইন প্ৰৱৰ্তন আৰু স্বেচ্ছাচাৰিতা অৱলম্বনৰ হেতু ১৯৭৭ চনত ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ পতন হ'ল। গণতন্ত্ৰত কোনো ব্যক্তিপূজা বা ব্যক্তি ক্ষমতাক প্ৰাধান্য দিয়া নহয়, অৱশ্যে, ৰাইজৰ সেৱক অৰ্থাৎ জনপ্ৰিয় নেতৃত্বক

শ্ৰদ্ধা কৰা হয়। গণতন্ত্ৰক কোনো ব্যক্তি বিশেষে নিজকে শাসন কৰ্ত্তা বুলি, অথবা 'ঈশ্বৰৰ প্ৰেৰিত দূত' বুলি দাবি কৰিব নোৱাৰে।

গণতান্ত্ৰিক চৰকাৰৰ আন এটা আকৰ্ষণীয় বা গ্ৰহণযোগ্য দিশ হ'ল নিৰ্ব্বাচিত প্ৰতিনিধি সকল জনসাধাৰণ বা নিৰ্ব্বাচক মণ্ডলীৰ ওচৰত আইন আৰু নৈতিক উভয় কাৰণতে দায়বদ্ধ। ভোটদাতা সকলৰ মন পূত নোহোৱা কোনো বিধি বা কাৰ্য্যব্যৱস্থা এনে চৰকাৰে গ্ৰহণ কৰিব নোৱাৰে। মুকলি আলোচনা সংস্থা বা দল গঠন কৰাৰ অধিকাৰ সাৰ্ব্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ স্বতন্ত্ৰতা উপভোগ ছপাশালৰ স্বাধীনতা বিশেষ গোষ্ঠীৰ প্ৰতি অনুগ্ৰহ প্ৰদৰ্শন নকৰা আদি ব্যৱস্থাই গণতন্ত্ৰৰ মৰ্যাদা উৰ্দ্ধগামী কৰি তুলিছে। এনে চৰকাৰতেই কেৱল ব্যক্তিৰ ব্যক্তিত্ব সম্পূৰ্ণ বিকাশ হোৱাৰ সুযোগ থাকে। এনে চৰকাৰত চৰকাৰী কাম কাজৰ গুণা গুণ নিৰ্ণয় কৰাৰ সুযোগ পূৰ্ণমাত্ৰাই গ্ৰহণ কৰা হয়—সংসদৰ মাজমজিয়াত। সংসদৰ সন্মুখত চৰকাৰে নিজ ভুল ভ্ৰান্তি সংশোধন কৰি লব পাৰে। প্ৰকৃত অৰ্থত বিৰোধী দলবিলাকে চৰকাৰ সংশাধন আৰু শক্তিশালীহ কৰে বিৰুদ্ধাচৰণ নকৰে। লিনডেচে কয় আধুনিক গণতন্ত্ৰ বিলাক সমালোচনাৰ মাজেদিয়েই উথান পতন কৰি থাকে। ইয়াত স্বীকৃত বিৰোধী দলৰো ভূমিকাক শ্ৰদ্ধা কৰা হয়।

গণতন্ত্ৰৰ তৃতীয় আকৰ্ষণীয় দিশটো হ'ল, ইয়াত ভিন্নৰুচিৰ মতামতৰ প্ৰতিও সহিষ্ণুতা প্ৰদৰ্শন কৰা হয়। এই কাৰণেই বিভিন্ন ভাবাদৰ্শ পোষণ কৰা অনেক দল আৰু গোষ্ঠীয়ে গণতন্ত্ৰত স্বাধীনভাৱে কাম কৰি যোৱাত বাধা নাই। ভাৰতৰ নিচিনা গণতন্ত্ৰত ভিন ভিন নীতি আৰু ভাবাদৰ্শৰে অনুপ্ৰাণিত অনেক ৰাজ নৈতিক দলে সক্ৰিয়ভাৱে নিজা নিজা অভিমত প্ৰচাৰ কৰি আহিছে। ইংলণ্ডতো কঞ্জাৰভেটিভ'দল, লেবাৰ দল, আদিয়ে স্ব স্ব অভিমত পোষণ আৰু প্ৰচাৰ কৰাত কোনো ধৰণেৰে বাধাগ্ৰস্ত হোৱা দেখা নাযায়। আমেৰিকাতো দ্বিদলীয় প্ৰথাই নিৰঙ্কুশভাৱে কাম কৰি আছে। ভাৰতৰ বহুতো লোকে, কমিউনিষ্ট দলক বে আইনী বুলি ঘোষণা কৰিবৰ কাৰণে জোৰ দি আছে। কিন্তু, তেওঁবিলাকে বুজা উচিত যে গণতন্ত্ৰৰ মৌলিক নীতিয়েই হ'ল ভিন্নৰুচি আৰু ভিন্নভাবৰ স্বাধীনতা আৰু সহ অৱস্থান।

যিবিলাক ৰাষ্ট্ৰত চৰকাৰী যন্ত্ৰই সৰ্ব্বেসৰ্ব্বা অৰ্থাৎ প্ৰাধিকাৰাত্মক ৰাষ্ট্ৰসমূহত ভিন ভিন ভাবাদৰ্শক প্ৰশ্ৰয় দিয়া নহয়। এনে ৰাষ্ট্ৰত ব্যক্তিৰ ভূমিকা গৌণ, আৰু স্বতন্ত্ৰতা বঞ্চিত। নাৎসী জাৰ্ম্মানী ফেচীবাদী ইটালী আনকি সাম্যবাদী

ৰাষ্ট্ৰ চীন আৰু ছোভিয়েত দেশতো ব্যক্তিগত স্বতন্ত্ৰতা উপভোগ কৰিব নোৱাৰে আৰু একাধিক দলৰ প্ৰাধান্য স্বীকৃত নহয়। ছোভিয়েত নেতা সকলেও সেইদেশ গণতান্ত্ৰিক বুলি দাবি নকৰা নহয়। সেইদৰে সাম্যবাদী চীনতো নব্য গণতন্ত্ৰ'ৰ ধ্বনি তোলা দেখা যায়। অবশ্যে গণতন্ত্ৰ শব্দৰ তাৎপৰ্য্য অনুধাৱন কৰিলে, এইবিলাক ব্যৱস্থাক প্ৰকৃততে গণতন্ত্ৰ বুলি কবলৈ টান হয়। মুঠকথা তলত দিয়া সিদ্ধান্ত সমূহৰ ওপৰতে ভিত্তি কৰি ৰাজনৈতিক চিন্তাবিদ সকলে গণতন্ত্ৰৰ মূল্যায়ণ কৰিছে।

১ গণতন্ত্ৰই ব্যক্তি গোষ্ঠী নিৰ্ব্বিশেষে সকলোকে বাকস্বাধীনতা সমালোচনা আৰু মত বিৰোধৰ স্বাধীনতা প্ৰদান কৰিছে।

২ ৰাষ্ট্ৰৰ ভিতৰত আৰু আন্তৰ্জাতিক ক্ষেত্ৰতো গণতন্ত্ৰই শান্তিপূৰ্ণ আৰু আলাপ আলোচনাৰে সমস্যা সমাধানত আগবাঢ়ে।

৩ গণতন্ত্ৰই ব্যক্তিৰ ব্যক্তিত্বক সন্মান কৰে আৰু বিভিন্ন প্ৰকাৰৰ মৌলিক অধিকাৰ উপভোগ কৰাত গুৰুত্ব দিয়ে।

৪ গণতন্ত্ৰই একমাত্ৰ চৰকাৰ, য ত ৰাষ্ট্ৰৰ সাৰ্বভৌম ক্ষমতা জনসাধাৰণে প্ৰয়োগ কৰে, বা জনসাধাৰণৰ হাতত থাকে।

৫ যদিও সংখ্যাগৰিষ্ঠ শাসনকে গণতন্ত্ৰ বোলা হয়, তথাপি সংখ্যালঘিষ্ঠ সকলৰ অধিকাৰ বিলাককো এই পদ্ধতিত ৰক্ষণাবেক্ষণ দিয়া হয়।

৬ গণতন্ত্ৰত বহুতোভাব আৰু ভাবাদৰ্শৰ সহঅৱস্থান মানি লোৱা হয় আৰু সকলোৰে প্ৰতি সহিষ্ণুতা প্ৰদৰ্শন কৰা হয়।

৭ ৰাইজৰ কল্যাণ সাধন কৰিলেও গণতন্ত্ৰই কঠোৰতম ব্যবস্থা আৰু আইনৰ পৰিপন্থী। সামাজিক উন্নয়ণৰ লোকল লগোৱা স্বেচ্ছাচাৰমূলক আচৰণক গণতন্ত্ৰত উৎসাহ দিয়া নহয়।

৮ স্বতন্ত্ৰতা আৰু সকলো প্ৰকাৰৰ সমতাৰ কাৰণে, গণতান্ত্ৰিক ব্যৱস্থাসমূহ অপৰিহাৰ্য্য।

৯. ৰাইজ বা জনগণৰ দ্বাৰা মনোনীত, লিখিত বা অলিখিত সংবিধানেই গণতন্ত্ৰৰ থাই ধৰণী। গণতন্ত্ৰত সংবিধানিক ব্যৱস্থাসমূহ আখৰে আখৰে পালন কৰিবলৈ যত্ন কৰা হয়।

১০ প্ৰাপ্ত বয়স্ক ভোটাধিকাৰ নীতি সাৰ্বজনীনভাৱে কেৱল গণতন্ত্ৰতহে সম্ভৱ। প্ৰতি-নিধিসকলক এনে চৰকাৰত মুকলি মূৰীয়া আৰু বাধাহীনভাবে নিৰ্ব্বাচন কৰা হয়।

১১ গণতন্ত্ৰই একমাত্ৰ চৰকাৰ, য'ত জনকল্যাণমুখী কাম কাজ বিনাদ্বিধাৰে হাতত লোৱা হয়।

১২ প্ৰতিজন ব্যক্তিকে— আবালবৃদ্ধ বণিতা নিৰ্ব্বিশেষে গণতন্ত্ৰই অস্তিত্ব অনুভৱ কৰিবলৈ শিকায়। নিজক বুজিপোৱা আৰু উপলব্ধি কৰা কেৱল গণতন্ত্ৰতহে সম্ভৱপৰ।

১৩ গণতন্ত্ৰই সংবিধানিক নীতিৰে চৰকাৰ আৰু শাসকবৰ্গ সলনি হোৱাতো পোষণ কৰে। উগ্ৰ আৰু ভয়ানক বিপ্লৱৰ প্ৰতি এই ব্যৱস্থাৰ (গণতন্ত্ৰত) অনুমোদন নাই।

দাৰ্শনিক দৃষ্টিভঙ্গীৰে পৰীক্ষা কৰিলে তলৰ কাৰণতো গণতন্ত্ৰৰ মূল্যায়ণ হ'ব পাৰে।

১ মানুহ আৰু ইতৰ প্ৰাণীৰ মাজৰ মৌলিক পাৰ্থক্যটো হ'ল মানুহ যুক্তিৰে পৰিচালিত (Rational) ইতৰ প্ৰাণী নহয়। এই কথা মানি লোৱাৰ অৰ্থ হ'ল মানুহ নিজ নিজ সমস্যা বা সামাজিক সমস্যা সমাধানৰ বাবে উপযুক্ত আৰু যোগ্য। গণতন্ত্ৰই এই পথ সুগম কৰি তোলে।

২ এজন ব্যক্তিৰ চিন্তা অব্যৰ্থ হ'ব নোৱাৰে তেওঁৰ ভুল হোৱা স্বাভাৱিক। কিন্তু বহুতো মানুহৰ সমূহীয়া চিন্তাত ভুলৰ আশংকা কম।

৩ গণতন্ত্ৰত ব্যক্তিৰ উন্নয়ন আৰু সমূহীয়া উন্নয়নৰ মধুৰ সম্পৰ্ক আছে। সমূহীয়া উন্নয়নক বাদ দিলে ব্যক্তিগত উন্নয়ন সম্ভৱ হ'ব নোৱাৰে। ব্যক্তি আৰু সমাজৰ বিৰোধ গণতন্ত্ৰত দেখা নাযায়।

৪ শাৰীৰিক শক্তি প্ৰয়োগ গণতন্ত্ৰত আৰ্চহুৱা। সকলো সমস্যা মিলা-মিছা বা দিয়া লোৱাৰ মাজেৰে সমাধান উলিওৱা হয়।

৫ গণতন্ত্ৰই গণতান্ত্ৰিক সমাজ প্ৰতিষ্ঠাত আৰু গণতান্ত্ৰিকভাৱে সামাজিক সম্পৰ্ক প্ৰতিষ্ঠা হোৱাতো বিচাৰে।

## গণতন্ত্ৰৰ প্ৰকাৰ

গণতন্ত্ৰৰ দুটা প্ৰকাৰ দেখা যায়— প্ৰত্যক্ষ আৰু পৰোক্ষ। প্ৰত্যক্ষ গণতন্ত্ৰক প্ৰকৃত আৰু নিভাজ গণতন্ত্ৰ বুলি ক'ব পৰা যায়। এনে গণতন্ত্ৰত বাইজে পোনপতীয়াকৈ এঠাইত গোট খাই নিজৰ অভাৱ অভিযোগ বা কৰণীয় কাম-বিলাক আলাপ আলোচনাৰ মাজেদি সম্পন্ন কৰে বা বিচাৰক, শাসক প্ৰভৃতি নিৰ্ব্বাচন কৰে। প্ৰাচীন গ্ৰীচ দেশত বিশেষকৈ এথেন্স ৰাজ্যত এনে গণতন্ত্ৰ

চলিছিল। এনে গণতন্ত্ৰত নাগৰিকসকলে কোনো প্ৰতিনিধি নিৰ্ব্বাচন কৰিব নালাগে। সকলো নাগৰিকেই লগলাগি আইন প্ৰণয়ন কৰে, কটকী গ্ৰহণ কৰে, বিদেশৰ লগত আদান-প্ৰদান কৰে আৰু প্ৰয়োজন হলে যুদ্ধও ঘোষণা কৰে। জেমচ গাৰ্ণাৰে লিখিছে— ই এনে প্ৰকাৰৰ চৰকাৰ য'ত সামূহিক ইচ্ছা পোন-পটীয়াকৈ আৰু তৎকালীনভাৱে ৰাইজ বা জনসাধাৰণৰ যোগে প্ৰকাশ কৰা হয়। গ্ৰীক্‌সকলে সুস্থ চৰকাৰ সম্বন্ধে নানা পৰীক্ষা চলাই আছিল। গণতন্ত্ৰৰ ক্ষেত্ৰত এথেন্সে এনে পৰীক্ষা বিস্তৃতভাৱে হাতত লৈছিল। এথেন্সক এই কাৰণেই গণতন্ত্ৰৰ স্কুল বুলি কোৱা হয়। গ্ৰীক্‌সকলে প্ৰশাসনীয় দিশত, ৰাজতন্ত্ৰ স্বেচ্ছাচাৰতন্ত্ৰ অভিজাততন্ত্ৰ স্বল্পতন্ত্ৰ গণতন্ত্ৰ সকলো চৰকাৰৰ ওপৰতে গৱেষণা চলাবলৈ এৰা নাছিল। আনহাতে এৰিষ্টটলৰ দৰে দাৰ্শনিকে মধ্যম প্ৰকাৰৰ গণতন্ত্ৰই ভাল চৰকাৰ বুলি ভাবিবলৈ বাধ্য হৈছিল। মধ্যযুগৰ আৰম্ভণিতে, ইটালিত পুনৰ এনে চৰকাৰৰ পৰীক্ষা চলোৱা হৈছিল। আধুনিক যুগত প্ৰত্যক্ষ গণতন্ত্ৰ হেৰাই গৈছে। এথেন্স গণতন্ত্ৰৰ বাটকটীয়া বুলি কব পাৰি। তথাপি এথেন্সৰ গণতন্ত্ৰ আধুনিক দৃষ্টিভংগীত দোষযুক্ত। আমি গ্ৰীচৰ গণতন্ত্ৰ অধ্যয়ন কৰোঁতে এই বিষয়টো পুনৰ হাতত লম। প্ৰত্যক্ষ গণতন্ত্ৰ আজিৰ যুগত সম্ভৱ নহয়, কাৰণ আজিকালিৰ ৰাষ্ট্ৰবিলাক বৃহৎ আকৃতিৰ। এনেকুৱা বিশাল ৰাষ্ট্ৰবিলাকত সমগ্ৰ নাগৰিকক একত্ৰিত কৰি কোনো আলাপ আলোচনা বা বিচাৰ বিবেচনা কৰা সম্ভৱ নহয়। আমেৰিকা ছোভিয়েট ৰাচিয়া চীন ভাৰত আদি বিশাল ৰাষ্ট্ৰ। অৱশ্যে মনাকো চানমেৰিনোৰ দৰে সৰু ৰাষ্ট্ৰও নথকা নহয়। চানমেৰিনোৰ কালি মুঠেই ৩৮ বৰ্গমাইল। তথাপি গ্ৰীচৰ ৰাষ্ট্ৰবিলাক তুলনামূলকভাৱে নিচেই সৰু। গ্ৰীক্‌সকলে এনে ৰাষ্ট্ৰক পোলিচ (Polis) বা নগৰ ৰাষ্ট্ৰ (City State) বুলি কৈছিল। গ্ৰীকসকলৰ মতে নাগৰিক আৰু নগৰ-ৰাষ্ট্ৰৰ আদৰ্শৰ মাজত ব্যৱধান নাই। আধুনিক যুগত এনে নগৰ ৰাষ্ট্ৰ সম্ভৱ নহয় বাবেই প্ৰত্যক্ষ গণতন্ত্ৰ প্ৰায় নাইকিয়া হৈ আহিছে। অৱশ্যে সুইজাৰলেণ্ডৰ কবেষ্ট কেণ্টনবিলাকত এতিয়াও প্ৰত্যক্ষ গণতন্ত্ৰ চলি আছে। ১৯৬৯ চনৰ 'অসম পঞ্চায়তীৰাজ আইন'তো গাঁৱসভা বিলাক প্ৰত্যক্ষ গণতন্ত্ৰৰ দ্বাৰা পৰিচালিত হোৱাৰ ব্যৱস্থা আছিল। ১৮ শ শতিকাৰ কালজয়ী দাৰ্শনিক ৰু'চ প্ৰত্যক্ষ গণতন্ত্ৰৰ সমৰ্থক আছিল। অৱশ্যে তেওঁ। বৃহৎ ৰাষ্ট্ৰত প্ৰত্যক্ষ গণতন্ত্ৰ প্ৰযোজ্য হ'ব নোৱাৰে বুলি বুজিছিল। প্ৰত্যক্ষ গণতন্ত্ৰ সুকলমে পৰিচালিত হবলৈ কিছুমান আগতীয়া অৱস্থাৰ প্ৰয়োজন। যেনে —

১ আকৃতিত ৰাষ্ট্ৰবিলাক সৰু হোৱা প্ৰয়োজন। সকলো নাগৰিকে পাৰস্পৰিক বুজাপৰা হ'ব পৰা আৰু এঠাইত গোট খাব পৰা সম্ভ বনা থাকিব লাগিব।

২ আলোচ্য বিষয়সমূহত জটিলতা থাকিব নালাগিব অৰ্থাৎ সহজ সৰল হোৱা আৱশ্যক।

৩ নাগৰিকসকলৰ মৰ্যাদা সমান হোৱা বা সমপৰ্য্যায়ৰ আৰ্থোপাৰ্জ্জনৰ সুযোগ সকলোৱে পাব লাগিব।

৪ নাগৰিকসকলৰ মাজত বিলাস বাসনা কম হ'ব লাগিব আৰু তেওঁলোকৰ সভা সমিতিত লগ হ'বলৈ অফুৰন্ত সময় থাকিব লাগিব।

আধুনিক যুগৰ সমস্যাবহুল জীৱনৰ কাৰণে এনে গণতন্ত্ৰ স্থাপন কৰা আৰু পৰিচালনা কৰাত বহুত বাধা আছে। ৰাষ্ট্ৰবিলাকৰ বিশালতা আৰু সমস্যাৰ জটিলতা বৃদ্ধি প্ৰশাসনীয় যোগ্যতাৰ ওপৰত সন্দেহ ইত্যাদি অনেক কাৰণত প্ৰত্যক্ষ গণতন্ত্ৰ বিশ্ববাসীয়ে প্ৰত্যাখ্যান কৰিবলৈ বাধ্য হৈছে। তথাপি প্ৰত্যক্ষ গণতন্ত্ৰত থকা সুবিধা আৰু গুণবিলাক তলত আলোচনা কৰা হ'ল।

১ এনে গণতন্ত্ৰত নাগৰিকসকলে ৰাষ্ট্ৰৰ কামত নিযুক্ত হৈ গৌৰৱ অনুভব কৰে। তেওঁলোকে পোনপতীয়াভাৱে দেশৰ কামত জড়িত হোৱা কাৰণে দেশপ্ৰেম বৃদ্ধি হয়।

২ প্ৰতিজন নাগৰিকেই দেশসেৱা কৰিবলৈ সুযোগ লাভ কৰে প্ৰতিনিধিত্ব-মূলক চৰকাৰত এনেবোৰ সুযোগ নাথাকে।

৩ প্ৰত্যক্ষ গণতন্ত্ৰত প্ৰতিজন নাগৰিকে সুখী আৰু সৎগুণ সম্পন্ন এটা সুসংগঠিত ৰাজনৈতিক জীৱনৰ সোৱাদ পায়।

## প্ৰত্যক্ষ গণতন্ত্ৰৰ দোষ

প্ৰত্যক্ষ গণতন্ত্ৰৰ কিছুমান দোষো নথকা নহয়। তলত তাৰ দুটামান আলোচনা কৰা হ'ল।

১ পূৰ্বণি গ্ৰীচদেশত এমুঠিমান লোকেহে গণতন্ত্ৰৰ সুফল ভোগ কৰিব পাৰিছিল। তিৰোতা মানুহ আৰু দাসবিলাকক নাগৰিকত্বৰ পৰা বঞ্চিত কৰা হৈছিল। এনেবোৰ কাৰণতে প্ৰত্যক্ষ গণতন্ত্ৰই যুগান্তৰৰ কাৰণে বিশ্ববাসীৰ মনযোগ আকৰ্ষণ কৰিব পৰা নাছিল।

২ সমতা আৰু স্বতন্ত্ৰতা সকলো নাগৰিকে সমানে উপভোগ কৰিব পৰা নাছিল কেৱল নাগৰিকৰ কাৰণেহে এই দুয়োটা প্ৰমূল্যৰ গুৰুত্ব আছিল আনৰ কাৰণে নহয়।

৩ প্ৰত্যক্ষ গণতন্ত্ৰ কেৱল সৰু সৰু ৰাষ্ট্ৰতহে জীয়াই থাকিব পাৰে বৃহৎ ৰাষ্ট্ৰৰ কাৰণে নহয় আধুনিক যুগত কাশ্চিৎহে একোখন ৰাষ্ট্ৰ পোৱা যায়। এনে অৱস্থাত গ্ৰীক সকলৰ প্ৰত্যক্ষ গণতন্ত্ৰই মূল্য হেৰুৱাই পেলাইছে।

## পৰোক্ষ গণতন্ত্ৰ

পৰোক্ষ বা প্ৰতিনিধিমূলক গণতন্ত্ৰ আধুনিক যুগৰ অৱদান। আমেৰিকা বৃটেইন, ভাৰত ফ্ৰান্স আদি ৰাষ্ট্ৰত পৰোক্ষ গণতন্ত্ৰ বৰ্ত্তি থকা দেখা যায়। পৰোক্ষ গণতন্ত্ৰৰো দুটা প্ৰকাৰ আছে। প্ৰথমটো হ'ল সংসদী প্ৰধান আৰু দ্বিতীয়টো হ'ল ৰাষ্ট্ৰপতি প্ৰধান। উইলবিয়ে কয় প্ৰতিনিধিমূলক গণতন্ত্ৰ এনে এক প্ৰকাৰ চৰকাৰ য'ত নিৰ্ব্বাচকমণ্ডলীয়ে নিজে, সাৰ্ব্বভৌম কৰ্ত্তৃত্ব হোৱা সত্ত্বেও, পোনে পোনে চৰকাৰ পৰিচালনা নকৰে, বৰ প্ৰতিনিধিমূলক অনুষ্ঠান এটা ৰচনা কৰি তাৰ যোগে কাম চলায়। আজিকালি ৰাষ্ট্ৰবিলাক কেৱল বৃহৎ কালিৰে নহয়, ইবিলাকৰ জনসংখ্যাও অগণন। এনে বৃহৎ পৰিমাণৰ লোকক একত্ৰিত কৰি প্ৰশাসনীয় কাম কৰা সম্ভৱ নহয়। সেইবাবেই প্ৰতিনিধিত্বমূলক বা পৰোক্ষ গণতন্ত্ৰৰ সমাদৰ বাঢ়ি আহিছে। পৰোক্ষ গণতন্ত্ৰৰো দোষ বা দুৰ্ব্বলতা নথকা নহয়। তলত তেনেকুৱা দুই এটা দোষ আলোচনা কৰা হ'ল।

১ এনেকুৱা চৰকাৰত সাধাৰণলোকে অংশ গ্ৰহণ কৰিব নোৱাৰে কাৰণে প্ৰশাসন কামত আস্থা নাৰাখে। যিবিলাক দেশত শিক্ষিত লোকৰ সংখ্যা তুলনামূলকভাৱে কম সেইবিলাক দেশত জনগণৰ উদাসীনতা বেচি পৰিলক্ষিত হয়। এনে পৰিস্থিতিত সুযোগ সন্ধানী দুই এজন ব্যক্তিয়ে অশিক্ষিত বা অৰ্দ্ধ-শিক্ষিত লোকবিলাকক সহজে কৰায়ত্ব কৰি শোষণ চলায়।

২ বাস্তৱ ক্ষেত্ৰত প্ৰতিনিধিত্বমূলক চৰকাৰত সাধাৰণ প্ৰজাই কোনো ধৰণৰ ৰাজনৈতিক চিন্তাও নকৰে। দুই এজন বুদ্ধিদীপ্ত লোকৰ বাহিৰে নিৰ্ব্বাচন, সভা সমিতি আদিত আন মানুহে অংশ গ্ৰহণ নকৰে। এওঁবিলাকেই দেশত নেতা বুলি নিজকে জাহিৰ কৰে।

৩ চৰকাৰী কামবিলাকো সময়ৰ লগে লগে জটিল হ'ব ধৰিছে। অলপ

শিক্ষিত জনপ্রতিনিধিসকলে সমস্যাৰ আগগুৰি বুজিবলৈ সক্ষম নহয়। আধুনিক সমস্যা বুজিবলৈ বা জানিবলৈ সময়ে সময়ে কাৰিকৰী জ্ঞানৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি।

৪ নিৰ্ব্বাচনত সময়ে সময়ে ভোট দিবলৈ সুবিধা পোৱাৰ বাহিৰে সাধাৰণ লোকৰ এনে চৰকাৰত কোনো স্থান নাই। আকাঙ্ক্ষা থাকিলেও বেছিভাগ লোকে মন্ত্ৰী মেম্বৰ একো হব নোৱাৰে। নিৰ্ব্বাচিত প্ৰতিনিধি সকলে সাধাৰণ লোকৰ ইচ্ছাৰ বিপৰীতেও কাম কৰাৰ অৱকাশো এনে চৰকাৰত আছে।

এনেবিলাক দোষৰ কাৰণেই বহুতো আধুনিক ৰাষ্ট্ৰই প্ৰত্যক্ষ আৰু পৰোক্ষ গণতন্ত্ৰৰ উৎকৃষ্ট দিশবিলাক একত্ৰিত কৰি গণতন্ত্ৰক নতুন সাজেৰে সজোৱা দেখা গৈছে। সুইজাৰলেণ্ডত ঠায়ে ঠায়ে প্ৰত্যক্ষ আৰু পৰোক্ষ দ্বায়াবিধ গণতন্ত্ৰই সমাদৰ লাভ কৰিছে। প্ৰত্যক্ষ গণতন্ত্ৰৰ ভালেখিনি ব্যৱস্থা পৰোক্ষ গণতন্ত্ৰত ব্যৱহাৰ হোৱা দেখা যায়। সুইজাৰলেণ্ডত প্ৰত্যক্ষ গণতন্ত্ৰৰ নিয়ম বা ব্যৱস্থা হিচাবে গণপ্ৰস্তাৱ (Initiative) গণ নিৰ্দ্দেশ (Referendum) আৰু প্ৰত্যাবৰ্ত্তন আদেশ (Recall) কাৰ্য্যকৰি কৰা দেখা যায়। ইয়াৰ বাহিৰেও কেতিয়াবা গধুৰ বা জটিল সমস্যাত গণভোটৰ (Plebiscite) প্ৰস্তাৱো গ্ৰহণ কৰা হয়।

## গণতন্ত্ৰৰ কৃতকাৰ্য্যতাৰ বাবে প্ৰয়োজনীয় চৰ্ত্ত

উৎকৃষ্ট কিন্তু কষ্টসাধ্য চৰকাৰ হিচাপে গণতন্ত্ৰ উল্লেখযোগ্য। গণতন্ত্ৰ যিমানেই ভাল চৰকাৰ বুলি গৌৰৱ নকৰো ইয়াক বাস্তৱত ৰূপায়ণ কৰা কষ্টসাধ্য। কোনো কোনো দেশত গণতন্ত্ৰই কৃতকাৰ্য্যতাৰ শিখৰত অৱস্থান কৰিছে কিন্তু আন কিছুমান দেশত গণতন্ত্ৰ বিপৰ্য্যয়ৰ সম্মুখীন হোৱা দেখা গৈছে। ইয়াৰ ঘাই কাৰণবিলাক অনুসন্ধান কৰিলে দেখা যায় গণতন্ত্ৰ কৃতকাৰ্য্যভাবে চলি থাকিবলৈ কিছুমান চৰ্ত্ত বা অৱস্থিতিৰ প্ৰয়োজন। এই অৱস্থিতি (Condition) সমূহৰ উপস্থিতিত গণতন্ত্ৰই নিয়াৰিকৈ চলি থাকিব পাৰে অন্যথাই গণতন্ত্ৰ পতন হোৱাৰ সম্ভাৱনাই বেছি।

### ১ আগ্ৰহ বা হাবিয়াস

গণতন্ত্ৰ পৰিচালনা বা গণতান্ত্ৰিক পদ্ধতিত আস্থা নাথাকিলে গণতান্ত্ৰিকভাৱে কোনো কামৰ সফল ৰূপায়ণ সম্ভৱ নহয়। ইয়াকে গণতান্ত্ৰিক জীৱন আৰু পদ্ধতিৰ কাৰণে হাবিয়াস বা তৃষ্ণা বুলি কোৱা হৈছে। প্ৰতিজন নাগৰিকে গণতন্ত্ৰৰ

প্ৰমূল্যসমূহ যেনে স্বতন্ত্ৰতা সমতা প্ৰভৃতিক শ্ৰদ্ধাৰ চকুৰে চাব পাৰিব লাগিব। এনে হাবিয়াস ব্যতিৰেকে গণতন্ত্ৰৰ সফলতা আশা কৰিব নোৱাৰি। আন কথাত কবলৈ গলে ব্যক্তি জীৱনৰ প্ৰতি মূল্য আৰোপ কৰিব নোৱাৰিলে গণতন্ত্ৰ অৰ্থহীন হৈ পৰে। গণতন্ত্ৰত প্ৰতিজন ব্যক্তিয়ে প্ৰতিবেশী নাগৰিকৰ মূল্য বুজিব পাৰিব লাগিব। আনহাতে চৰকাৰৰ পৰিচালনাৰ ক্ষেত্ৰত প্ৰতিজন নাগৰিকে ধৰিলোৱা উচিত যে চৰকাৰটো তেওঁলোকৰ নিজা সম্পদ। ইয়াৰ যিকোনো ত্যাগৰ বিনিময়ত ৰক্ষা কৰিব লাগিব কেন্দ্ৰ বা শীৰ্ষত থকা দুই এজন ব্যক্তিৰ ব্যক্তিগত পছন্দ বা ইচ্ছাত ই পৰিচালিত হ'ব নালাগিব বৰং সংখ্যাগৰিষ্ঠ সকলৰ ইচ্ছানুযায়ী হে চৰকাৰে কাম কৰিবলৈ বাধ্য। আলাপ আলোচনা বিসৰ্জন দি হিংসাৰ পথ অনুসৰণ কৰিলে গণতন্ত্ৰৰ মৃত্যু অনিবাৰ্য্য। সকলো কামতে সংবিধানে আঙুলিয়াই দিয়া পন্থা মানি চলাই শ্ৰেয়। ইংলণ্ড আমেৰিকা প্ৰভৃতি শিক্ষিত দেশত প্ৰতিজন নাগৰিকৰে গণতন্ত্ৰৰ প্ৰতি অকুণ্ঠ সমৰ্থন আৰু হাবিয়াস থকা দেখা যায়। তেওঁলোকে আনৰ কথাত হয়ভৰ নিদি চৰকাৰৰ প্ৰতিকামত নিজৰ মতামত প্ৰদান কৰিবলৈ বা অংশ গ্ৰহণ কৰিবলৈ আগ্ৰহী হৈ থাকে। এনে দৰে গণতন্ত্ৰৰ প্ৰতি হাবিয়াস থাকিলে গণতন্ত্ৰ বিফল হ'ব নোৱাৰে। পশ্চিম ইউৰোপ আৰু উত্তৰ আমেৰিকাত উল্লিখিত কাৰণতে গণতন্ত্ৰই কৃতকাৰ্য্যতাৰে অগ্ৰসৰ হোৱা দেখা গৈছে। নৈতিক উদাৰতাৰ কাৰণে সাকৰাতলি শিক্ষা আৰু অভ্যাসে এইবিলাক গণতন্ত্ৰক জীৱনী শক্তি প্ৰদান কৰি আহিছে।

## জনপ্ৰিয় শিক্ষা

জনপ্ৰিয় শিক্ষা ব্যৱস্থা গণতন্ত্ৰৰ পৰিহাৰ কৰিব নোৱাৰা অঙ্গ। শিক্ষাই নাগৰিকক সচেতন কৰি তোলাত যিমান অৰিহণা যোগায় আন কোনো ব্যৱস্থাতে তেনেকুৱা সম্ভৱ হয়। শিক্ষিত হ'লেই মানুহ অপকৰ্মৰ পৰা আঁতৰত থাকিব বুলি সদায়েই ধৰি ল'ব নোৱাৰি। তথাপি এইটো স্বীকাৰ কৰিব লাগিব যে শিক্ষাই মানুহৰ মন বহল কৰে বিচাৰ বুদ্ধি বঢ়ায় বেয়া ভাল নিৰ্ণয় কৰাত সহায় কৰে। ভাৰতত গণতন্ত্ৰ দুৰ্বল আৰু আশানুৰূপ নোহোৱাৰ এটা প্ৰধান কাৰণেই হ'ল, অশিক্ষিত নিৰ্বাচক মণ্ডলী। এই দেশত শতকৰা ৮০ জন মান লোকে পঢ়া-শুনা নাজানে নিৰ্বাচনৰ অৰ্থ কাৰণ উদ্দেশ্য আদি বুজি নাপায়। আন মানুহ অৰ্থাৎ দলীয় নেতা পালিনেতাই তেওঁলোকক অনেক সময়ত স্বাৰ্থজড়িত

পথেৰে আগবঢ়াই লৈ যায়। অসম বঙ্গ আদি ঠাইত চাহ বাগিছাৰ বনুৱা বিলাকৰ সৰলতা আৰু নিৰ্বোধতা শোষণৰ হাঠিয়াৰ হৈ পৰা দেখা গৈছে। ক্ষমতাধিষ্ঠিত দলকিটাই সুৰাপান কৰিবলৈ দি, ভোট বিচৰা সাধাৰণ কথাত পৰিণত হৈছে। জনসাধাৰণক শিক্ষিত কৰি তুলিব নোৱাৰিলে ভাৰতীয় গণতন্ত্ৰৰ ভবিষ্যৎ উজ্জ্বল নহয়। গণতন্ত্ৰত ৰাইজেই শাসক যেতিয়া ৰাইজ শিক্ষিত নহ'লে শাসন ভাগি পৰাৰ আশংকা থাকে। জনসাধাৰণে বিশেষকৈ নিৰ্বাচকমণ্ডলী শিক্ষিত নহ'লে চৰকাৰী যন্ত্ৰৰ কূটকৌশলত পৰি আওবাটে যোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। শিক্ষিত ভোট দাতাই বিচাৰ, বিবেচনাৰ সহায়ত উপযুক্ত নাগৰিক বিধান সভা বা সংসদলৈ নিৰ্বাচন কৰিব পাৰে। তেওঁ প্ৰয়োজন সাপেক্ষে চৰকাৰৰ সমালোচনা কৰে বা ভাল কাম দেখিলে সহযোগ আগবঢ়ায়। এনে শিক্ষিত ভোটদাতাই কেতিয়াও আনৰ ইচ্ছাত কাম কৰিব নোখোজে। পশ্চিমীয়া গণতান্ত্ৰিক দেশবিলাকত বিশেষকৈ আমেৰিকা বৃটেইন আদি ৰাষ্ট্ৰত স্বাক্ষৰতা বৃদ্ধি পোৱা কাৰণে সেইবিলাক দেশত জনসাধাৰণ বুদ্ধিদীপ্ত। তেওঁবিলাক উপযুক্ত প্ৰাৰ্থী নিৰ্ব্বাচনত সিদ্ধহস্ত। গণতন্ত্ৰ অশিক্ষিত সমাজৰ বস্তু নহয়। য'ত সাৰ্ব্বজনীন শিক্ষা ব্যৱস্থা নাই তাত গণতন্ত্ৰই গা কৰিব নোৱাৰে।

## বলিষ্ঠ নেতৃত্ব

শিক্ষা যিদৰে গণতন্ত্ৰৰ কাৰণে অপৰিহাৰ্য্য সেইদৰে বলিষ্ঠ নেতৃত্ব নহ'লেও গণতন্ত্ৰৰ খুটা-চটি খহি পৰাৰ সম্ভাৱনা থাকে। এবাৰ নেতৃত্ব মানি লোৱাত ভুল হ'লে সেই ভুল সংশোধন কৰিবলৈ টান হৈ পৰে। উপযুক্ত অৰ্হতাসম্পন্ন লোকক নেতা নিৰ্বাচন নকৰিলে গণতন্ত্ৰত ফল বিষময় হ'ব পাৰে। বতাহত উপজি ফুৰা, পাৰত গজা নেতাই দেশত কোনো কল্যাণমূলক কাম কৰিব নোৱাৰে। সিহঁতে বিচাৰে ব্যক্তিপূজা আৰু তোষামোদ। এনে নেতাই দেশক অন্ধকাৰৰ অটল তলিত পেলাই দিবলৈকো কুণ্ঠাবোধ নকৰে। ভাৰতত নেতৃত্বৰ অভাৱ পৰিলক্ষিত হৈছে। স্বাধীনতা ৰণৰ নিস্বাৰ্থ আৰু আত্মত্যাগী বীৰসকল আজি নাই। পাৰত গজা নেতাই দেশ বিয়পি পৰিছে। ৰাজনৈতিক নীতি আৰু ব্যক্তিত্বৰ মাজৰ ব্যৱধান বিচাৰি উলিয়াব জনাতো জনসাধাৰণৰ কৰ্ত্তব্য হোৱা উচিত। আনহাতে নেতাসকলেও, যিকোনো উশৃঙ্খল ভাবাবেগৰ প্ৰতি নতশিৰ হ'ব নালাগিব। সুচিন্তিত ব্যৱস্থা আৰু উন্নয়নমূলক নীতিৰ দ্বাৰা তেওঁ চালিত হোৱা বাঞ্ছনীয়। উন্নত দেশবিলাকত

যোগ্যনেতাৰ সমাদৰ আছে। দুৰ্ব্বল নেতৃত্বই একোখন দেশক এক দশকৰ পাছলৈ টানি নিয়ে। সবল নেতৃত্বই শিক্ষিত আৰু বুদ্ধিদীপ্ত নিৰ্বাচকৰ লগত সমানে খোজ পেলাই আগবাঢ়িলেহে গণতন্ত্ৰ অৰ্থপূৰ্ণ হ ব পাৰে। আব্ৰাহাম লিঙ্কন, জৰ্জ ৱাছিংটন, চাৰ্চিল নেহৰু আৰু লালবাহাদুৰ শাস্ত্ৰীৰ বলিষ্ঠ নেতৃত্বই অকল আমেৰিকা বৃটেইন আৰু ভাৰতক নহয় গো'টেই পৃথিবীকে এখোজ আগবঢ়োৱাত অনুপ্ৰেৰণা যোগালে।

## চিৰন্তন জাগৃতি

গণতন্ত্ৰৰ কৃতকাৰ্য্যতা যাইকৈ নিৰ্ভৰ কৰিছে, জনসাধাৰণৰ জাগৃতি বা সজাগ মনোভাবৰ ওপৰত। জনসাধাৰণ গণতন্ত্ৰ ৰক্ষাৰ কাৰণে সাজু হৈ থকা উচিত। গণতন্ত্ৰক বাহিৰা শক্তিয়ে ৰক্ষা কৰিব নোৱাৰে। আভ্যন্তৰীণ আসোঁৱাহ বিলাক দূৰ কৰিবলৈ লাগে জনসাধাৰণৰ জাগৃতি। সুপ্ত আৰু উদাসীন মনোভাবেৰে পৰিচালিত নাগৰিকসকলে গণতন্ত্ৰক ৰক্ষা কৰিবলৈ অপাৰগ। গণতন্ত্ৰৰ প্ৰতি আকৰ্ষণ নাথাকিলে ইয়াৰ মূল্য বুজি নাপালে বা গণতন্ত্ৰক ৰক্ষা কৰিবলৈ অনুপ্ৰেৰণা হেৰাই গ'লে গণতন্ত্ৰ বাচি নাথাকে। জনসাধাৰণৰ জাগৃতিয়েহে গণতান্ত্ৰিক চৰকাৰ বা দেশৰ ব্যৱস্থাসমূহ ৰক্ষা কৰিবলৈ সক্ষম। জনসাধাৰণ সুপ্ত আৰু উদাসীন হৈ থাকিলে, একনায়কত্ববাদী শাসনে মূৰ দাঙি উঠিব পাৰে বিদেশী শত্ৰুৱে আক্ৰমণ কৰিব পাৰে। প্ৰতিৰক্ষা বাহিনীয়ে বহি শত্ৰুৰ পৰা দেশ ৰাখিব পাৰে কিন্তু দেশৰ জনসাধাৰণৰ জাগৃতি হেৰাই গ'লে গণতন্ত্ৰক কোনেও ৰক্ষা কৰিব নোৱাৰে।

## অৰ্থনৈতিক সমতা

আধুনিক যুগত অৰ্থনৈতিক সমতাৰ ওপৰত সৰ্ব্বাধিক গুৰুত্ব দিয়া দেখা যায়। অৰ্থনৈতিক সমতাৰ লগতে সমান সুযোগৰ কথাও মাজে মাজে কোৱা হয়। অৱশ্যে, অৰ্থনৈতিক সমতাই সমান দৰ্ম্মহা বা সমউপাৰ্জ্জন নুবুজায়। তথাপি অৰ্থনৈতিক সমতাই মানুহৰ মাজত থকা বিৰাট আৰ্থিক ব্যৱধান আঁতৰ কৰিব খোজে। গ্ৰীক দাৰ্শনিক প্লেটোৰে ক'বৰ দৰে কোনো মানুহ আনক কিনি ল'ব পৰাকৈ ধনী হ'ব নালাগে। সেইদৰে আনৰ ওচৰত নিজকে উৎসৰ্গা কৰিব লগা হোৱাকৈ দৰিদ্ৰ হ'ব নালাগে। এৰিষ্টটোলে কেইবা শ বছৰৰ আগতেই কৈছিল শক্তিশালী মধ্যবিত্ত শ্ৰেণী এটা গণতন্ত্ৰৰ ৰাজহাড়ৰ নিচিনা। গণতন্ত্ৰ স্থায়ী আৰু কাৰ্য্যকৰী হ'বলৈ হ'লে অৰ্থনৈতিক সমতা প্ৰতিষ্ঠা কৰিব পাৰিব

লাগিব। অৰ্থনৈতিকভাৱে পাছ পৰা ভোকাতুৰ, আৰু দুস্থ শ্ৰেণীৰ লোকে ৰাজনৈতিক সমতাৰ কথা ভাবিব নোৱাৰে, সবাতকৈ ডাঙৰ হৈছে কথা তাতে কৈ ডাঙৰ চাউল কঠা। চাউল কঠা নথকা মানুহৰ বাবে গণতন্ত্ৰৰ কোনো অৰ্থ নাই। গতিকে অৰ্থনৈতিকভাৱে মানুহৰ অৱস্থাৰ উন্নয়ন নহলে গণতন্ত্ৰ টিকি থাকিব নোৱাৰে। যিবিলাক দেশত এমুঠি মানুহে সম্পদশালী জীৱন ভোগ কৰে আৰু সৰহভাগ মানুহেই দাৰিদ্ৰতাৰ কৰাল গ্ৰাসত পৰি চট্ফটাই থাকে তেনে ঠাইত গণতন্ত্ৰ মুষ্টিময় শ্ৰেণীৰ হাতৰ পুতলা হৈ পৰে। এটা যুক্তিসঙ্গত অৰ্থ নৈতিক মানদণ্ড নাথাকিলে গণতান্ত্ৰিক জীৱনৰ উপলব্ধি হব নোৱাৰে।

## ছপাশালৰ স্বাধীনতা আৰু নিৰপেক্ষতা

গণতান্ত্ৰিক চৰকাৰৰ আন এটা আৱশ্যকীয় চৰ্ত হল স্বাধীন আৰু নিৰপেক্ষ ছপাশাল অৰ্থাৎ বাতৰি প্ৰতিষ্ঠান। বাতৰি কাগজৰ স্বাধীনতা আৰু নিৰপেক্ষতাৰ ওপৰত গণতন্ত্ৰৰ উজ্জ্বল ভৱিষ্যত নিৰ্ভৰ কৰিছে। বাতৰি কাগজে চৰকাৰৰ দোষ-গুণৰ নিৰপেক্ষ বিচাৰ কৰে জনমত গঠন আৰু প্ৰচাৰৰ উৎকৃষ্ট মাধ্যম। নিৰপেক্ষ বাতৰি পৰিবেশন সমালোচনা আৰু প্ৰশাসনীয় যন্ত্ৰৰ দোষ ত্ৰুটি বিচাৰ আদি সকলো কাম ক নিয়াৰীকৈ পালন কৰাৰ দায়িত্ব থাকে বাতৰি কাগজৰ হাতত। চৰকাৰৰ ভুল ভ্ৰান্তি বা আওকণীয়া মনোভাবৰ প্ৰতি ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰি বাতৰি কাগজে গণতন্ত্ৰৰ ৰক্ষণাবেক্ষণ দিব পাৰে। নানা বাতৰি খা-খবৰ সংসদৰ কাৰ্য্যাৱলী আদি ৰাইজক বুজি উঠাত বাতৰি কাগজে সহায় কৰে। যিকোনো সমস্যা আহি পৰিলেহে গণতান্ত্ৰিক দেশত ৰাইজে বাতৰি প্ৰতিষ্ঠান বিলাকৰ মতামতলৈ অপেক্ষা কৰি থাকে। চৰকাৰেও নিৰ্ভীক বাতৰি পৰিবেশনৰ প্ৰতি শ্ৰদ্ধা দেখাবলৈ বাধ্য। গণতান্ত্ৰিক চৰকাৰে বাতৰি কাগজলৈ ভয় কৰে আৰু সমালোচনাৰ উৰ্দ্ধত থাকিবলৈ বিচাৰে। অৱশ্যে বাতৰি কাগজৰ ওপৰত চৰকাৰে নিয়ন্ত্ৰণ কৰিবলৈ বিচাৰিলে ইয়াৰ স্বাধীনতা হেৰায়। মুঠতে স্বাধীন নিৰ্ভীক আৰু নিৰপেক্ষ বাতৰি পৰিবেশনৰ ওপৰত গণতন্ত্ৰৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে।

## উৎকৃষ্ট সংবিধান

গণতন্ত্ৰৰ নীতিবিলাক অস্পষ্টহৈ থাকিলে গণতন্ত্ৰই ভালদৰে কাম কৰিব নোৱাৰে। একোখন সংবিধানে গণতান্ত্ৰিক ৰাষ্ট্ৰ আৰু চৰকাৰৰ ব্যৱস্থা বিলাক নিশ্চিতভাৱে

প্ৰকাশ কৰে। সংবিধানে ৰাইজৰ হাতত সাৰ্ব্বভৌমত্ব থকাৰ কথা ঘোষণা কৰে। এনে-স্থলত কিছুমান কথা স্পষ্ট হৈ পৰে। ৰাজনৈতিক বিজ্ঞানীসকলে ভাবে যে গণতান্ত্ৰিক সংবিধানে আন সকলো কথা উল্লেখ নকৰিলেও তলতদিয়া বিষয় সমূহত গুৰুত্ব দিয়া উচিত।

১ কৰ্ম্মচাৰীসকলৰ ওপৰত জনপ্ৰিয় নিয়ন্ত্ৰণ।

২ সাৰ্ব্বজনীন ভোটাধিকাৰ বা উদাৰ ভোটাধিকাৰ নীতি।

৩ গণতান্ত্ৰিক ব্যবস্থাত খাপ খোৱা নিয়ম।

৪ বাক-স্বাধীনতা সমাবেশৰ স্বাধীনতা স্বেচ্ছাচাৰী গ্ৰেপ্তাৰৰ প্ৰতিৰোধৰ ব্যৱস্থা আদিৰ অৱস্থিতি।

৫ বা বাণী প্ৰকাশৰ মাধ্যম।

## ৰাইজৰ মতামত আৰু সমালোচনা ব্যৱস্থা

প্ৰতিখন গণতান্ত্ৰিক চৰকাৰত মতামত প্ৰকাশ আৰু সমালোচনাৰ অৱকাশ থাকিব লাগিব। য'ত ৰাইজৰ মুকলিভাবে মতামত প্ৰকাশ কৰাৰ সুযোগ নাই বা চৰকাৰৰ কাম কাজৰ সমালোচনা হ'ব নোৱাৰে তেনে চৰকাৰ গণতন্ত্ৰৰ পদ বাচ্য হ'ব নোৱাৰে। গতিকে ৰাইজৰ সমালোচনা গণতন্ত্ৰৰ চৰ্ত বুলি ক'ব লাগিব। এনে চৰকাৰত প্ৰতিজন নাগৰিকৰে ৰাইজৰ উদ্যম থকা প্ৰয়োজন। চৰকাৰ যেতিয়াই সংপথৰ পৰা আঁতৰে, তেতিয়াই সমালোচনাৰ দ্বাৰা চৰকাৰৰ আকাংক্ষাত বাধা দিয়া উচিত। য'ত জনসাধাৰণৰ এই ৰাইজৰ উদ্যম নাথাকে তাতেই গণতন্ত্ৰৰ পতন হোৱাৰ সম্ভাৱনা থাকে। নাগৰিকসকল উদ্যমহীন হ'লে একোখন লিখিত সংবিধানো কাৰ্য্যত পৰিণত হ'ব নোৱাৰে। ৰাইজৰ মতামত সংগঠনত ৰাজনৈতিক দলবিলাকৰ দায়িত্ব অসীম। বাৰ্কে লিখিছে 'গণতন্ত্ৰ এনে চৰকাৰ, য'ত দলসমূহৰ নীৰৱ চুক্তিৰ সহায়ত ৰাইজৰ ক্ষমতা কাৰ্য্যকৰী কৰা হয়। বিৰোধী ৰাজনৈতিক দলবিলাকেও ৰাইজৰ সদিচ্ছাৰে চৰকাৰৰ সমালোচনা কৰা আৰু তাৰ দ্বাৰা গণতন্ত্ৰক ৰক্ষা কৰা আৱশ্যক।

## জনসাধাৰণৰ ইচ্ছাৰ প্ৰতি সম্মান

গণতান্ত্ৰিক ৰাষ্ট্ৰ এখনত ৰাইজ বা জনসাধাৰণৰ ইচ্ছাৰ প্ৰতি সংসদ আৰু বিধান সভাৰ সভ্যসকলে সম্মান প্ৰদৰ্শন কৰি চলা আৱশ্যক। জনসাধাৰণৰ সদিচ্ছা

পূৰণ কৰাতো প্ৰতিনিধিসকলৰ পবিত্ৰ কৰ্ত্তব্য। প্ৰতিনিধিসকলে জনা উচিত যে তেওঁলোকক ৰাইজৰ আশা আকাঙ্ক্ষা ফলৱতী কৰিবৰ কাৰণেই নিৰ্বাচন কৰা হৈছে। তেওঁলোকে যদি এই কাম কৰিব নোবাৰে তেনেহ লে পদত্যাগ কৰা আৱশ্যক। গণতন্ত্ৰ বৰ্ত্তি থাকিবলৈ হ লে ৰাইজ আৰু ৰাইজৰ নিৰ্ব্বাচিত প্ৰতিনিধিৰ মাজত সমন্বয় থাকিব লাগিব। এনে সমন্বয়ৰ অভাৱে গণতান্ত্ৰিক চৰকাৰ দুৰ্ব্বল কৰে আৰু হয়তো এনে কাৰণতে চৰকাৰ পতন হোৱাৰ সম্ভাৱনা।

## গণতান্ত্ৰিক সমাজ

গণতান্ত্ৰিক চৰকাৰৰ কাৰণে গণতান্ত্ৰিক সমাজ ব্যৱস্থা অপৰিহাৰ্য্য। এনেকুৱা গণতান্ত্ৰিক সমাজত বিভিন্ন প্ৰকাৰৰ সামাজিক সংগঠন বা সংস্থাই আত্ম প্ৰকাশ কৰা দেখা যায়। এই সংস্থাবিলাকৰ স্বতন্ত্ৰতা থকাতো গণতন্ত্ৰ অৱস্থিতিৰ পূৰ্ব্ব চৰ্ত্ত বুলিব পাৰি। সংস্থাসমূহে ভিন ভিন প্ৰকাৰৰ ভাব চিন্তাৰ উমনি দি, সমাজত সক্ৰিয়ভাৱে সময়ে সময়ে অভিমত দাঙি ধৰা দেখা যায়। জনমত গঠনৰ ক্ষেত্ৰতো এই বিলাক সংস্থাৰ অৱদান হেয় কৰিব নোৱাৰি। বৰ্বাৰ দহলে ভাবে যে গণতান্ত্ৰিক সমাজৰ অৰ্থই হ ল গণতান্ত্ৰিক প্ৰণালী যত কিছুমান গণতান্ত্ৰিকভাৱে পৰিচালিত উপ-ৰাজনৈতিক সংস্থাই নিজ নিজ লক্ষ্যত উপনীত হ বৰ কাৰণে কাম কৰি যায়। এনেদৰে কাম কৰি যোৱা প্ৰক্ৰিয়াই প্ৰত্যক্ষ বা পৰোক্ষভাৱে গণতান্ত্ৰিক ৰাজনৈতিক পদ্ধতি সবল আৰু কৰ্মথ কৰি তোলে। এনে অৱস্থাত গণতান্ত্ৰিক সমাজ ব্যৱস্থা গণতন্ত্ৰৰ কাৰণে লাগতিয়াল পূৰ্ব্ব চৰ্ত্ত।

## গণতন্ত্ৰৰ বাবে আনুষ্ঠানিক প্ৰয়োজনীয়তা

গণতন্ত্ৰ সুস্থিৰভাৱে পৰিচালিত হ বৰ বাবে কিছুমান গণতান্ত্ৰিক অনুষ্ঠানৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। সেইবিলাকৰ ভিতৰত তলত উল্লেখ কৰা বিলাক অপৰিহাৰ্য্য বুলি ক ব পাৰি।

লিখিত সংবিধান।

২ এখন সংসদ বা বিধান মণ্ডল যাৰ মাজেদি জনগণৰ ইচ্ছা আৰু আকাঙ্ক্ষাক কাৰ্য্যত পৰিণত কৰিব পৰা যায়।

৩ দুটা বা ততোধিক ৰাজনৈতিক দল। এই দলবিলাকৰ নিজস্ব চিন্তাধাৰা বা ভাবাদৰ্শ থকা আৱশ্যক।

৪ নিৰ্ভীক আৰু স্বাধীন ন্যায়পালিকা।

৫ কাৰ্য্যকৰী বিৰোধী দল।
৬ স্থানীয় প্ৰশাসনীয় অনুষ্ঠান পৌৰ সভা, গাওঁপঞ্চায়ত প্ৰভৃতি।
৭ স্বাধীন আৰু নিৰপেক্ষ বাতৰি প্ৰতিষ্ঠান বা প্ৰেছ।
৮ শিক্ষিত আৰু সচেতন নিৰ্ব্বাচকমণ্ডলী।

উপৰোক্ত আঠ প্ৰকাৰ গণতান্ত্ৰিক অনুষ্ঠানৰ অবিহনে গণতন্ত্ৰৰ স্থিতি অনুভৱ কৰিব পৰা নাযায়। এই বিলাকৰ আলোচনা আগবঢ়োৱা হ'ল।

## ১ লিখিত সংবিধান

লিখিত সংবিধান গণতান্ত্ৰিক চৰকাৰৰ এটা অত্যাবশ্যকীয় চৰ্ত্ত। অৱশ্যে কোনো কোনো দেশত অলিখিত সংবিধানেৰেও গণতন্ত্ৰ কৃতকাৰ্য্যভাৱে চলা দেখা যায়। গণতান্ত্ৰিক দেশত চৰকাৰৰ অঙ্গ বা বিভাগবিলাক সংবিধানে নিৰ্দ্দিষ্ট কৰি দিয়া নিয়মেৰে পৰিচালিত হ'ব লাগে অন্যথাই জনসাধাৰণৰ স্বতন্ত্ৰতা ক্ষুণ্ণ হোৱাৰ সম্ভাৱনা বেছি। যি কোনো ব্যক্তিৰ স্বেচ্ছাচাৰী আচৰণৰ সুযোগ একোখন লিখিত সংবিধানে আনি নিদিয়ে। এনেকুৱা লিখিত সংবিধানৰ ব্যৱস্থাই সংখ্যালঘিষ্ঠসকলৰো স্বাৰ্থ ৰক্ষা কৰাত সহায় কৰে। চৰকাৰী যন্ত্ৰৰ কাৰ্য্য পৰিধি সংবিধান এগনে বান্ধি দিয়ে বাবে, চৰকাৰে নিৰ্দ্দিষ্ট কাৰ্য্য পৰিধিৰ বাহিৰত কাম কৰিব নোৱাৰে। ইংলণ্ডত লিখিত সংবিধান নাই কিন্তু তাত চৰকাৰৰ কাৰ্য্যপৰিধি পৰম্পৰাভাৱে সীমিত কৰি ৰখাৰ ব্যৱস্থা আছে।

## ২ সংসদ বা বিধান মণ্ডল

লিখিত সংবিধানৰ দৰেই বিধান সভাও গণতন্ত্ৰৰ আৱশ্যকীয় চৰ্ত্ত। বিধান সভাবিলাক বা সংসদসমূহ স্বৰূপাথত ৰাইজৰ অভিমতৰ প্ৰতিফলক বুলি ক'ব পাৰি। আধুনিক যুগত প্ৰায় সকলো গণতান্ত্ৰিক দেশতে সাৰ্ব্বজনীন প্ৰাপ্ত বয়স্ক ভোটাধিকাৰ নীতি অনুসৰণ কৰি বিধান সভালৈ প্ৰতিনিধি নিৰ্ব্বাচন কৰা হয়। সংসদ বা বিধান সভাত ৰাইজৰ দ্বাৰা নিৰ্ব্বাচিত প্ৰতিনিধিসকলে, ৰাইজৰ মতামত দাঙি ধৰে আৰু তাৰ ওপৰত আলোচনা হয়। এনে আলোচনাৰ যোগে সংখ্যাগৰিষ্ঠ বা লঘিষ্ঠ, সকলোৰে স্বাৰ্থ ৰক্ষাত গুৰুত্ব দিয়া হয়। এনেদৰে বিধান সভা বা সংসদবিলাকত প্ৰকাশিত হোৱা ৰাইজৰ মতানুসৰি আইন প্ৰণয়ন কৰা হয়। যিবিলাক আইন ৰাইজৰ সদিচ্ছা বা কল্যাণৰ প্ৰতিকূলে যায়, তেনে আইন গ্ৰহণ

কৰা নহয়। সংসদবিলাকে এই দাবেই প্ৰকৃত গণতন্ত্ৰ ৰক্ষাত উল্লেখযোগ্য ভূমিকা লোৱা দেখা যায়।

## ৩ ৰাজনৈতিক দল

গণতন্ত্ৰত ৰাজনৈতিক দলবিলাকৰ ভূমিকা সম্বন্ধে আগতে কৈ অহা হৈছে। দলবিহীন গণতন্ত্ৰৰ কথা বহুজনে কোৱা সত্বেও, স্বীকাৰ কৰিব লাগিব যে দল বিহীন গণতন্ত্ৰ এক প্ৰকাৰ কল্পনাহে, ইয়াক বাস্তৱত ৰূপায়ণ কৰা সম্ভৱ নহয়। অৱশ্যে ভাৰত, ইংলণ্ড আনকি আমেৰিকাৰ সংবিধানও, দলৰ অৱস্থিতি সম্বন্ধে কোনো কথা প্ৰকাশ কৰা নাই। কিন্তু বাস্তৱৰ পৰিস্থিতি অধ্যয়ন কৰি কব পাৰি যে, ৰাজনৈতিক দলবিলাকৰ অনুপস্থিতিত আধুনিক গণতন্ত্ৰ অক্ষম বা কাৰ্যকৰী হ'ব নোৱাৰে। কিন্তু ৰাজনৈতিক দলবিলাকৰ বলিষ্ঠ পদক্ষেপ আৰু সবল নীতি নাথাকিলে গণতন্ত্ৰত এনে দলে কোনো অবিহণা যোগাব নোৱাৰে। গণতন্ত্ৰৰ মূল-নীতিৰ ওপৰত কুঠাৰাঘাট কৰিব'ল উদ্যত হোৱা দলৰ পৰা কল্যাণমূলক আচৰণ আশা কৰিব নোৱাৰি। গণতান্ত্ৰিক নীতি অনুসৰণ কৰি ৰাইজক পৰিচালিত কৰিব পাৰিলেহে দলৰ সাৰ্থকতা থাকে। ৰাজনৈতিক দলবিলাকে ৰাইজৰ অভিমতক প্ৰকাশ কৰি তাৰ অনুকূলে কাম কৰিব নোৱাৰিলে গণতন্ত্ৰ সাৰ্থক নহয়।

## ৪ স্বাধীন ন্যায়পালিকা

স্বাধীন ন্যায়পালিকা গণতন্ত্ৰৰ প্ৰহৰী। আধুনিক যুগত ন্যায়পালিকাৰ অবিহনে গণতন্ত্ৰ ৰক্ষা হীন নাৱৰ দৰে। আইনৰ শাসনেই গণতন্ত্ৰৰ লক্ষ্য। ই সত্যৰ দৰে দেশত 'আইনৰ শাসন' সম্পূৰ্ণভাৱে স্বীকাৰ কৰি লোৱা হৈছে। স্বাধীন ন্যায় পালিকা স্বেচ্ছাচাৰী আইনৰ প্ৰতিবন্ধকস্বৰূপ ন্যায়পালিকাৰ অৱস্থিতিয়ে কল্যাণ-মূলক আইনৰ পোষকতা কৰে আৰু স্বেচ্ছাচাৰী আইন নাকচ কৰে। নিৰ্ভীক বিচাৰপতিসকলে সকলো ধৰণৰ মোকৰ্দ্দমাৰ শেষত সংবিধানৰ মতে বা আইনমতে নিষ্পত্তি কৰে। এওঁলোকে গণতান্ত্ৰিক নীতিবিলাকৰ ৰক্ষা বেক্ষা দিয়ে।

## ৫ বিৰোধী দল

আধুনিক যুগত গণতন্ত্ৰৰ কাৰণে এটা বা দুটা শক্তিশালী বিৰোধী দলৰ প্ৰয়োজন নুই কৰিব পৰা নাযায়। সংসদী গণতন্ত্ৰই হওক বা ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰই হওঁক

বিৰোধী দল নহ'লে ক্ষমতাত অধিষ্ঠিত দলটোৱে সহজে স্বেচ্ছাচাৰিতা অৱলম্বন কৰিব পাৰে। সংসদত বিৰোধী দলটোৱে চৰকাৰৰ একাধিপত্য আৰু একনায়কত্ববাদী মনোভাৱৰ বিৰুদ্ধে থিয় দিয়ে। তেওঁলোকে চৰকাৰৰ অশিষ্ট আচৰণ, ক্ষমতাৰ অপব্যৱহাৰ, অনৰ্থক অৰ্থব্যয় প্ৰভৃতি এশ এটা দোষলৈ আঙুলিয়াই দি, ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰে। ইংলণ্ডৰ নিচিনা দ্বি দল প্ৰথা থকা দেশত এটা দলে চৰকাৰ চলায়'ল আনটো দলে বিৰোধী দল বুলি স্বীকৃতি লাভ কৰে। ভাৰতৰ দৰে বহুদলীয় প্ৰথা থকা দেশবিলাকত কাৰ্য্যক্ষম বিৰোধী দল প্ৰায়ে দেখা নাযায়। ভাৰতত অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ আৰু দুৰ্বল ৰাজনৈতিক দল হোৱা হেতুকে, বিৰোধী দল হিচাবে কোনো দলেই স্বীকৃতি লাভ কৰিব পৰা নাই। এনেস্থলত চৰকাৰৰ দোষ-ত্ৰুটি আঙুলিয়াই দিবলৈ এইদলবিলাক সক্ষম বুলি কব নোৱাৰি। দ্বি-দলীয় প্ৰথাত প্ৰায়ে বিৰোধী দলে ৰাইজৰ সহানুভূতি আকৰ্ষণ কৰাত সমৰ্থ হয়। এনে ব্যৱস্থাত ৰাজনৈতিক নীতিবিলাক আৰু গণতন্ত্ৰৰ উদ্যম জীয়াই ৰাখিব পৰা যায়। এটা দলে গণতান্ত্ৰিক নিয়ম, পৰম্পৰা আদি ভঙ্গ কৰিলে আনটো দলে আঙুলিয়াই দি সেই ভুলৰ শুধৰণি কৰাত সহযোগ কৰে। এনে অৱস্থাত কাৰ্য্যক্ষম বিৰোধী দলৰ অবিহনে গণতন্ত্ৰৰ সুস্থ আৰু বলিষ্ঠ অগ্ৰগতি সম্ভৱ নহয়।

## ৬ স্থানীয় প্ৰশাসনীয় অনুষ্ঠান

এখন গণতান্ত্ৰিক সমাজ আৰু গণতান্ত্ৰিক অনুষ্ঠান প্ৰতিষ্ঠা নহ'হ গণতান্ত্ৰিক বাতাবৰণ কঢ়িয়াই আনে। গণতান্ত্ৰিক পদ্ধতিৰে পৰিচালিত স্থানীয় স্বায়ত্ত শাসিত অনুষ্ঠান বিলাকে এনে বাতাবৰণ সৃষ্টি কৰাত সহায় কৰে ইংলণ্ড আমেৰিকা আদি দেশত গণতন্ত্ৰৰ প্ৰথম প্ৰশিক্ষণ পৌৰসভা কাউন্টি কাউন্সিল আদি গণতান্ত্ৰিক অনুষ্ঠানৰ যোগে সম্ভৱ হয়। দেশৰ সকলো নাগৰিকে সংসদ বা বিধানসভাত স্থান পাব'ল সক্ষম নহয়। কিন্তু তেওঁলোকৰ ৰাজনৈতিক আশা আকাঙ্ক্ষা স্থানীয় স্বায়ত্ত শাসনৰ জৰিয়তে চৰিতাৰ্থ হ'ব পাৰে। ভাৰতৰ 'গাওঁসভা' পঞ্চায়তি সমিতি বা গাওঁ পঞ্চায়ত' প্ৰভৃতি অনুষ্ঠানবিলাক ৰাজনৈতিক প্ৰশিক্ষণৰ কাৰণে উপযোগী। কথাতে কোৱা হয় ঘৰৰ শালত বহিব জানিলেহে কমাৰ শালত বহিব পাৰি। গণতন্ত্ৰ জীয়াই ৰখাত এনে অনুষ্ঠানৰ সাহায্য অতুলনীয়।

## ৭ নিৰপেক্ষ বাতৰি প্ৰতিষ্ঠান বা প্ৰেছ

গণতান্ত্ৰিক দেশত বাতৰি প্ৰতিষ্ঠানবিলাকৰ স্থান সকলোৰে ওপৰত। এটা কাৰ্য্যকৰী বাতৰি প্ৰতিষ্ঠানৰ অবিহনে গণতন্ত্ৰই মূৰ ধৰি উঠিব নোৱাৰে। বাতৰি কাগজৰ অপৰিহাৰ্য্য ভূমিকাৰ কথা আগতে কৈ অহা হৈছে। বাস্তৱিকতে জনমত গঠন আৰু প্ৰচাৰ কৰাত বাতৰি কাগজৰ বলিষ্ঠ পদক্ষেপ গণতন্ত্ৰ প্ৰেমী প্ৰতিজন নাগৰিকে অনুভৱ কৰে। গণতন্ত্ৰৰ কৃতকাৰ্য্যতা যিদৰে বাতৰি প্ৰতিষ্ঠানৰ স্বাধীনতাৰ ওপৰত নিৰ্ভৰ কৰিছে, সেইদৰে ব্যক্তিৰ স্বতন্ত্ৰতা ন্যায় সমতা আদি গণতান্ত্ৰিক প্ৰমূল্যবিলাকেও আত্মৰক্ষাৰ কাৰণে বাতৰি কাগজৰ ওপৰত নিৰ্ভৰ কৰে।

## (৮) প্ৰবুদ্ধ নিৰ্ব্বাচক মণ্ডলী

বাতৰি কাগজ যিদৰে গণতন্ত্ৰৰ অপৰিহাৰ্য্য সম্পদ, সেইদৰে শিক্ষিত আৰু জ্ঞানদীপ্ত সমাজ এখন নহলেও গণতন্ত্ৰৰ কৃতকাৰ্য্য আশানুৰূপ নহয়। এখন সমাজ বোলোতে আমি যাইকৈ নিৰ্ব্বাচনত ভোটদান দিব পৰা লোকসকলকহে বুজিছো। এই নিৰ্ব্বাচকসকল প্ৰবুদ্ধ বা ৰাজনৈতিকভাৱে সচেতন নহলে গণতন্ত্ৰত সুফল আশা কৰিব নোৱাৰি। শিক্ষিত আৰু সচেতন নহ'লে নিৰ্ব্বাচকসকলে যোগ্য প্ৰতিনিধি নিৰ্ব্বাচন কৰাত প্ৰায় বিফল হয়। তেওঁলোকে যিকোনো জ্বলন্ত সমস্যাৰ লাভা-লাভ ভাল বেয়া আদি নিৰ্ণয় কৰাত বিফল হয়। পশ্চিমীয়া গণতন্ত্ৰবিলাকত শিক্ষিত আৰু বুদ্ধিদীপ্ত নিৰ্ব্বাচক থকাৰ কাৰণে সেইবোৰ দেশত গণতন্ত্ৰ নিৰঙ্কুশভাৱে চলি থকা দেখা গৈছে।

উল্লিখিত চৰ্তসমূহ ইংলণ্ড আমেৰিকা ফ্ৰান্স প্ৰভৃতি পশ্চিমীয়া গণতান্ত্ৰিক দেশত পৰ্য্যাপ্ত পৰিমাণে দেখিবলৈ পোৱা যায়। ভাৰতবৰ্ষৰ দৰে দেশতো এই চৰ্তসমূহ নাই বুলি ক'ব নোৱাৰি তথাপি ইবিলাক অনেক সময়ত অক্ষম আৰু দুৰ্ব্বল ভাৱে চলি থকা দেখা যায়। ভাৰতত ন্যায়পালিকাৰ স্বাধীনতা আৰু ক্ষমতা বহু পৰিমাণে হ্ৰাস কৰা হৈছে। বাতৰি কাগজৰ স্বাধীনতাৰ ওপৰত প্ৰায়ে হস্তক্ষেপ দেখা যায়। সেইদৰে ভাৰতত বহুদলীয় প্ৰথা থকা হেতুকে কাৰ্য্যকৰী বিৰোধী দলো হ'ব পৰা নাই। ভাৰতৰ সবাতকৈ মনকৰিব লগা অভাৱ হ'ল বুদ্ধিদীপ্ত আৰু সচেতন নাগৰিক। এই দেশৰ সংখ্যাগৰিষ্ঠ লোকেই অজ্ঞ আৰু অশিক্ষিত। এনে অৱস্থাত ভাৰতীয় গণতন্ত্ৰই এটা অগ্নি পৰীক্ষাৰ মাজত অৱতীৰ্ণ হৈছেহি। ইয়াৰ ফলশ্ৰুতি ভৱিষ্যতৰ ইতিহাসেহে দাঙি ধৰিব পাৰিব।

# দ্বিতীয় অধ্যায়

## অতীতত গণতন্ত্ৰৰ উৎপত্তি আৰু বিকাশ

গণতন্ত্ৰৰ উৎপত্তি অনুসন্ধান কৰিলে দেখা যায় পূৰণি যুগৰ ভাৰতবৰ্ষৰ ঠায়ে ঠায়ে আৰু গ্ৰীচ দেশত গণতন্ত্ৰই জন্ম লাভ কৰে। বৈদিক যুগত ভাৰতত 'সভা' আৰু 'সমিতি' নামৰ অনুষ্ঠানৰ নাম পোৱা যায় যদিও ইবিলাকক আজিৰ অৰ্থত গণ তান্ত্ৰিক বুলি কবলৈ টান হয়। মৌৰ্য্যযুগতো ঠায়ে ঠায়ে গণতান্ত্ৰিক অনুষ্ঠানৰ শাসন ব্যৱস্থাৰ প্ৰতি সমাদৰ বাঢ়ি যোৱাৰ কথা ভাৰতৰ ইতিহাস প্ৰণেতাসকলে আলোচনা কৰি গৈছে। ইবিলাকৰ বিষয়ে পাছত আলোচনা কৰা হব। ডব্লিউ এফ উইলবিৰ মতে ৰোমান আৰু গ্ৰীক সকলেই প্ৰকৃত অৰ্থত জনপ্ৰিয় সাৰ্বভৌমত্বৰ পোৰকতা কৰে। আজিৰ পৰা প্ৰায় আঢ়ৈ হাজাৰ বছৰ আগতেই 'গণতন্ত্ৰ' শব্দটোৰ প্ৰথম ব্যৱহাৰ হয় গ্ৰীচ দেশত। গ্ৰীচৰ প্ৰখ্যাত বুৰঞ্জীবিদ্ হিৰোদটাছে প্ৰথমে আইনৰ আগত সকলো সমান এই কথা বুজাবলৈ গৈ 'গণতন্ত্ৰ' শব্দৰ ব্যৱহাৰ কৰে। তেতিয়াৰে পৰা চেগাচোৰোকাকৈ হ'লেও, গণতন্ত্ৰ শব্দই বিশ্ববাসীৰ ৰাজনৈতিক জীৱনত বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। গ্ৰীক্‌সকলে গণতন্ত্ৰৰ পৰীক্ষা সৰু সৰু ৰাষ্ট্ৰতহে কৰি চাইছিল। গ্ৰীকসকলৰ সৰু সৰু ৰাষ্ট্ৰবোৰে এসময়ত বিশ্বৰ জ্ঞানৰ ভাণ্ডাৰলৈ অফুৰন্ত সমল যোগান ধৰি গৈছে। তেওঁলোকে এই ৰাষ্ট্ৰবিলাকক পলিচ বুলি কৈছিল। পলিচৰ অৰ্থ হ'ল নগৰৰাষ্ট্ৰ (City State)। গ্ৰীকসকলৰ দৰে ৰোমানসকলেও গণতন্ত্ৰৰ পৰীক্ষা চলোৱা দেখা যায়। ৰোমানসকলে তেওঁলোকৰ ৰজা জনপ্ৰিয়ভাৱেই নিৰ্ব্বাচন কৰিছিল যদিও প্ৰশাসনীয় দিশত ৰাইজৰ ইচ্ছাতকৈয়ো ৰজাৰ ইচ্ছাই হে প্ৰাধান্য লাভ কৰিছিল। ৰাইজৰ ইচ্ছা ৰূপায়ণ নহ'লে গণতন্ত্ৰৰ অৰ্থ নাথাকে। গ্ৰীকসকলৰ গণতন্ত্ৰৰ প্ৰধান দুৰ্ব্বলতা হ'ল দাস বা গোলাম প্ৰথা। দাসবিলাকৰ বাহিৰেও তিৰোতা মানুহেও গ্ৰীচত ৰাজনৈতিক অধিকাৰ লাভ কৰিব পৰা নাছিল। তেওঁলোককো নাগৰিক বুলি কোৱা নাহিছিল। গ্ৰীচদেশৰ গণতন্ত্ৰৰ মূল্য আছে সচাঁ কিন্তু আধুনিক দৃষ্টিভঙ্গীৰে চালে ইবিলাকো প্ৰকৃত গণতন্ত্ৰ বুলিবলৈ টান হয়। তথাপি স্বীকাৰ কৰিব লাগিব যে গ্ৰীকসকলেই এই বিষয়ত বাটকটীয়া। আগতেই কোৱা হৈছে যে ইংৰাজী

Democracy শব্দটো গ্ৰীক্ শব্দ ডিমচ (Demos) আৰু ক্ৰেটচৰ (Kratus) সংমিশ্ৰন। ডিমচ শব্দই ৰাইজ বা জনসাধাৰণ আৰু 'ক্ৰেটচ শব্দই ক্ষমতা বুজায়। দুয়োটা একেলগ কৰিলে ৰাইজৰ বা জনগণৰ ক্ষমতা এনে অৰ্থ প্ৰকাশ কৰে। অসমীয়া আৰু অন্যান্য ভাৰতীয় ভাষাত Democracy ৰ ৰূপান্তৰত 'গণতন্ত্ৰ শব্দৰ প্ৰয়োগ হৈছে। ৰাজতন্ত্ৰত চিন মোকাম নাইকিয়া গণতন্ত্ৰ অৰ্থাৎ যত প্ৰজাৰ নিৰ্ব্বাচিত প্ৰতিনিধি এজনে ৰজাৰ দৰে সন্মান লাভ কৰে বা সংবিধানৰ শীৰ্ষস্থানত অৱস্থান কৰে তেনে প্ৰশাসন বুজাবলৈ ভাৰত প্ৰজাতন্ত্ৰ (Republic) শব্দটো প্ৰয়োগ হৈছে ইংলণ্ডৰ প্ৰকৃত গণতন্ত্ৰই কেইবা শ বছৰ ধৰি প্ৰসিদ্ধি লাভ কৰিছে সঁচা কিন্তু তাত সংবিধানৰ শীৰ্ষস্থানত ৰজা বা ৰাজতন্ত্ৰ বৰ্ত্তি আছে। এনে প্ৰকাৰৰ চৰকাৰক প্ৰজাতন্ত্ৰ বুলিব নোৱাৰি।

## প্ৰাচীন ভাৰতত গণতন্ত্ৰ

আগতে কৈ অহা হৈছে যে বৈদিক যুগত সভা আৰু সমিতি নামৰ গণতান্ত্ৰিক অনুষ্ঠান জীৱিত আছিল। ইয়াৰ বাহিৰেও 'বিধাথা' নামৰ গণতান্ত্ৰিক অনুষ্ঠানৰ নামো বৈদিক সাহিত্যত ঠায়ে ঠায়ে দেখা যায়। গৱেষণা বাটি অহাৰ লগে লগে জানিব পৰা গৈছে যে পূৰ্ব প্ৰান্তীয় ৰজাসকলক সেই যুগত সম্ৰাট' 'সভভাভক্' ভোজ নিচ্য' অপশ্যত স্বাৰাট আদি বোলা হৈছিল। কিন্তু হিমালয়ৰ উত্তৰত অৱস্থিত ৰাজ্য উত্তৰ মদ্ৰাজ আৰু উত্তৰকুৰুত বৈৰাজ্য নামৰ শাসন প্ৰৱৰ্ত্তিত হৈছিল। ভোজ 'স্বাৰাট আদি শব্দৰ অৰ্থ সম্বন্ধে সংস্কৃত আৰু ইতিহাসৰ পণ্ডিতসকলে ভিন্ন মত ডাঙি ধৰিছে। তথাপি স্বীকাৰ কৰিব লাগিব যে উত্তৰকুৰু আৰু উত্তৰমদ্ৰাজ প্ৰভৃতি ৰাজ্য ৰাজতন্ত্ৰহীন। বৈৰাজ্য শব্দৰে৷ ৰজাহীন ৰাজ্যকে বুজায়। উত্তৰকুৰু আৰু উত্তৰমদ্ৰাজ ৰাজ্য খ্ৰীষ্টীয় চতুৰ্থ শতাব্দী পৰ্যন্ত শক্তিশালী গণতান্ত্ৰিক ৰাজ্য হৈয়ে জীৱিত আছিল বুলি গ্ৰীক পৰিব্ৰাজকৰ লেখনীত পোৱা যায়। বহুতো ৰাজ্যত প্ৰথমে ৰাজতন্ত্ৰৰ জন্ম হলেও পৰবৰ্ত্তী যুগত নানা কাৰণৰ হেঁচাত ৰাজতন্ত্ৰই গণতন্ত্ৰলৈ পৰিবৰ্ত্তন হোৱা দেখা যায়। এই পৰিবৰ্ত্তনৰ এটা প্ৰধান কাৰণ হ'ল ৰজাসকলৰ স্বেচ্ছাচাৰিতা। পুৰণি সাহিত্যত বীনা, শুভ্ৰজ প্ৰভৃতি অনেক ৰজা স্বেচ্ছাচাৰিতাৰ হেতু প্ৰজাৰ কোপত পৰি মৃত্যু হোৱাৰ কথা পোৱা যায়। 'অৰ্থশাস্ত্ৰ'ৰ প্ৰসিদ্ধ লিখক কৌটিল্যই লিখামতে ভোজ নামৰ ৰজা এজনে ব্ৰাহ্মণ কন্যাৰ ওপৰত ব্যভিচাৰ কৰাৰ ফলশ্ৰুতি হিচাবে

গণআন্দোলন হ'ব দাবি উঠিছিল। এনে ধৰণৰ আন্দোলনে ৰাজতন্ত্ৰৰ পৰিবৰ্ত্তে পূৰণি ভাৰতৰ নানা ঠাইত গণতন্ত্ৰ প্ৰতিষ্ঠা হোৱাত অৰিহণা যোগাইছিল। অথৰ্ববেদত আছে যি ৰজাই ঈশ্বৰ আৰু ব্ৰাহ্মণৰ বিৰুদ্ধে থিয় দিয়ে তেওঁ নিজৰ সমাধিহে ৰচনা কৰে। দেখা যায় প্ৰায়ে গণআন্দোলনবিলাকত ব্ৰাহ্মণসকলে ধৰ্ম্ম আৰু সমাজৰ দোহাই দি সম্পদশালী শ্ৰেণীটোৰ সাহায্য লাভ কৰিছিল।

মহাভাৰতত পূৰণি ভাৰতৰ গণতান্ত্ৰিক চৰকাৰৰ কথা ঠায়ে ঠায়ে পোৱা যায়। অন্ধক বৃষ্ণি যাদব কুকুৰ আদি ৰাজ্য স্বৰূপাথত গণতান্ত্ৰিকহে আছিল। মহাভাৰতৰ মতে শ্ৰীকৃষ্ণ আছিল এই ৰাজ্যবিলাকৰ অবিসম্বাদী নেতা, বৃহস্পতি আলোচকাৰৰ মতে এই ৰাজ্যবিলাকে এখন সংঘৰাজ্য স্থাপন কৰি শক্তিশালী হৈ উঠিছিল। বিষ্ণুপুৰাণৰ মতে শ্ৰীকৃষ্ণই যাদবসকলক দ্বাৰকাত নি প্ৰতিষ্ঠা কৰিছিল আৰু তাত এক প্ৰকাৰ গণতন্ত্ৰ প্ৰতিষ্ঠা কৰা হৈছিল। শ্ৰীকৃষ্ণই প্ৰতিষ্ঠা কৰা গণতান্ত্ৰিক সদনত ১৮টা যাদব ফৈদৰ ১৮ জন প্ৰতিনিধি বা সদস্য আছিল। ইয়াত সংখ্যাগৰিষ্ঠ সদস্যৰ মতানুযায়ী শাসন চলিছিল। হিন্দুবীৰ ভীষ্মদেৱে মহাভাৰতৰ শান্তিপৰ্ব্বত, যুধিষ্ঠিৰৰ প্ৰশ্নোত্তৰত কৈছিল 'হে জ্ঞানী প্ৰধান ভাৰতত গণৰাষ্ট্ৰবোৰ কেনেকৈ চলিছিল আৰু সিবিলাকৰ প্ৰশাসন কোন পৰ্য্যায়ৰ আছিল, মই তোমাক জানিবলৈ দিব খোজো। গণৰাষ্ট্ৰবিলাক শক্তিশালী হোৱা সত্ত্বেও, আভ্যন্তৰীণ কলহ আৰু মনোমালিন্যই গণৰাষ্ট্ৰৰ ঘাই প্ৰতিবন্ধক। ঈৰ্ষা আৰু পৰশ্ৰীকাতৰতা আদি দোষেৰে সভ্যসকল কলঙ্কিত হোৱাৰ বাবে, গণতন্ত্ৰ পতন হয়। কুল'বিলাকৰ ভিতৰত ঈৰ্ষাৰ বিষ বিয়পি পৰিলে গণৰাষ্ট্ৰৰ খুটাবিলাক ভাগি পৰে। যদিহে ৰাজ্য শাসনৰ ভাৰপ্ৰাপ্ত 'কুল'সমূহ মিলা প্ৰীতি আৰু পৰস্পৰ সহযোগিতাৰ ভাবেৰে অনুপ্ৰাণিত হৈ কাম কৰে, গণৰাষ্ট্ৰৰ পতন হ'ব নোৱাৰে, বৰং দীৰ্ঘজীৱীহে হয়। প্ৰলোভন আদিৰ পৰা গণতন্ত্ৰ পতনহোৱা স্বাভাৱিক। ব্যক্তিগত প্ৰতিদ্বন্দ্বিতা আৰু দলাদলি আদিয়ে গণৰাষ্ট্ৰ বিলাকৰ গাঁথনি দুৰ্ব্বল কৰি তোলে।

আজিৰ দিনৰ দৰে বহু হেজাৰ বছৰৰ আগতেও গণৰাষ্ট্ৰত অবিৰামভাবে দলাদলি থকাৰ কথা কুৰুবীৰ ভীষ্মদেৱেও স্বীকাৰ কৰিছে। এনে দলাদলিৰ ফলস্বৰূপে, একোটা কুল ক্ষমতাশালী হৈ আনবোৰৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰা দেখা যায়। অন্ধক, বৃষ্ণি, ৰাজ্যত 'আহুক', 'আকুৰোৱা' আদিয়ে এই বিষয়ত যথেষ্ট খ্যাতি অৰ্জ্জন কৰিছিল। আজিৰ দৰেই হেজাৰ বছৰৰ পূৰ্ব্বতো ক্ষমতা অধিষ্ঠিত দলক আঁতৰাই পঠোৱা সহজসাধ্য নাছিল। অৱশ্যে, এইদলবোৰ

আজিকালিৰ ৰাজনৈতিক দলৰ দৰে সংবিধানিক আৰ্হিৰে গঠিত হোৱা দল নহয়। এনেকুৱা দলাদলিৰ পৰা সংঘৰ্ষৰ সৃষ্টি হ'লে সভাৰ সভাপতিৰ দায়িত্ব গধুৰ হৈ দেখা দিছিল। প্ৰয়োজন অনুসৰি সভাপতিয়ে সমিলমিল ঘটাবৰ কোনো জ্বলন্ত সমস্যাৰ ওৰ পেলোৱা দেখা যায়।

ভীষ্মদেৱে আদৰ্শ গণৰাষ্ট্ৰৰ প্ৰকৃতি কেনেকুৱা তাকো যুধিষ্ঠিৰক জানিবলৈ দিয়ে। তেওঁ কয় আদৰ্শ গণৰাষ্ট্ৰত দলাদলিৰ প্ৰশ্ন নুঠে। সাধাৰণতে এনে সভাবোৰত বয়োবৃদ্ধসকলৰ অভিমত ভোটতকৈ বেছি গণ্য কৰা হৈছিল। (পাচৰ যুগৰ কিছুমান ৰাষ্ট্ৰ যেনে 'লিচ্ছৱি' আদিতো উপৰোক্ত ধৰণে শাসন পৰিচালিত হৈছিল) আদৰ্শ গণৰাষ্ট্ৰবিলাক সাধাৰণতে সংঘ ৰাজ্যৰ (Confederation) দৰে মাৰবান্ধি থিয় দিয়ে। এইদৰে নিৰাপত্তা লাভ কৰিব পাৰিলে প্ৰশাসনীয় স্থিৰতা অনিবাৰ্য্য। ৰাষ্ট্ৰবিলাকৰ আইন কানুন সূত্ৰ অনুযায়ী প্ৰণয়ন কৰা হৈছিল। ভৱিষ্যতৰ সন্তান সকলে যাতে এই নিয়মবিলাক অৱহেলা নকৰে আৰু আখৰে আখৰে পালিবলৈ চেষ্টা কৰে তাৰ বাবে গণৰাষ্ট্ৰৰ কৰ্ত্তৃপক্ষই যত্ন কৰা বিধেয়। সকলো গুণ সম্পন্ন ব্যক্তিকে ৰাষ্ট্ৰৰ দায়িত্বপূৰ্ণ দপ্তৰবিলাক পৰিচালনা কৰিবলৈ সুবিধা দিয়া হৈছিল। জটিল সমস্যা থাকিলে লোকসভা বা জনসভাত আলোচনা কৰি লোৱা হৈছিল। গণমুখ্যজনক সভাসদসকলে তেওঁলোকৰ মাজৰ পৰা নিৰ্ব্বাচন কৰি লৈছিল। আচৰিত লাগিলেও অস্বীকাৰ কৰাৰ প্ৰশ্ন নুঠে যে হাজাৰ হাজাৰ বছৰৰ পূৰ্ব্বেও ভাৰতত গণৰাষ্ট্ৰ দলীয় প্ৰথাৰে চলিছিল।

মহাভাৰতত স্থান বিশেষে অন্যপ্ৰকাৰ গণৰাষ্ট্ৰৰো নাম পোৱা যায়। অৰ্জুনৰ দিগ্বিজয় প্ৰসঙ্গত পঞ্চাঙ্গ আৰু সপ্তাঙ্গ ৰাষ্ট্ৰৰ বৰ্ণনা আছে। এইবিলাক যে গণতান্ত্ৰিক পদ্ধতিৰে পৰিচালিত তাত কোনো সন্দেহ নাই বুলি পণ্ডিত আলটেকাৰে কৰ খোজে। পঞ্চাঙ্গ শব্দই পাঁচ অঙ্গ আৰু সপ্তাঙ্গ শব্দই সাত অঙ্গ বিশিষ্ট ৰাষ্ট্ৰ বুজায়। ইয়াত অঙ্গ শব্দই একোখন ৰাষ্ট্ৰ বুজাইছে। ৰজাৰ দ্বাৰা পৰিচালিত ৰাষ্ট্ৰই কেতিয়াও সংঘত প্ৰৱেশ নকৰে। এইবিলাকো স্বকপাৰ্থত গণৰাষ্ট্ৰই আছিল।

খ্ৰীষ্টপূৰ্ব্ব ৫০০ বছৰৰ পৰা খ্ৰীষ্টিয় ৪০০ মান বছৰ পৰ্য্যন্ত এতিয়াৰ পঞ্জাব আৰু সিন্ধু উপত্যকাত ভালেমান গণৰাষ্ট্ৰ গঠিত হোৱাৰ কথা ইতিহাসত পোৱা যায়। দুৰ্ভাগ্যবশত সেইৰাজ্যবিলাকৰ নামটোৰ বাহিৰে বিশেষ বিৱৰণ পাবলৈ নাই। এইবিলাক নাম পুৰণি বৈয়াকৰণিকে কেৱল জানিবলৈহে দিছে। 'ভুকচ 'দমনিস্ 'পাৰ্চভ' প্ৰভৃতি নামৰ গণৰাষ্ট্ৰ কিমান বছৰ ধৰি চলি আছিল আৰু

সিবিলাকৰ কাৰ্য্যপন্থা কেনেধৰণৰ তাৰ জনাৰ উপায় নাই। কোনো ঠাইত সৰু সৰু ৰাষ্ট্ৰবোৰ গোটখাই সংঘ গঠিত কৰাৰ উদাহৰণ আছে। বিখ্যাত বৈয়াকৰণিক পাণিনিয়ে নিগত স্বাশ্বথক নামৰ ছখন ৰাজ্য সমষ্টিৰ কথা লিখি গৈছে। ৰাজ্য কিখন আছিল—কৌন্দপাৰ্থ দন্দকী ক্ৰোষ্টকী, জলামনি, ব্ৰহ্মগুপ্ত আৰু জানকী।

খ্ৰীষ্টপূৰ্ব্ব প্ৰায় ২০০ বছৰৰ পৰা খ্ৰীষ্টিয় ৪০০শ বছৰ পৰ্য্যন্ত আজিকালিৰ আগ্ৰা চহৰৰ ওচৰত অৰ্জ্জুনায়ণ নামৰ গণতান্ত্ৰিক পদ্ধতিৰে পৰিচালিত ৰাষ্ট্ৰৰ নাম পোৱা যায়। এই ৰাষ্ট্ৰৰ নাম খোদিত মোহৰ আৱিষ্কৃত হৈছে। পণ্ডিত সকলে এইৰাজ্য বেচি প্ৰাচীন নহয় বুলি কৰ খোজে। কিয়নো আৱিষ্কৃত মোহৰ-বিলাক অধ্যয়ন কৰি ৰাষ্ট্ৰৰ স্থিতি খ্ৰীঃ পূঃ ৪০০শ বছৰৰ ভিতৰত বুলি ভাবিবৰ থল আছে। অৱশ্যে এই ৰাষ্ট্ৰৰ অধিবাসীসকল মহাভাৰতৰ তৃতীয় পাণ্ডৱ অৰ্জ্জুনৰ বংশধৰ বুলি কিংবদন্তিয়ে কয়। যোধেয় নামৰ আন এখন পুৰণি গণ-ৰাষ্ট্ৰৰো নাম পোৱা যায়। যোধেয় নামটো প্ৰথম পাণ্ডৱ যুধিষ্ঠিৰৰ পৰা হোৱা। এই ৰাজ্যৰ শাসকশ্ৰেণী ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ বংশধৰ। জানিব পৰা গৈছে যে যোধেয় ৰাজ্য একালত প্ৰ গু প্ৰতাপী আৰু বিশাল আছিল। গ্ৰীক্ বুৰঞ্জীবিদসকলে কয় যে এই ৰাজ্যৰ শাসনভাৰ ৫০০০ লোকৰ হাতত ন্যস্ত আছিল। এইফালৰ পৰা চালে যোধেয়ৰাজ্যক গণৰাষ্ট্ৰ বুলি আখ্যা দিব নোৱাৰি। যিহেতু ৫০০০ লোক যোধেয়ৰাজ্যৰ বিশালতা অনুপাতে মুষ্টিমেয়। আৱিষ্কৃত মোহৰৰ পৰা জানিব পাৰি যে যোধেয় পূবে চাহৰাণপুৰৰ পৰা পশ্চিমে বহৱলপুৰ পৰ্য্যন্ত আৰু উত্তৰ-পশ্চিম লুধিয়ানাৰ পৰা দক্ষিণ পূব দিল্লী পৰ্য্যন্ত পৰিব্যাপ্ত আছিল। এইখনো তিনিখন ৰাজ্যৰ সংঘৰাজ্য। পঞ্জাবৰ ৰোহতক কোনো এখন ৰাজ্যৰ ৰাজধানী। বহুধান্যকা কোনো এখন ৰাজ্যৰ প্ৰধান চহৰ। বহুধান্যকা শব্দই ধানেৰে পৰিপূৰ্ণ ৰাজ্য বুজায়। আলেকজেণ্ডাৰৰ লগত অহা বুৰঞ্জী লিখকে উপৰোক্ত অঞ্চলত এখন সম্পদশালী বসতিপূৰ্ণ আৰু পৰিশ্ৰমী মানুহৰ ৰাজ্য থকাৰ কথা উল্লেখ কৰিছে। এইখন নিঃসন্দেহে যোধেয় ৰাজ্য।

গ্ৰীকলিখকসকলে উল্লেখকৰা মতে ভাৰতত খ্ৰীষ্টপূৰ্ব্ব ৪০০ বছৰৰ ভিতৰত বহুতো গণৰাষ্ট্ৰ বৰ্ত্তি আছিল। সেইবিলাকৰ ভিতৰত অম্বাথজ (গ্ৰীক মতে সমবাচতাই) শিবি (গ্ৰী-শিবই) মালৱ, (গ্ৰী-মাল্লয়) অগশ্ৰেণী (গ্ৰী-অগচিনাক), ক্ষুদ্ৰক (গ্ৰী অক্সিনেক্), ব্ৰাহ্মণয় (গ্ৰী-ব্ৰাহ্মণক) ইত্যাদি গ্ৰীক লিখকসকলে নদী বিলাকৰো নাম সলনি কৰি উচ্চাৰণ কৰা দেখা গৈছে। ড কে পি জয়চোৱালৰ

মতে পঞ্জাব অঞ্চলত তিনিখন মাত্র ৰাষ্ট্ৰ বাদ দি বাকী সকলোবিলাক গণৰাষ্ট্ৰই আছিল। গ্ৰীক্ লিখকসকলৰ বৰ্ণনাই আমাৰ প্ৰাচীন ভাৰতৰ গণৰাষ্ট্ৰ বা গণতান্ত্ৰিক ৰাষ্ট্ৰবিলাকৰ সম্যক জ্ঞান দিয়ে। গ্ৰীক লিখকৰ বাহিৰেও বৌদ্ধ ধৰ্মৰ জাতকবিলাকত ভালেমান গণৰাষ্ট্ৰৰ নাম আছে। এনে গণৰাষ্ট্ৰৰ কিছুমান আধুনিক যুক্ত প্ৰদেশৰ গোৰক্ষপুৰ অঞ্চলত আছিল বুলি কোৱা হৈছে। এইবিলাকৰ কিছুমানৰ আগতে নাম দিয়া হৈছে। গ্ৰীক্ লিখকৰ বৰ্ণনাত আছে। জাতকত উল্লিখিত ৰাষ্ট্ৰ ভোজ বুলীয় মেৰিয় প্ৰভৃতি গ্ৰাক নগৰ-ৰাষ্ট্ৰবিলাকতকৈ ডাঙৰ হ'ব নোৱাৰে। গ্ৰীচদেশৰ নগৰ-ৰাষ্ট্ৰবিলাক (Polis) আকাৰত যথেষ্ট সৰু আছিল। স্পাৰ্টাৰ কালি আছিল ৩৩৬০ বৰ্গফুট। আনবোৰ ৰাজ্য ইয়াতকৈ সৰু। প্ৰাচীন ভাৰতৰ বৈদহীন বা লিচ্ছাবি ৰাষ্ট্ৰও গ্ৰীচৰ নগৰ-ৰাষ্ট্ৰৰ দৰে সৰু আছিল বুলি ভাবিবলৈ থল আছে। অৱশ্যে গ্ৰীকসকলৰ ৰাষ্ট্ৰ পদ্ধতি ভাৰতীয় গণৰাষ্ট্ৰৰ পদ্ধতিৰ লগত মিল দেখা নাযায়।

অৱদান শতক নামৰ গ্ৰন্থত আছে এদল বৌদ্ধ সন্ন্যাসী দক্ষিণভাৰত ভ্ৰমণ কৰোতে সেইকালৰ কোনো ৰজাক কৈছিল—মধ্যদেশত কোনো কোনো ঠাইত ৰাজতন্ত্ৰ আৰু আন কোনো ঠাইত গণতন্ত্ৰ আছিল—জৈন আচাৰঙ্গ সূত্ৰতো তিনিবিধ ৰাষ্ট্ৰৰ নাম উল্লেখ কৰিছে। এই তিনিবিধ ৰাষ্ট্ৰ হ'ল 'অৰাজনি গণৰাজনি' আৰু 'দোৰাজনি'। অৰাজনি'য় গণৰাষ্ট্ৰ নুবুজাব পাৰে কিন্তু ৰাজতন্ত্ৰ কোনোমতে হ'ব নোৱাৰে। গণৰাজনি'য় গণতন্ত্ৰ বুজোৱা বুলি ভাবিব পাৰি। দোৰাজনি দুজন ৰজাৰ শাসন। কোনো কোনো পণ্ডিতে অৱশ্যে ক'ব খোজে গণ শব্দই এক তা জাতিহে বুজায় যেনে মালৱগণ যোধেয়গন আদি। কিন্তু এই সিদ্ধান্ত মানি লবলৈ টান হয়।

খ্ৰীষ্টপূৰ্ব্ব ষষ্ঠ শতাব্দিত আৰু বহুতো গণৰাষ্ট্ৰ উদ্ভৱ হোৱা বুলি পণ্ডিত সকলে মত প্ৰকাশ কৰিছে। সেইবিলাকৰ ভিতৰত কপিলাবস্তু, শাকিয়', ভোজ মোৰীয়জ কোশিনৰ মল্ল'জ প্ৰভৃতিৰ নাম লব পাৰি। মিথিলাৰ' বৈদহীন আৰু বৈশালৰ লিচ্ছাবিৰ নাম আগতে উল্লেখ কৰা হৈছে। এই দুয়োখন আকাৰত সৰু হ'লেও খ্যাতিসম্পন্ন গণৰাষ্ট্ৰ আছিল। সবহীয়া সমল হাতত আহি নপৰাৰ কাৰণে উপৰোক্ত প্ৰতিখন গণৰাষ্ট্ৰৰ প্ৰশাসন তথা পৰিচালন ব্যৱস্থা কেনে আছিল, জানিব নোৱাৰি।

মালৱ আৰু ক্ষুদ্ৰক নামৰ দুখন গণৰাষ্ট্ৰৰ কথা আমি আগতে কৈ আহিছো। এই দুয়োখন ৰাষ্ট্ৰই যথেষ্ট শক্তিশালী আছিল। গ্ৰীকৃবীৰ আলেকজেণ্ডাৰৰ প্ৰবল

আক্রমণক বাধাদিব'ল ক্ষুদ্রোখন বাষ্ট্রই এক মিত্র শক্তিৰূপে থিয় দিছিল। মালৱৰ ১০০ ০০০ বীৰ সেনাৰ প্রচণ্ড আঘাতত, আলেকজেণ্ডাৰৰ প্রাণ কথমপিহে ভৃত্য এজনে ৰাখিলে। এই ৰাজ্যত ভালেমান দুর্গ থকাৰ কথা গ্রীক লিখকে স্বীকাৰ কৰি গৈছে। অৰাশৰত পৰিচালনা বিশৃঙ্খলা হোৱা হেতুকে ক্ষুদ্রোখন ৰাজ্য পতন হ'ল। খ্রীষ্টিয় ১৫০ চনত এই ৰাজ্যদ্বয় স্কীথিয়ানবিলাকে জয় কৰে। ক্ষুদ্রক ৰাজ্যৰ প্রশাসকসকলে নিজকে ইক্ষাকু পৰিয়ালৰ নাতিপুতি বুলি দাবী কৰে। এই বিখ্যাত পৰিয়ালত ভগবান শ্রীৰামচন্দ্রই জন্ম গ্রহণ কৰিছিল, এই ৰাজ্যৰ মোহৰ আৱিষ্কৃত হৈছে। তাত ৰাজ্য বিজয়ৰ সবিশেষ আছে, কিন্তু ৰজাৰ নাম নাই।

আগতেই আমি অম্বাচ থজ নামৰ ৰাজ্যৰ কথা উল্লেখ কৰিছো। এই ৰাজ্যৰ বিষয়ে গ্রীক লিখকে কিছু বিস্তৃত আভাষ দিছে। কার্টিয়াছে ইয়াৰ চৰকাৰ গণতান্ত্রিক বুলি লিখিছে। এই ৰাজ্যৰ ৬ ০ ০ পদাতিক ৬০ অশ্বাৰোহী আৰু ৫০০ ৰথ আছিল। এইসকলে মহাবীৰ আলেকজেণ্ডাৰৰ বিপক্ষে যুঁজিবলৈ এজন সেনানায়ক নির্ব্বাচন কৰিছিল। নির্ব্বাচন পদ্ধতিৰে বচা কাম বহুতো গণতান্ত্রিক ৰাষ্ট্রতো দেখা নাযায়। ইয়াৰ বাহিৰেও সৰু সৰু যিবিলাক গণৰাষ্ট্রৰ নাম পোৱা গৈছে সিবিলাকৰ বিশদ বিৱৰণ পাবলৈ নাই। 'শিবি' ৰাজ্যৰ কথা উল্লেখ কৰা হৈছে। কিছুমান পুৰণি গ্রন্থতো শিবি ৰাজ্যৰ নাম পোৱা যায়। মৌর্য্যযুগৰ অথনীতিবিদ কৌটিল্যয়ো পাঞ্চাল, কুকুৰ কুৰুক সৌৰাষ্ট্র মদ্রাক প্রভৃতি গণৰাষ্ট্র বুলি লিখিছে। বৌদ্ধ গ্রন্থ মতে কুৰুৰাজ্যৰ ৰাজধানী দিল্লীৰ সমীপৱৰ্ত্তী ঠাই ইন্দ্রপ্রস্থই আছিল। ভগবান বুদ্ধদেৱৰ জীৱদ্দশাত কুৰুৰাষ্ট্রত ৰাজতন্ত্রৱৰ্ত্তী আছিল, কিন্তু কৌটিল্যৰ লিখনিত ইয়াক গণৰাষ্ট্রৰ লগত ধৰা হৈছে। একেদৰে বৈদেহন বা বিদেহ বৈদিক যুগৰে পৰা চলি থকা ৰাষ্ট্র, সেইকালত ইয়াত ৰাজতন্ত্র চলিছিল কিন্তু বৌদ্ধযুগত ইয়াক গণৰাষ্ট্র বুলি কোৱা হৈছে। কৌটিল্যৰ ৰচনাত পাঞ্চালক গণতন্ত্র বুলি কোৱা হৈছে কিন্তু বৈদিক সাহিত্যৰ পৰা তেতিয়া ইয়াত ৰাজতন্ত্র আছিল বুলি জানিব পাৰি।

বৌদ্ধ জাতকত, শাক্য নামধাৰী গণতন্ত্রৰ কথা পোৱা যায়। অনেক সময়ত বহুতে ইয়াত ৰাজতন্ত্র আছিল বুলি ক'ব খোজে। প্রকৃততে শাক্য আছিল এখন গণৰাষ্ট্রহে। এই ৰাষ্ট্রত এটা লোকসভা-গৃহ থকাৰ কথা জাতক সাহিত্যৰ পৰা জানিব পাৰি। এই লোকসভাত সকলো সদস্যই দেশৰ শান্তি, নিৰাপত্তা, যুদ্ধ, চুক্তি আদিৰ বিষয়ে বিশদভাৱে আলোচনা কৰিছিল। জাতকত লেখা মতে মৌলিয়

বৌলিয় প্ৰভৃতি সৰু সৰু ৰাষ্ট্ৰৰ নিজা সংবিধানিক প্ৰশাসন ব্যৱস্থা আছিল। এনে ব্যৱস্থাবিলাকত, বিখ্যাত গণৰাষ্ট্ৰ যোধেয় আৰু মালৱৰ পৰা নীতি অনুসৰণ কৰা বুলি ভাবিব'ল থল আছে। প্ৰতিখন ৰাষ্ট্ৰৰে নিজা লোকসভাগৃহ আছিল আৰু সভ্যসকলক 'ৰাজা বুলি কোৱা হৈছিল। ৰাজাৰ সন্তানসকলক উপৰাজা' বোলা হৈছিল। ৰাজা বোলাৰ কাৰণ কি জনা নাযায়, তথাপি তেওঁলোক বহুতো মাটিৰ মালিক অৰ্থাৎ জমিদাৰৰ দৰে সন্মানিত ব্যক্তি আছিল। বঙ্গদেশত স্বাধীনোত্তৰ কালতো জমিদাৰক ৰাজা বোলা হৈছিল। এই ৰাজ্যসমূহৰ নগৰবিলাকত শাসক শ্ৰেণীৰ বাহিৰেও বিভিন্নলোক বাস কৰিছিল। সেইবিলাকৰ ভিতৰত, খেতিয়ক, শিল্পী, বেপাৰী কাৰিকৰ আদি প্ৰধান। শাক্যৰাজ্যত বহুতো সৰু সৰু গাওঁ আৰু নগৰ আছিল। নগৰবিলাকত ৰাজহুৱা বিষয় আলোচনাৰ বাবে সভাগৃহও আছিল। এনে সভাত সকলো সভ্যই অংশ গ্ৰহণ কৰিব পাৰিছিল।

ড জয়চোৱালে কয়, এই ৰাজ্যবিলাকত দুখন সভা আছিল। আধুনিক যুগৰ দৰে উচ্চসভা আৰু নিম্নসভা বুলি দুটা ভাগো আছিল। গ্ৰীকবীৰ আলেকজেণ্ডাৰৰ লগত শান্তিৰ চুক্তি উচ্চসভাৰ নিৰ্দেশতে সংঘটিত হৈছিল বুলি জানিব পৰা গৈছে। যোধেয়ৰ দৰে বৃহৎ ৰাষ্ট্ৰবিলাক পৰিচালনাৰ হেতু কিছুমান প্ৰদেশত ভাগ কৰা হৈছিল আৰু প্ৰতি প্ৰদেশতে এজোন শাসনকৰ্তা আছিল। এওঁলোকক সাধাৰণতে উচ্চ শ্ৰেণীৰ পৰা মকৰল কৰা হৈছিল।

গ্ৰাম্য অঞ্চলত থকা সভাআলয় বিলাকত গাঁৱৰ প্ৰায়বিলাক প্ৰাপ্তবয়স্ক লোকেই অংশ গ্ৰহণ কৰিছিল। গাওঁবঢ়াজন সাধাৰণতেই প্ৰশাসকমণ্ডলীৰ মাজৰ পৰা নিয়োগ কৰা হৈছিল।

পুৰণি সাহিত্যত গণ শব্দই বিশেষ অৰ্থত লোকসভাকেই বুজাইছিল। পালি সাহিত্যত গণপুৰাক নামৰ বিষয়াৰ উল্লেখ কৰিছে। গণপুৰাকজনে সংসদৰ আৱশ্যকীয় সংখ্যা, সভ্যৰ উপস্থিতি কামত চকু দিয়া কৰ্তব্য আছিল। পালি সাহিত্যত 'গণবন্ধন' নামৰ শব্দ এটা পোৱা যায়। এই শব্দটো গণতন্ত্ৰৰ মূলাধাৰ বুলিব পাৰি। ভিক্ষুসকলক থুউৱা আৰু পৰিচৰ্য্যা কৰা এজন বা দুজন মানুহৰ কাৰণে সম্ভৱ নহয়। সকলো ৰাইজৰ চান্দা, পচা, তুলি, সৰহীয়া ভিক্ষা গোট খালে, সেইসকলৰ সেৱা শুশ্ৰূষা কৰাৰ ব্যৱস্থা আছিল। এনেদৰে ৰাইজক একত্ৰিত কৰা বা মাৰ বান্ধি গোট খোৱা ব্যৱস্থাক গণবন্ধন বুলি কোৱা হৈছিল। মহা-ভাৰততো ঠায়ে ঠায়ে এনে ব্যৱস্থাৰ কথা পোৱা যায়। প্ৰবল প্ৰতাপী গুপ্ত

সম্ৰাটসকলৰ দিগন্ত প্ৰসাৰী ক্ষমতাই যেতিয়া ভাৰতৰ ইমূৰ সিমূৰ কঁপাই তুলিছিল তেনে অৱস্থাতো অৰ্জুনায়ন আৰু যোধেয়ৰাজ্য ম্লান হৈ পৰা নাছিল। সমুদ্ৰগুপ্তৰ দিগ্বিজয় কাহিনী খোদিত বিখ্যাত এলাহাবাদ লিপিত কেৱাখনা গণতান্ত্ৰিক ৰাষ্ট্ৰৰ নাম পোৱা যায়। সেইবিলাকৰ ভিতৰত যোধেয় আৰু অৰ্জুনায়নৰ নামো আছে। দেখা যায় খ্ৰী পূৰ্ব ৪০০ শ বছৰৰ পৰা খ্ৰীষ্টিয় প্ৰথম শতিকা পৰ্য্যন্ত (সমুদ্ৰ গুপ্তৰ সময় খ্ৰী ৩৩০ – ৩৭৫) এই ৰাষ্ট্ৰদুখন জীৱিত আছিল। এলাহাবাদ লিপিত অভিয় মুদ্ৰাক মালৱ আদিৰো নাম আছে। যোধেয় ৰাষ্ট্ৰৰ উপাস্য দেৱতা আছিল দেৱ সেনাপতি কাৰ্ত্তিকেয়। ইয়াৰ প্ৰজাসকল আছিল বলী আৰু সাহসী। কিছুদিনৰ বাবে এই ৰাষ্ট্ৰ কনিষ্কই জয় কৰে।

## ভাৰতীয় গণৰাষ্ট্ৰৰ প্ৰশাসন ব্যৱস্থা

আমি আগতে কৈ আহিছো যে খ্ৰী পূ ৪০০—৫০০ শ বছৰ পৰ্য্যন্ত চলি থকা বহুতো ভাৰতীয় গণৰাষ্ট্ৰৰ কেৱল নামটোহে পোৱা গৈছে। মহাভাৰতত নাম থকা, বা গ্ৰীক ঐতিহাসিকসকলে বিবৰণ দি যোৱা, বা পালি সাহিত্যত পোৱা বিভিন্ন গণৰাষ্ট্ৰবিলাকৰ বিশেষ বিৱৰণ পোৱা নাযায়। সিবিলাকৰ পৰিচালনা বা প্ৰশাসন পদ্ধতিৰ বিষয়ে কোনো পুৰণি পুথিত পাবলৈ নাই। বুদ্ধ সংঘবিলাকৰ নিয়ম প্ৰণালীৰ ক্ষেত্ৰত যিবোৰ ব্যৱস্থা আছে, সেই ব্যৱস্থাবিলাক পালি সাহিত্যৰ কোনো কোনো গ্ৰন্থই লিপিবদ্ধ কৰি ৰাখিছে। এই আইন-কানুনবিলাক সমসাময়িক গণৰাষ্ট্ৰবিলাকৰ পৰাই অনুসৰণ কৰা হৈছিল বুলি তথাগত বুদ্ধই নিজেও কৈছিল। যদি সেয়ে সত্য, তেনেহলে সংঘৰ নিয়মাৱলীয়েই গণৰাষ্ট্ৰবিলাকৰো সংবিধান হোৱা সম্ভৱ। বুদ্ধসংঘত কুৰিজন লোকেৰে থুল' বা কোৰাম' হোৱাৰ ব্যৱস্থা আছিল। গণৰাষ্ট্ৰতো তদনুৰূপ ব্যৱস্থা থকাতো স্বাভাৱিক। সংঘ মুখ্যজনেই সভাপতি। তেওঁ সকলো সভাতে উপস্থিত থাকি পৰিচালনা কৰিব লাগে। সংস্কৃত ভাষাৰ বিখ্যাত পণ্ডিত পাণিনিয়েও গণতীৰ্থ নামৰ বিষয়াৰ কথা উল্লেখ কৰি গৈছে। গণতীৰ্থৰ কাম আছিল থুল নিৰ্ণয় কৰা। গণপুৰাক নামৰ আন এজন বিষয়াই দলৰ নেতৃত্ব কৰিছিল। বুদ্ধ সংঘৰ সকলো সিদ্ধান্ত, প্ৰস্তাৱযোগে উত্থাপিত হয়, আৰু প্ৰস্তাৱৰ ওপৰত বিতৰ্ক হ'ব পৰাৰ ব্যৱস্থা আছিল। প্ৰস্তাৱৰ অনুকূলে যোৱাসকলে মৌনতা অৱলম্বন কৰিব লাগে আনহাতে প্ৰতিকূলে যোৱাসকলে

বিৰোধীতা কৰাৰ নিয়ম। আধুনিক যুগৰ গণৰাষ্ট্ৰবিলাকৰ সংসদত এটা বিষয় তিনিবাৰ উত্থাপন আৰু সমৰ্থিত হোৱাৰ ব্যৱস্থা প্ৰাচীন গণৰাষ্ট্ৰতো আছিল। সকলো সিদ্ধান্তকে গৰিষ্ঠসংখ্যক ভোটেৰে নিৰ্ণয় কৰা হৈছিল। এটা গীতৰ দ্বাৰা সংসদত কাম আৰম্ভ কৰা নিয়ম বুদ্ধ সংঘবিলাকে বৰ নিষ্ঠাৰে পালন কৰিছিল। গণৰাষ্ট্ৰবিলাকৰ ক্ষেত্ৰতো একেই নিয়ম। কোনো সভ্যই কিবা বিষয় উত্থাপন কৰিব খুজিলে নিৰ্দিষ্ট শব্দ বা যোজনা আদি প্ৰয়োগ কৰা বিধিবদ্ধ নিয়ম। উদাহৰণস্বৰূপে যদি কোনো সদস্যই প্ৰস্তাৱ আগবঢ়াব খোজে, তেওঁ এইদৰে কোৱা নিয়ম— 'এতিয়া মাননীয় সংঘই মোৰ কথাত মনোযোগ দিব লাগে আৰু যদি সময়ে সুবিধা দিয়ে মাননীয় সংঘই এই প্ৰস্তাৱ কাৰ্য্যকৰী কৰিব লাগে। ইত্যাদি। পালি ভাষাৰ পুথি 'বিনয় পিটক'ত কোনেক এটা প্ৰস্তাব গৃহীত কৰাব লাগে তাৰ কেইবাটাও উদাহৰণ দিয়া আছে।

এবাৰ উবালা নামৰ এজন ভিক্ষুৰ ওপৰত মিছা কথা কোৱাৰ কাৰণে গোচৰ তৰা হয়। তেওঁক সভাই বিচাৰলৈ মাতে আৰু বিশেষ নিয়মানুসৰি এটা প্ৰস্তাৱ লোৱা হয়। প্ৰস্তাৱৰ ওপৰত আলোচনাও চলিল আৰু উবালাক শাস্তি দিয়াৰ সিদ্ধান্ত বাহাল ৰখা হয়। এই প্ৰস্তাৱটো সংঘত তিনিবাৰ পঠিত হয় আৰু লোকসমৰ্থনৰ দ্বাৰা গৃহীত হয়। সংঘৰ সকলো সভাতে থল থাকিব লাগিব থুল নথকা সভাত কোনো প্ৰস্তাৱ কাৰ্য্যকৰী নহয় বুলি তথাগত বুদ্ধই বাৰে বাৰে কৈ গৈছে।

ভোটদিয়া প্ৰণালীক বা ভোটক ছন্দা' বুলি কোৱা হৈছিল। ছন্দা শব্দৰ অৰ্থ হ'ল ইচ্ছা। ছন্দাই সেইকাৰণে সভ্যসকলৰ ইচ্ছা বা অভিমত প্ৰকাশ কৰাকে বুজায়। সাধাৰণ বিষয়ৰ ওপৰত ভোটৰ প্ৰশ্ন নুঠে। যিবিলাক প্ৰস্তাৱৰ সপক্ষে বা বিপক্ষে যথাযথ আলোচনা হোৱাৰ পাছতো যদি সিদ্ধান্ত লোৱাত বাধাগ্ৰস্ত হয় তেনেস্থলতহে ভোট দিয়াৰ প্ৰশ্ন আহি পৰে। কথাটো বিশ্বাস কৰিবলৈ টান যদিও ভোট দিওতে স্বকীয়া স্বকীয়া ৰঙৰ কাগজ ব্যৱহাৰ কৰা হৈছিল। এনে ভোটৰ কাগজৰ ( তুলাপাত ) নাম আছিল শলকা। প্ৰতিৰঙে একো একোটা মতক প্ৰতিনিধিত্ব কৰে। 'সুলকা গ্ৰহণ নামৰ বিষয়াৰ কৰ্ত্তব্য আছিল ভোট দিয়া প্ৰণালীৰ ব্যাখ্যা কৰা আৰু নিয়মবোৰ বুজাই দিয়া। কোন ৰঙৰ তুলাপাতে কি অৰ্থ বুজাব, সুলকা গ্ৰহণে তাক নিশ্চিত কৰি দিয়া আৱশ্যক। যেতিয়া ভোট গুপুতে লোৱা হয়, তেতিয়া তেনে গুপ্তভাৱে ভোটলোৱা কাৰ্য্যক 'গুলহকম বুলি

কোৱা হয়। যেতিয়া মুকলিভাৱে লোৱা হয় তেতিয়া সেইকাৰ্য্যক 'ভিভাতকম' বুলি কোৱা হয়। ভোট দিয়াৰ উদ্দেশ্যে প্ৰতিজন ভোটদাতাই সুলকা গ্ৰহণৰ ওচৰলৈ যাব লাগে আৰু ভোটৰ কাগজলৈ তাৰ অৰ্থ বুজি লোৱা আৱশ্যক। এই কামো অতি গোপনীয়ভাৱে কৰা হয়। বেলেগ বেলেগ ৰঙৰ অৰ্থ বুজাই দি ভোট বিবয়াই কয় 'তুমি এতিয়া যি মত পোষণকৰা সেইমতে কাগজ লোৱা'। ভোটৰ সাহায্যত গৃহীত হোৱা প্ৰস্তাৱত কোনো আপত্তি খাটিব নোৱাৰে। এনে প্ৰস্তাৱ সহজতে কাৰ্য্যকৰী কৰা হয়।

সভাত কথা কওঁতে সভ্যসকলে নিৰ্দ্দিষ্ট নিয়ম মানি চলিব লাগে। কোনো সভ্যকে বক্তৃতা প্ৰদান কৰোতে অপ্ৰাসঙ্গিক বা অবাঞ্ছনীয় শব্দ প্ৰয়োগ কৰিবলৈ দিয়া নহয়। সংঘৰ এই নিয়মবোৰ বৰ কটকটীয়াভাৱে মানিব লাগে। কোনোবাই নিয়ম ভংগ কৰিলে বা সংঘক অৱমাননা কৰিলে, বিচাৰৰ সন্মুখীন হ'ব লাগে। অৱশ্যে, সভ্যসকলে পৰস্পৰে শাস্তি বিহিব নোৱাৰে। সভাৰ সিদ্ধান্ত অনুযায়ীহে শাস্তি হ'ব পাৰে।

আজি কালিৰ দৰে প্ৰাচীন ভাৰতীয় গণৰাষ্ট্ৰবিলাকতো সচিবালয়ৰ ব্যৱস্থা আছিল। এই সচিবালয়ত সাধাৰণতে চাৰিজন কাকতীয়ে কাম কৰা নিয়ম। এওঁলোকে বক্তাসকলৰ বক্তৃতাবোৰ লিপিবদ্ধ কৰি ৰাখিব লাগে। এইদৰে লিখি ৰাখোতে কৰ্মচাৰীয়ে পক্ষপাতদুষ্ট দৃষ্টিভংগীৰে কাম কৰিব নোৱাৰে। প্ৰস্তাৱবিলাক অতি সাৱধানতাৰে আৰু দোষশূণ্যভাৱেহে লিপিবদ্ধ কৰিব লগা হৈছিল। দুৰ্ভাগ্যবশত এনেদৰে লিপিবদ্ধ কৰা কোনো সেইকালৰ বক্তৃতা বা প্ৰস্তাৱ আজিও আমাৰ হাতত পৰাহি নাই। বিদেশীৰ আগমনত আৰু প্ৰাকৃতিক দুৰ্যোগ বা যুদ্ধ বিগ্ৰহৰ ফলশ্ৰুতি স্বৰূপে ভাৰতৰ হিন্দুৰাষ্ট্ৰ প্ৰণালীয়েই চিৰদিনৰ কাৰণে বিলুপ্তি ঘটিল।

গণৰাষ্ট্ৰসমূহৰ কাৰ্য্যপালিকা সম্ভৱ সেইকালতো লোকসভায়েই নিৰ্ব্বাচন কৰিছিল। এওঁলোক কোনো ৰাজপৰিয়ালৰ পৰাই নিৰ্ব্বাচিত হৈছিল নে নাই অন্য প্ৰকাৰে হৈছিল জানিবৰ উপায় নাই। লিচ্ছবি ৰাজ্যৰ কাৰ্য্যপালিকাৰ সংখ্যা আছিল ৯ জন। কিন্তু এই ৰাজ্যৰ লোকসভাৰ সদস্য আছিল ৭৭০৭ জন। আনহাতে, মাল্লাৰাজ্যত মুঠেই চাৰিজন কাৰ্য্যপালিকাৰে কাম চলাইছিল। এওঁলোকৰ কেউজনেই ভগবান বুদ্ধৰ মহাপ্ৰয়াণৰ শৱযাত্ৰাত যোগদিয়া বুলি জানিব পাৰি। পতঞ্জলিয়ে সংঘৰ কথা উল্লেখ কৰোতে, পঞ্চক দশক ভীমশক আদি শব্দ

ব্যৱহাৰ কৰিছে। এইবিলাকে হয়তো পাচজনৰ দহজনৰ কুৰিজনৰ কাৰ্য্যপালিকাৰ কথা বুজাব পাৰে। মোটামুটিভাবে কাৰ্য্যপালিকাৰ সংখ্যা ৪ জনৰ পৰা দহজনতকৈ সৰহ হ'ব নোৱাৰে। গ্ৰীক লিখকে উল্লেখ কৰামতে ক্ষুদ্ৰক ৰাজ্যৰ যি ১৫০ জন বৰমূৰীয়া আলেকজেণ্ডাৰৰ লগত সন্ধি চুক্তিত বহিছিল তেওঁলোক কাৰ্য্যপালিকাৰ সদস্য নহয়, বৰং দেশৰ জনা শুনা জ্যেষ্ঠ লোকহে। আগতেই কোৱা হৈছে কিদৰে গণৰাষ্ট্ৰত কাৰ্য্যপালিকা নিৰ্ব্বাচিত বা মনোনীত হৈছিল জানিবৰ উপায় নাই।

অৰ্থশাস্ত্ৰত কৌটিল্যই লেখিছে যে সদস্যসকলৰ দ'ৰা বিলাকক যদি তেওঁলোকৰ পিতাকৰ চাকৰি বা বিষয়বাব দিয়া নহয় তেনেহলে তেওঁলোকে শত্ৰুৰ লগত সহযোগ কৰাৰ সম্ভাৱনা থাকে। কিছুমান গণৰাষ্ট্ৰত সদস্য সকলক চৰকাৰী উপাধি আৰু সন্মান দিয়াৰ ব্যৱস্থা দেখা যায়। মালৱ আদি ৰাজ্যত অৱশ্যে এনে প্ৰথা নাছিল। বিশেষ নেতাসকলেও এই ৰাজ্যত চৰকাৰী কাগজ পত্ৰত উপাধি লেখাৰ পৰা বিৰত থাকিব লগা হৈছিল। ৰাষ্ট্ৰপতিজন সন্ধৰ কাৰ্য্যপালিকা আৰু লোকসভা উভয়ৰে গুৰিয়াল বুলি ভাবিবলৈ অৱকাশ আছে। সভাপতিৰ ঘাই কাম আছিল আভ্যন্তৰীণ কলহাদিত হস্তক্ষেপ কৰা আৰু ৰাজ্যত শান্তি প্ৰতিষ্ঠা কৰা। তেওঁ দেশৰ সকলো খা-খবৰ ৰাখিছিল। পৰৰাষ্ট্ৰদপ্তৰ এটাও গণৰাষ্ট্ৰবিলাকত ৰখা হৈছিল। সেইদৰে পুলিচ, ৰাজহ, বাণিজ্য প্ৰভৃতি কামৰ বাবেও সুকীয়া সুকীয়া দপ্তৰ আছিল। সাৰ্ব্বজনীন ভোটাধিকাৰনীতি চৰকাৰৰ দায়বদ্ধতা বা দায়িত্বপূৰ্ণতা নাথাকিব পাৰে, তথাপি প্ৰাচীন ভাৰতীয় গণৰাষ্ট্ৰৰ গৌৰৱময় অধ্যায়ৰ কথা প্ৰতিজন ভাৰতবাসীৰ কাৰণেই প্ৰেৰণাৰ উৎস।

## পুৰণি অসমৰ গণতান্ত্ৰিক অনুষ্ঠান

মহাভাৰতৰ যুগৰে পৰা প্ৰাচীন অসমত (প্ৰাগজ্যোতিষপুৰ) ৰাজতন্ত্ৰই দেশৰ একমাত্ৰ প্ৰশাসনীয় অনুষ্ঠান বুলি জানিব পৰা যায়। পুৰশ্ৰেষ্ঠ প্ৰাগজ্যোতিষত নৰক ভগদত্ত প্ৰভৃতি ৰজাৰ পাছত এই বংশৰ ম্লেচ্ছাধিপতি শালস্তম্ভ বংশই বহু শ বছৰ দেশ শাসন কৰে। এই বংশৰ একবিংশতিতম (২১তম) ৰজা ত্যাগসিংহ নিৰ্বংশ হৈ মৃত্যু হয়।

ৰত্নপাল ৰজাৰ প্ৰথম তাম্ৰ শাসনত পাল বংশৰ আদি ৰজাজনৰ নাম ব্ৰহ্মপাল বুলি কোৱা হৈছে। শালস্তম্ভ বংশৰ শেষ ৰজা ত্যাগ সিংহৰ মৃত্যুৰ পাছত প্ৰজাবিলাকে 'পুনৰ নৰক বংশৰ ৰজাৰহে প্ৰয়োজন' বুলি ভাবি সেই বংশৰ লোক

ব্ৰহ্মপালক নিৰ্ব্বাচন কৰে। (দশম শ্লোক) ব্ৰহ্মপালৰ পত্নী কুলদেৱী। এওঁ দশম শতাব্দীৰ শেষৰ ফালে কামৰূপ (অসম)ৰ ৰজা হয়। এনেদৰে প্ৰজাসকলে প্ৰয়োজন অনুসৰি ৰজা নিৰ্ব্বাচন কৰা বংগদেশতো দেখা যায়। ২৫০ শ বছৰ পূৰ্ব্বে গৌড় দেশৰ প্ৰজায়ে ধৰ্ম্মপালৰ পিতাক গোপালক গৌড়ৰ সিংহাসনৰ কাৰণে নিৰ্ব্বাচন কৰিছিল। এনেকুৱা নিৰ্ব্বাচন ব্যৱস্থাই প্ৰাচীন অসমত গণতন্ত্ৰ জীয়াই ৰাখিছিল বুলি ক'লে ভুল হ'ব। ব্ৰহ্মপালৰ নিৰ্ব্বাচনে বাস্তৱিকতে গণতান্ত্ৰিক প্ৰবাহ অনা নাছিল। এটা জটিল অৰাজক অৱস্থাৰ পৰিসমাপ্তি ঘটাবলৈ সাময়িকভাৱে প্ৰজাসকলে এটা পুৰণা ৰাজবংশৰ পৰা ৰজা এজন বাছি সমস্যাৰ সমাধান কৰা সম্ভৱ। আহোম ৰজাদেউসকলকো ডাঙৰীয়া ফুকন, বৰুৱাসকলে বাছি দিয়াৰ কথা বুৰঞ্জীত আছে। অৱশ্যে ডাঙৰীয়াসকল ৰাইজৰ আস্থাভাজন প্ৰতিনিধি নহয়। তেওঁলোক ৰজাৰ দ্বাৰা নিয়োজিত বিষয়া। ইয়াত স্বেচ্ছাচাৰিতা নাথাকিব পাৰে কিন্তু গোটেই ব্যৱস্থাটো গণতান্ত্ৰিক বুলি ক'ব নোৱাৰি।

ৰজাঘৰত বিচাৰ বিভাগ আছিল যদিও অনেক সময়ত লোকায়ত বিষয়ৰ বিশেষকৈ আৰ্থসামাজিক প্ৰকৃতিৰ হাই-কাজিয়া বা তেনধৰণৰ সমস্যাবিলাক গাওঁ পৰ্য্যায়তে নিষ্পত্তি কৰা হৈছিল। এনেধৰণৰ বিচাৰবিলাকক মেল বুলি কোৱা হৈছিল। এই মেলবিলাকলৈ মাজে মাজে সেই গাঁৱৰ লোকৰ বাহিৰেও অন্য ঠাইৰ পৰা দুই এজন জনা-বুজা লোককো মতা হয়। সাধাৰণতে, কোনো আঢ্যৱন্তলোকৰ ঘৰৰ প্ৰাঙ্গণত বা নামঘৰ, মন্দিৰ আদিৰ প্ৰাঙ্গণতো এনে মেল বহুৱা হৈছিল। কামৰূপত এনে অনুষ্ঠানত 'মেলকি' নামৰ সদস্যই অংশভাগ লোৱা বুলি জানিব পাৰি। উপাযুক্ত প্ৰেক্ষেয়াৰে ১৯১৪ চনত লিখিছিল এনে মেলত বৰমেধি বা সাজতোলা (গোসাই সকলৰ গুৰুকৰ সংগ্ৰাহক) পাখীমেধি, (সহকাৰী সংগ্ৰাহক), বায়ন আৰু গাওঁবুঢ়াও উপস্থিত থাকে। এই মেলবিলাকে সৰ্ব্বসন্মত সিদ্ধান্তৰ যোগে কাম কৰিছিল। ১৯০০ চনৰ শেষৰ ফালে এনে অনুষ্ঠানবিলাক অসমীয়া গ্ৰাম্য সমাজৰ পৰা অন্তৰ্হিত হ'ল। গ্ৰীক সকলৰ 'পলিচ' বা নগৰ ৰাষ্ট্ৰত নাগৰিকসকল গোটখাই ৰাজনৈতিক সিদ্ধান্ত ল'ব পাৰে। এই পলিচ'ৰ সভাবিলাকতো কেৱল নাগৰিকসকলেহে থাকিব পাৰে। দাস-দাসী, নাৰী, বিদেশী, যুদ্ধবন্দী আদি বহুতো লোক এই 'পলিচ'ৰ জনসভাত যোগদিয়াৰ পৰা বিৰত থাকিব লগা হৈছিল। সেই ফালৰ পৰা চালে মেলবিলাকক গণতান্ত্ৰিক অনুষ্ঠান বুলি নোকোৱাৰ কোনো কাৰণ থাকিব নোৱাৰে। অৱশ্যে মেলবিলাকত গোটেই গাঁৱৰ সকলো লোক

উপস্থিত থাকে বুলি জনা নাযায়। হাৰ্ডগ্ৰেভে লিখিছে—আধুনিক মন্ত্ৰীসভা ( Cabinet ) বিলাকত সিদ্ধান্ত মনবুজি গ্ৰহণ কৰা হয়। ( By a sense of the meeting ) ইয়াত ভোট লোৱা নহয় তথাপি আমি মন্ত্ৰীসভাৰ সিদ্ধান্তক প্ৰধানমন্ত্ৰীৰ সিদ্ধান্ত বুলি নাভাবো। পুৰণা যুগৰ মেলবিলাকতো কোনো ভোটেৰে মতামত লোৱাৰ নিয়ম নাছিল। মেলুৱৈসকলৰ মৌন সম্মতি ( tacit consent ) গণ্য কৰা হৈছিল অৰ্থাৎ ইয়াতো মনবুজিলৈ সকলো সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। মেলবিলাক গণতান্ত্ৰিক অনুষ্ঠানৰ শাৰীত পৰে। মেলকিজনে মেলৰ গুৰি ধৰে মেল আহ্বান কৰে আৰু সিদ্ধান্তবিলাক কাৰ্য্যকৰী কৰে।

মধ্যযুগত অসমৰ ভিতৰে বাহিৰে পাহাৰী আৰু জনজাতিৰ লোকসকলৰ মাজতো গণতান্ত্ৰিক অনুষ্ঠান অবিকৃতভাবে চলি থকা বুলি জানিব পৰা গৈছে। আজি কালিও এই অনুষ্ঠানবিলাক একেবাৰে বিলোপ হোৱা নাই যদিও পূৰ্ব্বৰ চৰিত্ৰ বহুতো হেৰুৱাই পেলাইছে। কৃত্ৰিম গণতন্ত্ৰ প্ৰশাসন যন্ত্ৰ আৰু দলীয় ৰাজনীতিৰ অক্টোপাছে এই নিভাজ অনুষ্ঠানাবাৰৰ স্বাভাৱিক তেজ শুহি ইহঁতক নিস্তেজ কৰি তুলিলে। কেপ্তেইন হল বয়ড চাহাবে ১৮৫৩ চনত শিৱসাগৰ জিলাৰ সীমা-মূৰবি নগা গাওঁবিলাকত এনেকুৱা পূৰ্ণগণতান্ত্ৰিক অনুষ্ঠানে স্বাভাৱিক উদ্যমেৰে কাম কৰি যোৱা দেখা পাইছিল। সেই অনুষ্ঠানবিলাক সেই ঠাইত যুগযুগ ধৰি জীয়াই আছিল। হলবয়ডে লিখিছে, নগাৰ গাওঁবিলাক একোটা ওখ টিলাৰ ওপৰতে সাধাৰণতে পতা হয়। মৰংঘৰ বোতে ডেকাসকল বাস কৰে আৰু ইয়াতেই গাঁৱৰ বিচাৰসভা পৰিষৰ্দ সভা আদি বহে। নগা গাওঁবিলাকত ২০০ ঘৰৰ পৰা ৪০০/৫০০ ঘৰলৈকে মানুহ বাস কৰে। বুঢ়ীদিহিং আৰু দিখৌৰ মাজত থকা ভূখণ্ডত তেওঁ ৪০,০০০ৰ পৰা ৫০,০০০ লৈ লোক দেখা পাইছিল। আনহাতে দিখৌ আৰু দৈয়াংৰ মধ্যস্থলত আৰু বেচিলোক দেখা গৈছিল। প্ৰতিটো গোষ্ঠীৰ নিজা চৰকাৰ থাকে আৰু গণতান্ত্ৰিক পদ্ধতিৰে সেই চৰকাৰ পৰিচালিত হয়। একোখন কাউন্সিল বা পৰিষদৰ দ্বাৰা সকলোবোৰ প্ৰয়োজনীয় বিষয়ত সিদ্ধান্ত গ্ৰহণ কৰা হয়। পৰিষদৰ বিনা অনুমতিত কোনো কামতে হাত দিয়া নহয়, পৰিষদে, সাধাৰণতে গোষ্ঠীৰ কাৰণে সকলোপ্ৰকাৰ কল্যাণমূলক কাম হাতত লয়। গাৱঁৰ বৃদ্ধ আৰু বৰমূৰীয়াসকল এই পৰিষদত উপস্থিত থাকে। সভাপতিজনক খুনবাওঁ বোলা হয়। আহোম যুগত এনে খুনবাওঁবিলাক মিলাপ্ৰীতিৰ বাতৰি লৈ আহোম ৰাজসভাত উপস্থিত হোৱাৰ কথা বুৰঞ্জীত পোৱা যায়। বিখ্যাত বীৰ কনচেং বৰপাত্ৰ ডাঙৰীয়াৰ

জন্মও হৈছিল এনেকুৱা এজন নগাখুনবাওঁৰ ঘৰতে। খুনবাওঁজনৰ দুজন সহকাৰীও থাকে। এওঁলোকক সোণডেকি আৰু খোনসেই বোলা হয়। কোনো যুদ্ধ বিগ্ৰহ বা আক্ৰমণ আদি হাতত লবলৈ হ'লে প্ৰথমে মৰংঘৰৰ পৰিষদত আলোচনা কৰিব লাগিব। প্ৰতিটো সিদ্ধান্ত ভোট গ্ৰহণৰ দ্বাৰা গৃহীত হ'লেহে কাৰ্য্যকৰী কৰা হয়। খুনবাওঁজনৰ পদ আৰু উপাধি বংশানুক্ৰমে হয়। বৰপুত্ৰই পিতাকৰ মৃত্যুত পদ লাভ কৰে। খুনবাৰে সকলো আন গোষ্ঠী বা দেশৰ দূত আদি লগ কৰে আৰু দিব লগা প্ৰত্যুত্তৰ পৰিষদত আলোচনা কৰি বা নিজাববীয়াকৈ কৰি দিয়ে। খুনবাওঁগৰাকীকে পৰিষদৰ মুখপাত্ৰ বা নেতা বুলি কব পৰা যায়। খুনবাৰে আন কোনো গোষ্ঠী বা ৰজাক উপহাৰ আদি দিয়া মানে সেইসকলৰ অধীনতা স্বীকাৰ কৰা নুবুজায়। ই আছিল, সেই সমাজৰ এটা সৌজন্যমূলক প্ৰথা। মধ্যযুগত অসম উপত্যকাৰ লগত এই গাওঁবোৰত যোগাযোগ স্থাপন কৰা এটা বাট উজনি খাইয়েন ডেম পৰ্য্যন্ত আছিল।

জেন বিন্স চাহাবেও একে সময়তে কুকিবিলাকৰ মাজতো গণতান্ত্ৰিক অনুষ্ঠান দেখিবলৈ পাইছিল। জেন্‌কিন্সৰ মতে কুকি আৰু আঙ্গামী নগা উভয় জাতিৰে গণতান্ত্ৰিক অনুষ্ঠান আছিল। কুকিসকলৰ চৰকাৰক গণতান্ত্ৰিক বোলাতকৈ অভিজাততন্ত্ৰ বুলিলেহে বেচি খাপ খাব। উত্তৰকাছাৰ অঞ্চলত থকা কুকিবিলাকৰ উত্তৰাধিকাৰ সূত্ৰে হোৱা ৰজা আছিল। তেওঁলোকৰ প্ৰাচীন ৪ টা গোষ্ঠী আছিল। সেইকেইটা হ'ল খেলেনা, বনথে বেটি আৰু লামগ্ৰোন। এইকেইটাৰ লগত পাছলৈ জেনচিন ফাডিড, চিংতুম প্ৰভৃতি গোষ্ঠীৰ লোক আহি উত্তৰ কাছাৰত বাস কৰে।

প্ৰতিটো পুৰাতন গোষ্ঠীৰ বাবে ৫ জনকৈ প্ৰধান মুখপাত্ৰ থাকে। প্ৰথমজনক ঘালিম দ্বিতীয়জনক গাবোৰ, তৃতীয়জনক বৰচেপিয়া, চতুৰ্থজনক ছোট চেপিয়া আৰু পঞ্চম জনক টক বোলা হয়। গ্ৰাম্যসম্প্ৰদায়ৰ দ্বাৰা এইসকলক নিৰ্ব্বাচিত কৰা হয়। এওঁলোকে এখন পৰিষদ বা কাউন্সিল গঠন কৰে। এই পৰিষদে সমগ্ৰ গোষ্ঠীৰ প্ৰয়োজনীয় কামকাজ হাতত লয় আৰু বাইজ বা গোষ্ঠীৰ হৈ সকলোকাৰ্য্য পৰিচালনা কৰিবলৈ গোষ্ঠীৰ পৰা অনুমতি লাভ কৰে। পৰিষদে সকলো কাম ভোটেৰে সমাধা কৰে। ঘালিমৰ মৃত্যু হ'লে তেওঁৰ পদমৰ্যাদা গাবোৰে লাভ কৰে, কিন্তু তেওঁৰ পুতেকে নাপায়। এইদৰে ক্ৰমাগত চতুৰ্থজনৰ মৃত্যু হলে পঞ্চমজনে তেওঁৰ খালিপদত অধিষ্ঠিত হয় আৰু পঞ্চমজনৰ পদটোৰ বাবে পুনৰ নিৰ্ব্বাচন হয়। এই নিৰ্ব্বাচন গণতান্ত্ৰিক আছিল। পৰিষদে সকলো

ধৰণৰ মামলা মোকদ্দমাৰ বিচাৰ লয় দোষীক দণ্ড দিয়ে। কিন্তু কোনেও মৃত্যুদণ্ড নিদিয়ে। পৰিষদে বিচাৰক বাহিৰেও কাৰ্য্যপালিকাৰ লগত জড়িত কামবোৰো সমাধা কৰে। দণ্ডস্বৰূপে লাগুৰা টকা পইচাক আদি কৰি বস্তু বাহানি পদ-মৰ্যাদা অনুযায়ী কাটি লয়।

জেনকিন্স চাহাবৰ মতে নাকি অহা কুকিসকলৰ চৰকাৰ উপৰোক্ত বিলাকৰ চৰকাৰতকৈ বেছি গণতান্ত্রিক। এওঁলোকৰ চৰকাৰত ৰজা আৰু মন্ত্রীয়ে সভাপতিত্ব কৰে। সকলো প্ৰকাৰৰ বিচাৰ মোকৰ্দ্দমা আদি এই ৰজা মন্ত্রীয়ে কৰিব লাগে। কুকিসকলে ৰজা মন্ত্রীক এনে সন্মান দিছিল যে তেওঁলোকৰ কথাই আইনৰ দৰে গুৰুত্ব লাভ কৰিছিল। প্ৰতিটো উপগোষ্ঠীৰ ৰজাসকলৰ মাজৰ পৰা এজন প্ৰধানৰূপে নিৰ্ব্বাচন কৰা হয়। এই পদমৰ্যাদা উত্তৰাধিকাৰী সূত্রে লাভ কৰিব পৰা নাযায়। অৱশ্যে উপগোষ্ঠীৰ ৰজাসকলৰ ক্ষেত্ৰত এই ব্যৱস্থা খাপ নাখায়। (ওপৰত ব্যৱস্থাটো ব্যাখ্যা কৰা হৈছে) প্ৰতিটো উপগোষ্ঠীয়ে চক্রবৎ (In rotation) এই প্ৰধান ৰজাৰ সন্মান লাভ কৰিব পাৰে। যিহেতু সকলো ৰজাই কুকি গোষ্ঠীমূলীয় তেওঁলোকৰ মাজৰ সম্বন্ধও এৰাব নোৱাৰাবিধৰ। এই ৰজাসকলৰ নিজা উপগোষ্ঠী, বিলাক বা জাতি ধ্বংস নোহোৱালৈকে এই ব্যৱস্থাত বাহিৰা মানুহে ৰাজসন্মান পাব নোৱাৰে।

জেনকিন্সৰ মতে কুকিসকলে ৰজাক বৰ পবিত্র বুলি ভাৱে, কোনো অৱ-স্থাতে ৰজাৰ দেহৰ ক্ষতি হোৱাতো তেওঁলোকে সহ্য নকৰে। মন্ত্রীয়ে ৰজাৰ আসনত বহিব পৰা অধিকাৰ নাই। দুটা উপগোষ্ঠী বা গোষ্ঠীৰ মাজত যুদ্ধ লাগিলে দুয়োপক্ষই পৰস্পৰৰ সেনা ধ্বংস কৰে কিন্তু ৰজাৰ পবিত্রতা ৰক্ষা কৰি তেওঁৰ দেহ স্পৰ্শ নকৰে। ১৮৫০ চনত মি গাই নগাই যুদ্ধত কুকি ৰজাক হত্যা কৰাত বাতিৰ ভিতৰতে কুকিৰ সকলো শক্তি একত্রিত কৰি মি গাই নগাক উৎখাত কৰিলে।

কেপ্তেইন জেনকিন্সৰ মতে আঙ্গামী নগাবিলাকৰো উৎকৃষ্ট গণতান্ত্রিক ব্যৱস্থা আছিল। নগাওঁ জিলাৰ দক্ষিণে ধনশিৰি নদীৰ পাৰতে থকা আঙ্গামী নগাৰ গাওঁ অধ্যয়ন কৰি জেনকিন্স চাহাবে কয় প্ৰতিখন নগা গাৱৰ নিজা শাসনতন্ত্ৰ আছিল। যদিও প্ৰতিখন গাৱঁৰে একোজন মুখিয়াল আছিল, তথাপি তেওঁলোকৰ চৰকাৰ গণতান্ত্রিক বুলি ক'ব পাৰি। ৰজাজনৰ কোনো ক্ষেত্ৰতে চৰম ক্ষমতা দেখা নাযায়। ৰজাই খাজনা, কৰ আদি সংগ্ৰহ কৰিব নোৱাৰে। যদি গণ অনুমোদন নাথাকে ৰজাৰ কোনো আদেশেই কাৰ্যকৰী হ'ব নোৱাৰে। যুদ্ধ,

বিগ্ৰহ যোগাযোগ, আক্ৰমণ ৰাজহুৱাবিপদ, সকলোক্ষেত্ৰত গাৱঁৰ প্ৰাপ্তবয়স্কসকল আৰু ডেকা যুৱাকসকল লগলাগি সংসদত মিলিত হয় আৰু আলোচনাৰ মাধ্যমত সিদ্ধান্ত গ্ৰহণ কৰে। যোদ্ধাসকলৰ মতামতেই প্ৰায়ে গৃহীত হোৱা দেখা যায়। কাশ্চিৎহে বয়সস্থসকলৰ চিন্তাশীল মতামতে গুৰুত্বলাভ কৰে। ৰজাৰ কৰ্তৃত্ব তেওঁৰ মৃত্যুৰ পাছত বৰপুতেকে লাভ কৰে। কোনো কোনো গাঁৱত দুজনকৈয়ো মুখিয়াল থকা দেখা যায়। এনেক্ষেত্ৰতো তেওঁলোকৰ কৰ্তৃত্ব সীমাবদ্ধ। গাৱঁৰ ৰাইজৰ অনুমোদন নাথাকিলে তেওঁলোকৰ আদেশ গ্ৰাহ্য কৰা নহয়। ব্যক্তিগত সম্পত্তি বা জীৱন সম্বন্ধে ৰজাই পৰিষদৰ আদেশৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। পৰিষদে নৰহত্যা বিবাহিতানাৰীৰ সতীত্বনাশ আদি ক্ষেত্ৰত কোনো স্থায়ী সিদ্ধান্ত দিলেও অমান্য হোৱাৰ সম্ভাৱনা বেচি। হত্যাকাৰীক প্ৰায়ে প্ৰতিশোধ লোৱা হয়, স্বকীয় ভাৰ্য্যাৰ সতীত্বনাশকাৰীজনৰ বিচাৰলৈ অপেক্ষা নকৰি প্ৰথম দৰ্শনতে যাঠিৰে খোছমাৰি হত্যা কৰে। পৰিষদে দোষৰ মাত্ৰা অনুসৰি দণ্ডদিয়ে, সাধাৰণতে কড়ি শঙ্খ যাঠি, লোন কপাহ বহুমূলীয়া পাথৰ কাপোৰ, আদি দণ্ডস্বৰূপ দোষীয়ে দিবৰ লগা হয়।

অসমত আগৰ দিনৰ শিলৰ ফলি আৰু তামৰ ফলিৰ পাঠ উদ্ধাৰৰ প্ৰচেষ্টা বাঢ়ি অহাৰ লগে লগে আৰু এটা গণতান্ত্ৰিক অনুষ্ঠানৰ সম্ভেদ পাব পৰা হৈছে। আহোম ৰাজত্বকালৰ শেষৰ ফালে মাটিদান দিয়া দুখন ফয়চলা বা তাম্ৰপত্ৰৰ পৰা পুৰণা দিনত অসমত পঞ্চ সভাসদ নামৰ এটি গণতান্ত্ৰিক সংস্থা থকাৰ কথা জানিব পাৰি। এনে অনুষ্ঠান উজনি অসমত নাছিল যেন অনুমান হয়। কামৰূপত এনে অনুষ্ঠান পালৰ শৰ ৰজাসকল বা বৰুৱাসকলৰ সৃষ্টি হব পাৰে। বাইহাটাৰ মদাৰতলা মৌজাৰ শিৱচৰণ চৌধুৰীৰ হাতত পোৱা দুখন ফয়চলাৰ পৰা 'পঞ্চসভাসদৰ অৱস্থিতি সম্বন্ধে অবগত হব পৰা যায়। পঞ্চসভাসদে উঠৌ বৰকায়স্থ ওৰফে বিষ্ণুচৰণ চৌধুৰীক ব্ৰহ্মোত্তৰ কৰি মাটিদান কৰাৰ কথা ফয়চলা দুখনৰ পৰা জানিব পাৰি। 'ফয়চলাৰ মতে ভঠৌ বৰকায়স্থৰ ঘৰত থকা ৺ গোপাল বিগ্ৰহৰ পূজা সেৱাথে, 'পঞ্চসভাসদ' বৰকায়স্থক ব্ৰহ্মোত্তৰ কৰি মাটি দান দিয়ে এইদৰে মাটি দিয়া উৎসৱত গাওঁবাসী সকলো ৰাইজ উপস্থিত থাকে। দ্বিতীয়তে পঞ্চসভাসদ' এইকাম ৰাইজৰ হৈ ৰাইজৰ সাক্ষাতে কৰে বুজি 'ফয়চলাত কোৱা হৈছে। তৃতীয়তে দেখা যায় পঞ্চসভাসদৰ গাঁৱত থকা উবাৰ মাটিত নিজস্ব অধিকাৰ আছিল। 'ফয়চলা'ৰ পৰা পঞ্চসভাসদ নিৰ্ব্বাচিত

অনুষ্ঠান আছিল নে নাই জানিব নোৱাৰি। তথাপি এই অনুষ্ঠানে ৰাইজৰ হৈ, অৰ্থাৎ ৰাইজৰ প্ৰতিনিধিৰ দৰে কাম কৰাৰ চাই, ই গণতান্ত্ৰিক সংস্থা বুলি ভাবিবৰ থল আছে। এই সন্দৰ্ভত, অধিক গৱেষণাৰ প্ৰয়োজন। এসময়ত ভাৰতৰ কোনো ঠাইত থকা পঞ্চায়ত ব্যৱস্থাৰ লগত পঞ্চসভাসদৰ সম্বন্ধ থকাও সম্ভৱ। ইংৰাজসকলে ১৮২৬ চনত অসমত খোপনি পুতিয়েই, পূৰ্ব্বৰ প্ৰচলিত অনুষ্ঠান কিছুমানক প্ৰৱৰ্ত্তন কৰিছিল বুলি জানিবপৰা গৈছে। বিচাৰৰ কাৰণে স্কট চাহাবৰ দিনত পতা বৰপঞ্চায়ত 'চৰাচৰি পঞ্চায়ত আৰু সৰুপঞ্চায়ত আদি পূৰ্ব্ববৰ্ত্তী পঞ্চায়ত ব্যৱস্থাৰ অনুসৰণ যেন লাগে।

## প্ৰাচীন গ্ৰীচদেশত গণতন্ত্ৰ

ভাৰতবৰ্ষৰ দৰে গ্ৰীচো অতি পুৰণা সুসভ্য দেশ। গ্ৰীচদেশক গণতান্ত্ৰিক চৰকাৰৰ গবেষণাগাৰ বুলি কলেও অত্যুক্তি নহ'ব। অৱশ্যে সমগ্ৰ গ্ৰীচদেশতে আৰু একে সময়তে গণতন্ত্ৰই জন্ম আৰু বিকাশ লাভ কৰা নাই। গ্ৰীচৰ দুখন সৰু ৰাষ্ট্ৰ থিবচ আৰু এথেন্সত গণৰাষ্ট্ৰই একালত সকলো প্ৰজাৰ সমাদৰ লাভ কৰা দেখিবলৈ পোৱা যায়। ৰাষ্ট্ৰ চৰকাৰ সাৰ্বভৌমত্ব প্ৰভৃতি বিভিন্ন প্ৰপঞ্চৰ ওপৰত চামে চামে গ্ৰীক্ দাৰ্শনিক আৰু ৰাজনীতিবিদসকলে গবেষণা কৰি বিশ্বৰ জ্ঞানৰ ভাণ্ডাৰলৈ অশেষ অৱদান দি গৈছে। গ্ৰীচদেশত খ্ৰীষ্টপূৰ্ব্ব এহেজাৰ বছৰমানৰ পৰাই ক্ৰমাগতভাৱে মানৱমনৰ সুচিন্তা স্বাধীনতা বৌদ্ধিক আৰু আধ্যাত্মিক উৎকৰ্ষসাধনত খোৰাকি যোগোৱা ৰাজনৈতিক সত্বা-'পলিচ'ৰ সমাদৰ বাঢ়ি অহা দেখা যায়। মানুহৰ মন গণতান্ত্ৰিক ভাবধাৰাৰে পৰিপুষ্টি লাভ কৰাত 'পলিচ' বা নগৰৰাষ্ট্ৰৰ অৱদান অফুৰন্ত। গ্ৰীক্ বুৰঞ্জীবিদ হিৰোদটাচ দাৰ্শনিক প্লেটো এৰিষ্টটোল এওঁবিলাকে এটলিয়া বা মেচিডনিয়াৰ অসম্পূৰ্ণ গ্ৰাম্য সম্প্ৰদায়ৰ আৱাদৰ লগত তুলনা কৰি, 'পলিচ'ৰ মহৎ অৱদান, ইয়াৰ সাংস্কৃতিক আৰু ৰাজনৈতিক ক্ষেত্ৰত সম্পূৰ্ণতা অকল লক্ষ্য কৰিয়ে সান্ত্বনা লাভ কৰা নাই প্ৰশংসাও কৰি গৈছে। প্লেটোৰ ৰিপাব্লিকত আদৰ্শৰ ৰাষ্ট্ৰৰ কল্পনা আৰু এৰিষ্টটোলৰ 'পলিটিক্স'ত মহৎ জীৱনৰ ( good life ) যি লক্ষ্যৰ কথা কোৱা হৈছে, সি পলিচ' বা নগৰৰাষ্ট্ৰৰে আদৰ্শ। মানৱজীৱনৰ উন্নতি, সাধনা, ভাল-বেয়া সম্পূৰ্ণতা অসম্পূৰ্ণতা সকলো কথাই 'পলিচ'-নগৰৰাষ্ট্ৰৰ সমূহীয়া জীৱনৰ লগত ওতপ্ৰোত ভাৱে জড়িত। নগৰৰাষ্ট্ৰৰ দৈবিক গুণবিলাকে গ্ৰীকসকলৰ মাজত

গণতন্ত্ৰৰ বীজ অঙ্কুৰিত কৰে। জ্ঞান, বুদ্ধি, আৰু স্বতন্ত্ৰভাৱ মুক্ত বিকাশ কেৱল গণতন্ত্ৰতহে বিকশিত হ'ব পাৰে।

আমি পুৰণি গ্ৰীচৰ গণতন্ত্ৰৰ বিষয়ে ক'ব'ল গলেই এথেন্সৰ কথাই ক'ব লাগিব। এথেন্সত, গণতন্ত্ৰই অতি ধীৰ গতিৰে সম্পূৰ্ণতাৰ পথত পদক্ষেপ কৰা দেখা যায়। এথেন্সৰ অতি পুৰণি ইতিহাস জানিবৰ উপায় নাই। ৰাজতন্ত্ৰ আছিল এথেন্সৰ আদিম ব্যৱস্থা। ৰাজতন্ত্ৰ একেদিনাই গণতন্ত্ৰত পৰিণত হোৱা নাছিল প্ৰথম পৰ্য্যায়ত, ৰাজতন্ত্ৰ অভিজাততন্ত্ৰলৈ ৰূপান্তৰিত হয় আৰু শেষ পৰ্য্যায়ত গণতন্ত্ৰলৈ পৰিণত হয়। ইতিহাসৰ পৰা জানিব পাৰি যে, কোড্ৰাছ এথেন্সৰ শেষ ৰজা। কোড্ৰাছৰ পাছত এথেন্সবাসীয়ে ৰাজতন্ত্ৰ প্ৰত্যাখ্যান কৰে আৰু অভিজাততন্ত্ৰ প্ৰতিষ্ঠা কৰে। এথেন্সৰ নাগৰিকে মেজিষ্ট্ৰেট বা শাসক নিৰ্ব্বাচন কৰিবলৈ লয় এইসকলক আৰকণ ( Archon ) বোলা হৈছিল। প্ৰথম আৰকণ হ'ল কোড্ৰাছৰ পুতেক মেদন। এওঁ জনপ্ৰিয়ভাৱেই নিৰ্ব্বাচিত হয় খ্ৰী পূ° ১০৭০ চনত। এই ব্যৱস্থা বলবৎ হোৱাৰ পাছৰে পৰা সমগ্ৰ গ্ৰীচৰ প্ৰায় সকলোবোৰ ৰাষ্ট্ৰতে স্বেচ্ছাচাৰী শাসন প্ৰত্যাখান কৰি হয় গণতন্ত্ৰ নহয়, ইয়াৰ সমপৰ্য্যায়ৰ ব্যক্তি স্বাতন্ত্ৰ্যবাদী শাসন প্ৰতিষ্ঠা হয়। আৰকণ নিৰ্ব্বাচনত অৱশ্যে সকলো নাগৰিকক অংশ গ্ৰহণ কৰিব'ল দিয়া নহৈছিল। নিৰ্ব্বাচন কিদৰে হৈছিল জনাৰ উপায় নাই। তেওঁলোকক আৰচ ( Ares ) পৰ্ব্বতৰ ওপৰত উচ্চশ্ৰেণীৰসকলে ভাগ্য পৰীক্ষাৰ দ্বাৰা নিৰ্ব্বাচন কৰিছিল বুলি ভৰা হৈছে। আৰকণসকলৰ নিৰ্ব্বা ন ব্যৱস্থা, নিৰ্দিষ্ট ইউপেট্ৰাইদ অৰ্থাৎ সম্ভ্ৰান্ত পৰিয়ালৰ পৰা ৩০০ শ বছৰৰ অধিক কাল ধৰি চলি আছিল। এজন পলেমাৰছ' যুদ্ধ বিগ্ৰহত সহায় কৰিব'ল দিয়া হৈছিল। পাছলৈ বেচিলিয়া ( Basileus ) বা ৰাজপুৰুষসকলৰ ক্ষমতা হ্ৰাস হয়। সৈনিক ক্ষমতাও নাইকিয়া হ'ল। শেষৰ ফালে একোজন আৰকণৰ কাৰ্য্যকাল ১০ বছৰ কৰা হয়। এইদৰে চাৰিটা প্ৰধান নিৰ্ব্বাচন হৈ যোৱাৰ পাছত প্ৰশাসন ব্যৱস্থাৰ বহুতো সালসলনি কৰা হৈছিল। প্ৰথম তিনিজন আৰকণ হ'ল বেচিলিয়া, ( ৰাজপুৰুষ আৰু পুৰোহিত ) ইপোনিমচ ( বিচাৰক ) আৰু পলিমাৰচ ( সেনাধ্যক্ষ )। মুঠ ৯জন সদস্য আৰকণ হিচাবে নিৰ্ব্বাচন কৰা ব্যৱস্থা হ'ল আৰু খ্ৰীঃ পূ ৭৫২ চনৰ পৰা সকলো উচ্চ শ্ৰেণীৰ মাজৰ পৰা নিৰ্ব্বাচন মুকলি কৰি দিয়া হয়। ওপৰত উল্লেখকৰা তিনিজনৰ বাহিৰে আন সকলক থেচমথেটেচ বোলা হৈছিল। আৰকণসকলে প্ৰশাসনৰ বাহিৰেও আইন প্ৰণয়নৰ কামো কৰিব লগা হৈছিল। খ্ৰী°পূ ৬৫২ চনৰ পৰা

আৰকণ'সকলৰ কাৰ্য্যকাল এবছৰীয়া হ'ল।

এ'থেন্সত প্ৰতিষ্ঠিত এই অভিজাততন্ত্ৰই সংস্কাৰকসকলৰ সেৱা আগচাব পৰা যাছিল। অৱশ্যে সম্ভ্ৰান্ত পৰিয়াল, ইউ'পট্ৰাইদ' এটা ৰাজনৈতিক অনুষ্ঠানৰ জন্ম দিব পাৰিছিল। এই অনুষ্ঠানৰ নাম আছিল আৰিওপাগছৰ সভা। এই আৰিওপাগছৰ সভাই প্ৰথমতে ধৰ্ম্ম আৰু বিচাৰ সম্বন্ধীয় কাম হাতত লৈছিল। মাৰ্চ পৰ্ব্বতৰ ওপৰত এই আৰিওপাগছৰ বিচাৰ সভা অনুষ্ঠিত কৰা হৈছিল। সেই ঠাই এতিয়া আৰিওপাগছ বুলি জনা হৈছে। এইদৰে এ'থেন্সত ৰাজতন্ত্ৰৰ সমাধি ৰচিত হ'লেও ভালে মান সংস্কাৰৰ মাজেদিহে গণতন্ত্ৰৰ পথ সুগম হয়। এ থেন্সত পূৰ্ণগণতন্ত্ৰ অভ্যুদয় হোৱাৰ পথত যিবিলাক অন্তৰায় দেখা গৈছিল, সেইবিলাক দেখা দিছিল খ্ৰী পূ ৬৩০—৬৪০ চনৰ ভিতৰত। সাধাৰণলোকৰ মাজত অভিজাততন্ত্ৰৰ প্ৰতি অনাস্থা বাঢ়ি আহে। ইয়াৰ প্ৰধান কাৰণ হ'ল ৰাজনৈতিক জ্ঞান শাসন প্ৰণালী আৰু ৰাজনৈতিক শিক্ষা এই সকলোবিলাক কেন্দ্ৰীভূত হৈ পৰিছিল কেৱল সম্পদশালী আৰু সম্ভ্ৰান্ত শ্ৰেণীটোৰ হাতত। এওঁলোকে নিজৰ স্বাৰ্থ ৰক্ষাৰ সকলোপ্ৰকাৰৰ কৌশল আয়ত্ব কৰি লব পাৰিছিল। ধৰ্ম সম্বন্ধীয় পূজা-পাতল, উৎসৱ সম্বন্ধীয় অনুষ্ঠান সকলোবোৰতে আনকি বিবাহ ধৰ্ম, তীৰ্থস্থান এইবিলাকতো সম্ভ্ৰান্তৰ প্ৰাধান্য আৰু আধিপত্য ক্ৰমাগত বৃদ্ধি হোৱাত সমাজৰ অন্যান্য শ্ৰেণীৰ মাজত অসন্তুষ্টিৰ বীজ অঙ্কুৰিত হোৱা স্বাভাৱিক। শিক্ষা, জন্ম আৰু পৰম্পৰাই সকলো ক্ষেত্ৰতে কিছুমান লোকক বঞ্চিত কৰা আৰু আন কিছুমানক সুযোগ দিয়াটো দেশৰ কাৰণে কোনো যুগতে স্বস্তিকৰ পৰিবেশ সৃষ্টি কৰিব নোৱাৰে। এথেন্সতো সেয়ে ঘটিছিল। আইনৰ ক্ষেত্ৰতো সম্ভ্ৰান্তসকলে নিজকে আইনৰ ৰক্ষক, ব্যাখ্যাকাৰ আৰু গৰাকী বুলি স্বীকৃত হৈছিল। লৌকিক আইনৰ বিষয়, যেনে, মাটিবাৰী বিক্ৰী সম্পত্তি গ্ৰহণ, চুৰি ডকাইতি, বিচাৰ কৰ কাটল, উত্তৰাধিকাৰ স্বত্ব সকলো আইনৰ স্বীকৃতি আৰু ব্যাখ্যাৰ অভিজাত সকলেই ন্যাসী আৰু গৰাকী হৈ পৰিছিল। আগতেই কোৱা হৈছে যে আৰকণ সকলো এই সম্ভ্ৰান্তসকলৰ মাজৰে পৰা নিৰ্ব্বাচিত হৈছিল।

যুদ্ধ সম্বন্ধীয় কথাত দেশৰ সৈনিক বিভাগতো আভিজাত্যৰ প্ৰাধান্য চকুত পৰা বিধৰ হৈ পৰিছিল। আভিজাত শ্ৰেণীটোৱে যুদ্ধত নিজকে নেতৃত্ব লোৱা, ওখ খাপৰ অস্ত্ৰ ঘোঁৰা, ৰথ আদি ব্যৱহাৰ কৰাৰ সুযোগ পাইছিল। সৰ্ব্বসাধাৰণ লোকেৰে গঠিত হোৱা সেনাবাহিনীয়ে এইবিলাক সা-সুবিধাৰ পৰা বঞ্চিত হোৱা দেখা যায়। সৰ্ব্বসাধাৰণে যুদ্ধৰ কৌশল নাজানে, জানিলেও গৌৰৱৰ অংশীদাৰ

হ'ব নোৱাৰে। এই সময়ে এথেন্সত এনে এক শ্ৰেণী চেতনা জাগি উঠিল যে ৰাষ্ট্ৰৰ অৱধাৰণা বৃদ্ধি পোৱাৰ লগে লগে এই শ্ৰেণী চেতনাই এক কৰালমূৰ্ত্তি ধৰি, এথেন্সৰ ৰাজনীতিত প্ৰবেশ কৰিলে—যাৰ ফলত এক সুদূৰপ্ৰসাৰী সংস্কাৰৰ আৱশ্যক হ'ল। এতিয়া এথেন্সৰ ৰাজনৈতিক পটভূমিত আহি পৰিল দুটা শ্ৰেণী, সুবিধাবাদী আৰু সুবিধা বৰ্জিত সুবিধাবাদীসকলৰ সকলো ক্ষেত্ৰতে একাধিপত্য আৰু অধিকাৰ মানি ল'ব পৰা নাযায়। প্ৰশ্ন হ'ল নাগৰিকত্ব কাক বোলে? আইন কোনে সৃষ্টি কৰে? অলিখিত আইনৰ ভিত্তি কত? ধন ধাৰে দি খাটি পাম গোটোৱা আৰু মানুহৰ বন্ধকী লোৱা আদিত নিহিত থকা ন্যায়ৰ প্ৰশ্নই এথেন্সত আইনৰ সংস্কাৰ বিচাৰি দাবি আহিল। মুক্ত নাগৰিক আৰু দাসসকলৰ মাজত অৱস্থিত ব্যৱধান অকল বহল হৈয়ে অহা নাছিল। এই ব্যৱধানে লাহে লাহে অন্যান্য ক্ষেত্ৰতো প্ৰবেশ কৰিবলৈ ধৰিলে। এতিয়া এক বিৰাট ব্যৱধান আহি পৰিল ধনী আৰু নিধনীৰ মাজত অভিজাত আৰু অনভিজাতৰ মাজত। বাস্তৱিকতে এথেন্স এনে এক পৰিৱেশৰ মাজত প্ৰবেশ কৰিছিল যে অনতিপলমে দেশবাসীয়ে আৰ্থসামাজিক পৰিবৰ্তনৰ স্বপ্ন দেখা পালে। যি অভিজাততন্ত্ৰই এথেন্সত বৰ্ণ বা জাত্যাভিমানৰ ওপৰত ঠন ধৰি উঠিছিল তাৰ এতিয়া গৰাখহনীয়া আৰম্ভ হয়। পুৰণি চিন্তা আৰু পুৰণি ভাবধাৰাই মোট সলালে। এথেন্সৰ ক্ৰমবৰ্দ্ধমান জনসমষ্টিয়েই যাইকৈ অভিজাততন্ত্ৰত প্ৰথম আঘাত হানিলে। এনে জনসমষ্টিয়ে একালত ৰোমতো ৰাজনৈতিক পৰিবৰ্তন সূচনা কৰিছিল।

খ্ৰীঃ পূঃ সপ্তম শতাব্দীৰ প্ৰথমাৰ্দ্ধত গ্ৰীচৰ প্ৰায়বোৰ ৰাষ্ট্ৰতে যুদ্ধবন্দী আৰু প্ৰব্ৰজনৰ দ্বাৰা জনসমষ্টিৰ পৰিবৰ্তন হোৱা দেখা যায়। এথেন্স অৱশ্যে বহু পৰিমাণে আক্ৰমণৰ বলি নোহোৱাত ইয়াৰ জনসমষ্টি হোমাৰৰ যুগৰ জনসমষ্টিৰ দৰেই একে আছিল। এথেন্সৰ মুক্ত জনসমষ্টিৰ তিনিটা প্ৰধান ভাগ দেখা যায়। প্ৰথমবিধ, অভিজাত লোক বা সম্ভ্ৰান্ত শ্ৰেণী, 'ইউপেট্ৰাইদ'। এওঁলোকৰ নাম আগতে লোৱা হৈছে। এওঁলোকৰ মাজৰ পৰাই ৰাজপুৰুষ, আৰকন প্ৰভৃতি নিৰ্ব্বাচিত হৈছিল। এওঁলোকে নগৰত ভোগ-বিলাসত জীৱন নিৰ্ব্বাহ কৰিছিল। আনহাতে দাস নামৰ কিছুমান মানুহে গাঁৱত থকা এওঁলোকৰ মাটিবাৰীত খেতি কৰিছিল। কিছুমান ভাৰাতীয়া মানুহো একেকামত নিয়োগ কৰা হৈছিল। নগৰত থকা ব্যৱসায়ীসকলে ধনৰ বলত এনে মানুহৰ যোগান ধৰা দেখা যায়।

দ্বিতীয় শ্ৰেণীৰ মানুহৰ আৰ্থিক অৱস্থা প্ৰথম শ্ৰেণীৰ তুলনাত নিম্ন হ'লেও

এওঁলোক নাগৰিক। এওঁলোকক ডেমিউৰজি (Demiurgi artisan) বোলা হৈছিল। এওঁলোক ব্যৱসায়িক কৰ্মী। টকা লৈ কাম কৰে। এওঁলোকৰ মাজত কাৰিকৰ, বেপাৰী, মাছ-মৰীয়া আৰু শ্ৰমিক আছিল। আৰক্ষনিচৰ পাদভূমিত শাৰীৰিক শ্ৰমদান কৰা, সাগৰৰ পাৰত মাছধৰা আদি এওঁলোকৰ মাই কাম।

তৃতীয় শ্ৰেণীৰ লোকসকল জৰ্জ্জি (georgi husbandmen)। প্ৰকৃতপক্ষে এওঁলোকও শ্ৰমিক কিন্তু আংশিকভাৱে পাছপৰা। 'জৰ্জ্জী শব্দৰ অৰ্থ হ'ল কৃষক বা মাটি চহোৱা লোক। অৱশ্যে এওঁলোক ভাৰবীয়া হলেও নিজৰ মাটিতহে খেতি-খোলা কৰি জীৱিকা অৰ্জন কৰিছিল। এওঁলোকো নাগৰিকেই আছিল। অৱশ্যে স্পাৰ্টাত এনেলোকক দাস শ্ৰেণীত ধৰা হৈছিল। এইসকলৰ বাহিৰেও কিছুমান মানুহ আছিল, তেওঁবিলাকে লোকসভা বা জনসভাবিলাকত যোগ দিব নোৱাৰিছিল। তেওঁবিলাকে মাটিবাৰী বেচি নগৰত বেহাবেপাৰ বা শাৰীৰিক শ্ৰম কৰাৰ বাহিৰে গত্যন্তৰ নাছিল। এওঁলোক নাগৰিক যদিও নাগৰিকত্বৰ পৰা মাটিহীন হোৱা কাৰণে বঞ্চিত হৈছিল। এওঁলোকৰ একাংশই প্ৰথম শ্ৰেণী মানুহৰ মাটিত খেতি কৰি ভুঁই অংশ লাভ কৰিছিল তাবে পোহপাল লৈ আছিল।

এথেন্সত বাস কৰা বিদেশী, বেপাৰীৰ সংখ্যাও যথেষ্ট আছিল। এওঁলোকেই প্ৰকৃতাৰ্থত এথেন্সৰ অৰ্থনীতি নিৰ্ণয় কৰিবলৈ সক্ষম হৈছিল। এথেন্সত মধ্যবিত্ত শ্ৰেণীৰ লগত জড়িত প্ৰতিটো কথাই এই প্ৰবাসী বিদেশীসকলৰ অনুগ্ৰহতে পৰিচালিত হোৱা দেখা যায়। এথেন্স অৰ্থনৈতিক স্বতন্ত্ৰতাৰ কেন্দ্ৰস্থল হোৱা কাৰণে এই বিদেশীলোকসকলে, বেহা বেপাৰ কাৰিকৰী বিদ্যা ঠিকা আদি লৈ, এথেন্সৰ আৰ্থ সামাজিক দিশত এক যুগান্তৰৰ সৃষ্টি কৰা বুলি কব পাৰি। তেওঁলোকক এথেন্সৰ আইনেও সুযোগ প্ৰদান কৰিছিল, সম্পত্তি সুৰক্ষা দিছিল ধৰ্ম্মবিশ্বাসৰ স্বাধীনতা দিছিল, কিন্তু তেওঁলোকক নাগৰিকসকলৰ লগত বিয়াবাৰু কৰোৱা মাটি কিনা আদি কাম কৰিবলৈ দিয়া নাইছিল। এথেন্সৰ অৰ্থনৈতিক বিন্নৰত এওঁলোকৰ অৰিহণা মন কৰিব লগা।

## গণতন্ত্ৰৰ পথত এথেন্স

এথেন্সত বেহাবেপাৰ আৰু শিল্পৰ সমৃদ্ধিৰ লগে লগে সম্ভ্ৰান্তশ্ৰেণীৰ অভিজাত্য চৰকাৰ লাহে লাহে দুৰ্ব্বল হৈ আহিবলৈ ধৰিলে। এই শাসনতন্ত্ৰ যাইকৈ জন্মস্বত্ব, সম্ভ্ৰান্ত কুলোদ্ভৱসকলৰ দ্বাৰাহে গঠিত হৈছিল। যিসকলে অৰ্থ সম্পদৰ গৰাকী

হৈছিল, তেওঁলোকে দেখিলে যে, ৰাজনৈতিক ক্ষমতা আহৰণৰ ক্ষেত্ৰত তেওঁলোকৰ অৰ্থ সম্পদৰ কোনো সম্বন্ধ নাই। এনে অৱস্থাত শাসকবৰ্গই আত্মৰক্ষাৰ উপায় স্বৰূপে সম্ভ্ৰান্ত পৰিয়ালৰ অভিজাততন্ত্ৰৰ ঠাইত সম্পদশালী শ্ৰেণীৰ অভিজাততন্ত্ৰ প্ৰতিষ্ঠাত গুৰুত্ব দিলে। এতিয়া সামাজিক আৰু ৰাজনৈতিক পটভূমিত সম্ভ্ৰান্তকুল আৰু অৰ্থসম্পদ উভয়ৰে প্ৰাধান্য স্বীকাৰ কৰি লোৱা হ'ল। অৰ্থ সম্পত্তিৰ ওপৰত ভিত্তি কৰি গঢ় লোৱা চৰকাৰক টিমক্ৰেমি' বোলা হয়। এথেন্সত বাস্তৱিক অভিজাত-তন্ত্ৰৰ পৰিবৰ্ত্তে 'টিমক্ৰেমি প্ৰতিষ্ঠিত হ'ল। সমগ্ৰ এথেন্সৰ মুক্ত নাগৰিকসকলক সম্পত্তিৰ ওপৰত ভিত্তি কৰি তিনিটা শ্ৰেণীত বিভক্ত কৰা হ'ল। বছৰেকত শস্য, তেল, সুৰা প্ৰভৃতিৰ ওপৰত হোৱা অৰ্জ্জনৰ দ্বাৰা আৰ্থিক ক্ষমতা নিৰ্দ্ধাৰণ কৰা হৈছিল। প্ৰধান প্ৰধান শাসনকৰ্ত্তা, যেনে পলিমাৰ্কচ ইপোনিমচ, প্ৰভৃতি প্ৰথম শ্ৰেণীৰ মাজতে আৱদ্ধ থাকিল যদিও অন্যান্য মুক্ত শ্ৰেণীৰ মাজৰ পৰাও শাসনকৰ্ত্তা নিৰ্ব্বাচনৰ সুযোগ প্ৰদান কৰা হ'ল। সম্পদশালী লোকসকলৰ স্বীকৃতি আৰু ৰাজনৈতিক সুযোগ প্ৰদানে নিধনীলোকবিলাকক সন্তোষ দিব পৰা নাছিল। অৱশ্যে এই ব্যৱস্থাই কুলাভিতন্ত্ৰৰ সমাধি ৰচনা কৰাত কৃতকাৰ্য্য হ'ল। সৰু সৰু যিসকল কৃষক বা কাৰিকৰ যাক থেট' (Thete) বোলা হৈছিল, তেওঁবিলাক মুক্ত নাগৰিক হোৱা স্বত্বেও উল্লেখিত ৰাজনৈতিক সুযোগৰ পৰা বঞ্চিত হ'ল। যেতিয়া এই সকল 'থেটক এথেন্সৰ নৌবাহিনীত যোগ দিবলৈ আহ্বান জনোৱা হ'ল, তেওঁলোকৰ পৰা ঘাই দাবি উঠিল ৰাজনৈতিক অধিকাৰ। আন্তৰ্জাতিক বাণিজ্য বৃদ্ধি আৰু নৌশক্তি সম্প্ৰসাৰণৰ লগত এথেন্সৰ গণতান্ত্ৰিক জীৱন ওত প্ৰোত ভাৱে জড়িত থকা দেখা যায়। এতিয়া দেখা গল কুল আৰু সম্পদৰ প্ৰতিযোগিতা। থেটসকলৰ দাবি তীব্ৰ হৈ পৰিল। তেওঁলোকৰ লগত অন্যান্য শ্ৰমিকসকলেও যোগ দিলে। প্ৰশাসনীয় কামত তেওঁলোকক বাদ দি থোৱাৰ কোনো যুক্তি নাছিল। মুঠকথা, থেটসকলৰ বিস্ফোৰণমুখী চিন্তাই এথেন্সত গণতন্ত্ৰৰ অভ্যুদয় ঘটালে। খ্ৰী পূ সপ্তম শতাব্দীৰ দ্বিতীয় দশকত মেগেৰা ৰাজ্যৰ লগত সংঘটিত হোৱা যুদ্ধই সাধাৰণ শ্ৰেণীৰ দৰিদ্ৰতা আৰু বেদনা বৃদ্ধি হোৱাত সহায় হ'ল। এৰি ষ্টটোলৰ মতে যিবিলাকৰ খেতিৰ মাটি বা থাট আছিল, সেইবোৰ ক্ৰমাগত ক্ষুদ্ৰ ক্ষুদ্ৰ হ'বলৈ ধৰিলে, আৰু লগে লগে মুক্ত নাগৰিকৰ সংখ্যাও হ্ৰাস পাবলৈ ধৰিলে। যিসকল ক্ষুদ্ৰ কৃষক তেওঁলোকে ধাৰ দিব নোৱাৰি মাটি-বাৰী বিক্ৰী কৰিব লগা হ'ল আৰু বহুতেই দাস বৃত্তি গ্ৰহণ কৰিও পেট

প্ৰবৰ্ত্তাৰ লগা হৈছিল। এওঁলোক আটায়েই বিপ্লৱৰ দাবানলত ইন্ধন যোগাবলৈ আৰম্ভ কৰিলে।

সম্ভৱত এনে বিস্ফোৰণমুখী চিন্তাই শাসকদলকো প্ৰভাৱিত নকৰাকৈ থকা নাছিল। খ্ৰী পূঃ ৬২০ চনত ড্ৰেকো নামৰ আইনজ্ঞ এজনক সংস্কাৰ কামত নিয়োগ কৰা হল। তেওঁৰ প্ৰথম কাম আছিল যিবিলাক আইন মুখে মুখে চলি আহিছিল, সেইবিলাক লিপিবদ্ধ কৰা, আৰু দোষমুক্ত কৰি প্ৰণালীবদ্ধ কৰি তোলা। অৱশ্যে এবিষ্টটোলে উল্লেখ কৰা এই ড্ৰেকো নামৰ আইনজ্ঞজনৰ প্ৰকৃত পৰিচয় পাবলৈ টান। বহুতো বুৰঞ্জীবিদে এথেন্সৰ সংবিধানত এই অধ্যায়টো পাছৰ সংযোজন বুলি ভাবে। সি যি নহওক ড্ৰেকোৰ লিপিবদ্ধ আইনে এথেন্সবাসীক আগন্তুক বিপ্লৱৰ পৰা ৰক্ষা কৰাত সম্পূৰ্ণ ব্যৰ্থ হল বুলি কব পাৰি। লিপিবদ্ধ কৰাৰ নামত বহুতো কঠোৰ আইনৰ সমাবেশ ঘটিল। ড্ৰেকো নিজে এজন আৰকন বা দণ্ডাধীশ আছিল। তেওঁ লিপিবদ্ধ কৰা আইন ইমান কঠোৰ আছিল যে সেইবিলাক 'তেজেৰে লিখা' বুলি আখ্যা পাইছিল। এলেহুৱা আৰু হত্যাকাৰীক মৃত্যুদণ্ড বিহা হৈছিল। এনে কঠোৰতম আইনৰ কাৰণ জানিবলৈ বিচাৰোতে ড্ৰেকোৱে কৈছিল সৰু সৰু দোষতে মৃত্যুদণ্ড বিহা উচিত ডাঙৰ দোষৰ বাবে দিব পৰা শাস্তিয়েই নাই। ড্ৰেকোৰ সংস্কাৰ ব্যৰ্থ হলেও ভোটাধিকাৰ সম্প্ৰসাৰণৰ ক্ষেত্ৰৰ কিছু কাম কৰিলে বুলিব পাৰি। আনহাতে, এই সংস্কাৰৰ পাছতো সম্ভ্ৰান্তসকলে নিজ সুবিধা অনুসৰি আইনৰ ব্যাখ্যা দিব পাৰিছিল। ধৰ্ম্ম সম্বন্ধীয় নানা সমস্যাইও এথেন্সক এইকালছোৱাত বেৰি ধৰিছিল। সংস্কাৰৰ নামত যিবিলাক কাৰ্যাপন্থা গ্ৰহণ কৰা হৈছিল প্ৰায়বিলাকেই ফলধৰা নাছিল। পিছিষ্ট্ৰেটাচে নতুন দেৱতাৰ পূজা আৰু উৎসৱৰো আয়োজন কৰিছিল। তেওঁ প্ৰকৃতাৰ্থত নিম্ন খাপৰ বাসিন্দাসকলৰ প্ৰতিনিধিত্ব কৰিছিল। এথেন্সত সুযোগ আৰু সুবিধাবঞ্চিত শ্ৰেণীৰ বেদনা পুঞ্জীভূত হৈ পৰিছিল। তেওঁলোকৰ অৰ্থনৈতিক অভাৱ আৰু দাৰিদ্ৰই এক ভয়লগা অৱস্থাৰ সৃষ্টি কৰিছিল। বাস্তৱিকতে দৰিদ্ৰশ্ৰেণীৰ ডেকা, বুঢ়া লৰা ছোৱালী সকলো বিলাকে দাসত্বৰ অভিশাপ মূৰ পাতি লব লগা হৈছিল।

সৌভাগ্যবশত এনে সময়ত এজন জ্ঞানী আৰকনে সমস্যাটো উপলব্ধি কৰি সংস্কাৰত মনোনিবেশ কৰিলে। তেওঁ আছিল চালামিছ দ্বীপৰ লো। দৰিদ্ৰৰ বন্ধু চোলন। খ্ৰী পূ ৫৯৪ চনত এওঁ এথেন্সত আৰকন নিৰ্ব্বাচিত হয়। এহাতে বিপুল কাৰ্য্যপালিকা অৰ্থাৎ দণ্ডাধীশৰ ক্ষমতা আয়ত্ব কৰি, আনহাতে বুদ্ধিদীপ্ত

চিন্তা আৰু অদম্য সংস্কাৰৰ মনোবৃত্তি লৈ চোলনে ধনী দৰিদ্ৰ সকলো শ্ৰেণীক প্ৰজাকে সন্তোষ দিব পাৰিছিল। পুৰণা সংবিধানৰ নামেৰেধৰা নীতি নিয়মবোৰ চোলনে উঠাই দি তাৰ ঠাইত প্ৰগতিশীল নীতিনিয়ম সন্নিবিষ্ট কৰিলে। চোলনে ভালদৰে অনুভৱ কৰিছিল যে সন্নিকট বিপ্লৱৰ অৱসান ঘটাবলৈ হিলে দৰিদ্ৰ শ্ৰেণীক সন্তোষ দিব লাগিব সেইদৰে সংবিধানখন দৃঢ় কৰিবলৈ ধনী আৰু সম্ভ্ৰান্ত শ্ৰেণীকো বিশ্বাসত লব লাগিব। ধনী শ্ৰেণীয় কিছুমান অ হতুকী সুযোগ বিসৰ্জন দিবলৈ কুণ্ঠাবোধ কৰিব নালাগিব। উগ্ৰপন্থীসকলক অসন্তুষ্ট কৰিব বুলিয়েই চোলনে মাটিবাৰী পূৰ্ণবণ্টনত হাত নিদিলে। চোলনৰ ব্যৱস্থাৱলীক নগৰৰাষ্ট্ৰৰ ইতিহাসত অপূৰণীয় আৰু প্ৰগতিশীল বুলি গণ্য কৰা হয়। চোলনে অৰ্থনৈতিক ব্যৱস্থা সম্পূৰ্ণ কৰি ৰাজনৈতিক ব্যৱস্থা ৰা উপায়সমূহ দিয়াটো উচিত বুলি অনুভৱ কৰিছিল। ৰাজনৈতিক ক্ষমতা চলাই যাবলৈ হলে প্ৰজাসকলৰ প্ৰথম প্ৰয়োজন হব অৰ্থনৈতিক অৰ্থাৎ বস্তুবাদী উপায় যাৰ সহায়ত ৰাজনৈতিক ক্ষমতা চলাই যোৱা সহজ হব। গ্ৰীক জগতত চোলনৰ চিন্তাধাৰা আৰু সংস্কাৰ সুদূৰ প্ৰসাৰী ক্ৰিয়া কৰা দেখা যায়। দাৰ্শনিক এৰিষ্টটোলে তেওঁৰ পলিটিক্স গ্ৰন্থত যেনেদৰে চোলনেও অনুভৱ কৰিছিল আইন আবেগহীন যুক্তি। আইন বাস্তৱিকতে যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত ইয়াত আবেগৰ চাপ থাকিব নোৱাৰে। চোলনেই ৰাজনীতিত প্ৰথম যুক্তিৰ প্ৰয়োগ কৰে।

চোলনৰ শাসন সংস্কাৰ একেধাৰে আছিল ৰাজনৈতিক অৰ্থনৈতিক চিন্তা সম্ভূত। সামাজিক ক্ষেত্ৰত চোলনে বহুদিনব্যাপী ক্ৰিয়া কৰি থকা ঋণ বিলাৰ সম্পূৰ্ণ উঠাই দিলে। অনেক সময়ত ব্যক্তিয়ে ৰাষ্ট্ৰৰ ওচৰত বা আন কোনো ব্যক্তিৰ ওচৰত ঋণগ্ৰস্ত হৈ থাকিব লগা অৱস্থাৰ চোলনে যৱনিকা পেলালে। এইদৰে মাটি বাৰীয়ে বন্ধক ঋণ আদি প্ৰভাৱৰ পৰা উদ্ধাৰ পালে। দ্বিতীয়তে, যিবিলাক ব্যক্তিয়ে ধন ঘূৰাই দিব নোৱাৰাৰ অপৰাধত দাসত্ববৰণ কৰিব লগা হৈছিল সেই সকলকো মুক্তি দিয়া হল। যি সকলৰ নগৰৰ বাহিৰত বিক্ৰী কৰা হৈছিল, তেওঁলোকে ঘূৰি আহিবলৈ আদেশ পালে। নতুন আইন অনুসৰি এনেধৰণৰ দাসত্ব ভবিষ্যতলৈ দোষণীয় বুলি গণ্য কৰা হ'ল। ক্ৰমবৰ্দ্ধমান মাটি-গিৰিসকলৰ জমিদাৰী বা খাটপামৰ সীমা বান্ধি দিয়া হল।

মাটি-গিৰিসকলে প্ৰায়ে বেচি লাভৰ আশাত নগৰৰ বা ৰাজ্যৰ বাহিৰত পথাৰৰ শস্য বিক্ৰী কৰিছিল। ইয়াৰ ফলত দেশত দুৰ্ভিক্ষ অভাৱ আদিয়ে প্ৰজাক

বিব্রত কৰি তুলিছিল। চোলনৰ নতুন আইনমতে এনে বিক্ৰী বন্ধ কৰা হ'ল। এথেন্সত বসবাস কৰা আৰু বেহাবেপাৰ শিল্প উদ্যোগত আগভাগ লোৱা বিদেশী সকলাকো অনুপ্ৰেৰণা দিয়াৰ অভিপ্ৰায়ে, চোলনে তেওঁলোকৰ বাবে নাগৰিকত্ব প্ৰদানৰ ব্যৱস্থা কৰিলে।

যিবিলাক লোক এনাহৰ বসবৰ্ত্তী হৈ নিষ্কৰ্ম্মা হোৱা দেখা গৈছিল, তেওঁলোকক দোষী বুলি গণ্য কৰা হ'ল অথচ দুনীৰ্তিমুক্ত বুলি ঘোষিত হোৱা সকলো মানুহকে লোকসভা বা জনসমাবেশত বক্তৃতা দিবলৈ সুবিধা দিয়া হ'ল। এই ব্যৱস্থাসমূহে ধনীসকলক দাৰুণ আঘাট দিছিল যদিও একেবাৰে দৰিদ্ৰশ্ৰেণীৰ আৰ্থিক অৱস্থাৰ কোনো বৈপ্লৱিক পৰিবৰ্ত্তনো আনিব পৰা নাছিল। প্ৰায়বিলাক দৰিদ্ৰলোকেই মাটিৰ পুৰ্ণবণ্টন বা ৰাজেয়াপ্ত কৰাতহে গুৰুত্ব দিছিল। চোলনে প্ৰচলিত ভূ অংশ পোৱা কঠোৰ কৃষি উৎপাদন ব্যৱস্থাৰো কোনো সলনি কৰিব নোৱাৰিলে। আনহাতে টকাৰ ওপৰত লোৱা সুতৰ ক্ষেত্ৰতো চোলনে সীমা বান্ধি দিব নোৱাৰিলে।

চোলনৰ সংস্কাৰবিলাকৰ ভিতৰত সাংবিধানিক সংস্কাৰেই আছিল গুৰুত্বপূৰ্ণ। এথেন্সক গণতন্ত্ৰৰ পথত আগবঢাই নিয়াত প্ৰথম চপৰা মাটি চোলনেই দিছিল বুলিব পাৰি। সাংবিধানিক ক্ষেত্ৰতো চোলনে ধনী আৰু নিৰ্ধনী দুয়ো গোষ্ঠীকে সন্তোষ লগাবলৈ চেষ্টা কৰা দেখা যায়। তেওঁৰ নীতি আছিল অতিশয্য এৰাই চলা। ইতিমধ্যে সম্পদবিলাক সামাজিক মানদণ্ডৰ জোখ হিচাবে গণ্য কৰা হৈছিল। পূৰ্ব্বৰ সম্ভ্ৰান্ত কুলৰ মৰ্য্যাদা লাহে লাহে আতৰি যোৱা দেখা গৈছিল।

চোলনৰ সাংবিধানিক সংস্কাৰসমূহৰ যিমানেই সমালোচনা নহওক তেওঁৰ প্ৰতিভা অস্বীকাৰ কৰাৰ প্ৰশ্ন নুঠে। এথেন্সবাসীৰ প্ৰয়োজন অনুসৰি চোলনে ৰাজনৈতিক অনুষ্ঠান দি সুখী কৰিছিল। চুটা সহজ আৰু সৰল উপায় অৱলম্বন কৰি ৰাজনৈতিক সংস্কাৰৰ পাতনি মেলে। এথেন্সৰ মুক্ত নাগৰিকসকলক তেওঁলোকৰ বাৎসৰিক উৎপাদনৰ ওপৰত ভিত্তি কৰি শ্ৰেণী বিভক্ত কৰা হয়। ৫ মেদিমানী (Madimni) বা তেনে পৰ্য্যায়ৰ ধন উৎপাদনৰ লোকসকলক প্ৰথম শ্ৰেণী ৩ শৰ পৰা ৫ ০ মেদিমনী বা সেই জোখৰ সম্পদ উৎপাদনকাৰীসকলক দ্বিতীয় শ্ৰেণীত ২০০ শৰ পৰা ৩০০ পৰ্য্যন্ত বাৎসৰিক ধন উৎপাদনকাৰীসকলক তৃতীয় শ্ৰেণীত আৰু যাৰ উৎপাদন ১৫০ মেদিমনীৰ ভিতৰত পাৰ (যেনে থেটচ সকল) চতুৰ্থ শ্ৰেণীভুক্ত কৰা হয়। অতীতৰ ইউপেট্ৰাইড জৰ্জ্জ ডেমিওৰজি প্ৰভৃতি শ্ৰেণীৰ ঠাইত এই নতুন অৰ্থনৈতিক শ্ৰেণীয়ে প্ৰসিদ্ধি লাভ কৰিলে। প্ৰথম শ্ৰেণীৰ

লোকসকলক দণ্ডাধীশ অৰ্থাৎ আৰকন আৰু সেনাধিনায়ক নিৰ্ব্বাচনৰ ক্ষমতা দিয়া হৈছিল। দ্বিতীয় শ্ৰেণীৰ লোকসকলে তল খাপৰ কৰ্মচাৰী নিৰ্ব্বাচন কৰিব পাৰিছিল। তৃতীয় শ্ৰেণীৰ সকলে পদাতিক সেনাত যোগ দিব পৰা অধিকাৰ পাইছিল। চতুৰ্থ শ্ৰেণীবো সেনাবাহিনীত যোগ দিয়াৰ সুযোগ আছিল। কিন্তু, কোনো লোকে ৰাষ্ট্ৰত কৰ নিদিয়াকৈ কোনো ৰাজনৈতিক সুযোগ বা সুবিধা পাব নোৱাৰিছিল। চোলনৰ সংবিধানত নিম্নশ্ৰেণীৰ লোকসকলক কাৰ্য্যপালিকা নিয়ন্ত্ৰণত অংশীদাৰ কৰি দিয়া হৈছিল। তেওঁলোকে দণ্ডাধীশ নিৰ্ব্বাচনত মুক্তভাৱে অংশ গ্ৰহণ কৰিব পাৰিছিল আৰু যিসকলৰ বয়স ৩০ বছৰতকৈ বেছি তেওঁলোকে জনসভা নামৰ লোকসমাবেশত উপস্থিত থাকি দণ্ডাধীশসকলৰ কাৰ্য্য নিৰূপণ কৰিব পাৰিছিল। প্ৰথম শ্ৰেণীয়ে কৰ বেছি ধৰণেৰে বহন কৰিব লগা হৈছিল। চতুৰ্থ শ্ৰেণীক প্ৰত্যক্ষ কৰৰ পৰা ৰেহাই দিয়া হৈছিল। দেশৰ পুৰণি অনুষ্ঠান 'একলেজিয়া' বা জনসভাত সকলো শ্ৰেণীৰ লোকক যুদ্ধ শান্তি চুক্তি প্ৰভৃতি বিষয়ৰ পৰ্য্যালোচনাত প্ৰত্যক্ষভাৱে অংশ গ্ৰহণ কৰিব পৰা ব্যৱস্থাই, এথেন্সৰ প্ৰজাক গণতন্ত্ৰৰ লগত পৰিচয় ঘটালে।

অৱশ্যে এইবিলাক সংস্কাৰে এথেন্সত গণতন্ত্ৰ স্থাপন কৰিলে বুলি কলে ভুল হব। কাৰণ এইয়া আছিল তেনেকুৱা চিন্তাৰ প্ৰথম অভ্যুদয়। গ্ৰীক ভাষাত এনেকুৱা চৰকাৰ বুজাবলৈ কোনো শব্দ ইতিমধ্যে বাহিৰ হোৱা নাছিল। জনমানসত প্ৰশাসনীয় চিন্তা ত্ৰুটি আদি সজাগ কৰি তোলাত এনে চৰকাৰৰ অৱদান আছিল অফুৰন্ত।

## চোলনৰ ৰাজনৈতিক অনুষ্ঠান

চোলনে ৰাজনৈতিক অনুষ্ঠানবিলাকক নতুনৰূপ দি গণতন্ত্ৰৰ লগত খাপ খুৱাই তুলিলে। ওপৰত কৈ অহা আৰিওপাগছৰ পৰিষদ ( Council of Areopagus ) খন উঠাই দিয়া নহ'ল বৰং ইয়াক সংবিধানৰ ৰক্ষক হিচাপে সজাই তোলা হ'ল। কাউন্সিলে জনতাৰ নৈতিক আৰু মানসিক দৃষ্টি তীব্ৰ কৰি তোলাৰ দায়িত্ব গ্ৰহণ কৰিব লগা হ'ল। আগবদাৰে আৰিওপাগছৰ পৰিষদে পালন কৰিব লগা প্ৰশাসনীয় বা আইন প্ৰণয়নৰ বা বিচাৰৰ দায়িত্বৰ পৰা অব্যাহতি লাভ কৰিলে। আগতে এই পৰিষদত কেৱল সম্ভ্ৰান্ত সকলেহে বহিব পাৰিছিল। চোলনৰ সংস্কাৰৰ পাছত সকলো প্ৰথম শ্ৰেণীৰ লোকেই এই পৰিষদত বহিব পৰা হ'ল। চোলনে জনসাধাৰণক আলস্য আৰু উদাসীনতাৰ পৰা আঁতৰাই আনি ৰাজনৈতিক আৰু বৌদ্ধিক স্বতন্ত্ৰতা প্ৰদানৰ ব্যৱস্থা কৰিলে। অন্যান্য বিবিধ আইনৰ সংস্কাৰ কৰি পৰম্পৰাভাৱে চলি অহা

মহত্তো প্রথা বহিত কৰি মুক্ত বৌদ্ধিক চিন্তাৰ পৰিবেশ গঢ়ি তুলিলে যাক গণতন্ত্ৰৰ ভেটি বুলি ক'ব পৰা যায়।

দ্বিতীয় ৰাজনৈতিক অনুষ্ঠান এটাৰো জন্ম দি এথেন্সক গণতন্ত্ৰৰ পথত আৰু এখোজ আগবঢ়াই নিয়া হ'ল। এই অনুষ্ঠানৰ নাম আছিল চাৰিশ লোকৰ গণপৰিষদ (council of four hundred)। এই চাৰিশ সভ্যৰ পৰিষদখন আৰিওপাগছৰ পৰিষদৰ তলত স্থাপন কৰা হৈছিল। চাৰিশজন সভ্যৰে গঠিত পৰিষদখন'ল নগৰৰ চাৰিটা গোষ্ঠীৰ পৰা ১০০ জনৈক সভ্য নিৰ্ব্বাচিত হৈছিল। থেটচসকলক এই পৰিষদত স্থান দিয়া হোৱা নাছিল ওপৰত উল্লেখকৰা জনসভাখনে অৰ্থাৎ একলেজিয়া' খনে চাৰিশ সভ্যৰ গণপৰিষদৰ তলত থাকি কাৰ্য্যনিৰ্ব্বাহ কৰাৰ নিয়ম হ'ল। এই জনসভাৰ ঘাই কাম হ'ল বছৰি প্ৰথম শ্ৰেণীৰ পৰা আৰকন সকল নিৰ্ব্বাচন কৰা তেওঁলোকৰ ওপৰত নিয়ন্ত্ৰণ আৰোপ কৰা বা যি কোনো বিষয়ৰ প্ৰশ্নকৰা তেওঁলোকৰ কাৰ্য্যকাল শেষহলে কিবা দোষত দোষী বুলি গণ্য হ'লে শাস্তি দিয়া।

চোলনৰ দ্বাৰা সৃষ্টি কৰা আন এটা গণতান্ত্ৰিক ব্যৱস্থা হ'ল ৬০০০ লোকেৰে গঠিত আদালতৰ বিচাৰ ব্যৱস্থা। প্ৰতি ৫০০ জন লোকেৰে গঠিত তালিকাভুক্ত লোকসকলে ৰাজহুৱাভাবে বিচাৰৰ কাৰণ আদালতত বহিব পাৰে। অতি দৰিদ্ৰলোকসকলেও এনে আদালতত বিচাৰকৰ স্থান অধিকাৰ কৰি সুখী হ'ব পাৰিছিল। চোলনে কৰা শাসন সংস্কাৰবিলাকৰ ভিতৰত ইয়েই আছিল সবাতকৈ গণতান্ত্ৰিক চৰিত্ৰৰ। চোলনৰ উদ্দেশ্যই আছিল এথেন্সৰ নাগৰিকসকলে পলিচৰ প্ৰকৃত লক্ষ্য কি তাক যাতে অনুভৱ কৰিব পাৰে। তেওঁলোকৰ জীৱনৰ আৰু ৰাষ্ট্ৰৰ জীৱনৰ লক্ষ্য এটা আৰু এক। যি সময়ত মহামতি চোলনে এথেন্সত এনে উদাৰ নৈতিক চৰকাৰ উদ্বোধন কৰিছিল, সেই সময়ত গ্ৰীচৰ অন্যান্য অংশত হয় স্বেচ্ছাচাৰী ৰাজতন্ত্ৰ নহয় অভিজাততন্ত্ৰ বৰ্ত্তি আছিল। চোলনৰ ইচ্ছা আছিল ব্যক্তিৰ ব্যক্তিত্ব বিকাশ আৰু গুণাৱলী প্ৰস্ফুটিত কৰি তোলা। সেয়েই সম্ভৱ হ'ব পাৰে কেৱল নগৰ ৰাষ্ট্ৰৰ (পলিচ) জীৱনৰ ঘাই সুঁতিৰ লগত ব্যক্তি জীৱনৰ লক্ষ্য বিলীন কৰি দিব পাৰিলে। প্ৰগতিৰ দুৰ্ব্বাৰ গতিৰ লগত এথেন্সৰ নগৰৰাষ্ট্ৰই চোলনৰ কাৰণেই খোজ মিলাই অগ্ৰসৰ হ'ব পাৰিছিল।

চোলনৰ বিখ্যাত শাসন সংস্কাৰৰ এটা দিশ আছিল নিৰ্ব্বাচনত ভাগ্য পৰীক্ষাৰ ব্যৱহাৰ। গ্ৰীকসকলৰ মাজত অন্ধবিশ্বাসে দকৈ শিপাইছিল আৰু তেওঁলোকে

ভাবিছিল যে দণ্ডাধীশ আৰু কোনো শাসনকৰ্ত্তা নিৰ্ব্বাচন কৰোতে দেৱতাসকলেও অংশ গ্ৰহণ কৰে। চোলনে ভালদ'ৰ অনুভৱ কৰিছিল যদি অকল ভাগ্য পৰীক্ষাক নিয়োগৰ মাপকাঠি হিচাবে ব্যৱহাৰ কৰা হয় তেনেহলে অপদাৰ্থ লোক সকলো বাচনি হ'ব পাৰে। এনে অৱস্থাত চোলনে নিৰ্ব্বাচন আৰু ভাগ্য পৰীক্ষা দুয়োটা'কে একত্ৰিত কৰি অভিনৱ ব্যৱস্থা এটা উদ্ভাৱন কৰিলে। প্ৰথমতে চাৰিটা গোষ্ঠীৰ ১০ জন'ক প্ৰাৰ্থী নিৰ্ব্বাচন কৰিব আৰু মুঠ ৪০ জন নিৰ্ব্বাচিত লোকৰ মাজৰ পৰা ৯ জন আৰ'কন ভাগ্য পৰীক্ষাতে বচা হ'ব। সম্ভৱত: চাৰিশ সদস্যৰ পৰিষদলৈকো একেদৰেই নিৰ্ব্বাচন কৰা হৈছিল। বাস্তৱিকতে চোলনে নিৰ্ব্বাচন ব্যৱস্থাত কুল আৰু জাতৰ ভিত্তি উঠাই দি সম্পত্তিক ভিত্তি কৰাৰ পৰা নাগৰিকত্বই এটা নতুন ৰূপ পালে। আনহাতে দণ্ডাধীশসকলো শিক্ষা আৰু যোগ্যতা অনুসৰি নিৰ্ব্বাচিত হোৱা বাবে প্ৰশাসন'ৰ কাৰ্য্যদক্ষতা বৃদ্ধি পালে। পূৰ্ব্বৰ জাত্যাভিজাততন্ত্ৰৰ ঠাইত সম্পত্তিৰ অভিজাততন্ত্ৰই গুৰুত্ব লাভ কৰিল। এইটো সত্য যে চোলনৰ সংস্কাৰে নিভাঁজ গণতন্ত্ৰৰ সৃষ্টি কৰিব পৰা নাছিল যদিও গণতান্ত্ৰিক ভাবধাৰাৰ প্ৰবাহ আনিব'ল সক্ষম হৈছিল। প্ৰথম তিনি শ্ৰেণী লোকৰ প্ৰাধান্য স্বীকাৰ কৰি লোৱা হৈছিল যদিও জনপ্ৰিয় আদালতৰ সৃষ্টিয়ে এথেন্সবাসীক গণতন্ত্ৰাভিমুখী কৰি তুলিলে। সকলো নাগৰিক বিচাৰত বহিব'ল আৰু দণ্ডাধীশ নিৰ্ব্বাচন কৰিব'ল ক্ষমতা পালে। যিমান দিন পূৰ্ণ অভিজাততন্ত্ৰ চলি আছিল সিমানদিন জনগণৰ ৰাষ্ট্ৰ আৰু প্ৰশাসন ব্যৱস্থাত কোনো শ্ৰদ্ধা নাছিল। চোলনৰ ব্যৱস্থাই অন্তত চৰকাৰী পৰ্য্যায়ত জনপ্ৰিয়তাৰ ভাব সঞ্চাৰিত কৰিলে। এথেন্সত চোলনৰ সংস্কাৰে স্বৰূপাৰ্থত গণতন্ত্ৰ আৰু অভিজাততন্ত্ৰৰ এক মিশ্ৰিত ব্যৱস্থা উদ্ভাৱন কৰিলে। চোলনে নিজেই কৈছিল তেওঁ এথেন্সক একো উৎকৃষ্ট আইন দিব পৰা নাই। দুটা দন্দায়মান গোষ্ঠীক, বিনাৰক্তপাতে একত্ৰিকৰণ কৰিব'ল চোলনৰ ব্যৱস্থা যে সেই সময়ত অদ্বিতীয় আছিল, সেইকথা বুৰঞ্জীবিদ মাত্ৰেই স্বীকাৰ কৰিছে। তেওঁ উভয়কুল ৰক্ষা কৰি এটা মধ্যৱৰ্ত্তী পন্থা বাছি লৈছিল যিটোৱে অদূৰ ভবিষ্যতে এথেন্সলৈ আনি দিলে গণতন্ত্ৰৰ প্ৰকৃত জোৱাৰ। বুৰঞ্জীলিখক ফাওলাৰে ক'বৰ দৰে চোলনৰ সংস্কাৰে পলিচ'ৰ স্বাভাৱিক প্ৰগতিশীল ক্ৰমবিৱৰ্ত্তনত কেৱল সহায়হে কৰিলে। বতাহ ধুমুহাৰ অৱস্থিতিতো এথেন্সত গণতন্ত্ৰৰ কলিটো লাহে লাহে এপাহি এপাহি কৈ মেল খাই ফুলি উঠিল আৰু সময়ত ভাল ভবি ফল ধৰিল। অৱশ্যে, চোলনৰ অৱসৰৰ লগে লগে এথেন্সত পুনৰ

কিছুদিন ধৰি অৰাজকতাই কৰাল মূৰ্ত্তি ধৰাৰ কথা ইতিহাস পাঠক মাত্রেই জানে। ক্ষমতালোভী পিচিস্ট্রেটাছে স্বেচ্ছাচাৰ অৱলম্বন কৰিলেও চোলনৰ মহৎ আইন বিলাক উঠাই দিয়া নাছিল। খ্রী পূ ৫২৭ চনত পিচিস্ট্রেটাচৰ মৃত্যু হ'ল। খ্রী পূ ৫২০ চনত পুনৰ এথেন্সত গণতন্ত্ৰৰ বিকাশ হয়।

## ক্লাইচথেনিচৰ সংস্কাৰ

চোলনৰ প্ৰত্যাগমনৰ পাছত এথেন্সে ক্লাইচথেনিচক লাভ কৰি কৃতাৰ্থ হ'ল। সম্ভৱত ক্লাইচথেনিছে প্ৰথম অৱস্থাত স্বেচ্চাচাৰী শাসন এটাৰ স্বপ দেখা পাইছিল। অৱশ্যে পাছত তেওঁ নিজক ৰাজহুৱা জীৱনৰ লগত মিলাই দিলে। ক্লাইচথেনিচে কিছুমান কালজয়ী সংস্কাৰ হাতত ল'লে। ফৰাচী বিপ্লৱৰ নেতাসকলে যিদৰে সামাজিক জীৱনত কৰালবান্ধি থকা মাটিগিৰিসকলৰ দৃঢ়বদ্ধ প্ৰভাৱ নিঃশেষ কৰিবলৈ ইচ্ছা কৰিছিল ঠিক সেইদৰেই ক্লাইচথেনিচে পুৰণা গোষ্ঠী সমূহৰ প্ৰভাৱ লুপ্ত কৰিলে। এথেন্সত থকা পুৰণা চাৰিটা অভিজাত গোষ্ঠী বাৰটা ফ্ৰাটাই গোষ্ঠী আৰু ষাঠিটা 'জেনজ' বা উপগোষ্ঠী আৰু ৩০০ শ পৰিয়ালৰ ৰাজনৈতিক ক্ষমতা প্ৰচণ্ডভাৱে সকলোৱে অনুভৱ কৰিব পৰা গৈছিল। ক্লাইচথেনিছে এই পুৰাতন গোষ্ঠীবিলাকৰ ঠাইত নতুন গোষ্ঠী প্ৰতিষ্ঠা কৰিলে। এই পুৰাতন গোষ্ঠীসমূহে এথেন্সত জাতীয়ভাৱ গঢ়লৈ উঠাত অন্তৰায় হৈ দেখা দিছিল। তেওঁ নগৰৰাষ্ট্ৰক তিনিটা খণ্ডত ভাগ কৰিলে। প্ৰথম খণ্ডত পৰিল নগৰ অঞ্চল দ্বিতীয় খণ্ডত পৰিল উপকূল অঞ্চল আৰু তৃতীয়খণ্ডত পৰিল ভিতৰুৱা অঞ্চলটো। এই প্ৰতিটো খণ্ডতে ১০ খনকৈ সৰু জিলা সৃষ্টি কৰা হ'ল। তিনিখণ্ডত মুঠ ৩০ খন জিলা হ'ল। এই ৩০ খন জিলাৰ লোকসকলক ১০ টা গোষ্ঠীত ভাগ কৰা হ'ল। এই ১০ টা গোষ্ঠী এনেদৰে গঠন কৰা হৈছিল যে প্ৰতিটো গোষ্ঠীয়ে প্ৰতিটো খণ্ডৰ একোখন জিলা যেন সামৰি লয়। লোক সকলৰ ভৌগোলিক প্ৰভাৱ নুই কৰিবলৈকে এনে ব্যৱস্থা হাতত লোৱা হৈছিল। এই নতুন গোষ্ঠী কেইটা ১০ টা প্ৰশাসনীয় গোট (Deme) বুলি ধৰা হৈছিল। এই নতুন গোটবিলাকত সকলো স্বতন্ত্ৰ নাগৰিক মুক্তদাস আৰু অন্যান্য বাসিন্দাকো সুমুৱাই লোৱা হৈছিল।

## পাঁচশলোকৰ গণপৰিষদ (Council of five hundred)

চোলনৰ সৃষ্টি, চাৰিশলোকৰ গণপৰিষদখন ক্লাইচথেনিছে নকৈ সংগঠন কৰি

সভাৰ সংখ্যা ৫০০ জন কৰিলে। ইয়াক গ্ৰীক ভাষাত 'বুউলে (Boule) বুলি কোৱা হৈছিল। প্ৰতিটো গোষ্ঠীয়ে এবছৰৰ কাৰণে ভাগ্যপৰীক্ষাৰ দ্বাৰা ৫০ জন সদস্য পৰিষদৰ কাৰণে বাচি দিব। এইদৰে ১০ টা গোষ্ঠীয়ে ১০ × ৫০ = ৫০০ জন সদস্য বাচিব লাগে। এইদৰে গঠিত হোৱা পাচশলোকৰ গণপৰিষদখনে 'এবৃলেজিয়া বা জনসভাৰ কাৰণে সকলো ধৰণৰ প্ৰস্তাব আগবঢ়াব পাৰে জনসভাত গৃহীত হলেহে প্ৰস্তাৱবিলাক কাৰ্য্যকৰী কৰিব পৰা যায়। দ্বিতীয়তে পাচশলোকৰ গণপৰিষদখনে কোনো কোনো ক্ষেত্ৰত ন্যায়িক আৰু প্ৰশাসনীয় কাৰ্য্যও সম্পাদন কৰাৰ দায়িত্ব পাইছিল। কৰ্ম্মচাৰীসকলৰ কাম কাজৰ ওপৰত চকু দিব লগা হৈছিল আৰু এথেন্সৰ হৈ বিদেশী ৰাষ্টৰ লগত যোগাযোগ বা চুক্তি আদি সম্পন্ন কৰা কামো আছিল পাঁচশ লোকৰ গণপৰিষদৰ ওপৰতে। আৰকন আৰু অন্যান্য দণ্ডাধীশ সকলেও সময়ে সময়ে কাম কাজৰ বিবৰণী এই পৰিষদত দাখিল কৰা বাধ্যাতমূলক কৰা হৈছিল।

প্ৰতিটো গোষ্ঠীয়ে দেশৰ বাবে প্ৰয়োজনীয় পদাতিক আৰু অশ্বাৰোহী যোগান দিব লগা হৈছিল। সেইদৰে দহোটা গোষ্ঠীয়ে নিজ নিজ খণ্ডৰ সেনা পৰিচালনা কৰিবলৈ একোজন সেনানায়ক বাচি দিয়াৰ নিয়ম কৰা হৈছিল। ক্লাইচথেনিচৰ এই সংস্কাৰে যুগমীয়া আৰু সুদূৰ প্ৰসাৰী প্ৰভাব বিস্তাৰ কৰা দেখা যায়। কোনো লোকেই পুৰণা অভিজাত গোষ্ঠী বা শাসনব্যৱস্থাৰ প্ৰতি আকৰ্ষিত হোৱা দেখা নাযায়। ক্লাইচথেনিচৰ নতুন ব্যৱস্থাত অভিজাততন্ত্ৰ আৰু সেই সম্প্ৰদায়বিলাকৰ প্ৰাধান্য ম্লান হৈ পৰিছিল।

ক্লাইচথেনিছে আন এটা গুৰুত্বপূৰ্ণ কাম সম্পন্ন কৰিছিল সেইটো হল আৰকন সকলৰ নিয়োগ পদ্ধতি। চোলনৰ সংস্কাৰৰ পাছতো আৰকন সকল ক্ষমতাশালী হৈয়ে আছিল। ক্লাইচথেনিছে এইলোকৰ নিয়োগ পদ্ধতিৰ পৰিবৰ্ত্তন সাধন কৰিলে। এতিয়াৰ পৰা আৰকন সকলক পাচশজন পৰিষদৰ সদস্যৰ মাজৰ পৰা ভাগ্য পৰীক্ষাৰ দ্বাৰা বাচনি কৰা নিয়ম হ'ল। শেহতীয়াকৈ সমাজচ্যুত ব্যৱস্থাৰ সমাবেশ স্বেচ্ছাচাৰিতা অৱলম্বন কৰা বাটত হেণ্ডাৰ পুতিলে। দুৰাকাঙ্খী আৰু স্বেচ্ছাচাৰী ব্যক্তিক জনসভাই প্ৰয়োজন অনুসৰি সমাজচ্যুত কৰাৰ যি নতুন নিয়ম ক্লাইচথেনিছে প্ৰবৰ্ত্তন কৰিলে সেই নিয়মে বাষৰীয়া ৰাষ্ট্ৰ মেগেৰা আৰগোছ আৰু চাইৰাকিউছতো সমাদৰ লাভ কৰা দেখা যায়।

ক্লাইচথেনিচৰ সময়তো এথেন্স পূৰ্ণগণতন্ত্ৰত উপনীত হব পৰা নাছিল কিয়নো পুৰণা গোষ্ঠবিলাকৰ প্ৰভাৱ লুপ্ত কৰা বা খেতিৰ মাটিৰ সৰ্ব্বোচ্চ সীমা নিৰ্ণয়

কৰা আদি কাৰ্য্যই গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিব নোৱাৰে। চোলনৰ দিনৰ পৰা সাধাৰণলোকে 'একলেজিয়া'ত বহি যুদ্ধ, শান্তি, সৈন্য সংগঠন প্ৰভৃতি দেশৰ সকলো গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত মতামত দিব পাৰিছিল সচা। এক কথাত ক'বলৈ গলে ক্লাইচথেনিচৰ দিনত এথেন্সৰ প্ৰজাসকলেই আছিল প্ৰকৃত সাৰ্ব্বভৌমত্বৰ গৰাকী। তথাপি পেৰিকিলিছৰ (Pericles) দিনতহে এথেন্সৰ গণতন্ত্ৰ সম্পূৰ্ণ বৃক্ষত পৰিণত হৈ ফল প্ৰদান কৰিবলৈ সমৰ্থ হৈছিল।

## পেৰিকিলিছৰ (Pericles) সংস্কাৰ

এথেন্সৰ পূৰ্ণ গণতন্ত্ৰ প্ৰদান কৰাত সবাতকৈ ডাঙৰ বৰঙণি আগবঢ়াইছিল পেৰিকিলিছে। পেৰিকিলিছৰ জীৱনৰ প্ৰথম অভিজ্ঞতা সঞ্চয় হৈছিল ডেমছ বা মুক্ত সমাজৰ লগত তেওঁ জড়িত থকা ১০ বছৰ কাল। (খ্ৰী পূ ৪৬৭ ৰ পৰা ৪২৮ পৰ্য্যন্ত) জন সাধাৰণে তেওঁক এবাৰ নিৰ্ব্বাচন কৰিয়েই এৰা নাছিল। তেওঁৰ নেতৃত্বত এথেন্স সেইকালত জাবত জিলিকা নগৰৰাষ্ট্ৰ হৈ পৰিছিল। এথেন্সৰ নাগৰিকে এৰিষ্টটোলে কোৱাৰ দৰে প্ৰকৃত মহৎ জীৱন (good life) (যত ব্যক্তি জীৱন আৰু ৰাষ্ট্ৰজীৱন একেটা সুস্থিতিতে মিলি যাব পাৰে) অনুভৱ কৰিব পাৰিছিল।

আগতে কোৱা হৈছে যে চোলনে আৰিওপাগছৰ সভাখন উঠাই নিদি সংবিধানৰ নিয়ন্ত্ৰক হিচাবে ৰাখি থৈছিল। এই সভাত থাকিব পৰা সকলো সদস্যই আছিল যোগ্য জ্ঞানী আৰু অভিজ্ঞতা সম্পন্ন। সকলো নাগৰিককে ইয়াৰ সভ্য হবলৈ দিয়া হোৱা নাছিল। পেৰিকিলিছেও এইসভাখন উঠাই নিদি নকৈ ৰূপ দিয়াৰ কথা চিন্তা কৰিল কিয়নো গণতান্ত্ৰিব ভাবধাৰাৰ লগত ই আছিল খাপ নোখোৱা অনুষ্ঠান। তেওঁ ন আইন প্ৰণয়ন কৰিলে আৰু আৰিওপাগছৰ সভাই উপভোগ কৰা বহুতো ক্ষমতা লুপ্ত কৰিলে। এতিয়া এই সভাখনক কেৱল ধৰ্ম্মমূলক কাম তদাৰক কৰিবৰ কাৰণে আৰু কিছুমান ক্ষেত্ৰত বিচাৰ কৰিবৰ ক্ষমতা দিয়া হ'ল। ইয়াৰ হাতত থকা অন্যান্য কিছুমান ক্ষমতা পৰিষদলৈ হস্তান্তৰ কৰা হ'ল। আন কিছু ক্ষমতা একলেজিয়া আৰু আদালতৰ হাতত দিয়া হ'ল।

পেৰিকিলিছে আৰকন সকলক দৰমহা দিয়াৰ ব্যৱস্থা প্ৰৱৰ্ত্তন কৰিলে আৰু তেতিয়াৰ পৰা ধনী দুখীয়া সকলো শ্ৰেণীৰ প্ৰজায়ে আৰকন হবলৈ আগবাঢ়ি আহিল। আগতে কেৱল ধনীসকলেহে আৰকন হ'বলৈ ইচ্ছা কৰিছিল। অন্যান্য কৰ্ম্মচাৰী সকলৰ ক্ষেত্ৰতো পেৰিকিলিছে দৰ্মহাৰ ব্যৱস্থা কৰিলে। এতিয়াৰ পৰা

সকলো শ্ৰেণীৰ প্ৰজাই প্ৰশাসনীয় কামত আগভাগ লবলৈ বাট মুকলি হ'ল। এইখিনিতে মনবৰিব লগা বিষয় হ'ল প্ৰাচীন গ্ৰীচৰ গণতন্ত্ৰবিলাক আছিল প্ৰত্যক্ষ গণতন্ত্ৰ তাত সকলো প্ৰজায়ে যোগ দিব লাগে, আইন প্ৰণয়ন কৰিব লাগে, আৰু বিচাৰত বহিব লাগে। তেওঁলোকৰ বহুত সময় এই ৰাজনৈতিক কামত ক্ষতিহোৱাৰ কাৰণে পেৰিকিলিছে ক্ষতিপূৰণৰ ব্যৱস্থা কৰিলে। দৰ্মহা বা ক্ষতিপূৰণ নিদিলে কোনো সেবা কেতিয়াও নিস্বাৰ্থ হ'ব নোৱাৰে। এনে চিন্তা লৈয়ে পেৰি-কিলিছে সকলো লোককে ৰাজহুৱা কামত যোগ দিয়াৰ বাবে ক্ষতিপূৰণৰ ব্যৱস্থা কৰিলে। এই টকা সংগ্ৰহৰ কাৰণে কৰ লগোৱা আইনবো প্ৰৱৰ্তন হ'ল। খ্ৰী পূ ৪৫১ চনত এদিনৰ ক্ষতিপূৰণ বাবদ দুই 'অবল (১টকা ৬০প) ধাৰ্য্য কৰা হ'ল। পাছলৈ ইয়াক তিনি অবল লৈ বঢ়োৱা হয়। এয়া আছিল এদিনৰ ক্ষতিপূৰণ। এথেন্সত আদালতৰ কাম সেই সময়ত ইমান বেচি হৈছিল যে ক্ষতি-পূৰণ নিদিলে বিচাৰত বহিব'ল উপযুক্ত লোক আগবাঢ়ি আহিবলৈ সঙ্কোচবোধ কৰিছিল। ব্যক্তিগত জীবনৰ কাম কাজ, বেহাবেপাৰ ত্যাগকৰি পৰিষদ বা আদালতত বহিলে নাগৰিকৰ অশেষ ক্ষতি হোৱাৰ সম্ভাৱনা থাক। পেৰিকিলিছে এই কথা ভালদৰে উপলব্ধি কৰিছিল কাৰণেই পাচশজনীয়া গণপৰিষদৰ সভ্যসকলকো ক্ষতিপূৰণ দিয়াৰ ব্যৱস্থা কৰিলে। অৱশ্যে এই ক্ষতিপূৰণ প্ৰকৃত ক্ষতিপূৰণ বুলি কব নোৱাৰি। মাত্ৰ উদগনিমূলক আছিল। আৰম্ভ যেন লাগিলেও জনসভাত যোগ দিয়া সকলকো একলেজিয়াত যথেষ্ট পৰিমাণৰ উপস্থিতি হোৱাৰ আশা কৰিয়ে ইয়াৰ সদস্যসকলক বেতন দিয়াৰ ব্যৱস্থা কৰা হৈছিল। অৱশ্যে পিছৰ যুগত প্লেটো আৰু এৰিষ্টটলে পেৰিকিলিছৰ ক্ষতিপূৰণ দিয়া ব্যৱস্থাক সমাদৰ কৰা নাছিল। প্লেটোৰ লিখনিত এই ব্যৱস্থাই এথেন্সবাসীসকলক কথকি এলেহুৱা আৰু অৰ্থলোভী কৰি তুলিছে বুলি দোষাৰোপ কৰা দেখা যায়। তথাপি স্বীকাৰ কৰিব লাগিব যে এই ব্যৱস্থাই এথেন্সত গণতন্ত্ৰ জীয়াই ৰখাত অনুপ্ৰেৰণা যোগাইছিল।

পেৰিকিলিছৰ আন এটা সংস্কাৰ আছিল নিৰ্ব্বাচন ব্যৱস্থা। আগতে কোৱা হৈছে যে চোলনে নিৰ্ব্বাচন ব্যৱস্থাৰ লগত ভাগ্যপৰীক্ষা সংযোগ কৰি আৰকন সকলক বাচি দিয়াৰ নীতি উদ্ভাৱন কৰি গৈছে। পেৰিকিলিছে সেই ব্যৱস্থাৰ কিছু সাল-সলনি ঘটালে। সকলো মুক্ত নাগৰিকেই চৰকাৰী পদমৰ্যাদা লাভ কৰিবলৈ সক্ষম হয়, তাৰ বাবে ভাগ্য পৰীক্ষাৰ (Lot) লগত থকা নিৰ্ব্বাচন প্ৰক্ৰিয়া উঠাই দিয়া হ'ল। এতিয়াৰ পৰা পৰিষদৰ ৫০০ জন সদস্য, আৰকনসকল

আৰু সকলো পৰ্য্যায়ৰ কৰ্মচাৰীকো ভাগ্য পৰীক্ষাৰ সহায়ত বাচি দিয়া নিয়ম প্ৰচলিত হ'ল। সাধাৰণ প্ৰজায়ো ৰাজনীতিত অংশগ্ৰহণ কৰিব'ল আৰু দেশৰ সেৱা কৰিবলৈ সুযোগ পালে।

পেৰিকিলিছৰ দিনত এথেন্সৰ সকলো চৰকাৰী অনুষ্ঠানেহ গণতান্ত্ৰিক ৰূপ লাভ কৰিলে। সেই অনুষ্ঠান বিলাকক তলৰ দৰে আমি ভাগ কৰি দেখুৱাব পাৰো।

১ একলেজিয়া (সাধাৰণ জনসভা) এইজনসভাত প্ৰতিজন প্ৰাপ্তবয়স্ক (২০ বছৰৰ ওপৰৰ) এথেন্সৰ প্ৰজাই বহিব আৰু মতামত প্ৰকাশৰ বাবে ভোটদান কৰিব পাৰে।

২ জনপ্ৰিয় আদালত ৩০ বছৰৰ ওপৰৰ সকলো নাগৰিকে আদালতৰ বিচাৰৰ কাৰণে বহিব পাৰে।

এই অনুষ্ঠান বিলাক ৰাজহুৱা ঠাইত মুকলি'ক বহাৰ নিয়ম। সকলো প্ৰজা উপস্থিত থাকি বিচাৰৰ বা জনসভাৰ বিতৰ্ক শ্ৰৱন কৰিব পাৰে। সকলো ক্ষেত্ৰতে ভোট লৈ সিদ্ধান্ত গ্ৰহণ কৰা এই অনুষ্ঠান বিলাকৰ বৈশিষ্ট্য। সকলো প্ৰজাই যাতে নিৰ্বিঘ্নে এনে অনুষ্ঠান বিলাকত যোগ দিব পাৰে তাৰ বাবে ক্ষতি পূৰণ ব্যবস্থা ইতিমধ্যে গ্ৰহণ কৰা হৈছিল। লগতে জনসভা'ৰ কাম কাজ চলি থকা অৱস্থাত দোকান পোহাৰ বন্ধ ৰখাৰ ব্যবস্থাও পেৰিকিলিছে ঘোষণা কৰিছিল। এনে ব্যৱস্থাৰ কাৰণে আৰ্থিকভাৱে দুৰ্ব্বলসকলেও কোনো ক্ষতি অনুভৱ কৰিব পৰা নাছিল।

জনসভাই সকলোপ্ৰকাৰ দেশৰ প্ৰয়োজনীয় বিষয়ৰ আলোচনা কৰি সিদ্ধান্ত লৈছিল। যুদ্ধ শান্তিচুক্তি আনদেশৰ লগত কূটনৈতিক সম্পৰ্ক সৈন্য সংগ্ৰহ আৰু পৰিচালনা, বিত্তসম্বন্ধীয় প্ৰশ্ন ধৰ্ম্ম ৰাজহুৱা কমচাৰীৰ আচৰণ প্ৰভৃতি এশ এটা বিষয়ৰ আলোচনাই জনসভাত ঠাই পাইছিল। এই বিষয়বিলাকত এথেন্সবাসীৰ ইচ্ছাই সৰ্ব্বশ্ৰেষ্ঠ বুলি প্ৰমাণিত হৈছিল।

৩ পাচশজনীয়া গণপৰিষদ (Council of five hundred Bauley) গণপৰিষদখন প্ৰকৃতপক্ষে আছিল এখন বৃহৎ সমিতি। ইয়াতো সমগ্ৰ প্ৰজাৰে প্ৰতিনিধি থাকে। এই প্ৰতিনিধিসকল বছৰে বছৰে নিৰ্ব্বাচিত হ ব লাগে। প্ৰতি ১০টা গোষ্ঠীৰ পৰা ভাগ্য পৰীক্ষা (lot) কৰি ৫০ জন সদস্য বাচি দিয়া হয়। এইদৰে ৫০০ জন সদস্যৰে গণপৰিষদ ৰচিত হয়। কাৰ্য্য সম্পাদন কৰিবৰ সুবিধাৰ্থে এওঁলোকৰ সুকীয়া সুকীয়া ১০খন সমিতি পাতি দিয়া হয়। এই ব্যৱস্থা

থকাৰ কাৰণে পৰিষদৰ গোটেইবিলাক সদস্য একেলগে বহি কাম কৰাৰ প্ৰয়োজন নাই। ৫০ জনকৈ বেলেগ বেলেগ গোটত বিভিন্ন কাৰ্য্য সম্পাদন কৰিব পাৰে। পৰিষদে হাতত লোৱা প্ৰধান প্ৰধান বিষয়বিলাক আছিল জনসভাৰ কাৰণে কাৰ্য্যক্ৰমনিকা নিৰ্ণয় ইয়াৰ কিছুমান সিদ্ধান্ত বাস্তৱত ৰূপায়ণ কৰা আৰু প্ৰচাৰ কৰা। প্ৰকৃতাৰ্থত পৰিষদ আছিল এথেন্সৰ স্থায়ী চৰকাৰ। গোটেই বছৰ ব্যাপী পৰিষদে কাম চলাই যাব লাগে। ইয়াৰ সভাপতিজনো ভাগ্যপৰীক্ষাৰ সহায়ত এদিনৰ কাৰণে বাচি লোৱা হয়। পৰিষদৰ অন্যান্য কামৰ ভিতৰত আছিল নৌ নিৰ্ম্মাণ, কাৰখানা পৰিদৰ্শন ৰাজহুৱা আলিঘৰ নিৰ্ম্মাণ, চোৱাচিতা, ৰাজহুৱা ব্যয় নিয়ন্ত্ৰণ, অশ্বাৰোহী বিলাকৰ প্ৰতিপালন, দৰিদ্ৰক সাহাৰ্য্য প্ৰভৃতি।

এথেন্সৰ এই পূৰ্ণগণতন্ত্ৰ প্ৰতিষ্ঠাৰ কালত প্ৰতিজন নাগৰিকেই আছিল সুখী। ৰাজহুৱা জীবনত তেওঁলোক প্ৰশাসক ৰাজনীতিজ্ঞ বিচাৰক বক্তা, আৰু কৰ্মচাৰী। যুদ্ধৰ সময়ত তেওঁলোক যোদ্ধা, ঘৰুৱা জীৱনত তেওঁলোক ব্যস্ত আছিল সঙ্গীত, সাহিত্য নাট্য, আৰু শৰীৰ সাধনত। মুঠতে এথেন্সৰ গণতন্ত্ৰই আনি দিছিল প্ৰতিজন নাগৰিকৰ কাৰণে এটা মুক্ত আৰু স্বাধীন জীৱন যাক দাশনিক এৰিষ্টটোলে সুখী জীৱন ( good life ) বুলি উল্লেখ কৰি গৈছে।

পেৰিক্লিছৰ দিনত এথেন্সত গণতন্ত্ৰৰ পূৰ্ণযৌবন জয়জয় ময়ময় অৱস্থা। তেওঁ বৰ্দ্ধিত জনগণৰ কাৰণে অতি ততি প্ৰতিষ্ঠা কৰিলে কিছুমান উপনিবেশ। এই উপনি-বেশবিলাকে এহাতে পুনৰসংস্থাপনৰ সুযোগ প্ৰদান কৰাৰ লগতে আনহাতে এথেন্সৰ শক্তি সৰ্বৃদ্ধিত অৰিৰণা যোগাই দেশ আৰু জাতিক অপ্ৰতিদ্বন্দী কৰি তুলিছিল। এই উপনিবেশ বিলাকত কোনো নগৰৰাষ্ট্ৰ নাছিল। বিচাৰৰ কাৰণে বা সংবিধান সম্বন্ধীয় যিকোনো কামতে এইবিলাক এথেন্সৰ মুখাপেক্ষী হৈ থাকিব লগা হৈছিল।

এনে গণতন্ত্ৰলৈয়ে পেৰিক্লিছে গৌৰৱ অনুভৱ কৰিব পাৰিছিল। এই চৰকাৰক এথেন্সবাসীয়েও ডেমক্ৰেটিয়া ( ইয়াৰ প্ৰকৃত অৰ্থ হ'ল জনগণে নিজে চৰকাৰ চলাই নিয়া ) বুলি গৌৰৱ কৰিছিল। বুৰঞ্জী লিখক ফাওলাৰে তিনিটা কথাৰ ওপৰত ভিত্তি কৰি এনে চৰকাৰক গণতন্ত্ৰ বুলি কব খোজে। প্ৰথমতে আইন প্ৰণয়ন আৰু বিচাৰ কৰে প্ৰজাসাধাৰণে, দ্বিতীয়তে দণ্ডাধীশ আৰু পৰিষদৰ সদস্য সকল বাইজে বাচি দিয়ে, তৃতীয়তে নিৰ্ব্বাচনৰ ব্যৱস্থা বা উপায়সমূহ হৈছে জনপ্ৰিয়।

স্পাৰ্টাৰ লগত হোৱা যুদ্ধত যিসকল এথেন্সৰ বীৰে প্ৰাণ এৰিব লগা হৈছিল, তেওঁলোকৰ প্ৰথমটো দলৰ সমাধিযাত্ৰাত, পেৰিকিলিছে এটা মনোগ্ৰাহী বক্তৃতা

দিছিল। শ্ৰোতাসকলৰ মাজত বুৰঞ্জী লিখক থুচিদাইটচ নিজে উপস্থিত আছিল। তেওঁৰ লিখনিত পেৰিকিলিছৰ ভাৱধাৰা প্ৰাণৱন্ত হৈ উঠিছে। পেৰিকিলছে এথেঞ্চৰ গণতন্ত্ৰত থকা দোষ উপলব্ধি কৰিব পাৰিও, গৌৰৱ কৰি কৈছিল —

'আমাৰ এই প্ৰকাৰ চৰকাৰৰ লগত কোনো চুবুৰীয়া দেশৰ চৰকাৰে ফেৰ মাৰিব নোৱাৰে। আমি কোনো ওচৰ-পাজৰ দেশৰ নকল কৰা নাই বৰ তেওঁলোকৰ বাবে আমি উদাহৰণহে। এইয়া সত্য আমাক গণতান্ত্ৰিক বুলি অভিহিত কৰা হয়— কাৰণ আমাৰ প্ৰশাসন মুষ্টিমেয় লোকৰ সলনি বহুতো লোকৰ হাতত থাকে। এহাতে আইনৰ দৃষ্টিত সকলোৱে সমন্যায় উপভোগ কৰে আৰু আনহাতে ব্যক্তি প্ৰতিভাৰ প্ৰতিও আদৰণি জনোৱা হয়। যিসকল ব্যক্তি প্ৰতিভাশালী বুলি পৰিচিত হয় বিশেষ সুযোগ বুলি নহয় প্ৰতিভাৰ বটা স্বৰূপে হে। দৰিদ্ৰতা দেশ সেৱাৰ অন্তৰায় হ'ব নোৱাৰে। সকলো মানুহেই দেশৰ উপকাৰ কৰিব পাৰে। আমাৰ ব্যক্তিজীৱনত কোনো বিশেষ সুযোগ বা সুবিধাৰ প্ৰশ্ন নুঠে আমি কোনো কাৰো প্ৰতি ঈৰ্ষাপৰায়ন হোৱা নাই আমি আমাৰ চুবুৰীয়াজনৰ মুক্ত আচৰণৰ প্ৰতি ক্ৰোধ প্ৰদৰ্শণ নকৰো তেহেলৈ সেই আচৰণে আমাৰ অনিষ্ট নকৰিলেও আমাৰ কাৰণে সুখপ্ৰদ নহ'ব পাৰে। কৰ্ত্তৃত্বৰ প্ৰতি থকা আমাৰ সন্মানে আমাক অসৎ আচৰণৰ কাৰণে বা আইন অমান্যৰ বাবে উদ্গনি দিব নোৱাৰে।

পেৰিকিলিছে গণতন্ত্ৰ সম্বন্ধে এনে আদৰণিমূলক বক্তৃতা দিলেও আমি এথে-ঞ্চৰ গণতন্ত্ৰ দোষমুক্ত বুলি ক'ব নোখোজো। সকলোপ্ৰকাৰৰ গৌৰৱৰ ভাগী হোৱা সত্বেও এথেঞ্চৰ গণতন্ত্ৰই নিম্নোলিখিত দোষবিলাকৰ পৰা এৰাই যাব নোৱাৰে।

১ দাস প্ৰথা সমস্ত গ্ৰীকজগতৰে কলঙ্কস্বৰূপ। উন্নতিৰ শিখৰত ভৰি দিয়ো এথেঞ্চ আৰু স্পাৰ্টাই দাস প্ৰথা উঠাই দিব পৰা নাছিল। প্লেটো এৰিষ্টটোলৰ দৰে মহান দাৰ্শনিকসকলৰ হাতত‌ো দাস প্ৰথাই সমাদৰ লাভ কৰা দেখা যায়। আজিৰ দৃষ্টিভঙ্গীৰে চালে, কিছুমান মানুহক নাগৰিকত্ব বঞ্চিত কৰি খেতি পথাৰত লগোৱা বা সজাপৰা কামত নিয়োগ কৰা, কেতিয়াও যুক্তিসঙ্গত হ'ব নোৱাৰে। নিজে লাহবিলাসত জীৱন কটাই দাসবিলাকৰ দ্বাৰা কঠোৰ পৰিশ্ৰম কৰোৱা এক প্ৰকাৰ শোষণ। ই প্ৰকৃত গণতন্ত্ৰ হ'ব নোৱাৰে। দাসসকল দেশৰ সদস্য নহয়। তেওঁলোকক এক প্ৰকাৰ আহিলা-পাতিৰ লগত ধৰা হৈছিল। এনে ব্যৱস্থা কেতিয়াও গ্ৰহণীয় হ'ব নোৱাৰে।

২ দ্বিতীয়তে এথেঞ্চত নাৰী, পুৰুষৰ অৰ্দ্ধাঙ্গিনী নহয় বৰং তেওঁলোক আছিল পুৰুষৰ ভোগৰ আহিলা। তেওঁলোকৰ ৰাজ'নতিক অধিকাৰ নাই সভা সমিতিত যোগ দিব নোৱাৰে। ঘৰৰ বনবাৰী কৰা সন্তান জন্ম দিয়া, স্বিৰিয়েকইঁতৰ সেৱা কৰাই হ'ল তেওঁলোকৰ জীৱনৰ লক্ষ্য। অৱশ্যে প্লেটোৱে নাৰীৰ প্ৰতি সন্মান প্ৰদশন কৰি গৈছে। নাৰীসকলক ৰাজ'নতিক অধিকাৰৰ পৰা বঞ্চিত অকল গ্ৰীকসকলেই কৰা নাছিল। অৱশ্যে সুশিক্ষিত পশ্চিমীয়া দেশ বিলাকতো ১৯২৮ চনৰ পাছতহে নাৰীসকলে ৰাজনৈতিক অধিকাৰ পাব পাৰিছে।

৩ তৃতীয়তে, দেখা যায়, এথেঞ্চৰ সাম্ৰাজ্যবাদী চৰিত্ৰ। সৰু সৰু ৰাজ্যবিলাক বাহুবলেৰে জয় কৰি ৰাজ্য বিস্তাৰ কৰা কাযা কুৰি শতিকাৰ লোকে কেতিয়াও সমথন নকৰে। পেৰিকিলিছে যি ক্ষতিপূৰণৰ ব্যৱস্থা হাতত লৈছিল, সেই ধন আহিছিল উপনিবেশবিলাকৰ পৰা। ইয়ো শোষণনীতিৰ ভিতৰতে পৰে।

৪ চতুৰ্থতে নাটক ৰঙ্গমঞ্চ বা সঙ্গীত সাধনাৰ কাৰণে উপনিবেশবিলাকক ধন দিবলৈ বাধ্য কৰা হৈছিল। শোষণৰ ওপৰত বৰ্ত্তি থকা সাহিত্য সঙ্গীত বা অভিনয় যিমানেই আকৰ্ষণীয় নহওঁক, প্ৰগতিশীল আখ্যা পাব নোৱাৰে।

## পুৰণি ৰোম ৰাজ্যৰ গণতান্ত্ৰিক অনুষ্ঠান

গ্ৰীকসকলৰ দৰে প্ৰাচীন ৰোমানৰ ধাৰাবাহিক ইতিহাস পোৱা নাযায়। এথেঞ্চত চোলন বা থিওগনিচ আদিয়ে লিখি যোৱা কবিতা বিলাকে অতীতৰ ইতিহাস বা প্ৰশাসন ব্যৱস্থাৰ অনেক সমল যোগায়। ৰোম গণৰাজ্যৰ আদিম অৱস্থাৰ ইতিহাস সমন্ধে লিখিত কোনো সমল নথকাত প্ৰশাসনীয় ব্যৱস্থা চৰকাৰ আদিৰ বিষয়ে সমল গোটোৱা সহজ নহয়। লিপিবদ্ধ কৰা ব্যৱস্থা প্ৰচলিত হোৱাৰ পাছত পুৰুহিত সম্প্ৰদায়ৰ মাজত ব্যৱহাৰ হোৱা পুথি পাঁজি বা চৰকাৰী নথি পত্ৰ আদি গল ( Gaul ) সকলৰ আক্ৰমণত খ্ৰী পূ ৩৯০ চনত ধ্বংস হ'ল। তথাপি ৰোমান সকলৰ বিষয়ে যি অলপ কথা জানিব পৰা হৈছে তাৰ পৰা বুজা যায় যে তেওঁলোকৰ এসময়ত অতি ওখ খাপৰ চৰকাৰ আৰু শাসন ব্যৱস্থা আছিল। পলিবিয়াছে এহাতে যিদৰে শাসন ব্যৱস্থাক প্ৰজাতন্ত্ৰ বুলি কৈছে আনহাতে মিশ্ৰিত, সীমাবদ্ধ গণতন্ত্ৰ বুলিও অভিমত দিব'ল পাহৰোঁহকা নাই। ফাওলাৰে এই চৰকাৰক প্ৰকৃত প্ৰজাতন্ত্ৰ বুলি কবলৈ সঙ্কোচবোধ কৰিছে। তেওঁৰ মতে ৰোমৰ প্ৰজাতন্ত্ৰত, জনসাধাৰণৰ আইন প্ৰণয়নৰ ক্ষমতা থাকিলেও, প্ৰকৃতপক্ষে ইয়াত অভিজাত শক্তিৰ

প্ৰাধান্য বেচি। প্ৰায় শতাধিক বছৰ ব্যাপী যিখিনিলোকৰ হাতত কনচ্ল ত্ব বা দণ্ডাধীশৰ ক্ষমতা আছিল, তেওঁলোক প্ৰকৃতপক্ষে কেইটামান নিৰ্দ্দিষ্ট পৰিয়ালতে আবদ্ধ থকা দেখা যায়। খ্ৰী পূ ৩০০ শৰ পৰা ১৫০ চন মানলৈ এই নিৰ্দ্দিষ্ট পৰিয়ালকিটাই এৰাধৰাকৈ ক্ষমতা চলাই যোৱালৈ চালে ৰোমৰ প্ৰজাতন্ত্ৰক নিভাঁজ বুলি কব পৰা নাযায়। পুৰণা সম্ভ্ৰান্ত গোষ্ঠীবোৰে ক্ষমতা হেৰুৱাৰ পাছতো অৰ্থাৎ পেট্ৰিচিয়ান আৰু প্লিবিয়ান সকলৰ সংমিশ্ৰণৰ পাছতো স্বয়ংক্ৰিয়ভাৱে নতুন আভিজাত্যতা আহিপৰে বুলি প্ৰসিদ্ধ লিখক স্পিনিভে কব খোজে। ৰাষ্ট্ৰৰ সবাতকৈ ক্ষমতাশালী অনুষ্ঠান ৰোমান চিনেট, যদিও প্ৰতিনিধিমূলক সদস্যৰে গঠিত তথাপি বাস্তৱ ক্ষেত্ৰত দেশত বহুবছৰ ব্যাপী সেৱা আৰু যোগ্যতাৰে আত্ম প্ৰতিষ্ঠা লাভ কৰা সকলৰ দ্বাৰাই চিনেট পৰিপূৰ্ণ হৈছিল। সাধাৰণ প্ৰজাৰ প্ৰৱেশ নাই বুলি কলেও বঢ়াই কোৱা নহয়। বহুত ক্ষেত্ৰত আৰ্থিক স্বচ্ছলতাকো সদস্য পদৰ বাবে যোগ্যতা বুলি ধৰি লোৱা হৈছিল।

আন এটা কাৰণতো সাধাৰণ প্ৰজাই চিনেটৰ সদস্য হবলৈ অনিচ্ছুক আছিল। গ্ৰীচৰ দৰে ৰোমত সদস্য সকলক পাৰিশ্ৰমিক বা ক্ষতিপূৰণ দিয়াৰ ব্যৱস্থা নথকাত আৰু আনহাতে ক্ষমতা লাভৰ কাৰণে অধিক ব্যয় কৰিব লগা অৱস্থাৰ কাৰণেও শ্ৰমিক বা খেতিয়ক সকল প্ৰায়ে চৰকাৰী অনুষ্ঠানত অংশ গ্ৰহণ নকৰাকৈ বিৰত থাকে। এনে বিলাক দোষ থকা স্বত্বেও সেইকালৰ পৃথিৱীৰ শাসন ব্যৱস্থালৈ চাই ৰোমত প্ৰজাতন্ত্ৰৰ চৰকাৰৰ গৌৰৱ কালজয়ী হৈ জীয়াই থাকিব।

## ৰোম প্ৰজাতন্ত্ৰৰ অনুষ্ঠানবিলাক

প্ৰাচীন ৰোমৰ সমাজ ব্যৱস্থা আছিল পিতৃতান্ত্ৰিক (Patriarchal) দাস প্ৰথাও এনে সমাজৰ এটা দিশ। আনহাতে প্ৰজাসকল দুটা ভাগত বিভক্ত। প্ৰথম গোষ্ঠীটো আছিল পেট্ৰিচিয়ান। এওঁলোক পিতৃতান্ত্ৰিক পৰিয়ালৰ পৰা উদ্ভৱ। প্ৰতিটো জেনটিজৰ (উপগোষ্ঠী মুখিয়ালসকলক বাটাৰ বা ফাদাৰ 'লেটিন শব্দ) বা পিতৃ বোলা হৈছিল। পিতৃৰ লগত সম্বন্ধ থকা কাৰণে এইসকলক পেট্ৰিচিয়ান বোলা হৈছিল। পিতৃ আৰু প্ৰেট্ৰিয়াক আদিতে একে শব্দৰ পৰা উৎপত্তি) আনহাতে প্লিবিয়ানসকল দৰিদ্ৰ আৰু প্ৰব্ৰজনকাৰীলোক। যুদ্ধবন্দী বিদেশী আদি জনগোষ্ঠীৰে প্লিবিয়ান সমাজ গঠিত হৈছিল। এওঁলোক দৰিদ্ৰ আৰু গোষ্ঠী-হীন পেট্ৰিচিয়ানসকল ধনী আৰু নাগৰিক। প্লিবিয়ান সকলক নাগৰিকত্ব দিয়া

হোৱা নাছিল। পেট্ৰিচিয়ানসকলে দণ্ডাধীশৰ ক্ষমতা ভোগ কৰিব পাৰিছিল ইয়াক ইমপিৰিয়াম নাম দিয়া হৈছিল (Imperium) ইমপিৰিয়াম বুলিলে ইয়াৰ বাহিৰেও আইন ব্যাখ্যা কৰা আৰু সৈন্য বাহিনী নিয়োগ কৰা ক্ষমতাকো বুজাইছিল। পেট্ৰিচিয়ান সকলেই কেবল অলিখিত আইন বা ধৰ্মাদিৰ ব্যাখ্যা দিব পাৰে, প্ৰশাসন ব্যৱস্থাত অংশ গ্ৰহণ কৰিব পাৰে। আনভাষাত কবলৈ গলে তেওঁলোকেই দেশৰ প্ৰকৃত নাগৰিক আছিল। প্লেব বা প্লিবিয়ান সকলৰ ৰাজনৈতিক দায়িত্ব নাছিল বা পাব নোৱাৰিছিল। কৰ কাটল বা সৈন্য বাহিনীত যোগ দিয়া আদি প্লিবিয়ান সকলৰ কৰ্ত্তব্যৰ বাহিৰত আছিল। যুদ্ধত যাব লগা হলেও তেওঁলোকে তলখাপৰ কৰ্মচাৰীৰ দৰেহে যাব পাৰে। দাস শ্ৰেণীয়েও ৰোম ৰাজ্যৰ এক অংশ জনসমষ্টি সৃষ্টি কৰিছিল।

প্লিবিয়ানসকলৰ অৱস্থাই ৰোম ৰাজ্যত গণতান্ত্ৰিক চিন্তাৰ প্ৰবাহ আনিলে। তেওঁলোকৰ মাজত ৰাজনৈতিক চেতনাই ঠাই পালে। যিবিলাক ৰাজনৈতিক অনুষ্ঠানৰ দ্বাৰা ৰোম ৰাজ্যৰ চৰকাৰ গঠন হৈছিল সেইবিলাক থাইকৈ তিনিটা ভাগত ভগাব পাৰি। প্ৰথমতে হল ৰজা দ্বিতীয়তে চিনেট বা বৃদ্ধসকলৰ পৰিষদ আৰু তৃতীয়তে নাগৰিক বা পোডুয়াক সকলৰ সভা। প্ৰথম অৱস্থাত প্লিবিয়ান সকলে এনে অনুষ্ঠানৰ পৰা বাকত হৈ আছিল। ৰজাক নিৰ্ব্বাচনৰ যোগে নিয়োগ কৰা হৈছিল। সকলো প্ৰজাই ৰজাৰ বাচনিত অংশ গ্ৰহণ কৰিব পৰা নাছিল। ৩০ টা পুৰণি জনগোষ্ঠীয়েহে নিৰ্ব্বাচনত অংশগ্ৰহণ কৰিব পাৰিছিল। এই জনগোষ্ঠীক কিউৰীয়া বোলা হৈছিল। ৰজা এবাৰ নিৰ্ব্বাচিত হোৱাৰ পাছত আমৰণ শাসন চলাই যাব পাৰে। পৰিয়ালত পেট্ৰিয়াক বা পিতৃ গৰাকীৰ যেনে স্থান ৰজাৰো ৰাষ্ট্ৰত তদনুৰূপ মৰ্যাদাই আছিল। তেওঁ থাইকৈ সৈন্য পৰিচালনা, পৌৰোহিত্য আৰু বিচাৰকৰ কাম কৰিব লগা আছিল। ৰজাৰ নিৰ্ব্বাচন হৈ যোৱাৰ পাছত চিনেটৰ দ্বাৰা এই নিৰ্ব্বাচন অনুমোদন কৰাব নোৱাৰিলে ৰজা সিংহাসনত বহিব নোৱাৰে। যুদ্ধক্ষেত্ৰত ৰোমৰ ৰজা আছিল প্ৰধান সেনাপতি যুদ্ধৰ পৰা লাভ হোৱা সম্পত্তি তেওঁৱে বিতৰণ কৰে। দেশৰ প্ৰথা অনুযায়ী নাগৰিক সকলেও কিছু ক্ষমতা লাভ কৰিছিল। ফৌজদাৰী বিচাৰবিলাক নাগৰিক সকলে হাতত লব পৰা ক্ষমতা আছিল। সংবিধান অনুযায়ী ৰজাই চিনেট সভাৰ লগত অত্যাৱশ্যকীয় বিষয়ত আলোচনা কৰিবলৈ বাধ্য।

দ্বিতীয় অনুষ্ঠান চিনেট সভাৰ কথা আগতে উনুকিয়া হৈছে। ৰাষ্ট্ৰৰ ই

আছিল প্ৰভূত ক্ষমতা সম্পন্ন অনুষ্ঠান। ইয়াকে এলদাৰ' বা বয়সস্থ লোকৰ সভা বুলিও কোৱা হৈছিল কিউৰিয়া বা জনগোষ্ঠীৰ একোটা ক্ষুদ্ৰ অংশ জেনটিজ বা উপগোষ্ঠীৰ প্ৰধান ( Head ) সকলে চিনেট সভাত যোগ দিব পাৰে। চিনেট' শব্দটো লেটিন চিনেক্স শব্দৰ পৰা আহিছে ইয়াৰ অৰ্থ বৃদ্ধ লোক। এই চিনেট সভাই ৰাজকাৰ্য্যত সহায় কৰিব লাগে আদিম অৱস্থাত চিনেটৰ সভা সকলক অনুমোদন কৰি নিয়োগ কৰা হৈছিল। সম্ভৱত ৰজাৰ সন্তুষ্টিৰ ওপৰতে এই সভা সকলে সভা চলাই যাব পাৰিছিল। অৱশ্যে, পাছলৈ এই চিনেট নিৰ্দ্দিষ্ট ক্ষমতা আহৰণ কৰিবলৈ অক্ষম হৈছিল। ৰজাৰ অনুমোদনৰ ওপৰত এওঁলোকৰ স্থিতি নিৰ্ভৰ নকৰা হ'ল।

অতি আদিম অৱস্থাত অৰ্থাৎ অগণতান্ত্ৰিক অবস্থাত চিনেটৰ সদস্য সংখ্যা ১০০ জন আছিল বুলি জানিব পৰা গৈছে। লাহে লাহে এই সংখ্যা বৃদ্ধি পাব'লৈ ধৰিলে। খ্ৰী পূ ৫০৯ চনত চিনেট সভাখনে প্ৰজাতান্ত্ৰিক চৰিত্ৰ লাভ কৰে আৰু ইয়াৰ সদস্য সংখ্যা ৩০০ জন হয়গৈ। এই এসময়ত চিনেটে প্ৰচণ্ড ক্ষমতা লাভ কৰিছিল আৰু ৰাজ্যৰ সকলো পেট্ৰিচিয়ানক প্ৰতিনিধিত্ব কৰিছিল। পেট্ৰিচিয়ান সকলৰ মতামত প্ৰকাশৰ কাৰণে সেইকালত চিনেট সৰ্ব্বপ্ৰধান অনুষ্ঠান বুলি পৰিগণিত হৈছিল। শুনা যায় এই ক্ষমতাশালী অনুষ্ঠানটোৱে শেষৰ জন স্বেচ্ছাচাৰী ৰজা টাৰকুইনিয়াছক ( Tarquinius ) ক্ষমতাচ্যুত কৰে।

কালক্ৰমত চিনেট ইমান ক্ষমতাসম্পন্ন হৈ পৰিছিল যে নতুনকৈ ৰজা পাতিবলৈ হ'লে চিনেটেহে আগভাগ ল'ব পাৰে। ৰজাৰো বিগ্ৰহ শান্তি বৈদেশিক পৰিক্ৰমা আদি বিষয়ত চিনেটৰ অনুমোদন লোৱাটো অপৰিহাৰ্য্য বুলি ধৰা হৈছিল। এনেবোৰ প্ৰসঙ্গত সময়ে সময়ে ৰাইজৰ মতামত লোৱাটোও প্ৰয়োজন আছিল।

ৰোমান সকলৰ তৃতীয়টো ৰাজনৈতিক অনুষ্ঠান হ'ল জনসভা বা কমিটিয়া (Comitia ) এই অনুষ্ঠানটোও কেৱল পেট্ৰিচিয়ানসকলৰ কাৰণেহে আছিল। এই অনুষ্ঠানত পেট্ৰিচিয়ান সকলে ভোটৰ যোগেদি চৰকাৰী কামকাজ সম্পন্ন কৰিছিল। এই অনুষ্ঠানেও যুদ্ধ ঘোষণা, শান্তি চুক্তিত স্বাক্ষৰ কৰা, আইন প্ৰণয়ন কৰা আদি কামত আগ ভাগ লৈছিল। এই সভাৰ অনুমোদন হ'লেহে ৰজাই স্বীকৃতি পাব পাৰে। ৰোমত বংশানুক্ৰমে ৰজা হোৱাৰ প্ৰমাণ দেখা নাযায়। চিনেট অৱশ্যে ৰজা নিৰ্ব্বাচনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

চিনেটে ৰজাৰ মৃত্যু হ'লে, অন্তৰ্ৱৰ্ত্তী ব্যৱস্থা হিচাবে ৫ দিনৰ কাৰণে নিজৰ

ভিতৰৰে এজনক ৰজা পাতে। এই ৰজাজনেও পুনৰ ৫ দিনৰ কাৰণে আন এজনক দায়িত্ব দি যাব পাৰে। যেতিয়ালৈকে সকলো লোকৰে গঠিত 'জনসভা আহ্বান কৰা নহয় তেতিয়ালৈকে এনে ব্যৱস্থা চলি থাকে। জনসভা অনুষ্ঠিত হ লোহে স্থায়ী-ভাৱে ৰজা নিৰ্ব্বাচন কৰা হয়। পেট্ৰিচিয়ান সকলৰ চিনেটেও নিয়ম অনুযায়ী এই নিৰ্ব্বাচনত অনুমোদন দিয়া আৱশ্যক।

## সংস্কাৰৰ যুগত ৰোম

সময়ৰ লগে লগে পেট্ৰিচিয়ান সকলৰ অধিপত্য কমি আহিবলৈ ধৰিলে। প্লিবিয়ান সকল লাহে লাহে সংখ্যাত বাঢ়ি আহিল। তেওঁলোকে সামাজিক আৰু ৰাজনৈতিক জীৱনত এক বিশেষ স্থান অধিকাৰ কৰিবলৈ সক্ষম হ ল। লাহে লাহে তেওঁলোকৰ নিজা গোষ্ঠী ( Curia ), উপগোষ্ঠী ( qentes ) সৃষ্টি হ ল। তেওঁলোকৰ নিজাকৈ ধৰ্ম আৰু দেৱতাৰ পূজা উৎসৱো উদ্ভাবন হ ল।

পেট্ৰিচিয়ান সকলে নিজকে শ্ৰেষ্ঠ নাগৰিক বুলি সকলো দায়িত্ব অথাৎ ৰাষ্ট্ৰৰ খৰচ পাতি বহন কৰিবলৈ লাহে লাহে অসমৰ্থ হৈ আহিল। আনহাতে আৰ্থিক অনাটন আৰু খৰচৰ মাত্ৰা বাঢি যোৱাত পূৰণ৷ ব্যৱস্থাৰ সংস্কাৰ অপৰিহাৰ্য্য বুলি অনুভৱ কৰা হ ল। পেট্ৰিচিয়ান সকলে কৰ-কাটল যুদ্ধ বিগ্ৰহ সকলো ক্ষেত্ৰতে নিজৰ সীমাবদ্ধতা, আৰু অসমথতা উপলব্ধি কৰিব পাৰিলে। নিজ গোষ্ঠীৰ বাহিৰত এতিয়া উপায় বিচৰা সময় আহিল। সৈনিক আৰু অৰ্থনৈতিক উভয় ক্ষেত্ৰতে প্লিবিয়ান সকলৰ সহযোগৰ বাহিৰে গত্যন্তৰ নাছিল। প্লেবসকলক যথাসময়ত ৰাষ্ট্ৰৰ দায়িত্বত অংশ গ্ৰহণ কৰিবলৈ আহ্বান জনোৱা হ'ল। অৱশ্যে, সাংবিধানিক সংস্কাৰৰ অবিহনে এই কাম সম্ভৱ হ ব নোৱাৰে। চাৰভিয়াচ তুলিয়াছৰ আৰ্বিভাৱ হোৱাৰ আগতে এইকাম আন কোনোৱে হাতত লোৱা দেখা নাযায়।

পেট্ৰিচিয়ান সকলৰ ধৰ্ম সুকীয়া সমাজ ব্যৱস্থাও প্লিবিয়ান সকলৰ লগত নিমিলে, কিয়নো প্লিবিয়ানসকলৰ জাতিগত চৰিত্ৰই বেলেগ আছিল। এনে অৱস্থাত, সৈন্য বিভাগ, ৰাজনীতি আদিত প্লিবিয়ানৰ সহযোগ পাবলৈ হ লে সামাজিক আৰু ধৰ্মীয় দিশত একত্ৰিকৰণ প্ৰয়োজন হৈ পৰিছিল। প্লিবিয়ান সকলৰ ক্ৰমবৰ্দ্ধিত সামাজিক আৰু ৰাজনৈতিক চেতনাই তেওঁলোকৰ বাবে ৰাজনৈতিক অধিকাৰৰ দাবি প্ৰবল কৰি তুলিলে। ইপিনে, ঘনে ঘনে যুদ্ধ চলি থকাত টকা পইচাৰ কাৰণে পেট্ৰিচিয়ান সকলক ৰজাই তাড়না দিবলৈ আৰম্ভ কৰিলে। ৰোমানসকলক কাৰ্য্যক্ষম

কৰি ৰাখিবলৈ লাগে প্ৰচুৰ টকা পইচা। প্লিবিয়ানসকলৰ সামাজিক স্বীকৃতি দিব পাৰিলে পেট্ৰিচিয়ানসকলৰ অৰ্থ বোজা বহুত কমি যাব আৰু ৰাজকোষতো কৰ কাটলৰ যোগে অৰ্থ সংগ্ৰহ হ'ব পাৰে। এনে আৰ্থ সামাজিক কাৰণতে চাৰভিয়াচ তুলিয়াছে সংস্কাৰ হাতত ল'ব লগা হ'ল। চাৰভিয়াচৰ মাক আছিল দাস। এই সূত্ৰেও তেওঁ একল পেট্ৰিয়াৰ্কসকলে সকলো সা সুবিধা ভোগ কৰাৰ পক্ষপাতি নাছিল।

## চাৰভিয়াছৰ সংস্কাৰ

চাৰভিয়াচ তুলিয়াচে প্লিবিয়ানসকলক সংগঠন কৰি ৰাষ্ট্ৰৰ সেৱাত নিয়োগ কৰে। প্লিবিয়ানসকল পেট্ৰিয়াৰ্কবিলাকৰ দৰে কোনো উপজনগোষ্ঠী বা জেনটিজ নাছিল। গতিকে তেওঁলোকক আদিম তিনিটা খেলৰ বা গোষ্ঠীৰ সভ্য হিচাবে ল'ব নোৱাৰি। তেওঁলোকৰ কাৰণে নতুন জনগোষ্ঠী সৃষ্টি কৰাৰ প্ৰয়োজন হ'ল। বজাই পুৰণা গোষ্ঠীৰ পাধান্য নুই কৰি নগৰৰ লোক বিলাকক চাৰিটা সমষ্টি বা ৱাৰ্ডত ভাগ কৰিলে। এই নতুন ব্যৱস্থানুযায়ী সকলো শ্ৰমিকক পেট্ৰিচিয়ান প্লিবিয়ান যিয়েই নহওঁক এক ৱাৰ্ড বা সমষ্টিত স্থাপন কৰিলে। এনে ব্যৱস্থাৰ লক্ষ্য আছিল এটা সুনিৰ্দ্দিষ্ট প্ৰশাসনীয় ভেঁটি গঢ়ি তোলা। এনে প্ৰশাসনীয় ভেঁটি এটা ঘাইকৈ সৈনিক সংগঠনৰ বাবে প্ৰয়োজন হৈ পৰিছিল। সকলো প্লিবিয়ানকে মুক্ত মাটিগিৰি হিচাবে বহুৱা হ'ল। অৱশ্যে এনে ব্যৱস্থাই তেওঁলোকৰ কোনো ৰাজনৈতিক লাভ নকৰিলে। ইমপিৰিয়ামৰ ক্ষমতা বা 'অচপিচিয়াৰ লগত এই ব্যৱস্থাৰ সম্বন্ধ নাছিল। অৱশ্যে সময়ৰ লগে লগে এই ব্যৱস্থাই পুৰণা ৰক্ত সম্বন্ধ আৰু ৰাজনৈতিক অসমতা আঁতৰ কৰাত সহায় হ'ল।

দ্বিতীয়তে তেওঁ এটা জনপিয়ল কৰি দেশৰ মুনিহ তিৰোতা ল'ৰা ছোৱালী সা সম্পত্তি সকলোৰে তালিকা প্ৰস্তুত কৰালে। প্ৰতি পাঁচবছৰৰ মূৰে মূৰে এনে জনপিয়ল একোটা লোৱাৰ ব্যৱস্থা কৰা হয়। সম্পত্তিক ভিত্তি কৰি চাৰ্ভিয়াছে নাগৰিক সকলক পাঁচটা শ্ৰেণীত ভাগ কৰিলে। এই সকলোবোৰ শ্ৰেণীয়েই ধনে জনে সৈন্য বাহিনীক শক্তিশালী কৰাটো বাধ্যতামূলক বুলি ঘোষিত হয়। এইদৰে নতুন ব্যৱস্থাৰ আলমত গঠিত হোৱা সৈন্যবাহিনীত সকলো শ্ৰেণীৰে অংশ আৰু বৰঙণি হৈ গ'ল। সৈন্যবাহিনীৰ প্ৰতি এশলোকৰ গোটটোক চেনচুৰিয়া বোলা হৈছিল। এই নতুন বাহিনীৰ বাদেও পুৰণা পেট্ৰিচিয়ান সকলৰ ছটা বাহিনীও উঠাই দিয়া নহ'ল। পদাতিক

বিলাকৰ বাদেও অশ্বাৰোহী বাহিনী একে ব্যৱস্থাৰে সংগঠিত হোৱাত পেট্রিচিয়ান প্লিবিয়ান সকলোৰে দেশৰ প্ৰতি কৰ্ত্তব্য অপৰিহাৰ্য্য হৈ পৰিল। কালক্ৰমত এই সৈন্য-বাহিনীৰ দ্বাৰা এখন ৰাজনৈতিক সভাও গঠিত হ'ল। এই সভাৰ নাম আছিল 'কমিটিয়া চেনচুৰিয়াতা (এশলোকৰ জনসভা)।

## এশলোকৰ জনসভা

ওপৰত কৈ অহা ১০০ শ জনীয়া সেনাৰ গোট বিলাক কিবা উপায়ে একত্ৰিত হৈ ৰাজনৈতিক চৰিত্ৰ লাভ কৰিলে। কমিটিয়া চেঞ্চুৰিয়াতা' খন কেতিয়া কোনে সংগঠন কৰিছিল জানিবৰ উপায় নাই। বুৰঞ্জীবিদসকলে ভাবে যে চাৰ্ভিয়াছ তুলিয়াছেই এ'ন ব্যৱস্থা উদ্ভাৱন কৰা সম্ভৱ। এই নতুন ৰাজনৈতিক অনুষ্ঠানত পেট্রিচিয়ান প্লিবিয়ান আদি সকলো শ্ৰেণীৰ প্ৰজাই স্থান পাইছিল। অৱশ্যে এই জনসভা জন্মহোৱাৰ কাৰণে পুৰণি পেট্রিচিয়ান সকলৰ চিনেট বা কমিটী উঠি যোৱা নাছিল। সৈন্যবাহিনীৰ দ্বাৰা গঠিত হোৱা এই জনসভাই দোপতদোপে ক্ষমতা আহৰণ কৰি এদিন ৰাজতন্ত্ৰ ৰোমৰ পৰা বিদায় দিলে। শেষৰ ৰোমৰ ৰজাক বহিস্কাৰ কৰাৰ পৰাই অৰ্থাৎ খ্ৰী পূ ৫০৯ চনত কমিটিয়া চেঞ্চুৰিয়াতা সভাই প্ৰধান আইন সভা হৈ দেখা দিলে।

## প্ৰজাতন্ত্ৰৰ অভ্যুদয়

'কমিটিয়া চেঞ্চুৰিয়াতা জন্ম হোৱাৰ লগে লগেই ৰোমত প্ৰজাতন্ত্ৰৰ উদ্বোধন হ'ল বুলি ভাবিলে ভুল হ ব। প্লিবিয়ান সকলে সামাজিকভাবে মৰ্যাদা লাভ কৰিবলৈ বহুবছৰ চিৎকাৰ কৰাৰ পাছতো পেট্রিচিয়ান সকলে ধৰ্ম্মৰ তত্ত্ব ব্যাখ্যা আইনৰ খুটি নাটি ব্যাখ্যা, দণ্ডাধীশ নিৰ্ব্বাচন প্ৰশাসনীয় আৰু সৈন্য পৰিচালনা আদি কামত প্লিবিয়ান সকলক একাষৰীয়া কৰি ৰাখিছিল। আজিকালিৰ দৰে ধৰ্ম্মঘট কৰাৰ ব্যৱস্থা নথকাত তেওঁলোকে শোষণৰ বিৰুদ্ধে অবিচাৰৰ বিৰুদ্ধে অনীতিৰ বিৰুদ্ধে দলবদ্ধ-ভাবে আচৰণ কৰাৰ বাহিৰে গত্যন্তৰ নাছিল। এবাৰ তেওঁলোকে নিজা ৰাষ্ট্ৰৰ সপোন দেখি পবিত্ৰ পৰ্ব্বত লৈ আতৰি যাব খোজা ঘটনাই তেওঁলোকৰ পুঞ্জিভূত বেদনা, অসন্তুষ্টি আৰু অন্যায়ৰ বিৰুদ্ধে বিদ্ৰোহগাৰকে সূচনা কৰে। পেট্রিচিয়ান সকলৰ অবিচাৰৰ প্ৰতিকূলে সংগ্ৰাম চলাই নিয়াৰ এটা মাত্ৰ উপায় তেওঁলোকে দেখা পাইছিল,—সৈন্যবাহিনীত যোগদিয়াৰ পৰা বিৰত থকা। বাস্তৱিকতে, গ্ৰীছৰ

সকলে অনিয়ৃ নদীৰ কাষত নতুন নগৰ গঢ়িবলৈ যাত্ৰা কৰিও বিফল হৈছিল কাৰণ নতুন নগৰ গঢ়ি তুলিবলৈ হলে লাগিব ধৰ্ম্ম, পুৰুহিত গোষ্ঠী আদি বহুতো। পেট্ৰিচিয়ান সকলৰ লগত বিয়া বাৰু ধৰ্ম্ম সংস্কৃতি আৰু সামাজিক মৰ্যাদাত এক হৈ মিলি যাবলৈ প্ৰায় ২০০ বছৰ কাল টনা আজোৰা আৰু বিৰ্বত্তনৰ পাছতহে সম্ভৱ হৈ উঠিছিল।

কমিটিয়া চেঞ্চুৰিয়াটা জন্ম লাভ কৰাৰ পাছতো চিনেট পেট্ৰিচিয়ান সকলৰ জনসভা, আদিয়ে প্ৰাধান্য লাভ কৰি আছিল। আচৰিত যেন লাগিলেও সত্য যে কমিটিয়া চেঞ্চুৰিয়াটা সভাতো পেট্ৰিচিয়ান গোষ্ঠী কেইটাই নিয়ন্ত্ৰণ কৰি গৈছিল। ৰাজতন্ত্ৰৰ বিলোপ সাধনৰ পাছত নতুন কাৰ্য্যপালিকা সৃষ্টি কৰাৰ প্ৰয়োজন বোধ কৰা হল। এই নতুন কাৰ্য্যপালিকাৰ হাতত দিব লগা হল বিৰাট ক্ষমতা। এহাতে ৰজাৰ স্বেচ্ছাচাৰিতাৰ পৰা হাতসৰা আৰু আনহাতে নিজ স্বাৰ্থৰক্ষা কৰা এই দুয়োটা দিশৰ পৰাই নতুন কাৰ্য্যপালিকাৰ ক্ষমতা নিৰ্ণয় কৰিব লগা হৈছিল। ৰোমানসকলে ৰজাকো গণতান্ত্ৰিকভাবেই নিৰ্ব্বাচন কৰিছিল যদিও ৰজা গোটেই জীৱনব্যাপী শাসন কৰিব পাৰে কাৰণে স্বেচ্ছাচাৰে মূৰ তুলি উঠাৰ সম্ভাৱনা থাকে যিটো সেইকালত সাধাৰণ কথা। প্ৰেটৰ (Practer) নাম দি একপ্ৰকাৰ দণ্ডাধীশ সৃষ্টি কৰা হল। ইয়াকে পাছলৈ কনচুল (consul) বোলা হৈছিল। প্ৰেটৰে একেবাৰে দণ্ডাধীশ আৰু ন্যায়াধীশ দুয়োবিধ ক্ষমতা চলাই যাব পাৰে। এনেদৰে দুজন দণ্ডাধীশ প্ৰথমে নিৰ্ব্বাচন কৰা হল। এওঁলোকে ৰাজমুকুটৰ বাহিৰে আন সকলো ৰাজকীয় জাকজমকতা পূৰ্ণমাত্ৰাই ৰাখি চলিছিল। ৰজাৰ ইমপিৰিয়াম' (সৈনিক আৰু প্ৰশাসনীয়) ক্ষমতা এই দুজন কনচুলৰ হাতত অৰ্পণ কৰা হৈছিল। এওঁলোকে, অৱশ্যে ৰজাৰ দৰে গোটেই জীৱন কাম কৰিব নোৱাৰে। এবছৰ চলাৰ পাছত কাৰ্য্যকাল অন্ত পৰে। এওঁলোকৰ একজনৰ ক্ষমতা আনজনে ৰোধকৰাৰ ব্যবস্থাও আছিল। এওঁলোকৰ মাজত ক্ষমতা লৈ বিৰোধ হলে তাৰ মীমাংসা কৰিব পাৰে কেৱল চিনেটে। এই কনচুলকিজনে নিজৰ উত্তৰাধিকাৰী বাচি দিব পাৰে। অৱশ্যে এওঁলোকৰ বাচনিত এগজনীয়া জনসভাই অনুমোদন দিব লাগিব। যিহেতু এওঁলোকৰ কাৰ্য্যকাল মুঠেই এটা বছৰ তেওঁলোকে ভৱিষ্যত বিপদত পৰাৰ ভয়ত অন্যায় বা অবিচাৰ কৰিবলৈ সাহস নকৰে। একজন কনচুলৰ মৃত্যু হলে আনজন কনচুলে কৰা আইন জনগণৰ অনুমোদন সাপেক্ষেহে প্ৰয়োগ কৰিব পৰা হৈছিল। এইদৰে ৰোমান সকলে এই নতুন অনুষ্ঠানটোৰ স্বেচ্ছাচাৰিতা নিয়ন্ত্ৰণ কৰি ৰাখিব পাৰিছিল।

ৰোমানসকলৰ এনেদৰে স্থাপন হোৱা প্ৰজাতন্ত্ৰত লাহে লাহে নিৰ্ব্বাচিত একনায়কত্ববাদে ঠাই পোৱা দেখা যায়। খ্ৰী প ৫০১ চন মানতেই এজন কনচুলক মেজিষ্ট্ৰাৰ পপুলি বা একনায়ক হিচাপে ক্ষমতা দিয়া কাৰ্য্যই ৰোমান প্ৰজাতন্ত্ৰৰ চাৰিত্ৰিক নিৰ্ম্মলতা হ্ৰাস কৰে। অৱশ্যে ক্ষমতা আৰু কাৰ্য্যকালৰ দিশৰ পৰা চালে এনে একনায়কত্বৰ ওপৰতো ৰাজহুৱা নিয়ন্ত্ৰণ নথকা নহয়। কেৱল যুদ্ধ আক্ৰমণ আদি অৱস্থাতহে এনে ব্যৱস্থা কাৰ্য্যকৰী কৰা হৈছিল।

ৰোমান কনচুলসকল আধুনিক যুগৰ মন্ত্ৰীসকলৰ দৰে বিধান সভাৰ ওচৰত নিজ নিজ কামৰ কাৰণে দায়ী থাকিব নালাগে। সময় অতীত হোৱাৰ লগে লগে দণ্ডাধীশ বা কনচুলৰ সংখ্যা বঢাব লগা হল। প্ৰথমতে দণ্ডাধীশসকলৰ একতা হ্ৰাস কৰিবলৈ আৰু দ্বিতীয়তে প্ৰশাসনীয় জটিলতা কমাবলৈ নতুন নতুন দণ্ডাধীশ নিযোগ কৰা আৱশ্যক বোধ কৰা হৈছিল। নানা দেশ বিদেশ জয় কৰি ৰোমান সকলে সম্ৰাজ্য বৃদ্ধি কৰাত প্ৰশাসনীয় জটিলতাও স্বাভাৱিকতে বাঢি গৈছিল। পেট্ৰিচিয়ান্ আৰু প্লিবিয়ান্‌সকলৰ মাজত চলি অহা অবিৰাঅবি চলাবলৈকো নতুন নতুন দণ্ডাধীশ নিযোগৰ প্ৰয়োজন নুই কৰিব নোৱাৰি। কোৱেষ্টৰ চেনচৰ প্ৰভৃতি দণ্ডাধীশ বেলেগ বেলেগ কামৰ কাৰণে সৃষ্টি কৰা হৈছিল। কোৱেষ্টৰ সকল প্ৰথমে কনচুলৰ সহকাৰী আছিল যদিও পাছলৈ তেওঁলোকৰ সংখ্যা চাৰিজনলৈ বৃদ্ধি কৰা হয় এওঁলোক বিচাৰক ধনভঁৰালী বিত্ত পৰিচালক আদি কৰ্ত্তব্য পালন কৰিব লগা হৈছিল। চেনচৰ সকলক (দুজন) এশজনীয়া জনসভাই জনপিণ্ডলৰ কাৰণে নিৰ্ব্বাচন কৰিছিল। তেওঁলোকে সা সম্পত্তিৰ হিচাব প্ৰাৰ্থীৰ চৰিত্ৰ শিক্ষা আদি চাব লগা হৈছিল। প্লিবিয়ান্‌সকলে দণ্ডাধীশ নিয়োগ কৰিব পৰা ক্ষমতা লাভ কৰাৰ পাছত প্ৰেতৰ নাম দি দণ্ডাধীশ নিৰ্ব্বাচন কৰা হৈছিল। এওঁলোকৰ হাতত খ্ৰী পূ ৩৬৭ চনত ন্যায়াধীশৰ ক্ষমতা দিয়া হৈছিল। এওঁলোকৰ কেইজন মানে বিদেশীৰ বিচাৰ আৰু কেইজনমান ৰোম সম্ৰাজ্যৰ প্ৰদেশ বিলাক চোৱাচিতা কৰিছিল।

আগতে উল্লেখ কৰা হৈছে যে প্লিবিয়ানসকলৰ অধিকাৰ বিলাক ভোগ কৰা ক্ষেত্ৰত বহু শ বছৰ ধৰি পেট্ৰিচিয়ান্‌সকলে বাধা দি আহিছিল। এনে বাধাৰ ফলস্বৰূপে প্লিবিয়ান সকলে নিজা বৰীয়াক ত্ৰিবুন নামৰ দণ্ডাধীশ নিৰ্ব্বাচন কৰিবলৈ ক্ষমতা পালে। খ্ৰী পূ ৪৯৪ চনত প্ৰথম এই অনুষ্ঠানৰ জন্ম হয়। এওঁলোকে চিনেটত বহিৰৰ বা কাৰ্য্যপালিকাৰ নীতি বিলাকত হস্তক্ষেপ কৰাৰ

অধিকাৰ নাছিল। কনচুল নামৰ অনুষ্ঠানৰ আৰ্হিতে 'ত্ৰিবুন' গঠন কৰা হৈছিল। তেওঁলোক আছিল প্লিবিয়ানসকলৰ প্ৰতিনিধি। প্ৰথমে এওঁলোকৰ সংখ্যা দুজন আছিল। অৱশ্যে, পাছলৈ ত্ৰিবুনত ১০ জন লোৱা হ'ল। সকলো প্লিবিয়ান্‌সকলেহে 'ত্ৰিবুন'ৰ সদস্য হ'ব পাৰিছিল। ত্ৰিবুন সকলৰ ধনাত্মক আৰু ঋণাত্মক দুয়োবিধৰ ক্ষমতা থকা দেখা যায়। নিজৰ প্লিবিয়ান্ লোকৰ ওপৰত তেওঁলোকৰ ধনাত্মক ক্ষমতা আৰু তেওঁলোকক শাস্তিৰ আৰু অন্যান্য দণ্ডাধীশৰ আক্ৰোশৰ পৰা ৰক্ষা কৰাটো ত্ৰিবুনসকলৰ প্ৰধান কাম। ত্ৰিবুনসকলে চিনেটৰ সভাত সদস্য হিচাবে বহিব নোৱাৰে যদিও পৰ্য্যবেক্ষক স্বৰূপে বহিব পাৰে আৰু অনেক সময়ত প্লিবিয়ান সকলক বিপদত পেলোৱা আইনবিলাক নাকচ কৰিবৰ অধিকাৰো এওঁলোকে পাইছিল। ত্ৰিবুনসকলৰ পদমৰ্য্যাদা যথেষ্ট আছিল। কোনো আৰক্ষীয়ে বিনা অনুমতিত এওঁলোকৰ বাসভৱনত প্ৰৱেশ কৰিব নোৱাৰে কিন্তু নাগৰিকৰ কাৰণে এওঁলোকৰ ঘৰৰ দুৱাৰ দিনে ৰাতিয়ে খোলা থাকে। ত্ৰিবুনসকলৰ প্লেব নাগৰিকক ৰক্ষা কৰাৰ ক্ষমতা নগৰৰ ভিতৰত আৰু তাৰপৰা এমাইল পৰ্য্যন্তহে বলবৎ আছিল।

বিশ্বাস কৰিব'লৈ টান যদিও ত্ৰিবুনে পেট্ৰিচিয়ান দণ্ডাধীশৰ লগত তাল ৰাখি দেশৰ কাম কৰি গৈছিল। কালক্ৰমত ত্ৰিবুনৰ ক্ষমতা ইমান বৃদ্ধি পালে যে এওঁলোকে চিনেট আহ্বান কৰিব পৰা হ'ল এওঁলোকক নিৰ্ব্বাচন কৰা ৰাজনৈতিক অনুষ্ঠানটোৰ নাম আছিল প্লিবিয়ান সভা। প্লিবিয়ান সভাৰ নিৰ্ব্বাচন কৰা বিচাৰ কৰা আৰু আইন প্ৰণয়ন কৰাৰ ক্ষমতাও আছিল। চিনেটক লিখিবৰ দৰে প্লিবিয়ানসকলে নিজৰ ভিতৰতে এখন সৰু ৰাষ্ট্ৰ লাভ কৰিছিল অৱশ্যে এই সংস্থা বিলাকৰ দ্বাৰা তেওঁলোকৰ চিৰকলীয়া দাবিবিলাক পূৰণ কৰিবও পৰা নাছিল। প্লিবিয়ান সকলে লিখিত আইনৰ কাৰণে সংগ্ৰাম কৰি যাব লগা হৈছিল। ত্ৰিবুন প্ৰতিষ্ঠাৰ বহু বছৰৰ পাছতহে ৰোম ৰাজ্যত আইন লিখা হয় আৰু সেইবিলাক বগী তামৰ পাতত কাটি স্থায়ী ৰূপ দিয়া হ'ল। আইনবিলাক লিপিবদ্ধ কৰাৰ পাছত 'ব্ৰোঞ্জ লিপি বিলাক বাটে পথে আঁৰি দিয়া হ'ল। এনেদৰে আইন লিপিবদ্ধ কৰাৰ পৰাহে প্লিবিয়ানসকলে বহুক্ষেত্ৰত সুবিচাৰ পাবলৈ সক্ষম হ'ল। খ্ৰী পূ ৪৪৯ চনত প্লিবিয়ানসকলৰ জনসভাত গৃহীত হোৱা আইনবিলাকেও ৰাষ্ট্ৰীয় স্বীকৃতি লাভ কৰিলে। অৱশ্যে এনেদৰে গৃহীত জনসভাৰ আইন বিলাকে এশজনীয়া সভাৰ অনুমোদন পাব লাগিব। খ্ৰী পূ ৩৬৭ চনত ত্ৰিবুনে 'প্ৰেডৰ' 'কনচুল চেনচৰ' আৰু 'ডিক্টেটৰ ৰ বাবে প্লিবিয়ান প্ৰাৰ্থী

লোৱা আহন কৰিলে আৰু এই আইন গৃহীত হ'ল। লাহে লাহে প্লিবিয়ানসকলৰ লগত পেট্ৰিচিয়ানৰ বিয়া বাৰু পাতিৰ পৰা ব্যৱস্থা সৰ্ব্বজন সমাদৃত হোৱাত, প্লিবিয়ান আৰু পেট্ৰিচিয়ান মিলি এটা জাতিত মিলি গ'ল। ৰোমৰ গণতন্ত্ৰইও পূৰ্ণতা লাভ কৰিলে।

এইদৰে প্ৰসিদ্ধি লাভ কৰা ৰোমৰ প্ৰজাতান্ত্ৰিক অনুষ্ঠান খ্ৰী পূ দ্বিতীয় শতাব্দীৰ পৰা ক্ৰমাগত একনায়কত্ববাদী শাসনত পৰিণত হয়। খ্ৰী° পূ ১৩৩ চনত এজন মানুহৰ হাতত সমগ্ৰ ক্ষমতা এৰি দিয়া নীতি অৱলম্বন কৰাৰ সময়ৰে পৰা ৰোম প্ৰজাতন্ত্ৰৰ পতন হয়। ৰোমানসকলে গণতান্ত্ৰিক ব্যৱস্থা আৰু অনুষ্ঠানবিলাক হেয় প্ৰতিপন্ন কৰিবলৈ ধৰিলে জুলিয়াছ ছিজাৰ ক্ষমতাশালী অহাৰ পাছত দণ্ডাধীশ, চিনেট সকলো অনুষ্ঠানতে নিজা সদস্য নিয়োগ কৰি এই অনুষ্ঠানবিলাক বাস্তৱিক ছিজাৰৰ আজ্ঞাবহ কৰি গঢ়ি তুলিলে, চিনেটৰ সদস্য ৯০০ জনলৈ বৃদ্ধি কৰি ইয়াক বাস্তৱ কামৰ কাৰণে অক্ষম কৰি পেলালে। ছিজাৰৰ মৃত্যুৰ পাছত তেওঁৰ টিজা অক্টেভিয়ন বা আগষ্টাচৰ হাতত ৰোম প্ৰজাতন্ত্ৰৰ গণচৰিত্ৰ একেবাৰে লুপ্ত হ'ল ৰোমপ্ৰজাতন্ত্ৰ পতনৰ কাৰণ বিশ্লেষণ কৰি চালে দেখা যায় ৰোমান সকল এথেন্সবাসীৰ দৰে স্বতন্ত্ৰ শাসনৰ প্ৰিয় নাছিল। ৰোমত প্ৰকৃত চৰকাৰ যি সকল ধনী অভিজ্ঞ গুণী বা যোগ্য তেওঁলোকৰ হাতত এৰি দিয়া হৈছিল। সাধাৰণ মানুহৰ প্ৰশাসনীয় কামত আস্থা কম আছিল। যি সময়ত ৰোমত সম্ভ্ৰান্ত চৰকী আৰু খ্যাতি লাভ কৰা সকলে চিনেট বা কনচুলৰ সভ্য হৈ আগবাঢ়ি গৈছিল প্ৰায় সেইসময়ত অৰ্থাৎ পেৰিকিলিছৰ নেতৃত্বত এথেন্সৰ সাধাৰণ প্ৰজাই (শতকৰা ৫৫% ভাগ) দণ্ডাধীশ বিচাৰক বা 'একলেজিয়াৰ সভ্য হ'বলৈ আগবাঢ়ি গৈছিল। আনহাতে ৰোমান জনসভাই এথেন্সৰ 'একলেজিয়াৰ দৰে গণতান্ত্ৰিক ভাবধাৰাৰে পৰিপুষ্টি লাভ কৰিব পৰা নাছিল। ৰাজহুৱা সমস্যাবিলাকৰ ওপৰত ৰোমৰ জনসভাই খুব কমহে বাক্ বিতণ্ডা কৰা দেখা যায়। চিনেটৰ সিদ্ধান্তবিলাকত হয় বা নহয় বুলি কোৱাই ৰোমান জনসভাৰ ঘাই কাম আছিল। ৰাজহুৱা কামৰ প্ৰতি উদ্যম হেৰাই গলে কোনো কালে, কোনো ঠাইতে গণতন্ত্ৰ স্থায়ী হব নোৱাৰে। ৰোমৰ প্ৰজাই নায়কৰ হাতত সকলো এৰি দি নিদ্ৰামগ্ন হৈ থকাৰ কাৰণেই, ৰোমত প্ৰজাতন্ত্ৰৰ পৰিসমাপ্তি ঘটিল।

## বৰ্ত্তমান যুগৰ গণতন্ত্ৰৰ জন্ম আৰু ক্ৰমবিকাশ

আধুনিক যুগৰ সংসদী আৰু ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰৰ জন্মস্থান ইউৰোপ

আৰু আমেৰিকাত। সংসদী গণতন্ত্ৰ বিশ্বৰ সাৰ্ব্বভৌম সংসদৰ জন্মস্থান 'ইউ-নাইটেড কিংদম বা ইংলণ্ড। বামসে মুইৰে লিখিছে ইংলণ্ডৰ প্ৰশাসন পদ্ধতি ইউৰোপ কিয়, পৃথিৱীৰ প্ৰায় সকলো গণতন্ত্ৰপ্ৰেমীয়ে বিনা দ্বিধাই অনুসৰণ কৰিছে। আমেৰিকাবাসীয়ে তেওঁলোকৰ অৱস্থাৰ লগত খাপ খুৱাই ফেদাৰেল অৰ্থাৎ যুক্তৰাষ্ট্ৰিক আৰু আনহাতে ৰাষ্ট্ৰপতিপ্ৰধান গণতন্ত্ৰ স্থাপন কৰে। এই দুই পদ্ধতিৰ বৰ্ত্তমান পৃথিৱীত গণতন্ত্ৰৰ আদৰ্শ হিচাবে সকলোৱে গ্ৰহণ কৰা দেখা যায়।

ইংলণ্ডত গণতন্ত্ৰৰ জন্ম একেদিনাই হোৱা নাছিল। ইয়াত সংসদী পদ্ধতিয়ে বৰ্ত্তমান ৰূপ পাওতে বহু শ বছৰীয়া ইতিহাস অতিক্ৰম কৰিব লগা হয়। এংলো চেকচন ৰজা সকলৰ ৰাজত্ব কালৰ পৰা বৰ্ত্তমান যুগলৈকে গণতন্ত্ৰৰ ক্ৰমবিবৰ্ত্তনৰ ইতিহাস বৰ দীঘলীয়া আৰু সংঘাটপূৰ্ণ সেই দীঘলীয়া সাংবিধানিক ইতিহাসৰ সকলো দিশ আলোচনা কৰা সম্ভৱ নহয়। ইয়াত মাত্ৰ আমি পৰিবৰ্ত্তনৰ প্ৰধান কাৰণ আৰু তাৰ ফলশ্ৰুতি সমূহৰ সামান্য এটা আভাস দিবলৈহে যত্ন কৰিম।

প্ৰথম অৱস্থাত ইংলণ্ডত পৃথিৱীৰ আন আন ঠাইৰ দৰে চৰম ৰাজতন্ত্ৰই প্ৰজাৰ ভাগ্য নিয়ন্তা হৈ জন্মলাভ কৰিলেও পৰিবৰ্ত্তিত পৰিস্থিতিত ৰাজতন্ত্ৰৰ তেজ ক্ৰমাগত হ্ৰাস পাবলৈ ধৰিলে আৰু শেহতীয়াকৈ ই সীমিত ৰাজতন্ত্ৰ বা ৰজা প্ৰধান গণতন্ত্ৰলৈ ৰূপান্তৰিত হয়। ইংৰাজ জাতি স্বভাৱতে সংৰক্ষণ প্ৰিয় লোক। তেওঁবিলাকে গুৰুতৰ কাৰণৰ হেঁচাত নপৰিলে পুৰণি প্ৰথা অনুষ্ঠান আদি সহজে ত্যাগ নকৰে। বৰ্ত্তমান লগত ৰজা তেওঁলোকৰ সংবিধানিক প্ৰধান বা অলংকাৰ স্বৰূপ। সংসদেই বাস্তৱিকতে সৰ্ব্বেসৰ্ব্বা।

ইংলণ্ডত সংসদী গণতন্ত্ৰৰ আঁত বিচাৰি গলেই এংলোচেকচন্ ৰজাসকলৰ ৰাজত্ব কালৰ কথা আহি পৰে। খ্ৰীষ্টাব্দ ৪০২ত ইগবাট নামৰ এংলোচেকচন ৰজাই প্ৰাধান্য লাভ কৰে। তেওঁ কেণ্টসকলৰ স্থান ডেভন জয় কৰি কেণ্ট আৰু মাচিয়াতো সৰ্ব্বপ্ৰধান বুলি পৰিচিত হয়। এওঁৰ দিনত খ্ৰীষ্টান প্ৰভাৱ বিস্তাৰ হয় আৰু ৰজা ৰাষ্ট্ৰৰ একমাত্ৰ ক্ষমতাশালী ব্যক্তি বুলি স্বীকৃতি লাভ কৰে। সেইকালত ৰজাৰ বাহিৰে এটাই মাত্ৰ প্ৰশাসনীয় অনুষ্ঠান আছিল যাক 'ৱাইটেনেগমট (Witenage-mot) বোলা হৈছিল। ৱাইটেন (witan) শব্দৰ পৰা এই অনুষ্ঠানৰ নামাকৰণ কৰা হৈছিল। ৱাইটেন শব্দই জ্ঞানীলোক বুজায়। ইয়াকে বৰমুৰীয়াসকলৰ পৰিষদ' বা '(Council of Ealdormen) বুলিও কোৱা হৈছিল। এই বৰমুৰীয়াসকল আছিল একা একোটা চুবাৰ (Shire) মুৰব্বী বিচপ বা ধৰ্ম্মগুৰু আৰু প্ৰধান প্ৰধান

ৰাজসেৱক। এই অনুষ্ঠানেই বহুত প্ৰশাসনীয় আৰু আইন প্ৰণয়নৰ কামো কৰিছিল। ৱাইটানগমটে প্ৰয়োজনীয় আইন ৰচনা মাটিদান বিদ্ৰোহদমন আদি কামৰ কাৰণে ৰজাৰ অনুমোদন দিছিল। অৱশ্যে এক ব্যক্তিকে সদায় নিমন্ত্ৰণ কৰা বা এওঁ লোকৰ উপদেশ মানি চলা ৰজাৰ কাৰণে বাধ্যতামূলক নহয়। এই অনুষ্ঠান আৰু দুই এজন কৰ্মচাৰীৰ বাহিৰে সেইকালত কোনো চৰকাৰী প্ৰশাসনীয় যন্ত্ৰ নাছিল।

নৰ্মান সকলৰ ইংলণ্ড বিজয়ৰ পাছত খ্ৰী ১০৬৬ ৰ পৰা ১০৭১ চনৰ ভিতৰত নৰ্মান ৰজা বিজয়ী উইলিয়ামে ফিউডেল প্ৰথা অৰ্থাৎ জাইগীৰ ব্যৱস্থা কৰি, বেৰন সকলক মাটিৰ মালিক পাতিলে। বেৰন সকলৰ অধীনত নাইট বা যুজাৰু সকলে মাটি ভোগ কৰিব পাৰে। নাইটসকলে নিজ নিজ মাটি ভোগ কৰাৰ কাৰণে বেৰনৰ ওচৰত আৰু বেৰন ৰজাৰ ওচৰত দায়ী থাকিব লাগে। উইলিয়ামে বেৰন নাইট গীৰ্জ্জাঘৰৰ পুৰোহিত সকলোকে ৰাজসভাত প্ৰয়োজন হলে উপস্থিত থকাৰ নিয়ম কৰিলে। পুৰণা ইংৰাজ অনুষ্ঠান ৱাইটেনেগমটৰ আহিত নৰ্মানৰ এই নতুন অনুষ্ঠান কিউৰিয়া ৰেজিচ বা বেৰনসকলৰ মহাসভা প্ৰতিষ্ঠা কৰা হৈছিল। এই অনুষ্ঠানক কোনোমতে গণতান্ত্ৰিক বুলিব পৰা নাযায় যদিও ইয়াক আমি গণতন্ত্ৰৰ বাটকটীয়া বুলিব পাৰো, কিয়নো পাছত এই অনুষ্ঠান ক্ৰমাগত শক্তিশালী হৈ জনসাধাৰণৰ কাৰণে কিছুমান মৌলিক অধিকাৰৰ জন্ম দিলে। নিজৰ প্ৰশাসনীয় কাৰ্য্যদক্ষতা বঢ়াই তোলাৰ বাহিৰেও, ১০৮৯ চনৰ পাছত ৰজা প্ৰথম ৰিচাৰ্ড তৃতীয় ক্ৰুচেদৰ কাৰণে পেলেষ্টাইন অভিমুখে যাত্ৰা কৰাৰ সময়ত এই সভাই চৰকাৰৰ কাম কাজ সমালোচনা কৰিবৰ অধিকাৰো লাভ কৰে। বেৰনসকলৰ এই সভাৰ নেতৃত্বতে আৰ্ক বিচপৰ লগত যোগ হৈ ১২১৫ চনত অত্যাচাৰী ৰজা জনৰ পৰা মহাচনদ বা মেগ্নাকাৰ্টাত চহী লয়। এই মেগ্নাকাৰ্টাৰ উল্লিখিত বিষয়বিলাক যদিও বেৰন সকলৰ ওপৰত লগোৱা অত্যাধিক কৰ কাটল সম্বন্ধীয় হলেও, ৩৯ আৰু ৪০ দফা অনুযায়ী প্ৰজাসকলৰ ন্যায্য অধিকাৰত ৰজাই হাত দিব নোৱাৰা বা স্বাধীনতা অটুত ৰখা আদিয়ে যুগান্তৰ ব্যাপী আইনৰ শাসন প্ৰতিপন্ন কৰে।

দৰবাৰী চৰিত্ৰ ত্যাগ কৰি ইংৰাজ চৰিত্ৰ গ্ৰহণ কৰা, ৰজা প্ৰথম এডৱাৰ্ডৰ দিনত বৃটিচ সংসদে এটা সংসদী চৰিত্ৰ লাভ কৰে। ১২৭৫ চনত প্ৰথমবাৰৰ বাবে এনে এখন পাৰ্লিয়ামেণ্ট প্ৰথম এডৱাৰ্ডএ আহ্বান কৰে, যিখনত, বিচপ এবট আৰু বেৰন সকলৰ বাহিৰেও প্ৰতিখন নগৰ আৰু বোৰৰ পৰা প্ৰতিনিধি

উপস্থিত থাকিব পাৰিছিল। এই পাৰ্লিয়ামেণ্টে ভৱিষ্যত কমন্সসভাৰ' উপাদান আহৰণ কৰিবলৈ সক্ষম হৈছিল। অৱশ্যে, এই পাৰ্লিয়ামেণ্ট মহাসভা এ'কাটা বিশেষ সময়তহে আহ্বান কৰা হৈছিল। ১২৯৫ চনত পুনৰ ফ্ৰান্সী আক্ৰমণৰ আশঙ্কা বৃদ্ধি হোৱাত মহাসভা আহ্বান কৰা সময়ত এডৱাৰ্ডে কৈছিল—'যি সকলোকে স্পৰ্শ কৰে, সেইকাম সকলোৰে দ্বাৰা অনুমোদিত হ'ব লাগে। তৃতীয় এডৱাৰ্ডৰ দিনত পাৰ্লিয়ামেণ্ট মহাসভাই এটা বিশেষ চৰিত্ৰ লাভ কৰে। আগৰ এখন সদনৰ ঠাইত, এইজনা ৰজাৰ দিনত, ১৩৩২ চনত কমন্সৰ বাবে আৰু লৰ্ড সকলৰ বাবে দুখন সুকীয়া সদন গঠন কৰা হল। সম্ভ্ৰান্তসকলৰ কাৰণে, অৰ্থাৎ যিসকল উত্তৰাধিকাৰী সূত্ৰে ৰাজসভাত বহিব পাৰে, তেওঁলোকৰ লগতে বিচপ আৰু এবট সকলেও লৰ্ড সদনত স্থান পাইছিল। ৰজাই এই সদনৰ সভ্য বঢ়াব পাৰে, কমাব নোৱাৰে, আনহাতে বাৰ্জিছ আৰু নাইট সকলৰ কাৰণে স্থান নিৰ্ণয় হ'ল কমন্স সদনত। বাৰ্জিছ (বৰো বা নগৰৰ মুক্তলোক) আৰু নাইটসকল একেলগে কাম কৰিব লগা হয় কাৰণে তেওঁলোকে একেলগে কমন্সসদনত সভ্য হোৱাত কোনো বাধ নাথাকিল। ১৩২২ চনত এইটো থিক হ'লযে সকলো আইন পাৰ্লিয়ামেণ্ট, বা সংসদৰ অনুমোদন হ'লেহে বলবৎ হ'ব পাৰে। এইদৰে ক্ৰমাগত সংসদে আইনৰ ক্ষমতা লাভ কৰে।

১৩৭৬ চনত কমন্স সদনৰ নেতৃত্বত লৰ্ডসদনে দুজন কৰ্মচাৰীৰ বিচাৰৰ ক্ষমতা লাভ কৰিলে। লৰ্ডসদনে প্ৰথমবাৰৰ কাৰণে মহা অভিযোগত (Impeachment) বিচাৰ কৰি শাস্তি দিয়াৰ ক্ষমতা লাভ কৰে। তেতিয়াৰে পৰা লৰ্ড সদনে এই ক্ষমতা পাই আহিছে। একে বছৰতে সংসদে ভালেমান নতুন সংস্কাৰ কৰি আৰু আন ক্ষমতাও লাভ কৰিলে। ১৪০৩ চনৰ পাছত চতুৰ্থ হেনৰীৰ দিনত, সংসদে বহু ক্ষেত্ৰত শ্ৰেষ্ঠ ক্ষমতা লাভ কৰিবলৈ সমৰ্থ হয়। সঘনে যুদ্ধ চলি থকাত, হেনৰীয়ে মন্ত্ৰীৰ কাৰণে সংসদৰ ওচৰত হাত পাতিব লগা হোৱাত আৰু সংসদেও নিজে বাচি দিয়া ৰাজকোষ বিষয়া নিয়োগৰ দাবী তোলে। এই ঘটনাই সংসদৰ মৰ্যাদা আৰু ক্ষমতা বহুগুণে বঢ়াই তোলে।

সপ্তম হেনৰীৰ দিনত প্ৰিভি কাউন্সিলৰ এটা নিৰ্দ্দিষ্ট ৰূপ দিয়া হয় আৰু ই চৰকাৰৰ কাম-কাজৰ কেন্দ্ৰস্থল বুলি পৰিগণিত হয়। ১৫১৫ চনত সংসদৰ প্ৰাধান্য কমি যায়। বিশেষকৈ, সংসদত উপস্থিত থকা সদস্যসকলৰ কাৰণে খৰছ বহুত হোৱাত প্ৰিভি কাউন্সিলেই বহুতো চৰকাৰী কাম কৰিব লগা হয়। ১৫৫৮ চনৰ

পৰা ১৬০৩ চন পৰ্য্যন্ত ইংলণ্ডৰ সিংহাসনত ৰাণী এলিজাবেথ বহে। এওঁৰ ৰাজত্ব কালত দেখাত সংসদক হেয়প্ৰতিপন্ন কৰা যেন অনুভৱ হলেও, লৰ্ড সদনৰ পৰিবৰ্ত্তে কমন্স সদনৰ প্ৰাধান্য বৃদ্ধি লক্ষ্য কৰা যায়। আনহাতে কমন্স সদনৰ কাৰ্য্যকলাপত বেৰনসকলৰ দলৰ নিয়ন্ত্ৰণ মন কৰিব লগা। তৃতীয়তে, ৰাণীৰ কোনো কোনো কামেও সংসদক অসুখী কৰি তোলা দেখা যায়।

প্ৰথম চাৰ্লছৰ শাসন কালত ৰজাৰ স্বেচ্ছাচাৰিতা বৃদ্ধি পোৱাত, সংসদৰ লগত ঐতিহাসিক সংঘৰ্ষ আৰম্ভ হয় আৰু পৰিণাম স্বৰূপে ১৬৪৯ চনৰ ৩০ জানুৱাৰীত ৰজা চাৰ্লছক ৰাজহুৱা ভাৱে মুণ্ডচ্ছেদন কৰা হয়। 'পাউণ্ডেজ, টনেজ' আদিৰ নিচিনা জোৰজুলুম ধন সংগ্ৰহ সংসদৰ সদস্যক অৱমাননা, গীৰ্জাঘৰৰ স্বাধীনতা হৰণ মন্ত্ৰীসকলৰ লুণ্ঠন আৰু অবৈধ কামৰ প্ৰতি নীৰৱ অনুমোদন, প্ৰভৃতি এনে এটা কাৰণত চাৰ্লছৰ লগত সংসদৰ সংঘৰ্ষ অৱশ্যম্ভাৱী হৈ পৰিছিল। চাৰ্লছৰ ৰাজত্বকালত সংসদৰ উভয় সদনে প্ৰজাৰ সতন্ত্ৰতাৰ কাৰণে তুমুল যুদ্ধত নামিব লগা হোৱা ঘটনাই ইংলণ্ডত গণতান্ত্ৰিক ভাৱধাৰাৰ জোৱাৰ আনিলে। ১৬৪০ চনৰ পৰা সংসদে বৃটিছ সংবিধানৰ এটা গঢ় দিবলৈ যত্ন কৰে। ১৬৪১ চনৰ "ট্ৰায়েনিয়েল আইনে" (Triennial Act) সংসদৰ গুৰুত্ব অনুযায়ী তিনি বছৰৰ মূৰে মূৰে বহাৰ নিয়ম কৰিলে। দ্বিতীয়তে সংসদ, চৰকাৰৰ এটা অবিচ্ছেদ্য অঙ্গ সেইকথা প্ৰতিপন্ন কৰি তুলিলে। তৃতীয়তে, দেশৰ সাধাৰণ আইনেই সকলো কামৰ কাৰণে উপযুক্ত বুলি স্বীকৃতি দিয়া হয়। এই আইনে বাস্তৱিকতে, গণতান্ত্ৰিক অনুষ্ঠান সমূহৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰি তোলে। শেহতীয়াকৈ সুদীৰ্ঘ সংসদে (Long parliament) মন্ত্ৰীসকলৰ নিয়োগত অনুমোদন দিয়াৰ অধিকাৰ আৰু মন্ত্ৰীসকল ৰজাৰ পৰিবৰ্ত্তে সংসদৰ ওচৰত দায়ী কৰাৰ ক্ষমতা, শিক্ষা ৰজাৰ বিয়া, 'পিয়েৰ সকলৰ নিয়োগ ক্ষেত্ৰত সংসদৰ দায়িত্ব প্ৰভৃতি অনেক কথাত ৰাজহুৱা নিয়ন্ত্ৰণ প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। আটাইতকৈ উল্লেখযোগ্য কথা হ'ল চাৰ্লছৰ মৃত্যুৰ পাছত গোটেই পৃথিৱীতে প্ৰথমবাৰৰ কাৰণে লোকায়ত চৰকাৰৰ (Secular Government) প্ৰয়োজনীয়তা সকলোৱে অনুভৱ কৰিলে।

## মন্ত্ৰীসভা আৰু ৰাজনৈতিক দলৰ অভ্যুদয়

ইংলণ্ডৰ সংসদী ব্যৱস্থাই বৰ্ত্তমানৰ গঢ় লবলৈ যোৱাৰ পথত এটা সুদীৰ্ঘ ইতিহাস নুই কৰিব নোৱাৰি। ১৬৬০ চনৰ পৰা ১৬৮৮ চনৰ গৌৰৱময় বিপ্লৱৰ কালছোৱাত, সংসদী গণতন্ত্ৰ মূৰ তুলি উঠে।

প্ৰকৃতপক্ষে দ্বিতীয় চাৰ্লছৰ দিনত ভালেখিনি স বিধানিক সংস্কাৰ সাধন হৈছিল। জ্ঞাতে আৰু অজ্ঞাতে দ্বিতীয় চাৰ্লছৰ ৰাজত্ব কালতে এহাতে যিদৰে সংসদে নিজৰ স্থিতি বিকাশৰ সুযোগ পালে, আনহাতে, চৰকাৰৰ কাম কাজ নিয়াৰিকৈ পৰিচালনা কৰিবলৈ, স সদৰ গৰিষ্ঠসংখ্যক দলৰ মাজৰ পৰা মন্ত্ৰীনিয়োগৰ চিন্তাও এই কালচোৱাতে প্ৰথমে জন্ম লাভ কৰে। ১৬৬০ চনৰ পৰা ৰাজনৈতিক জগতত কেলেনদ্ৰনৰ প্ৰ বশ ঘটিল। প্ৰিভিকাউন্সিল থন সম্প্ৰসাৰিত হোৱাৰ কাৰণে সকলো গুৰুত্বপূৰ্ণ আলোচনাৰ কাৰণে প্ৰিভি সভা অনুপযুক্ত বুলি প্ৰমাণিত হ ল। গোপনীয় কথা আলোচনা কৰিবলৈ ৰজাই এটা সৰু গোটৰ সহায় ল ব লগাত পৰিল। মন্ত্ৰী কেলেনদ্ৰনে ৰাজনীতি আৰু ধৰ্মমূলক বিষয়ত সংসদৰ স খ্যাগৰিষ্ঠ দলৰ লগত হাত মিলাই চলিব পাৰিছিল। অৱশ্যে তেওঁ মন্ত্ৰী হোৱাৰ পাছত ওলন্দাজৰ যুদ্ধত ব্যৰ্থতাৰ কাৰণে স সদে তেওঁক বহুতোৰ ভাৱে আক্ৰমণ কৰে। ১৬৬৭ চনত কেলেনদ্ৰনক মহা অভিযোগত সংসদে শাস্তি প্ৰদান কৰে। এই সন্দৰ্ভত সংসদত এটা বিৰোধীদলৰ অভ্যুদয় ঘটিল। এইদলৰ নাম হ ল কাউন্‌টি দল। এইদলৰ স্বীকৃত দলপতি আছিল চাৰ ডব্লিউ কনভেনট্ৰি। ১৬৬৭ চনত দ্বিতীয় চাৰ্লছে পূৰ্বোলিখিত গুৰুত্বপূৰ্ণ বিষয়বোৰ আলোচনা কৰিবলৈ পাঁচজন বিভিন্ন চৰিত্ৰৰ লোকৰ সহায় লয়। এই পাচজনেই ধৰ্মসম্বন্ধীয় বিষয়ত সহনশীল মনোভাৱৰ লোক আছিল। এইলোক হ ল ক্লিফৰ্ড (Clifford) আৰ্লিংটন ( Arlington ) বাকিংহাম ( Buckingham ) এছ লি ( Ashley ) আৰু লাউডাৰদেল ( Lauderdale )। এছ লি ( পাছলৈ এওঁ আৰ্ল চাফটেচ্‌বেৰী হয় ) এই দলটোৰ ভিতৰত যোগ্যলোক তেওঁ ক্ৰমৱেলৰ লগৰ আৰু সহনশীলতা থকা বিশ্বাসী। এই পাঁচজন লোকৰ গোটটোৰ কেবল নাম পাইছিল কিয়নো প্ৰত্যেকজনৰ নামৰ প্ৰথম আখৰটো যোগ কৰিলে কেবল ( Cabal ) শব্দটো পোৱা যায়। দ্বিতীয় চাৰ্লছৰ কেবল ব্যৱস্থা বেচিদিন স্থায়ী নহল। ওলন্দাজৰ লগত হোৱা যুদ্ধত অকৃতকাৰ্য্যতা আৰু আনহাতে ৰোমান কেথলিক বিলাকৰ প্ৰতি সহানুভূতি প্ৰদৰ্শন প্ৰভৃতি কাৰ্য্যই সংসদৰ ক্ৰোধ উচলাই দিয়ে। চাৰ্লছে এতিয়া ভাবিলে যে স সদৰ অনুগ্ৰহ পাবলৈ হ লে চৰকাৰ সম্পূৰ্ণ স সদৰ প্ৰিয় কৰি গঢ়ি তুলিব লাগিব। তেওঁ এতিয়া প্ৰধানমন্ত্ৰীজন কেভেলিয়াৰৰ পৰা ল লে। তেওঁ আছিল চাৰ থমাছ অচবোৰন। স সদৰ আস্থা নথকা কোনো লোকক মন্ত্ৰী ল ব নোৱাৰা কথাটো সকলোৱে মানি ল লে। অচবোৰনেই পাছত আৰ্ল ডানবি হয়। এওঁ এটা দল গঠন কৰি কমন্স সভাত ৰজাৰ প্ৰস্তাৱ বিলাক সমৰ্থন দিয়াত গুৰুত্ব

দিলে। তেওঁক ইতিহাসত এই কাৰণেই প্ৰথম দল সংগঠক বুলি কোৱা হয়। এই দলটোক উপলুঙা কৰি সকলোৱে টোৰি দল (Tory) বুলি কৈছিল। আনহাতে চেফটেচবাৰিয়ে এটা বিৰোধীদল গঠন কৰাত লাগি গল। এইদলৰ সদস্যসকলে এটা নিৰ্দ্দিষ্ট ব্যৱস্থাৰে সংসদৰ কামত অংশ গ্ৰহণ কৰিবলৈ স্থিৰ কৰে। এওঁলোকে নাম পালে হুইগ (Whig) দল। ১৭শ শতিকাত জন্ম লাভ কৰা এই হুইগ দলে ক্ৰমাগত ৰজাৰ অবৈধ কামৰ প্ৰতি বিৰুদ্ধাচৰণ কৰি গৈ পাছলৈ 'লিবাৰেল' নাম লাভ কৰে। এওঁলোকে উপনিবেশ প্ৰশাসনত ৰজাৰ নীতিৰ কঠোৰ সমালোচনা কৰিবলৈ পাছ হোহকা নাছিল। দানবীয় দলটোৱে ৰজা আৰু গীৰ্জাঘৰৰ স্বাৰ্থৰক্ষাৰ্থে কাম কৰি গৈছিল। কৰ্তৃত্বৰ প্ৰতি শ্ৰদ্ধা আৰু আনুগত্য ৰক্ষা কৰা এওঁলোকৰ মূল উদ্দেশ্য। চেফটেচবাৰিৰ দলটোৱে আইনৰ সাৰ্ব্বভৌমত্ব আৰু শাসন অবশ্যে প্ৰজাৰ ওপৰত নহয় ৰজা আৰু সংসদৰ সদস্যৰ ওপৰতো থকাটো বিচাৰে। ৰজা এওঁলোকৰ মতে দেশৰ প্ৰথম কৰ্মচাৰী। চেফটেচবাৰিয়ে তেওঁৰ বন্ধু দাৰ্শনিক জন লকৰ সীমিত গণতন্ত্ৰত গুৰুত্ব দিছিল।

ওপৰত কৈ অহা কেবল যদিও ক্ষণস্থায়ী হৈছিল তথাপি কেবলে পাছলৈ কেবিনেট বা মন্ত্ৰীসভাত পৰিণত হ'ল। মন্ত্ৰীসভাৰ বৈশিষ্ট্য আৰু দায়িত্ব সম্পৰ্কে স্থানান্তৰত আলোচনা কৰা হ'ব।

যি ৰাজনৈতিক দুটা দলৰ জন্ম লাভ কৰাৰ কথা ওপৰত কোৱা হ'ল — হুইগ আৰু টোৰি দলৰ নিজা নিজা দৃষ্টিভঙ্গী থকা দেখা যায়। এই দৃষ্টিভঙ্গী বিলাক বহু ক্ষেত্ৰত আধুনিক কালতো পৰিবৰ্ত্তিত পাৰিস্থিতিত খাপ খুৱাই ইংলণ্ডত বৰ্ত্তি আছে। তাৰে দুই চাৰিটা কালজয়ী চিন্তাধাৰা তলত আলোচনা কৰা হ'ল।

হুইগ আৰু টোৰি দুয়োদলৰ গণতন্ত্ৰৰ কাৰণে কালজয়ী অৱদান হ'ল চৰকাৰৰ প্ৰকৃত স্থিতি হ'ব পাৰে আলোচনা মাধ্যমত। আলোচনা বিৰোধ আৰু মিলামিলাই চৰকাৰৰ স্থায়ী কৰে। একপক্ষীয় নীতিৰ দ্বাৰা পৰিচালিত চৰকাৰ ক্ষণস্থায়ী। দুয়োটা দলে এনে এটা পদ্ধতিত বিশ্বাস কৰিছিল যিটো কেৱল সুচিন্তিত মতৰ ওপৰত টিকি থাকে। হুইগ আৰু টোৰি দলৰ চিন্তাধাৰাত বহুতো আসোঁৱাহ আছে সঁচা। তথাপি গণতান্ত্ৰিক জগতৰ কাৰণে তেওঁলোকৰ এই দান চিৰস্মৰণীয় হৈ থাকিব।

টোৰি সকলে ৰাজতন্ত্ৰত বিশ্বাস কৰে আৰু ই ঐশ্বৰীক গুণৰে পৰিপুষ্টি লাভ কৰা বুলি কব খোজে। ৰাষ্ট্ৰ, এনে এটা শক্তিশালী অনুষ্ঠানৰ অবিহনে চিৰস্থায়ী হ'ব নোৱাৰে। এনে শক্তিৰ প্ৰতি নাগৰিকৰ অভ্যাসগত আনুগত্য

থাকিব লাগিব। ধৰ্মবিষয়ত সকলো ধৰ্মমতৰ একচিন্তা বা একতাত থকা প্ৰয়োজন। কৰ্তৃত্বক প্ৰচণ্ড আঘাটত ওফৰাই দিবলৈ 'টোৰি' সকলে নিবিচাৰে। 'টোৰি' সকলে সেইকালৰ সংখ্যাগৰিষ্ঠ ইংৰাজৰ ভাবধাৰাকে বহণ কৰিছিল বুলি কলে ভুল নহ'ব। তেওঁলোকে ৰাজভক্তিৰ প্ৰতি অত্যাধিক গুৰুত্ব দিয়া চকুত পৰে। ৰাষ্ট্ৰৰ অৱধাৰণা কেৱল কৰ্তৃত্বৰ প্ৰতি থকা আনুগত্য আৰু বিশ্বাসে দৃঢ় কৰি ৰাখে, এই আনুগত্য ঢিলা কৰি দিলেই ৰাষ্ট্ৰত বিপ্লৱ জাগি উঠিব আৰু ৰাজনৈতিক বাতাবৰণ ধুমুহাত পৰিণত হোৱা সম্ভৱ। টোৰি সকলে কিছু পৰিমাণে ১৬৫১ চনত থমাছ হবছে লিখা 'লেভিয়েথান'ত বিশ্বাস কৰে। হবছৰ মতে সমাজ এটা শক্তিশালী কৰ্তৃপক্ষৰ ছত্ৰছায়াত হে জীয়াই থাকিব পাৰে। কিছুদূৰ তেওঁলোকে ফিলমাৰৰ 'প্লেট্ৰিয়াৰ্কা' নামৰ গ্ৰন্থৰ দ্বাৰাও প্ৰভাৱিত হোৱা দেখা যায়। ফিলমাৰৰ মতে, ৰাজতন্ত্ৰ ঈশ্বৰৰ নিৰ্ব্বাচিত ব্যৱস্থা—ইয়াৰ দ্বাৰাহে জগতত শান্তি স্থাপন হ'ব পাৰে।

হুইগসকল আনহাতে, প্ৰকৃতাৰ্থত প্ৰজাতন্ত্ৰ বিশ্বাসী। তেওঁলোকে, ৰাজতন্ত্ৰৰ অহৈতুকী প্ৰশংসাত ভোল নাযায়। অৱশ্যে তেওঁলোকেও পৰম্পৰা ভাৱে চলিঅহা ৰাজতন্ত্ৰক ওফোৰাই দিব নোখোজে তেওঁলোকে ভাবে চৰম ব্যৱস্থা সদায় জনসাধাৰণৰ দ্বাৰা গৃহীত বা মনোনীত হোৱা আৱশ্যক। সংসদৰ জৰিয়তে জনপ্ৰিয় ভাবধাৰা বা দৃষ্টিভঙ্গী প্ৰকাশ পোৱাটো হুইগসকলে বাঞ্ছা কৰে। ব্যক্তি স্বতন্ত্ৰতা ক্ষুণ্ণ কৰা কোনো আইনেই ন্যায়সঙ্গত হ'ব নোৱাৰে। সম্পত্তিক হুইগ সকলে অপৰিহাৰ্য্য বুলি ভাবে। সম্পত্তিয়ে ব্যক্তিৰ ব্যক্তিত্ব বিকাশত প্ৰভূত অৰিহণা যোগায়। কৰ লগোৱাৰ অৰ্থই হ'ল সম্পত্তি কাঢ়ি লোৱা। এনে ব্যৱস্থা ৰাষ্ট্ৰস্থিতিৰ কাৰণে প্ৰয়োজন সঁচা কিন্তু কৰ লগাবলৈ হ'লে সংসদৰ অনুমোদন লাগিব। ধৰ্ম বিষয়ত হুইগসকলে স্বকীয় বিশ্বাস আৰু উপাসনাৰ স্বাধীনতা কামনা কৰে। তেওঁলোকে জাতীয় গীৰ্জাৰ প্ৰয়োজনীয়তা নুই নকৰে। স্বতন্ত্ৰতা সদায় আইনৰ দ্বাৰা সুৰক্ষিত হ'ব লাগিব। হুইগসকলে বহুক্ষেত্ৰত জন ল'কৰ ১৬৮৯ চনত প্ৰকাশিত 'এছে অন গৱৰ্ণমেণ্ট' নামৰ কিতাপৰ দ্বাৰা অনুপ্ৰাণিত। সামাজিক চুক্তিৰ দ্বাৰাই মানৱ সমাজ জীয়াই থাকে বুলি হুইগসকলে বিশ্বাস কৰে।

১৬৮৯ চনৰ বিখ্যাত 'বিল অৱ ৰাইট' নামৰ সংসদৰ আইনে ইংলণ্ডৰ গণতন্ত্ৰ প্ৰক্ৰিয়া ক্ষেত্ৰত স্বৰ্ণসৌধ নিৰ্মাণ কৰিলে। এফালৰ পৰা চালে ইয়াৰ

গণতান্ত্রিক মূল্য নাই যেন লাগে। ই চৰকাৰৰ কোনো নীতি নিৰ্দ্ধাৰণ নকৰিলেও, সংসদৰ আইন ৰজাই কোনো ঘোষনাৰ দ্বাৰা অবৈধ কৰিব নোৱাৰা কৰিলে। আনহাতে, সংসদৰ অনুমতি সাপেক্ষেহে ৰজাই সৈন্যবাহিনী সংগঠন কৰিব পাৰে। এই সময়তে সংসদে বহু ক্ষমতা লাভ কৰে। ১৬৮৯ চনৰ 'টোলাৰেচন্ আইন' মতে উপাসনাৰ স্বাধীনতা প্ৰজাক প্ৰদান কৰা হয়।

তৃতীয় উইলিয়ামৰ ৰাজত্বকালতে মন্ত্ৰীসভা (Cabinet) সংখ্যাগৰিষ্ঠ দলৰ পৰা লোৱাতো স্থিৰ হয়। ইয়াৰ আগলৈকে ৰজাই যাকে ইচ্ছা কৰে তাকে মন্ত্ৰী পাতিব পাৰিছিল। এনে ব্যৱস্থাই বলিষ্ঠ নীতি উদ্ভাৱন কৰাত অন্তৰাই হৈ দেখা দিছিল। সংসদত সংখ্যাগৰিষ্ঠ দলৰ পৰা মন্ত্ৰী নিৰ্বাচন কৰিলে ৰাষ্ট্ৰনীতি সংসদৰ দ্বাৰা সহজে অনুমোদিত হ'ব পাৰে। ১৬৯৮ চনৰ পৰা দলীয় মন্ত্ৰীসভা ইংলণ্ডৰ ৰাজনীতিত গজগজিয়া হৈ পৰা দেখা যায়। সংখ্যাগৰিষ্ঠ দলৰ আস্থাভাজন হৈ থকা সেই দলৰ সভ্যৰ মাজৰ পৰা মন্ত্ৰীসভা গঠন কৰা ব্যৱস্থা হ'ল সঁচা, কিন্তু এতিয়ালৈকে ৰজাহে মন্ত্ৰীসভাৰ সভাপতি হৈ থকা নিয়ম। এই মন্ত্ৰী বাচনি ৰজাৰ স্বইচ্ছাৰ ওপৰত নিৰ্ভৰশীল। ১৭১৪ চনৰ পাছৰ পৰা পৰিস্থিতি সলনি হোৱা চকুত পৰে। ৰাণী এনি জীয়াই থকা কাললৈকে মন্ত্ৰীসভা (Cabinet) গজগজিয়া হোৱা স্বত্তেও প্ৰিভি কাউন্সিল'কে একমাত্ৰ স্বীকৃতিপ্ৰাপ্ত চৰকাৰ বুলি ধৰা হৈছিল। ৰাণীৰ মৃত্যুৱে ইংৰাজ ৰাজনৈতিক জগতত যুগান্তৰ সৃষ্টিকাৰী পৰিবৰ্ত্তন সূচালে। হুইগসকলৰ ইচ্ছানুযায়ী চৰকাৰ গঠন হোৱাত গণতান্ত্ৰিক অনুষ্ঠানবিলাকে গা কৰি উঠিবলৈ সুযোগ লাভ কৰে। বুৰঞ্জী লিখক ৰ্যামচে মুইৰে কৈছে যে—সংসদী গণতন্ত্ৰত মন্ত্ৰীসভাৰ শক্তি আহৰণ আৰু ইয়াৰ প্ৰতি আস্থাজ্ঞাপন—বিশ্বৰ ইতিহাসতে এটা আকস্মিক ঘটনা। এনিৰ মৃত্যুৰ পাছত হেনোভাৰিয়ান ৰজাৰ ৰাজত্ব আৰম্ভ হয়। ১৭১৪ চনত, প্ৰথম জৰ্জ্জৰ (এওঁ হেনোভাৰিয়ান জাৰ্ম্মান) শাসন আৰম্ভ হয়। এওঁ ইংৰাজী ভাষা কব নাজানে, বুজিও নাপায়। ১৫ জন হুইগ সদস্যৰে এখন মন্ত্ৰীসভা গঠন কৰি লৈছিল যদিও ই ৰাজ মন্ত্ৰীসকলে ইংৰাজীত আলোচনা কৰা বিষয়বিলাক বুজিব নোৱাৰে। আনহাতে জৰ্জ্জে সম্পূৰ্ণভাৱে সংসদৰ সংখ্যাগৰিষ্ঠ হুইগসকলৰ সহানুভূতিৰ ওপৰতে বৰ্ত্তি থাকিব লগা হোৱাত মন্ত্ৰীসভাত উপস্থিত থকাতো বন্ধ কৰি দিলে। মন্ত্ৰীসভাই যি সিদ্ধান্ত লয় তাতে চহী কৰে। হুইগসকলৰ ৰাজত্ব কালৰ সম্পূৰ্ণ পঞ্চাশ বছৰত মন্ত্ৰীসভাত জেষ্ঠ মন্ত্ৰী গৰাকীয়ে সভাপতিত্ব কৰাৰ নিয়ম হ'ল। টেনহপ্, মন্টেগু, উইলিংটন

আদি ব্যক্তিও বিখ্যাত হৈ উঠিছিল -যদিও এওঁলোক প্ৰধান মন্ত্ৰী আখ্যা পোৱা নাছিল। ৱালপোলৰ জনপ্ৰিয়তা আৰু বিচক্ষণতাৰ কাৰণে তেওঁ শ্ৰেষ্ঠ কমনাৰ আখ্যা পাইছিল। মন্ত্ৰীসভাত মন্ত্ৰীসকলৰ নিয়া বৰ্তিকা একমনোভাবাপন্নতা সংসদত একেভাৱ আৰু অভিজ্ঞতা প্ৰদৰ্শন আদি নানা তৰহৰ ন ন সংযোজনাৰ কাৰণে তেওঁ প্ৰধানমন্ত্ৰী আখ্যাও পাব পাৰিছিল। তথাপি ১৭৪ চনত প্ৰকাশ্য সংসদৰ মজিয়াত এনে নাভূত নাশ্ৰুত কাণ্ডৰ কাৰণে (প্ৰধানমন্ত্ৰী হেলা) ৱালপোলে সমালোচনাৰ সম্মুখীন হ'ব লগা হৈছিল। প্ৰায় আঠেশ বছৰৰ পুঞ্জীভূত অভিজ্ঞতাৰ পাছত ৰাজনীতিজ্ঞ সকলে আজি কয় ৱালপোলৰ নীতি শুদ্ধ অভিন্নতা নাথাকিলে সংসদৰ মজিয়াত মন্ত্ৰীসভা জীয়াই নাথাকে, নাতিও বলবান নহয়। প্ৰকৃতাৰ্থত ৱালপোল আছিল প্ৰথম প্ৰধানমন্ত্ৰী।

## সংসদৰ সংগঠন আৰু বিৰোধীদল

সংসদ ব্যৱস্থাৰ আৰম্ভণিতে সমষ্টি গঠন ব্যৱস্থা নাছিল। শ্ৰেণী আৰু স্বাৰ্থ জড়িত মহলৰ পৰাহে প্ৰতিনিধিসকল নিৰ্ব্বাচন কৰা হৈছিল। ভৌগোলিকভাৱে কাশ্চিৎহে প্ৰতিনিধি নিৰ্ব্বাচিত কৰা হৈছিল। কৰ্মভিত্তিক (functional) প্ৰতিনিধি নিৰ্ব্বাচন কৰাৰ ব্যৱস্থা প্ৰায় শতাধিক বছৰ ধৰি চলিছিল। ১৯ শতিকাৰ আৰম্ভণিৰ পৰা ভৌগোলিক সমষ্টিৰ (territorial representation) পৰা প্ৰতিনিধি নিৰ্ব্বাচন কৰাটো নিয়মত পৰিণত হয়। কাউণ্টি আৰু বোৰ বিলাককে সমষ্টি (Constituency) বুলি ধৰি লোৱা হৈছিল। বহু বছৰ ধৰি এই সমষ্টিবিলাক ভাগ কৰা হোৱা নাছিল। প্ৰতিখন কাউণ্টি আৰু বোৰই নিৰ্দ্দিষ্ট সংখ্যক সভ্য বাচি দিব লগা হৈছিল। যেতিয়া জনসমষ্টিক নিৰ্ব্বাচন ব্যৱস্থাৰ আধাৰ বুলি ধৰা হ'ল তেতিয়াৰ পৰা ভৌগোলিক সমষ্টিৰ গুৰুত্ব বাঢ়িল। বোৰ আৰু কাউণ্টি বিলাক ভাগকৰি সমষ্টি গঠন কৰা হ'ল। এজন সভ্যৰ কাৰণে এটা সমষ্টি গঠন কৰিবৰ কাৰণেই ঘাইকৈ সমষ্টিবিলাক সংগঠন কৰিব লগা হয়। ১৮৩২ চনৰ প্ৰসিদ্ধ সংস্কাৰ বিলৰ আধাৰত সমষ্টিবিলাকৰ সংখ্যা বৃদ্ধি কৰা হয়। ১৮৬৭ চনৰ সংস্কাৰ বিলেও প্ৰতিটো সমষ্টিত তিনিজনকৈ সভ্য দি, সমষ্টি পুণৰ গঠন কৰে। ১৮৮৫ চনৰ পুনৰ বণ্টন বিলখনে এজন সভ্যৰ সমষ্টি গঠনত গুৰুত্ব দিয়ে। আৰু ২৩ টা সমষ্টি বাদ দি সকলোবোৰ সমষ্টি এজন সভ্যৰ সমষ্টি কৰা হ'ল। পাছলৈ অৱশ্যে সকলো সমষ্টিতে এজন সভ্যৰ ব্যৱস্থা বাহাল হ'ল আৰু সেই ব্যৱস্থা এতিয়াও আছে।

১৬৮৩ চনৰ পৰা ১৯৪৮ চন পৰ্যন্ত বিশ্ববিদ্যালয়ৰ স্নাতকসকলক কোনো কোনো বিশ্ববিদ্যালয়ৰ হৈ, কমন্স সদনলৈ সদস্য বাচনিৰ ক্ষমতা দিয়া হৈছিল। সংসদৰ আইনবিলাকে বিশ্ববিদ্যালয়কো স্পৰ্শ কৰে কাৰণে, তেওঁলোকৰ স্বাৰ্থৰক্ষাৰ বাবে এনে প্ৰতিনিধিত্ব দিয়া হৈছিল বুলি জানিব পাৰি। অক্সফোৰ্ড আৰু কেমব্ৰিজ বিশ্ববিদ্যালয়ে ২ জনকৈ প্ৰতিনিধি কমন্সলৈ বাচিব পাৰিছিল। ১৮৩২ চনত ডাবলিন বিশ্ববিদ্যালয়েও দুজন প্ৰতিনিধি নিৰ্ব্বাচনৰ ক্ষমতা পায়। ১৮৬৭ চনৰ সংস্কাৰে লণ্ডন গ্লাচগো আৰু এডিনবৰা বিশ্ববিদ্যালয়কো একজনকৈ প্ৰতিনিধি বচাৰ ক্ষমতা দিছিল। ১৯১৮ চনতো বিশ্ববিদ্যালয়বিলাকে ১৫ খন আসন কমন্স সদনত লাভ কৰিব পাৰিছিল। অৱশেষ জনমানসত বিশেষ প্ৰতিনিধিত্ব আইনে আঘাট কৰাৰ কাৰণে ১৯৪৮ চনত এই ব্যৱস্থা সম্পূৰ্ণ বিলোপ কৰা হ'ল।

যিবিলাক দেশত বিশেষ সময়ৰ ব্যৱধানত আসনবিলাক পুনৰ্বিন্যাস কৰা হয় অৰ্থাৎ প্ৰতিটো সমষ্টিৰ জনতাৰ অনুপাতে সমান কৰি নতুন গঢ় দিয়া হয় তাত প্ৰতিনিধি সদায় সমান হৈয়ে থাকে। যদি নিৰ্ব্বাচন কৰা সমষ্টিবিলাকত জনতাৰ কম বেচি হয় তেতিয়া প্ৰতিনিধিত্ব কম বেচি হব পাৰে। এনে হ'লে গণতান্ত্ৰিক নীতি অমান্য কৰা হয়। ইংলণ্ডত প্ৰতি দহ বছৰত জনপিয়ল কৰা স্বত্বেও সুদীৰ্ঘ প্ৰায় ২০০ শ বছৰ ধৰি সমষ্টিবিলাকৰ নতুনকৈ সীমা বান্ধি দিয়া হোৱা নাছিল। ১৮০১ চনৰ পাছত মাত্ৰ ১৮৮৫ ১৯১৮ আৰু ১৯৪৮ চনতহে সীমা নিৰ্ণয় কৰা হয়। অৱশ্যে খুব ঘনাই ঘনাই সীমা নিৰ্ণয় কৰা মানে তাত স্বাৰ্থ থকাৰ সম্ভাৱনা থাকে। পশ্চিমীয়া গণতন্ত্ৰ বিলাকত ১৮১২ চনৰ পৰা দলৰ স্বাৰ্থত সীমা নিৰ্ণয় কাম ঘনাই ঘনাই হাতত লোৱা হয়। এনেধৰণৰ ব্যৱস্থাক Gerryman-dering বোলা হয়। ভাৰততো এনে ধৰণৰ স্বাৰ্থ জড়িত সীমা নিৰ্ণয় (Gerrymander-ing) চলি থকা দেখা যায়।

১৮৩২ চনৰ প্ৰখ্যাত সংস্কাৰ আইনৰ আগলৈকে 'কাউন্টি বিলাকত ভোটদানৰ ক্ষমতা সীমাবদ্ধ আছিল। ৮২০ চনৰ আইন অনুসৰি কেৱল পুৰুষেহে ভোট দিব পৰাৰ ক্ষমতা পাইছিল। অৱশ্যে, সকলো পুৰুষকো ভোট দিবলৈ দিয়া হোৱা নাছিল। যিবিলাক মানুহৰ মাটি সম্পত্তিৰ বছৰেকীয়া আয় ৪০ চি, বা তাৰ উৰ্দ্ধত তেওঁলোকক এই ক্ষমতা দিয়া হৈছিল। ১৯ শতিকাৰ প্ৰাৰম্ভত এই পৰিমাণৰ মাটিৰ মালিকৰ সংখ্যা ১ কোটিৰ ৪ ভাগহে আছিল। 'বো ৰ বিলাকত কাগজে পত্ৰই সকলো নাগৰিকে ভোটাধিকাৰ পাইছিল কিন্তু বাস্তৱত বহু সংখ্যক লোক

এই অধিকাৰৰ পৰা বঞ্চিত হৈ আছিল। এনে ব্যৱস্থাক কেতিয়াও গণতান্ত্রিক বুলি কব পৰা নাযায়। আনহাতে 'বো ৰবিলাকত সম্ভ্রান্ত আৰু ধনীসকলে নিজৰ আত্মীয় স্বজনৰ মাজতে সভ্য বখাৰ কৌশল অবলম্বন কৰিছিল। ভেওঁলোকে প্রায়ে ভোট বিক্রী কৰা বুলি শুনা গৈছিল। বহুতো সাধাৰণ বো বত ২০ ৩০ জন লোকেই দুজনকৈ সভ্য বাচি দিব পাৰিছিল। ১৯ শ শতিকাত সামাজিক আৰু ৰাজনৈতিক উভয় ক্ষেত্ৰতে অভিজাতসকলৰ প্রাধান্য স্বীকাৰ কৰি লোৱা দেখা যায়। প্রকৃত গণতন্ত্রৰ কাৰণে এনে ব্যৱস্থা কেতিয়াও অনুমোদন কৰিব নোৱাৰি। ১৭৮৩ চনত সৰু জন পিটে (Young pitt) কমন্সৰ মজলিয়াত স্পষ্টভাৱে কৈছিল— কমন্স সদন গণতান্ত্রিক ভাৱে গঠিত হোৱা নাই। এই সদন বুৰ আৰু সম্ভ্রান্ত পৰিয়াল থকা পৰিত্যক্ত নগৰ বা ভোগ সম্পদশালী শ্রেণী টাৰ প্রতিনিধি। ১৮৩০ চনত এনে অভিজাতপধান নির্ব্বাচন ব্যৱস্থাৰ বিৰুদ্ধে প্রতিবাদৰ জোৱাৰ উঠিল। ইতিমধ্যে টোৰি শাসন পতন হল। ১৮৩২ চনৰ প্রখ্যাত সংস্কাৰ আইন গ্রহণ কৰা হল। এই আইনে প্রকৃতপক্ষে আধুনিক যুগৰ গণতন্ত্র অঙ্কুৰিত কৰে। এই আইনে ভোটাধিকাৰ নীতিৰ সংস্কাৰ টায়। সকলো ঠাইতে এককধৰণৰ ভোট-দানৰ নীতি গ্রহণ কৰ হ'ল। অৱশ্যে আধা বাটি লোকেহে এই নতুন সুবিধা ভোগ কৰিবলৈ পালে। তথাপি ইতিপূৰ্বৰ পক্ষে ই এক অভূতপূর্ব্ব ব্যৱস্থা।

১৮৩২ চনৰ পাছতো গণতান্ত্রিক ব্যৱস্থাবিলাক পূর্ণপ্রয়োগৰ কাৰণে আন্দোলনৰ জোৱাৰ চলি থাকিল। চাৰ্টিষ্টসকলে ছয়দফীয়া তাঁচনি যুগুত কৰি আন্দোলনত নামি দিয়ে। এই ছয় দফা আছিল—(১) প্রাপ্তবয়স্ক ভোটাধিকাৰ (২) সমান সমান নির্ব্বাচন সমষ্টি বা ভূ খণ্ড (৩) গোপনীয় ভোটৰ ব্যৱস্থা (৪) বাৎসৰিক সংসদীয় নির্ব্বাচন (৫) কমন্স সদনৰ সভ্য সম্পত্তি জড়িত যোগ্যত প্রত্যাহাৰ (৬) কমন্স সদনৰ সভ্যসকলৰ কাৰণে বেতনৰ ব্যৱস্থা। এই আন্দোলন সহজে দমন কৰা হল যদিও, ইয়াৰ সুদৰ প্রসাৰী প্রভাৱ বৈ গ'ল ১৮৫৮ চনত সম্পত্তিৰ যোগ্যতা উঠাই দিয়া হয় আৰু ১৮৬৭ চনৰ সংস্কাৰ আইনৰ দ্বাৰা নগৰ অঞ্চলত বনুৱাসকলক ভোটাধিকাৰ প্রদান কৰা হয়। এই ব্যৱস্থাৰ পাছতো কৃষক আৰু খনিৰ বনুৱাসকল ভোটাধিকাৰৰ পৰা বঞ্চিত হৈয়ে থাকিল। ১৮৮৪ চনত মহামতি গ্লেডষ্টোনে ১৮৬৭ চনৰ আইনে বঞ্চিত কৰা সকলক ভোটাধিকাৰ প্রদান কৰে।

এই ব্যৱস্থাবিলাকৰ পাছত ১৯১৮ চন পৰ্য্যন্ত এই ক্ষেত্ৰত কোনো নতুন সংস্কাৰ হাতত লোৱা দেখা নাযায়। এনে অৱস্থাত বৃটিছ সংসদে পূৰ্ণ গণতান্ত্ৰিক চৰিত্ৰ লাভ কৰিব নোৱাৰে। বহুতো মানুহৰ সম্পত্তি বা চাকৰি এটাও নথকাৰ কাৰণে তেওঁলোকে ভোটাধিকাৰ হেৰুৱাইছিল। আনহাতে একাধিক ভোটদানৰ সুযোগ চলি আছিল (The plural voting system)। ইংলণ্ডত এই কালছোৱাত প্ৰায় আধা কোটিলোকে একাধিক ভোট দিয়া সুযোগ পাইছিল। সাধাৰণ নিৰ্ব্বাচন বিলাক ২ সপ্তাহ ধৰি চলাত এই শ্ৰেণীৰ ভোটদাতাসকলে নিজৰ নিজৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ যথেষ্ট সুযোগ লাভ কৰিছিল। কাউন্টিবিলাকত একাধিক ভোটৰ প্ৰাধান্য নাড়ি অহা দেখা যায়।

তিৰোতা মানুহৰ ভোটাধিকাৰ প্ৰশ্নইও ইংলণ্ডত গণতন্ত্ৰৰ দাবি সজীৱ কৰি তোলা দেখা যায়। ১৮৪৭ চনৰ পৰা নাৰী ভোটাধিকাৰ দাবি চলি আছিছে। ১৮৬৭ চনত জন ষ্টুৱাৰ্ড মিলে নাৰী ভোটাধিকাৰ প্ৰশ্নটো সজোৰে উত্থাপন কৰিছিল। ১৮৬৯ চনত নাৰীসকলক মাত্ৰ পৌৰসভাত ভোট দিবলৈ সুবিধা দিয়া হ'ল। কিন্তু নাৰী আন্দোলন সেমেকি নগ'ল। ১৯০৩ চনত মহিলাৰ ৰাজনৈতিক আৰু সামাজিক অনুষ্ঠানে এই প্ৰশ্ন হাতত ললে। ১৯০৯ চনত এই সংস্থাই প্ৰাপ্তবয়স্ক ভোটাধিকাৰ বিচাৰে। প্ৰথম মহাযুদ্ধত ইংলণ্ডৰ নাৰীয়ে যি সহযোগ আগবঢ়ালে তাৰ পৰিপ্ৰেক্ষিতত নাৰীক ভোটাধিকাৰ দিয়াটো ঠিক হ'ল। অৱশ্যে এই সৌজন্য-কনো নিখুঁট নাছিল কিয়নো ৩০ বছৰৰ ওপৰৰ নাৰীসকলকহে ভোটাধিকাৰ দিয়া আইন গ্ৰহণ কৰা হ'ল। আনহাতে পুৰুষৰ ক্ষেত্ৰত ২১ বছৰ প্ৰাপ্ত হোৱা সকলো লোকেই ভোধাধিকাৰ পাব পাৰে। আন্দোলন চলি থাকিল। অৱশেষত ১৯২৮ চনতহে পুৰুষ আৰু নাৰী সকলো লোকৰ বাবেই (২১ বছৰত ভৰি দিয়া) ভোটাধিকাৰ মুকলি কৰি দিয়া হ'ল। এইছোৱাকালত আনহাতে বিশ্ববিদ্যালয় বিলাকৰ প্ৰতিনিধি নিৰ্ব্বাচন কৰাৰ ক্ষমতা লোপ পোৱা নাছিল। ৰক্ষণশীল দলে এই ব্যৱস্থা প্ৰশাসনৰ কাৰণে অপৰিহাৰ্য্য বুলি অনুভৱ কৰিছিল। সেয়েহে ১৯৪৬ চনত লেবাৰ দলে ক্ষমতালৈ আহি এই বিশেষ সুযোগ উঠাই দিবলৈ বাধ্য হ'ল। ১৯৪৮ চনত একাধিক ভোটাধিকাৰো উদীয়মান চেতনা আৰু প্ৰবুদ্ধ দৰ্শনৰ হেঁচাত উঠাই দিব লগা হ'ল।

১৮৩২ চনত আৰম্ভ হোৱা সংস্কাৰবাদী গণতান্ত্ৰিক মনোভাবৰ বীজ অঙ্কুৰিত হৈ ফলে ফুলে জাতিষ্কাৰ হবলৈ লাগিল সম্পূৰ্ণ ১১০ বছৰ কাল। ইংলণ্ডৰ গণতান্ত্ৰিক অনুষ্ঠানে বিশ্বৰ মনোযোগ আকৰ্ষণ কৰিলে।

১৭ শতিকাত জন্মলাভ কৰা ৰাজনৈতিক দল আৰু বিৰোধীদলৰ সংগঠনত ইতিমধ্যে প্ৰভূত উন্নতি সাধন হ'ল। বিৰোধী দ'লেও ক্ষমতাত অধিষ্ঠিত দলৰ দাৰ স্বীকৃতি লাভ কৰে। এই দুয়়ো দলক বৃটিচ চৰকাৰৰ দুখন ডেউকাৰ লগত তুলনা কৰিব পাৰি। ইংলণ্ডত প্ৰধান মন্ত্ৰীৰ দৰেই বিৰোধী দলৰ নেতাজনেও সন্মান আৰু প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হ'ল।

বহুবছৰ ধৰি সংসদত সভ্যসকলৰ বেতনৰ প্ৰশ্নটো উত্থাপিত হৈ আছিছিল। মধ্যযুগত যেতিয়া চিলিংৰ মূল্য পাউণ্ডতকৈ বেচি বুলি ধৰা হৈছিল সেইকালত সংসদী সদস্য নাইট সকলক নিতৌ ৪ চিলিং আৰু বাৰ্জিচসকলক ২ চিলিংকৈ দিয়া হৈছিল। এই সময়ত সংসদী সদস্য আৰু তেওঁৰ সমষ্টিৰ মাজত সম্বন্ধ প্ৰতিনিধিত্বকৈ সামান্যহে উন্নত আছিল। সমষ্টিৰ পৰা প্ৰতিনিধিসকলক সামান্য বেতন আৰু নিৰ্দ্দেশ দিয়া হৈছিল।

১৯১১ চনৰ আগলৈকে লেবাৰ পাৰ্টি বা শ্ৰমিক দলৰ সদস্যক ট্ৰেড ইউনিয়ন বিলাকৰ পৰা কিছু বেতন দিয়াৰ ব্যৱস্থা কৰা হৈছিল। কোনো কোনো বৃহৎ শিল্প প্ৰতিষ্ঠানে তেওঁলোকৰ নিজা স্বাৰ্থ প্ৰতিফলিত কৰিবৰ কাৰণেও সদস্যসকলক অৰিহণা দিব লগা হৈছিল। ১৯১১ চনত কমন্সসদনৰ সদস্যসকলৰ ৪০০ পাউণ্ডকৈ এবছৰত দিয়াৰ সিদ্ধান্ত লোৱা হয়। সদস্যসকল যাতে নিয়মীয়াকৈ সদনত উপস্থিত থাকে তাৰ কাৰণে এই ব্যৱস্থা গ্ৰহণ কৰা হয়। ১৯৩৭ চনত এই বেতন ৪০০ পাউণ্ডৰ পৰা ৬০০ পাউণ্ড কৰা হয়। সদস্যসকলক ভ্ৰমণ বানচ আৰুকৰৰ পৰা কিছু ৰেহাই দিয়া আদি ব্যৱস্থাও গ্ৰহণ কৰা হয়। এজন সংসদী সদস্যৰ প্ৰকৃত বেতন কিমান হোৱা উচিত সেই সম্বন্ধে মতানৈক্য আছে। সংবিধানৰ উদ্যম ( Spirit ) ৰক্ষা কৰি তেওঁলোকৰ বেতন নিৰ্ণয় কৰা উচিত। কমন্স সদনে সৰ মোটা দৰ্মহা দিয়াৰো পক্ষপাতি নহয় কাৰণ মোটা দৰ্মহাই ৰাজনীতিবিদক ৰাজনীতিৰ পৰা আঁতৰাই নিয়াৰো সম্ভাৱনা থাকে। ১৯৪৬ চনত চিলেক্ট কমিটি য়ে বিষয়টো পৰীক্ষা কৰি কৈছিল—এজন সভ্যই তেওঁৰ সমষ্টিৰ লগত জড়িত হ'বলৈ কিছু খৰচ কৰিব লগা হয় আনহাতে তেওঁ কষ্ট নোপোৱাকৈ বসবাস কৰিবও লাগিব। অৱশ্যে, বিলাসী জীৱনৰ কথা কোৱা হোৱা নাই। মুঠতে সদস্য জনে আৰ্থিক অভাৱৰ পৰা মুক্ত হৈ, ৰাজহুৱা কামত আত্মনিয়োগ কৰিব পৰাকৈ দৰ্মহা এটা লাভ কৰা উচিত।

## কমন্স সদনৰ অধ্যক্ষ ( Speaker )

কমন্স সদনৰ অধ্যক্ষ গৰাকীক ইংৰাজীত 'স্পীকাৰ বুলি কোৱা হয়। স্পীকাৰ

শব্দই কথা কোৱা মানুহক বুজায়। বাস্তৱিকতে, অধ্যক্ষগৰাকীয়ে সদনত কোনো বক্তৃতা দিব নালাগে মাত্ৰ সদনৰ কাৰ্য্য পৰিচালনা কৰে। তেনেস্থলত তেওঁক 'স্পীকাৰ' বোলাৰ কি কাৰণ থাকিব পাৰে? ইংলণ্ডৰ ইতিহাসৰ পৰা এই পদটো কেতিয়া সৃষ্টি হ'ল সঠিককৈ ক'বলৈ টান। সম্ভৱত কমন্স সদনে যেতিয়া ৰজাৰ কামত অনুমোদন দিয়াতে আবদ্ধ থাকি ৰাইজৰ মতামত প্ৰকাশৰ মাধ্যমৰূপে আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হ'ল তেতিয়াই এই পদটোৱে গুৰুত্ব আহৰণ কৰে। ১৩৪৩ চনত চাৰ উলিয়াম টাচেলে এই পদ অলংকৃত কৰি ইয়াৰ মৰ্যাদা প্ৰতিষ্ঠা কৰে। অৱশ্যে চৰকাৰীভাৱে ১৩৭৭ চনত চাৰ টমাচ হাংগাৰ ফৰ্ডকে প্ৰথম অধ্যক্ষ (Speaker) বুলি স্বীকৃতি দিয়া হয়।

হাংগাৰ ফৰ্ডক এই কাৰণেই স্পীকাৰ বোলা হৈছিল, যিহেতু তেওঁ সদনৰ হৈ সকলো কৰণীয়া কথা, বা সভাৰ বিৱৰণী ৰজাৰ আগত তুলি ধৰিব লাগে। 'শব্দকোষৰ পৰা দেখা যায় এজন অধ্যক্ষ (স্পীকাৰ) হ'ল — প্ৰথমতে সদনলৈ ৰাইজৰ নিৰ্ব্বাচিত সদস্য। দ্বিতীয়তে তেওঁক সদনে অধ্যক্ষ স্বৰূপে বাচি দিব লাগে। তৃতীয়তে তেওঁ সদনৰ হৈ ৰজাৰ আগত (ভাৰতৰ দৰে ঠাইত ৰাষ্ট্ৰপতিৰ আগত) সদনৰ সকলো কাৰ্য্যবিৱৰণী তুলি ধৰিব লাগে। চতুৰ্থতে সদনৰ নিয়ম কানুন পৰিচালনা, সকলো এওঁৰ দ্বাৰাই সম্পাদিত হয়। অৰ্থাৎ সদনৰ সকলো সভাতে অধ্যক্ষই সভাপতিত্ব কৰিব লাগে।

ইংলণ্ডৰ সদনত অধ্যক্ষজন সবাতকৈ শ্ৰেষ্ঠ আৰু সন্মানিত ব্যক্তি। সদন তেওঁৰ অবিচ্ছেদ্য অংগ আৰু অংশ। ইংলণ্ডত অধ্যক্ষৰ পদমৰ্য্যাদা আৰু স্থান আন আন গণতান্ত্ৰিক দেশৰ তুলনাত বহুতো বেলেগ। ইংলণ্ডত অধ্যক্ষ নাথাকিলে সদন অন্ধকাৰত ডুব গৈ থকাৰ দৰে। ১৮৫৫ চনৰ আগলৈকে ইংলণ্ডত সদনে বিনা অধ্যক্ষতাত কাম কৰাৰ কথা ভাবিবই নোৱাৰিছিল। অধ্যক্ষই আসন গ্ৰহণ কৰিলেহে সদন আনন্দত উৎফুল্লিত হৈ পৰে। মন কৰিবলগীয়া বিষয় যে ১৫৪৭ চনৰ পৰা ১৮৫৩ চন পৰ্য্যন্ত ৩০০ শ বছৰৰ অধিক কাল ইংলণ্ডৰ কমন্স সদনত অধ্যক্ষ মাত্ৰ ২৯ বাৰহে অনুপস্থিত থকা ইতিহাস পাঠকৰ চকুত পৰে। ১৬০৬ চনত অধ্যক্ষ ফিলিপছ চাহাবৰ ডিঙিত খুব বেদনা হোৱাৰ কাৰণে তেওঁ একেধাৰে সাতদিন সদনত উপস্থিত থাকিব নোৱাৰিলে। এনে অৱস্থাত সদনৰ কাম স্থগিত ৰাখি নকৈ অস্থায়ীভাৱে এজন লোকক অধ্যক্ষ নিয়োগ কৰা হয়। এই অস্থায়ী অধ্যক্ষ গৰাকীয়ে ফিলিপছ চাহাব আৰোগ্য হোৱাৰ লগে লগেই অধ্যক্ষৰ আসন

খালি কৰি দিয়ে। 'স্পীকাৰ' সকলে মধ্যাহ্ন ভোজন কৰিবলৈ যাব লগা হলেও সদনৰ কাম-কাজ বন্ধ থাকে। অৱশ্য ১৮৫৫ চনৰ পাছত এ'ন পৰিস্থিতিৰ সাল-সলনি ঘটিছে। এনেকুৱা অৱস্থাত 'উপায় উদ্ভাৱন সভাৰ সভাপতিক (The Chairman of the ways and means) সেই দায়িত্ব অৰ্পণ কৰা হয়।

এই সন্দৰ্ভত ঐতিহাসিক যুগত অধ্যক্ষৰ (স্পীকাৰ) যোগ্যতা কেনেকুৱা হোৱা উচিত বুলি ভবা হৈছিল তাৰে দুই চাৰিটা কথা প্ৰয়োজন বুলি আলোচনা কৰা হ'ল। মন কৰিবলগা যে আজিকালিও অধ্যক্ষৰ ক্ষেত্ৰত এনেধৰণৰ যোগ্যতাক গুৰুত্ব দিবলৈ ইংলণ্ডৰ বাইজে এৰা নাই। স্পীকাৰ এলভাৰটনে ১৫৯৭ চনতে কৈছিল এজন লোক সদনৰ অধ্যক্ষ হ'ব'ল হলে তেওঁ বাকপটু, গম্ভীৰ উন্নত স্বৰ বিশিষ্ট সৰ্ব্বজনসমাদৃত ওখ ডাঙৰ আকৰ্ষণপৰায়ণ আৰু সভা গুৰনী ব্যক্তি হোৱা উচিত। কোনো কোনো ক্ষেত্ৰত তেওঁ ধনাঢ্যধক্ষতা বা আত্মঅভিমানী হোৱাও আৱশ্যক। এল'ভাৰটনে দিয়া গুণবিলাকৰ সকলোবোৰ আজিকালি প্ৰয়োজন নহ'ব। বিজ্ঞানৰ ক্ৰমোন্নতিৰ ফলস্বৰূপে আজিকালি নিম্নস্বৰবিশিষ্ট লোকেও সদনত কাম চলাব পাৰে। নিজৰ ধন নহ'লেও দলীয় ধনেৰেও আজিকালি নিৰ্ব্বাচনত নামিব পাৰে। তথাপি তেওঁ উল্লেখ কৰা যোগ্যতাবোৰ উলাই কৰিব নোৱাৰি। মূলকথা, অধ্যক্ষজন যোগ্য, কৌশলী ধৈৰ্য্যশীল সমভাৱসম্পন্ন লোক হোৱা উচিত। অত্যন্ত বদ্ধিমান বা মেধালোক নহলেও এজনে অধ্যক্ষৰ কাম সুকলমে চলাই যাব পাৰে। নিৰপেক্ষ বিচাৰ বুদ্ধিসম্পন্ন আৰু সুদুৰ্ল'ভ সাধাৰণজ্ঞান বাস্তৱ আচৰণ এজন অধ্যক্ষৰ কাৰণে অপৰিহাৰ্য্য যোগ্যতা বুলি ধৰ লাগিব। নিজৰ কাম ন্যায় সাধুতা আৰু দৃঢ়তাৰে সম্পন্ন কৰিব পাৰিলে অধ্যক্ষজন কৃতকাৰ্য্য হ'ব পাৰে। তেওঁ ৰসিক হলে সদনৰ কামকাজত সৰসতা আহি পৰে।

উক্ত যোগ্যতাবোৰ চিৰদিনৰ কাৰণেই অধ্যক্ষৰ বাবে অতি লাগতিয়াল। তথাপি আন কিছুমান কথাৰ ওপৰতো গুৰুত্ব দিয়া দেখা যায়। অধ্যক্ষ হোৱা ব্যক্তিজন অতি বেছি দলগত প্ৰাণ হোৱা উচিত নহয়। এবাৰ অধ্যক্ষ নিৰ্ব্বাচিত হোৱাৰ পাচত তেওঁ দলীয় চিন্তা আৰু স্বাথৰ উৰ্দ্ধত থকা প্ৰয়োজন। ১৮৭১ চনতে প্ৰধান মন্ত্ৰী গ্লেডষ্টোনে কৈছিল অধ্যক্ষজনক ক্ষমতাত থকা দলৰ পৰা (Ruling party) নিৰ্ব্বাচন কৰিব নালাগে। অৱশ্যে মহামতি গ্লেডষ্টোনে নিজেও এই নীতি আখৰে আখৰে পালন কৰিব পৰা নাছিল। ৮৯৫ চনত বিখ্যাতলোক হেনৰী কেম্পবেল বেনাৰ-মানক অধ্যক্ষ পাতিব খোজোতে লিবাৰেল দলে এই কথা লক্ষ্য কৰা দেখা যায়।

ভাৱৰ তিক্ততা বৃদ্ধি কৰিব পৰা কোনো কাৰ্য্যকলাপ বা আলাপ আলোচনা আদিত অধ্যক্ষই অংশ গ্ৰহণ নকৰি নিৰপেক্ষ দৃষ্টিভঙ্গী লোৱা উচিত, সদনত থকা দল বিলাকৰ বিশেষকৈ ক্ষমতাত থকা আৰু বিৰোধী উভয় দলৰ প্ৰতি অধ্যক্ষৰ ঘৃণা বা অৱহেলাৰ ভাব থাকিব নালাগে। আটাইতকৈ প্ৰয়োজনীয় আৰু অপৰিহাৰ্য্য বিষয় হ'ল, অধ্যক্ষজন সংসদী ব্যৱস্থাৰ সকলো নীতি নিয়মৰ আৰু আচৰণ বিধিৰ অন্তৰ্ভুক্ত উৰ্বাল হ'ব লাগিব। ইংৰাজ সংবিধান অলিখিত। এনে অলিখিত সংবিধানৰ নীতি নিয়ম পৰম্পৰা প্ৰথা আদি সকলোৰে উপযুক্ত ব্যাখ্যা অধ্যক্ষজনাই দিব পাৰিব লাগিব। বহুদিন সদস্যৰ সেৱাত আত্মোৎসৰ্গ কৰা কাৰণে হুইটলিৰ প্ৰাৰ্থীত্ব সকলোৱে মানি লৈছিল। তেওঁ আছিল সংসদী ব্যৱস্থাৰ প্ৰতি অনুৰক্ত আৰু সেই বিষয়ত তেওঁৰ প্ৰজ্ঞা আৰু অভিজ্ঞতা সংসদৰ সকলো সভ্যতকৈ নিশ্চয় বেছি। সংসদী প্ৰথা বুজি পাবলৈ বা জানিবলৈ আগ্ৰহ থকা সকলেই সাধাৰণতে নিজকে অধ্যক্ষ পদৰ প্ৰাৰ্থীৰূপে সহজে সকলোৰে মনোযোগ আকৰ্ষণ কৰিব পাৰে। সকলো কথা পুঙ্খানুপুঙ্খভাৱে বিশ্লেষণ কৰি চালে দেখা যায় অধ্যক্ষৰ কাৰণে, আমেৰিকাত নহ'লেও ইংলণ্ডত আজি কালিও সৎ আৰু ওখ মনৰ মানুহকেই সাধাৰণতে নিৰ্ব্বাচন কৰা হয়। ইংলণ্ডৰ জনমানসত অধ্যক্ষ পদৰ মৰ্য্যাদা আৰু গুৰুত্ব আজিৰ যুগতো বৰ ওখখাপৰ। এনে কাৰণতেই অধ্যক্ষই প্ৰাৰ্থী হ'লে তেওঁৰ বিৰুদ্ধে সমৰ্থিত প্ৰায়ে প্ৰতিদ্বন্দিতা কৰিবলৈ অন্য দলীয় প্ৰাৰ্থী আগবাঢ়ি নাহে। বহুক্ষেত্ৰত অধ্যক্ষজন ইংলণ্ডত বিনা প্ৰতিদ্বন্দিতাৰে নিৰ্ব্বাচন হোৱাও দেখা যায়।

# তৃতীয় অধ্যায়

## আধুনিক যুগত পৰোক্ষ গণতন্ত্ৰৰ প্ৰকাৰ

পুৰণি যুগৰ প্ৰত্যক্ষ গণতন্ত্ৰ সম্বন্ধে আমি প্ৰথম অধ্যায়ত আলোচনা কৰি আহিছো। প্ৰত্যক্ষ গণতন্ত্ৰ বৰ্ত্তমান যুগত বৃহৎ দেশবিলাকত প্ৰযোজ্য নহয় কাৰণেই পৰোক্ষ গণতন্ত্ৰৰ জন্ম। পৰোক্ষ গণতন্ত্ৰ বৃহৎ ৰাষ্ট্ৰবিলাকৰ কাৰণে উপযুক্ত হলেও ই দোষমুক্ত নহয়। প্ৰথম অধ্যায়ত, ইয়াৰ দুৰ্ব্বলতা আৰু গুণবিলাকৰ আভাস দিয়া হৈছে। কামৰ সুবিধা অনুসৰি এনে গণতন্ত্ৰক চাৰিভাগত ভগোৱা যায়। প্ৰথমতে, ইয়াক প্ৰশাসনীয় দৃষ্টিকোণৰ পৰা দুটা ভাগত ভাগ কৰা হয়। (১) এককেন্দ্ৰিক (Unitary) চৰকাৰ (২) যুক্তৰাজ্যিক (Federal) দ্বিতীয়তে, যুক্তৰাজ্যিক আৰু এককেন্দ্ৰিক দুয়োপ্ৰকাৰ চৰকাৰকে প্ৰতিনিধিৰ দিশৰ পৰা দুটা ভাগ কৰিব পাৰি। (১) ৰাষ্ট্ৰপতি প্ৰধান (২) সংসদী প্ৰধান। বিভিন্ন ৰাষ্ট্ৰত স্বকীয় সা সুবিধাৰ্থে লক্ষ্য ৰাখি এককেন্দ্ৰিক আৰু যুক্তৰাজ্যিক চৰকাৰৰ কিছু পৰিবৰ্ত্তন হোৱা দেখা যায়।

## এককেন্দ্ৰিক চৰকাৰ

এককেন্দ্ৰিক চৰকাৰৰ ব্যৱস্থাবিলাক যিবিলাক ৰাষ্ট্ৰত প্ৰবৰ্ত্তন কৰা হয় সেইবিলাক ৰাষ্ট্ৰত সকলো প্ৰকাৰৰ ক্ষমতা এটা কেন্দ্ৰীয় চৰকাৰৰ হাতত ৰখা হয়। সকলো ক্ষেত্ৰতে এই কেন্দ্ৰীয় চৰকাৰ শ্ৰেষ্ঠ আৰু সৰ্ব্বেসৰ্ব্বা। এনে শাসন ব্যৱস্থাত আঞ্চলিক চৰকাৰ থাকিব পাৰে কিন্তু এই চৰকাৰবিলাকৰ নিজা ক্ষমতা নাথাকে। সেইবিলাকে কেন্দ্ৰীয় চৰকাৰৰ পৰা ক্ষমতা আহৰণ কৰে। এই আঞ্চলিক চৰকাৰবিলাকে ক্ষমতাৰ কাৰণে সংবিধান আলোচনা কৰাৰ প্ৰয়োজন নাই। সংবিধানে আঞ্চলিক চৰকাৰবিলাকক পোনপটীয়াকৈ ক্ষমতা নিদিয়ে। আঞ্চলিক চৰকাৰবিলাক সম্পূৰ্ণ কেন্দ্ৰীয় চৰকাৰৰ আজ্ঞাধীন। ইবিলাকৰ স্বকীয়া সাংবিধানিক মৰ্য্যাদাও থাকিব নোৱাৰে। আনহাতে, যুক্তৰাজ্যবিলাকত কেন্দ্ৰীয়, আঞ্চলিক দুয়োবিধ চৰকাৰেই একেখন সংবিধানৰ পৰাহে ক্ষমতা আহৰণ কৰে। এককেন্দ্ৰীক শাসনব্যৱস্থাত ক্ষমতা বিভাজন নাথাকে। কেন্দ্ৰীয় চৰকাৰৰ ইচ্ছা আৰু অনুগ্ৰহৰ ওপৰত আঞ্চলিক চৰকাৰ সমূহ বৰ্ত্তি থাকে। যুক্তৰাজ্যিক চৰকাৰ ব্যৱস্থাত

কেন্দ্ৰীয় আৰু আঞ্চলিক উভয় চৰকাৰৰ মাজত ক্ষমতা বিতৰণ কৰা থাকে। এককেন্দ্ৰিক চৰকাৰৰ প্ৰথম বৈশিষ্ট্য হ'ল, ইয়াৰ কেন্দ্ৰীয় চৰকাৰ সদায় ক্ষমতাশালী, আঞ্চলিক চৰকাৰবিলাক এনে ব্যৱস্থাত কেৱল প্ৰশাসনীয় সুবিধাৰ কাৰণে সৃষ্টি কৰা হয়। কিন্তু যুক্তৰাজ্যিক চৰকাৰ ব্যৱস্থাত এনে আঞ্চলিক চৰকাৰৰ, সংবিধান প্ৰদত্ত ক্ষমতা থাকে প্ৰায়বিলাক যুক্তৰাজ্যতে কেন্দ্ৰীয় আৰু আঞ্চলিক উভয় চৰকাৰেই সমপৰ্য্যায়ৰ ক্ষমতা লাভ কৰা দেখা যায়। এককেন্দ্ৰিক ব্যৱস্থাত আঞ্চলিক চৰকাৰে কেৱল কেন্দ্ৰীয় চৰকাৰৰ এজেণ্ট বা অভিকৰ্ত্তাৰ দৰেহে কাম কৰে, নিজা কোনো কৰ্তৃত্ব নাথাকে। এই চৰকাৰসমূহে লাভ কৰা ক্ষমতাবাজি প্ৰয়োজন হ'লে কেন্দ্ৰীয় চৰকাৰে উঠাই নিব পাৰে। এককেন্দ্ৰিক চৰকাৰত একোখন লিখিত সংবিধান থকাতো বাধ্যতামূলক নহয়। ইউনাইটেড কিংডমত, এককেন্দ্ৰিক চৰকাৰ আছে কিন্তু সংবিধান লিখিত নহয়। সংবিধানখনো দৃঢ় (Rigid) বা নমনীয় (Flexible) অৰ্থাৎ সহজে সংশোধন কৰিব পৰা বিধৰো হব পাৰে। যুক্তৰাজ্যিক চৰকাৰত সংবিধান নমনীয় হোৱা সম্ভৱ নহয় আৰু সদায় সংবিধানৰ ব্যৱস্থা বিলাক লিখি উলিওৱা হয়। যুক্তৰাজ্যৰ দৰে এককেন্দ্ৰিক চৰকাৰবিলাকত ন্যায়ালয়ক সংবিধান সন্মত নোহোৱাৰ অজুহাতত আইন নাকচ কৰাৰ ক্ষমতা প্ৰায়ে দিয়া নহয়। আনহাতে যুক্তৰাজ্যবিলাকত কেন্দ্ৰ আৰু ৰাজ্যসমূহে প্ৰণয়ন কৰা আইন সৰ্ব্বোচ্চ ন্যায়ালয়ে সংবিধান সন্মত নোহোৱা বুলি নাকচ কৰিব পাৰে।

এককেন্দ্ৰিক চৰকাৰে প্ৰণয়ন কৰা আইনবোৰ একেধৰণৰ। চৰকাৰী নীতিৰ ক্ষেত্ৰতো গোটেই ৰাষ্ট্ৰতে সমতা ৰাখি চলা হয়। ইয়াত যিহেতু চৰকাৰ মূলতে এটা, ই সকলো দিশতে শক্তিশালী। এনেদৰে শক্তিশালী হোৱাৰ কাৰণে জাতীয় ঐক্য বিনষ্ট হব নোৱাৰে। আনহাতে গোটেই দেশতে একেধৰণৰ আইন প্ৰয়োগ হোৱাত আৰ্থিক দিশত মিতব্যয়ী হোৱা সম্ভৱ।

উপৰোক্ত কাৰণত এককেন্দ্ৰিক চৰকাৰ শক্তিশালী হ'লেও আন কিছুমান ক্ষেত্ৰত এনে চৰকাৰৰ দুৰ্ব্বলতাও পৰিলক্ষিত হয়। আজিকালি, ৰাষ্ট্ৰবিলাকৰ বিশালতালৈ লক্ষ্য কৰিলে দেখা যায়, একেখন দেশতে বিভিন্ন জাতি গোষ্ঠী আৰু ভাষাভাষীৰ লোক থাকে। এই সকলো বিলাকৰে আশা আকাঙ্খা আৰু চৰিত্ৰও সুকীয়া সুকীয়া। একেটা কেন্দ্ৰীয় চৰকাৰে এই বিভিন্ন লোকৰ বিভিন্ন প্ৰয়োজন পূৰণ কৰিব নোৱাৰে। কামৰ বোজাও বেচি হয়। আনহাতে, এনে চৰকাৰৰ স্থানীয়

সমস্যা জানিবৰ উপায় কম। এনে চৰকাৰে নাগৰিকসকলক ৰাজনৈতিক প্ৰশিক্ষণ দিয়াতো বিশেষ সহায় নকৰে। নাগৰিকসকলৰ ৰাজনৈতিক উদ্যম কমি যায়। অকল কেন্দ্ৰীয় বিধান সভাৰ নিৰ্ব্বাচনে বাইজৰ ৰাজনৈতিক চেতনা জাগ্ৰত কৰাত সফল হোৱা টান। যিহেতু দেশৰ সকলো ক্ষমতা এটা মাত্ৰ চৰকাৰে প্ৰয়োগ কৰিব পাৰে, ইয়াত একনায়কত্ববাদে মূৰ তুলি উঠাৰ অৱকাশ দেখা যায়। ৰাজনীতিবিদসকলৰ মতে, বিভিন্ন ভাষা-ভাষী আৰু গোষ্ঠীৰ লোক থকা বিশাল দেশৰ কাৰণে এককেন্দ্ৰিক চৰকাৰ উপযুক্ত নহয়। যিবিলাক দেশ আবাৰত সৰু আৰু নাগৰিকসকলো একেজাতীয়, (Homogenous) তেনে দেশৰ কাৰণেহে এনে চৰকাৰ উপযোগী হব পাৰে।

## যুক্তৰাজ্যিক চৰকাৰ

কিছুমান সৰু সৰু ৰাজ্যৰ মাজত বুজাবুজিৰ ফল স্বৰূপ যুক্তৰাজ্য এখনৰ জন্ম হব পাৰে। যুক্তৰাজ্যিক শাসন ব্যৱস্থাৰ প্ৰধান বৈশিষ্ট্য হল জাতীয় ঐক্য অটুত ৰাখিবলৈ যাওঁতে সংযুক্ত ৰাজ্যবিলাকৰ স্বতন্ত্ৰতা সন্মান কৰি চলা। সংযুক্ত ৰাজ্য বিলাকে এটা উমৈহতীয়া কেন্দ্ৰীয় চৰকাৰৰ তলত সংগঠিত হৈ কিছুমান জাতীয় স্বাৰ্থ জড়িত বিষয়ৰ পৰিচালনা এনে চৰকাৰৰ হাতত অৰ্পণ কৰে। এই উমৈহতীয়া বা জাতীয় স্বাৰ্থ জড়িত বিষয়বিলাকৰ বাহিৰে অন্যান্য সকলো ক্ষেত্ৰতে সংযুক্ত ৰাজ্যবিলাকে স্বাধীনতা-উপভোগ কৰে। কেতিয়াবা কোনো ঠাইত পূৰ্ব্বৰে পৰা এককেন্দ্ৰিকভাৱে চলি থকা চৰকাৰেও যুক্তৰাজ্যিক ব্যৱস্থালৈ পৰিবৰ্ত্তন হব পাৰে। এনে অৱস্থাত দেশত কিছুমান প্ৰদেশ বা ৰাজ্যৰ সৃষ্টি কৰি ৰাজ্যবিলাকক স্বায়ত্ত শাসনৰ ক্ষমতা দিয়া হয়। প্ৰথম ব্যৱস্থাটোক কেন্দ্ৰীকৰণ আৰু দ্বিতীয়টোক বিকেন্দ্ৰীকৰণ বুলি কোৱা হয়। আমেৰিকা যুক্তৰাষ্ট্ৰত বহুতো সৰু সৰু ৰাজ্যই নিজৰ স্বতন্ত্ৰতা অক্ষুণ্ণ ৰাখি এটা কেন্দ্ৰীয় চৰকাৰৰ অধীনত সংগঠিত হয়। ইয়াত উমৈহতীয়া বিষয়বিলাক কেন্দ্ৰীয় চৰকাৰে পৰিচালনা কৰে। সাধাৰণতে নতুনকৈ গঠন কৰা কেন্দ্ৰীয় চৰকাৰৰ হাতত সংবিধানে চৰম ক্ষমতা প্ৰদান নকৰে। আমেৰিকাত কেন্দ্ৰীয় আৰু ৰাজ্যচৰকাৰৰ মাজত ক্ষমতা বিতৰণ হোৱাৰ পাছত বাকী থকা ক্ষমতাবিলাক ৰাজ্যচৰকাৰেহে ভোগ কৰে। সংবিধানে, কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতাসমূহ স্পষ্টভাৱে প্ৰকাশ কৰি দেখুৱাই।

কানাডা ৰাষ্ট্ৰৰ সংবিধানে আন একপ্ৰকাৰ যুক্তৰাজ্যলৈ আঙুলিয়াই দেখুৱায়। এনে

ৰাষ্ট্ৰ ওপৰত উল্লেখ কৰা বিকেন্দ্ৰীকৰণ ব্যৱস্থাৰে গঠিত হয়। পূৰ্ব্বতে এককেন্দ্ৰিক ক্ষমতা ভোগ কৰা চৰকাৰ ভংগ কৰি দি কিছুমান স্বতন্ত্ৰ ৰাজ্য বা প্ৰদেশ সৃষ্টি কৰা হয় কানাডাত এনেদৰে যুক্তৰাজ্য সৃষ্টি কৰি ৰাজ্যসমূহক সংবিধানৰ দ্বাৰা কিছুমান নিৰ্দ্দিষ্ট ক্ষেত্ৰতহে স্বাধীনতা প্ৰদান কৰা হয়। কেন্দ্ৰীয় চৰকাৰৰ হাতত সৰহ ক্ষমতা দি কেন্দ্ৰীয় চৰকাৰক শক্তিশালী অদমনীয় চৰকাৰ কৰি গঢ়ি তোলা হৈছে। আমেৰিকাত অতিৰিক্ত ক্ষমতা ভোগ কৰে স যুক্ত ৰাজ্য চৰকাৰবিলাকে কিন্তু কানাডাত এনে ক্ষমতা ভোগ কৰে কেন্দ্ৰীয় চৰকাৰে। আঞ্চলিক চৰকাৰবিলাকক সীমাবদ্ধ ক্ষমতা প্ৰদান কৰি কানাডাৰ সংবিধানে প্ৰায় সকলো অন্যান্য ক্ষমতা কেন্দ্ৰক দি শক্তিশালী কেন্দ্ৰ গঢ়ি তুলিছে। যুক্তৰাজ্যিক ব্যৱস্থাই সেয়েহে পূৰ্ব্ব অৱস্থিত কটকটীয়া বান্ধোন, হয় কিছু ঢিলা কৰা, নহয় ঢিলা বান্ধোন কটকটীয়া কৰা দেখিবলৈ পোৱা যায়। যিহেতু ভাৰতৰ স বিধানে ভাৰতক যুক্তৰাষ্ট্ৰ বোলা নাই ইয়াত এটা শক্তিশালী কেন্দ্ৰ গঢ়ি তোলাৰ প্ৰচেষ্টাহে আছে। সংবিধানৰ মতে ভাৰত সংঘৰাষ্ট্ৰ। বৰ্ত্তমান যুগত পৃথিৱীৰ সকলো ঠাইতে যুক্তৰাষ্ট্ৰ গঠনত দেশবিলাকে আগ ভাগ লোৱা দেখা যায় যদিও কেন্দ্ৰীয় চৰকাৰটো শক্তিশালী কৰাৰ প্ৰয়াস বৃদ্ধি পাইছে। চোভিয়েত দেশৰ স বিধান পৰীক্ষা কৰি চালে দেখা যায় ইয়াত কেন্দ্ৰীয় চৰকাৰক ভয়ানক ভাৱে শক্তিশালী কৰি তোলা হৈছে। জাপানাতো যেনেকৈ স বিধানে ৰাজ্যবিলাকক এককেন্দ্ৰিক চৰকাৰৰ তলত থকা স্থানীয় চৰকাৰৰ মৰ্য্যাদাও দিয়া দেখা নাযায়। ওপৰত আমি ভাৰতৰ প্ৰাদেশিক চৰকাৰবিলাকৰ মৰ্য্যাদাৰ কথা কৈ আহিছো। ভাৰতীয় স বিধানে কেন্দ্ৰীয় তালিকাত সৰ্ব্বপ্ৰধান ৯৭টা বিষয় সন্নিবিষ্ট কৰি কেন্দ্ৰীয় চৰকাৰক মহাশক্তিশালী কৰি তুলিছে আৰু যুক্তৰাষ্ট্ৰৰ মূল উদ্যমক চেচা পেলাই দিলে।

## যুক্তৰাজ্যিক ব্যৱস্থাৰ প্ৰয়োজনীয়তাসমূহ ( Requirements )

যুক্তৰাজ্যিক ব্যৱস্থা কিছুমান চৰ্ত্ত পূৰণ কৰিব পাৰিলে কৃতকাৰ্য্য হ ব পাৰে। ড ফাইনাৰে যুক্তৰাষ্ট্ৰৰ প্ৰয়োজনীয়তাসমূহ আলোচনা কৰি কৈছে যে এটা যুক্ত-ৰাজ্যিক চৰকাৰ চিনিবলৈ হলে কেইটামান বিশেষ বৈশিষ্ট্যৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। প্ৰথমতে, এনে চৰকাৰত দুই প্ৰকাৰ চৰকাৰৰ সহঅৱস্থান এবাৰ নোৱাৰা কথা দ্বিতীয়তে ক্ষমতাৰ স্পষ্ট বিতৰণ আৰু লিখিত সংবিধান, তৃতীয়তে, সংবিধানৰ সাৰ্ব্বভৌমত্ব আৰু ন্যায়পালিকাৰ বিশেষ মৰ্য্যাদা আৰু চতুৰ্থতে, আয় অথাৎ খাজনাৰ বন্টন থাকিব লাগিব। এইখিনিতে জাতীয় ঐক্য ৰক্ষা

কৰা আৰু আনহাতে আঞ্চলিক স্বতন্ত্ৰতা ৰক্ষা কৰিবৰ কাৰণে এনে ব্যৱস্থাবিলাক অপৰিহাৰ্য্য বুলি ভবা হয়। ড ফাইনাৰে যদিও দুই প্ৰকাৰৰ চৰকাৰৰ সহ অৱস্থান সৰ্ব্বপ্ৰথম প্ৰয়োজন বুলি ভাবে, তথাপি লিখিত সংবিধানকো যুক্তৰাষ্ট্ৰিক চৰকাৰৰ মূলাধাৰ বুলি ধৰা ভাল হব। এনে চৰকাৰৰ প্ৰয়োজনীয়তাসমূহ তলত দিয়া দৰে আলোচনা কৰিব পাৰি।

## ক লিখিত সংবিধান

বিখ্যাত লেখক ষ্ট্ৰংএ, আধুনিক ৰাজনৈতিক সংবিধান শীৰ্ষক কিতাপত লিখিছে,—এখন যুক্তৰাষ্ট্ৰৰ উৎস সদায় এখন সংবিধানত আৰোপ কৰা হয়। ইয়াত সংযুক্ত ৰাজ্য আৰু কৰ্ত্তৃত্বৰ অধিকাৰ কৰ্ত্তব্য আদি সকলো উল্লেখ থাকে। কেন্দ্ৰীয় আৰু ৰাজ্য উভয় প্ৰকাৰ চৰকাৰেই ক্ষমতাৰ কাৰণে সংবিধানত নিৰ্ভৰ কৰিব লাগে। আগতে আমি কৈ আহিছো দুই প্ৰকাৰ চৰকাৰ বুজাবুজিৰ ওপৰতে বৰ্ত্তি থাকে। এনে বুজাবুজি বা চুক্তিবিলাক সংবিধানত স্পষ্টভাৱে লিপিবদ্ধ কৰা হয়। এনে চৰকাৰত সংবিধানে শ্ৰেষ্ঠতা আৰু সাৰ্ব্বভৌমত্ব উপভোগ কৰে। সংবিধানে ৰাজ্য আৰু কেন্দ্ৰই ব্যৱহাৰ কৰিব পৰা ক্ষমতাবিলাক স্পষ্টভাৱে ভাঙি ধৰে। এনেস্থলত সংঘৰ্ষৰ কাৰণ থাকিব নোৱাৰে। লিখিত সংবিধানৰ অবিহনে সংঘৰ্ষ হোৱাৰ সম্ভাৱনা থাকে। সংবিধান অকল লিখিত হলেই যথেষ্ট নহয়, ইয়াক সহজে সংশোধন কৰিব পৰা বিধৰ হব নালাগিব। সংবিধানখন দৃঢ় নহলে যি কোনো এটা চৰকাৰে, সহজে ইয়াৰ দফাবোৰ সংশোধন কৰি নিজ আধিপত্য বিস্তাৰ কৰিব পাৰে। আমেৰিকাৰ সংবিধানত এনে দৃঢতা ( Rigidity) দেখা যায়। কেন্দ্ৰ আৰু ৰাজ্য উভয়ৰে বিধান মণ্ডলবিলাক সংবিধানৰ আজ্ঞাবহ হোৱা প্ৰয়োজন। অন্যথাই অসংবিধানিক কাৰ্য্যকলাপে মূৰ ডাঙি উঠাৰ আশঙ্কা থাকে। সংবিধানৰ আওতাৰ মাজত দুয়ো প্ৰকাৰ চৰকাৰে নিজ নিজ আইন প্ৰণয়ন কৰিব পাৰে কিন্তু সংবিধানৰ শ্ৰেষ্ঠতা হেয় কৰিব নোৱাৰে।

## খ দুই প্ৰকাৰ চৰকাৰৰ সহ অৱস্থান

যুক্তৰাষ্ট্ৰিক চৰকাৰত দুই প্ৰকাৰ চৰকাৰ এটা এৰাব নোৱাৰা চৰ্ত। গোটেই দেশতে পৰিব্যাপ্ত চৰকাৰটোক সাধাৰণতে কেন্দ্ৰীয় চৰকাৰ বা জাতীয় চৰকাৰ বোলা হয়। আনহাতে প্ৰতিটো অঞ্চল বা প্ৰদেশত যি চৰকাৰে কাম কৰে, তাক

আঞ্চলিক বা প্ৰাদেশিক চৰকাৰ বোলা হয়। ৮৪৮ চনত স্থাপিত হোৱা চুইজাৰলেণ্ডৰ যুক্তৰাষ্ট্ৰত প্ৰদেশবিলাকক কেণ্টন নাম দিয়া হয় আনহাতে, ১৭৮৭ চনৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংবিধানত প্ৰদেশবিলাকক ৰাজ্য (State) বুলি কোৱা হৈছে। কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰ উভয়ে এখন লিখিত সংবিধানৰ পৰা ক্ষমতা আহৰণ কৰে। যুক্তৰাজ্যিক কেন্দ্ৰীয় আৰু আঞ্চলিক দুয়োটা চৰকাৰ নিজ নিজ ক্ষেত্ৰত পৰস্পৰ নিয়ন্ত্ৰণ মুক্ত। এককেন্দ্ৰিক চৰকাৰত এ'ন আঞ্চলিক চৰকাৰ থাকিলেও কেন্দ্ৰৰ নিয়ন্ত্ৰণাধীন বা আজ্ঞাধীন হৈ থাকিব লাগে। আন ভাষাত কবলৈ গলে, এককেন্দ্ৰিক চৰকাৰত কেন্দ্ৰীয় চৰকাৰ সৰ্ব্বেসৰ্ব্বা। বিখ্যাত লিখক হোৱেৰে কৈছে, যুক্তৰাজ্য (Federation) বুলিলে মই ক্ষমতা বিতৰণৰ ব্যৱস্থা এটাহে বুজো, যাতে সাধাৰণ আৰু আঞ্চলিক চৰকাৰ প্ৰত্যেকে বিশেষ ক্ষেত্ৰত সহযোগী আৰু স্বাধীন হব পাৰে (M C)।

## গ ক্ষমতা বণ্টন

যুক্তৰাজিক ব্যৱস্থাত ক্ষমতা বিতৰণ আৰু বণ্টন অপৰিহাৰ্য্য বুলি ভবা হয়। জাতীয় সংবিধানে এনে ব্যৱস্থাত ৰাষ্ট্ৰৰ সমগ্ৰ ক্ষমতা কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ মাজত ভাগ কৰি বিতৰণ কৰে যাতে ক্ষমতা লৈ কোনো অৰিয়া অৰি চলিবলৈ নাপায়। সাধাৰণতে সকলো ৰাজ্যৰ উমৈহতীয়া স্বাৰ্থ জড়িত বিষয়বিলাক আৰু সেই সন্দৰ্ভৰ ক্ষমতাবিলাক কেন্দ্ৰীয় চৰকাৰে উপভোগ কৰে। সকলো দেশতে প্ৰতিৰক্ষা, বৈদেশিক নীতি বা যোগাযোগ মুদ্ৰাব্যৱস্থা ডাক তাঁৰ ৰেল পৰিবহণ আদি উমৈহতীয়া বিষয়বোৰত কেন্দ্ৰীয় চৰকাৰে ক্ষমতা প্ৰয়োগ কৰে। অৱশ্যে সকলো ৰাষ্ট্ৰতে ক্ষমতা বিতৰণ একে ধৰণে কৰা নহবও পাৰে। নিজ নিজ দেশৰ পৰিস্থিতি লৈ বেলেগ হব পাৰে। আঞ্চলিক চৰকাৰবিলাকে নিজ নিজ অঞ্চলৰ লগত জড়িত বিষয়ত স্বাধীন-ভাৱে ক্ষমতা প্ৰয়োগ কৰিব পাৰে। এনেকৈ, ক্ষমতা প্ৰয়োগ কৰোতে আঞ্চলিক চৰকাৰে কেন্দ্ৰীয় চৰকাৰৰ অনুমতি লোৱাৰ প্ৰশ্ন নুঠে। সকলো দেশতে কেন্দ্ৰীয় চৰকাৰ এটাহে, আঞ্চলিক বা ৰাজ্য চৰকাৰৰ সংখ্যা নিৰ্দ্দিষ্ট হব নোৱাৰে। সাধাৰণতে, আঞ্চলিক চৰকাৰ সমূহে কৃষি, শিক্ষা, স্বাস্থ্য আদি বিষয়ত ক্ষমতা ভোগ কৰা দেখা যায়। জাতীয় বিষয়বিলাকৰ পৰিচালনা আৰু সেই সন্দৰ্ভত কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতা প্ৰয়োগ লক্ষ্য কৰিলে, এককেন্দ্ৰীক চৰকাৰৰ লগত ইয়াৰ পাৰ্থক্য দেখা নাযায়। যুক্তৰাজ্যিক চৰকাৰত কেন্দ্ৰ আৰু আঞ্চলিক

চৰকাৰৰ মাজত ক্ষমতা বন্টনৰ বাহিৰেও চৰকাৰৰ তিনিটা বিভাগ—কাৰ্য্যপালিকা, আইন পালিকা আৰু ন্যায়পালিকাৰ মাজতে ক্ষমতাৰ ভাগ কৰা থাকে।

আধুনিক ৰাষ্ট্ৰবিলাকৰ প্ৰশাসনীয় জটিলতা বৃদ্ধিৰ লগে লগে বহুতো নতুন বিষয়ত চৰকাৰে আইন প্ৰণয়ন কৰিব লগা হৈছে, এনে স্থলত, কেন্দ্ৰীয় আৰু ৰাজ্যচৰকাৰবিলাকৰ মাজত চিৰস্থায়ী ক্ষমতা বন্টন সম্ভৱ নহয়। সেইকাৰণে, কেন্দ্ৰীয় বা ৰাজ্য (আঞ্চলিক) চৰকাৰে আইন প্ৰণয়ন কৰিব পৰা বিষয়বোৰ নিৰ্দ্দিষ্ট ভাৱে তালিকাভুক্ত কৰা সহজ নহয়। বৈজ্ঞানিক গৱেষণা আৰু আৱিষ্কাৰ বৃদ্ধি হোৱাৰ লগে লগে আঞ্চলিক আৰু কেন্দ্ৰীয় চৰকাৰৰ কৰণীয় কামৰ পৰিমাণো বহুতো বেছি হ'ল। এইবিলাক কাৰণত, প্ৰতিতো বিষয় পুনৰীক্ষণ কৰাৰ প্ৰয়োজনীয়তা নুই কৰিব পৰা নাযায়। কিছুমান বিষয়ৰ গুৰুত্ব ভৱিষ্যতে বঢ়ি যাব পাৰে, বৰ্ত্তমান অৱস্থাতে সেই কথা কৈ দিব পৰা নাযায়। তেনে বিষয়বোৰ সকলো দেশতে অৱশিষ্ট ক্ষমতা (Residuary powers) ৰ তালিকা ভুক্ত কৰা হয়। আমেৰিকা যুক্তৰাষ্ট্ৰত কেন্দ্ৰতকৈ ৰাজ্যবিলাকক বেছি ক্ষমতাশালী কৰাৰ আগ্ৰহ দেখা যায়। এনে অৱস্থাত অৱশিষ্ট ক্ষমতাসমূহ ৰাজ্য (State) তালিকাভুক্ত কৰা দেখা যায়। আনহাতে ভাৰতবৰ্ষৰ সংবিধানে শক্তিশালী কেন্দ্ৰৰ পোষকতা কৰে, গতিকে ইয়াত অৱশিষ্ট ক্ষমতা কেন্দ্ৰই ভোগ কৰিব পাৰে। কানাডাৰ সংবিধানতো কেন্দ্ৰীয় চৰকাৰক প্ৰচুৰ ক্ষমতা দিয়া হৈছে। গতিকে অৱশিষ্ট ক্ষমতাবিলাক ইয়াত কেন্দ্ৰীয় চৰকাৰৰ হাতত ন্যস্ত কৰা দেখা যায়।

ভাৰতবৰ্ষত কেন্দ্ৰীয় চৰকাৰ ক্ষমতাশালী হোৱা স্বত্ত্বেও এনে কিছুমান বিষয় আছে যিবিলাক বিষয়ত উভয় চৰকাৰকে আইন প্ৰণয়ন কৰিবলৈ দিয়া হৈছে। এনে বিষয়বোৰে একেধাৰে জাতীয় আৰু আঞ্চলিক উভয় ক্ষেত্ৰতে গুৰুত্ব লাভ কৰি আহিছে। এইবিলাক বিষয় তৃতীয় তালিকাত লিখি ৰখা হৈছে। এইখন তালিকাক যুগ্ম তালিকা (Concurrent list) বুলি কোৱা হৈছে। এই তালিকাভুক্ত বিষয়বিলাকত উভয় চৰকাৰে আইন প্ৰণয়ন কৰিব পাৰে। তথাপি একে বিষয়ত উভয় চৰকাৰে (কেন্দ্ৰ আৰু ৰাজ্য) আইন প্ৰণয়ন কৰিলে কেন্দ্ৰীয় আইনহে বলবৎ হব। প্ৰাদেশিক বা আঞ্চলিক আইন নাকচ বুলি গণ্য কৰা হব।

আমেৰিকা যুক্তৰাষ্ট্ৰত, আঞ্চলিক আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত ক্ষমতাৰ স্পষ্ট আৰু দৃঢ় বন্টন থকা কাৰণে আমেৰিকাত ক্ষমতালৈ টনা

আজোৰা নহয়। আনহাতে, এই দেশৰ সৰ্বোচ্চ ন্যায়ালয়ৰ ( Supreme-Court) ক্ষমতা বাঢ়ি অহাৰ লগে লগে, অৰ্থাৎ সৰ্বোচ্চ ন্যায়ালয়ে ব্যাখ্যা কৰা অধিকাৰ পোৱা কাৰণে আইনৰ নতুন ব্যাখ্যাই আমেৰিকাৰ কেন্দ্ৰীয় বিধান মণ্ডলক শক্তিশালী কৰি তুলিছে। সংবিধানে স্পষ্ট কৰি দিয়া সত্ত্বেও যুক্তি আৰু ন্যায়িক ব্যাখ্যাই আমেৰিকাতো ক্ষেত্ৰবিশেষে কেন্দ্ৰীয় চৰকাৰক ৰাজ্যিক চৰকাৰৰ ওপৰত কৰ্তৃত্ব চলাই যাব'লৈ সমৰ্থ কৰা দেখা গৈছে।

## গ নিৰপেক্ষ আৰু স্বাধীন ন্যায়পালিকা

একে সময়তে একেখন ৰাষ্ট্ৰত দুই প্ৰকাৰৰ দুটা চৰকাৰ থকা কাৰণে ক্ষমতা'ল টনা আজোৰা হোৱাতো স্বাভাৱিক। সংবিধানৰ নীতি নিয়মবিলাক অলঙ্ঘনীয় কৰি ৰাখিবলৈ হলে, আইনৰ বিকৃত ব্যাখ্যা হব'ল দিব নোৱাৰি। এনে অৱস্থাত যুক্তৰাজ্য ভাগি যাব নোৱাৰাকৈ সংবিধান সংৰক্ষক অনুষ্ঠান এটাৰ বাস্তৱিকতে প্ৰয়োজন। সেয়েহে, যুক্তৰাজ্যিক চৰকাৰ থকা দেশ বিলাকত এটা যুক্তৰাষ্ট্ৰীয় ন্যায়ালয় বা সৰ্বোচ্চ ন্যায়ালয় স্থাপন কৰা হয়। এই ন্যায়ালয়ে সংবিধানৰ ব্যাখ্যা দিয়ে আৰু ইয়াৰ পবিত্ৰতা ৰক্ষা কৰে। সৰ্বোচ্চ ন্যায়ালয় যুক্তৰাজ্যিক ব্যৱস্থাত অপৰিহাৰ্য। ই সংবিধানৰে সৃষ্টি। আইনপালিকা আৰু কাৰ্য্যপালিকাতকৈ সৰ্বোচ্চ ন্যায়ালয়ে দেশত এটা সন্মানিত স্থান অধিকাৰ কৰে। যুক্তৰাষ্ট্ৰীয় ন্যায়ালয়ে যুক্তৰাষ্ট্ৰত সংবিধানৰ ব্যৱস্থাবলী আইন নীতি আদিৰ ন্যায়সঙ্গত ব্যাখ্যা দিব লাগে আৰু এনে ব্যাখ্যাৰ দ্বাৰা সংবিধানক সুৰক্ষা দিয়া ন্যায়ালয়ৰ ঘাই কাম। সংবিধান সম্বন্ধীয় সকলো প্ৰকাৰৰ জটিলতা আৰু দুৰ্বোধ্য আতৰ কৰি সৰ্বোচ্চ ন্যায়ালয়ে সংবিধানৰ একমাত্ৰ অভিভাৱক ৰূপে থিয় দিয়ে। কেন্দ্ৰীয় আৰু আঞ্চলিক বিধান মণ্ডলসমূহে প্ৰণয়ন কৰা আইনবিলাকেও যদি সংবিধানৰ কোনো দফা অমান্য কৰে, বা কেন্দ্ৰ ৰাজ্যৰ সংঘাট সম্ভৱ কৰি তোলে, তেনেস্থলত তাৰ মীমাংসা কৰাৰ দায়িত্বও থাকে সৰ্বোচ্চ ন্যায়ালয়ৰ হাতত। এই ন্যায়ালয়ে আমেৰিকা যুক্তৰাষ্ট্ৰত সংবিধান সম্বন্ধীয় আইনবিলাক অসংবিধানিক বুলি নাকচ কৰিব পাৰে। অন্যান্য আইনৰ ক্ষেত্ৰতো সৰ্বোচ্চ ন্যায়ালয়ে আমেৰিকাত ন্যায়িক সমীক্ষাৰ অধিকাৰ ভোগ কৰে। ভাৰতৰ সৰ্বোচ্চ ন্যায়ালয়ৰ এই বিষয়ত ক্ষমতা সীমাবদ্ধ। এনেদৰে, সংবিধান ব্যাখ্যা কৰোতে, সৰ্বোচ্চ ন্যায়ালয়ে সংবিধানৰ এলেকা বৃদ্ধি কৰা

দেখা যায়। সর্বোচ্চ ন্যায়ালয়ৰ আইন বা সংবিধান সম্বন্ধীয় ব্যাখ্যাই দেশত শেষ ব্যাখ্যা। সকলো চৰকাৰ আৰু বিষয়াই এনে ব্যাখ্যা মানিবলৈ বাধ্য।

## দ্বৈত নাগৰিকত্ব

দ্বৈত নাগৰিকত্ব যুক্তৰাজ্যিক ব্যৱস্থাত এটা আৱশ্যকীয় চৰ্ত। যুক্তৰাষ্ট্ৰত সাধাৰণতে নাগৰিকসকলক দুই প্ৰকাৰ নাগৰিকত্ব প্ৰদান কৰা হয়। এজন নাগৰিকে পোনপতীয়াকৈ জাতীয় চৰকাৰৰ প্ৰতি আনুগত্য প্ৰকাশ কৰা আৱশ্যক। দ্বিতীয়তে তেওঁ আঞ্চলিক চৰকাৰৰ প্ৰতিও (যি অঞ্চলৰ তেওঁ বাসিন্দা) দায়বদ্ধ। এনে স্থলত যুক্তৰাজ্যিক ব্যৱস্থা থকা দেশবিলাকত নাগৰিকসকলে কেন্দ্ৰীয় আৰু ৰাজ্যিক উভয় প্ৰকাৰ আইনৰ অধীনত কাম কৰিব লাগে। আমেৰিকাৰ নাগৰিক সকলৰ দ্বি-নাগৰিকত্ব আছে। নিউইয়ৰ্ক ৰাজ্যৰ বাসিন্দাজন একেধাৰে আমেৰিকা আৰু নিউয়ৰ্ক ৰাজ্যৰ নাগৰিক। ভাৰতবৰ্ষত এনে দ্বি নাগৰিকত্ব নাই।

## আৰ্থিক সম্পদৰ বিভাজন

যুক্তৰাজ্যিক ব্যৱস্থা মানি চলা দেশবিলাকত কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত দেশত উপাৰ্জ্জিত আয়ৰ বিনিয়োগ ব্যৱস্থাও মানি চলা হয়। সংবিধানে দেশৰ কৰ-কাটল খাজনা আদিৰ পৰা অৰ্জ্জন হোৱা অৰ্থ কি পৰিমাণে কেন্দ্ৰ আৰু ৰাজ্যবিলাকে ভোগ কৰিব সেইটোও নিৰ্ণয় কৰি দিব লাগে নতুবা সেই বিষয়ত নিৰ্দ্দিষ্ট নীতি উদ্ভাৱন কৰিব পৰাৰ সুবিধা সংবিধানে দিব লাগিব। কৰ-কাটল সম্বন্ধে বিশেষ ব্যৱস্থা সংবিধানে সাধাৰণতে ডাঙি ধৰা দেখা যায়। এনে নিৰ্দ্দিষ্ট নীতিৰ অবিহনে কেন্দ্ৰীয় চৰকাৰে ৰাজ্যসমূহৰ স্বাধীনতা আৰু ন্যায্যভাৱে পাব লগা অৰ্থৰ ওপৰত হাত দিয়া সম্ভৱ।

## সংবিধানৰ প্ৰতি আনুগত্য আৰু সম্বন্ধচ্ছেদ (Allegiance and Secession)

যুক্তৰাষ্ট্ৰত মিলিত হোৱা সকলো ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যই লিখিত সংবিধানৰ প্ৰতি আনুগত্য প্ৰকাশ কৰি থাকিলেহে যুক্তৰাষ্ট্ৰ স্থায়ী হয়। সংবিধান আৰু সাৰ্ব্বভৌমত্ব হেয় প্ৰতিপন্ন কৰিব খুজিলে যুক্তৰাষ্ট্ৰ থানবান হৈ যোৱা সম্ভৱ। যুক্তৰাষ্ট্ৰবিলাক কেন্দ্ৰীকৰণ বা বিকেন্দ্ৰীকৰণ যি উপায়ে লাগে গঠিত নহওক, ইবিলাকৰ মাজত একোটা বুজাবুজি (agreement) থাকে। এনে বুজাবুজিৰ মূল উদ্দেশ্য হৈছে

সৰ্ব্বসাধাৰণৰ কল্যাণসাধন। প্ৰায়ে সংযুক্ত ৰাজ্যবিলাকে নতুন আদৰ্শৰে অনুপ্ৰাণিত হৈ এটা কেন্দ্ৰীয় চৰকাৰৰ অধীনত নিজকে সুৰক্ষিত কৰি আদৰ্শৰ বাস্তৱ ৰূপায়ণৰ প্ৰতি মনোনিবেশ কৰা দেখা যায়। এনে অৱস্থাত, সকলো সংযুক্ত ৰাজ্যই আদৰ্শ ৰূপায়ণত গুৰুত্ব দি নিজৰ আনুগত্য সংবিধানৰ প্ৰতি প্ৰকাশ কৰিব লাগিব। যুক্তৰাষ্ট্ৰৰ লগত সম্বন্ধচ্ছেদ কৰিবলৈ গলে ইপ্সিত আদৰ্শ অপূৰণীয় হৈ ৰোৱা সম্ভৱ। গতিকে সংযুক্ত ৰাজ্যবিলাকৰ ক্ষেত্ৰত সম্বন্ধচ্ছেদ খাপ নোখোৱা কথা। আমেৰিকা যুক্তৰাষ্ট্ৰ ১৭৮৭ চনত জন্ম লাভ কৰাৰ আগতে অৰ্থাৎ ১৭৭৭ চনতে এখন 'সংযুক্ত মিত্ৰৰাষ্ট্ৰ' (conferdeation) সৃষ্টি কৰিছিল, এই 'সংযুক্ত মিত্ৰ ৰাষ্ট্ৰৰ অৱধাৰণাত সাধাৰণ চৰকাৰ (Central Government) সংযুক্ত ৰাজ্য চৰকাৰবিলাকৰ তলত ৰখা হৈছিল। ইয়াৰ ঘাই উদ্দেশ্যই হল প্ৰয়োজন সাপেক্ষ ৰাজ্যবিলাকে যাতে ৰাজ্য সংঘৰ লগত সম্বন্ধচ্ছেদ কৰি আঁতৰি যাব পাৰে। আপনাহইমেও আন্তৰ্জাতিক আইন প্ৰসঙ্গত এনেকুৱা মিত্ৰতাত প্ৰৱেশ কৰা ৰাষ্ট্ৰবিলাকৰ সাৰ্ব্বভৌমত্ব অক্ষুণ্ণ থাকে বুলি স্বীকাৰ কৰিছে। প্ৰকৃত যুক্তৰাষ্ট্ৰত কিন্তু সম্বন্ধচ্ছেদ সম্ভৱ নহয়। ৭৮৭ চনত উদ্ঘাটন কৰা আমেৰিকা যুক্তৰাষ্ট্ৰত (Federation) আৰু ১৮৪৮ চনৰ চুইজাৰলেণ্ড সংবিধানত মূলৰাষ্ট্ৰৰ লগত সম্বন্ধচ্ছেদ ( Secession ) অধিকাৰ মানি লোৱা হোৱা নাই। আজিকালি সমগ্ৰ বিশ্বতে যুক্তৰাষ্ট্ৰৰ সদস্য ৰাষ্ট্ৰবিলাকে যুক্তৰাষ্ট্ৰৰ প্ৰতি আনুগত্য প্ৰকাশ কৰা অত্যন্ত প্ৰয়োজনীয় কথা বুলি ভাবে। আনহাতে যুক্তৰাষ্ট্ৰৰ গাঠনিৰ পৰা কোনো ৰাজ্যই সম্বন্ধচ্ছেদ কৰা কথা মানি লব নোখোজে। এই বিষয়ত ছোভিয়েত দেশৰ সংবিধানে সম্বন্ধচ্ছেদাধিকাৰ মানি চলা দেখা যায়। এই সংবিধান মতে 'ৰিপাব্লিক বা প্ৰদেশবিলাকে ইচ্ছা কৰিলে ছোভিয়েত দেশৰ লগত সম্বন্ধ চ্ছেদ (Secede) কৰিব পাৰে। কিন্তু কঢ় বাস্তৱৰ গতি বিধি লক্ষ্য কৰিলে দেখা যায় ছোভিয়েত সংবিধানৰ এই দফাটো নিষ্ক্ৰিয় অৱস্থাত ৰখা হৈছে কিয়নো ইউক্ৰেইন আৰু হোৱাইট ৰাচিয়াই এই দফানুযায়ী ইংৰাজ চৰকাৰৰ লগত সুকীয়া সম্বন্ধ স্থাপন কৰিবলৈ বিচাৰি বিফল হল।

## যুক্তৰাষ্ট্ৰ কৃতকাৰ্য্য হোৱাৰ চৰ্ত

ডিচিয়ে কয় যুক্তৰাষ্ট্ৰ ব্যৱস্থাই এহাতে জাতীয় ঐক্য অক্ষুণ্ণ ৰাখে আনহাতে ৰাজ্যসমূহৰ অধিকাৰবিলাক নিশ্চিত কৰি তোলে। ভৌগোলিকভাৱে একেগঠি

হৈ থকা ভূখণ্ডত একতাভাব সহজে জাগি উঠে। কিন্তু, যদি ভূখণ্ড ভৌগোলিক ভাৱে অখণ্ড বা একেপঠি নহয়, অর্থাৎ বাসিন্দাসকল প্রাকৃতিক কাৰণত আঁতৰি থাকিব লগা হয়, তেনেস্থলত, সেইঠাইত—জাতীয় ঐক্য গঢ়ি তোলা সম্ভৱ নহয়। সভ্য ৰাজ্যবিলাকৰ নাগৰিকসকলে জাতীয় বিষয়বিলাকত আগ্ৰহ আৰু অনুৰাগ (interest) স্থাপন কৰিব নোৱাৰিলে, যুক্তৰাষ্ট্ৰ সফল হোৱাত বাধাপ্ৰাপ্ত হয়। যুক্তৰাজ্যিক ব্যৱস্থা বুলিলেই কেন্দ্ৰ আৰু ৰাজ্য উভয় চৰকাৰৰ সহযোগিতা আৰু সমন্বয় বুজিব লাগিব। আঞ্চলিক চৰকাৰবিলাকৰ আশা আকাঙ্খা ৰূপায়ণ কেন্দ্ৰীয় চৰকাৰৰ দৰেই অপৰিহাৰ্য্য বিষয়। নাগৰিকসকলৰ মাজত সাগৰ বা বৃহৎ পৰ্ব্বতাদি ব্যৱধান থাকিলে যোগাযোগ আৰু ভাব বিনিময়ত বাধা আহি পৰে। এনে অৱস্থাত নাগৰিকৰ মাজত সামূহিক অনুৰাগ বৃদ্ধি পাব নোৱাৰে। আনহাতে ভৌগোলিক অখণ্ডতা নাথাকিলে কেন্দ্ৰীয় চৰকাৰত প্ৰতি-নিধিত্ব দিবলৈ বা লবলৈকো টান হৈ পৰে। বৃটিচ কমনওৱেলথ'ক যুক্তৰাষ্ট্ৰলৈ পৰিবৰ্ত্তন কৰিব নোৱাৰি কাৰণ সভ্য ৰাষ্ট্ৰবিলাকৰ অৱস্থিতি পৃথিৱীৰ পূব-পশ্চিম প্ৰান্ত আগুৰি আছে। বহুদূৰৈত অৱস্থিত হোৱা কাৰণে সভ্য ৰাষ্ট্ৰবিলাকৰ মাজত যোগাযোগ আৰু সমন্বয় গঢ়ি তোলা সম্ভৱ নহয়।

দ্বিতীয়তে যুক্তৰাষ্ট্ৰ এখন গঢ় লোৱাৰ পথত জাতিগত ভাষাগত সংস্কৃতি-গত বা ঐতিহাসিক একতাই সহায় কৰে। এটা জাতিৰ জন্ম দিয়াত ভাষা সংস্কৃতিৰ দৰে উমৈহতীয়া ধৰ্ম্মভাৱেও সহায় কৰে। এইদৰে ভাষাগত সংস্কৃতি গত কাৰণত জাতি এটা গঢ়ি উঠিলে প্ৰতিৰক্ষাৰ কাৰণে যুক্তৰাজ্যিক ব্যৱস্থা অপৰিহাৰ্য্য হৈ পৰে।

তৃতীয়তে একেলগে বাস কৰা বা একে আইনৰ তলত বাস কৰাৰ আকাঙ্খায়ো সৰু সৰু ৰাজ্যবিলাকক এটা চৰকাৰৰ ছত্ৰছায়াত থাকিবলৈ প্ৰেৰণা যোগায়। এই ৰাজ্যবিলাকে, ভাষা সংস্কৃতি জীয়াই ৰাখিব পাৰে, আৰু নিসন্দেহে প্ৰতিৰক্ষাৰ ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰৰ অধীনত শক্তিশালী হৈ থিয় দিব পাৰে।

চতুৰ্থতে যুক্তৰাষ্ট্ৰ এখন গঢ়ি তুলিবলৈ হলে সংযুক্ত ৰাজ্যসমূহৰ মাজত সমতাৰ ভাব থাকিব লাগিব। এনে ভাবৰ অবিহনে অৰিয়া-অৰি, ভেদাভেদ আদিয়ে গা-কৰি উঠা স্বাভাৱিক। বৃহৎ ৰাজ্যবিলাকে সুবিধা গ্ৰহণ কৰি সৰু ৰাজ্য বিলাকক ৰাজনৈতিক সা-সুবিধাৰ পৰা বঞ্চিত কৰা সম্ভৱ। ৰাজনৈতিক শোষণক বাধা দিবলৈকে আমেৰিকা যুক্তৰাষ্ট্ৰই উচ্চ সদন চিনেটত, সকলো ৰাজ্যকে সমান

প্ৰতিনিধিত্ব ব্যৱস্থা কৰিছে। ভাৰতবৰ্ষত ৰাজ্যবিলাকৰ সমান প্ৰতিনিধি নিদিয়াৰ বাবে (ৰাজ্যসভাত) অসম, উৰিষ্যা আদিৰ দৰে সৰু সৰু ৰাজ্যবিলাকে ৰাজনৈতিকভাৱে অনেক সা-সুবিধাৰ পৰা বঞ্চিত হব লগা হৈছে। ভাৰতত সৰু সৰু ৰাজ্যবিলাক আৰ্থিক, শিল্প উন্নয়ন আদি দিশত পাছ পৰি থকাটো মন কৰিব লগা বিষয়। প্ৰথম বিশ্বযুদ্ধৰ আগতে জাৰ্মান যুক্তৰাষ্ট্ৰত, ৰাজ্যবিলাকৰ মৰ্যাদা সমান নাছিল। তাৰ ফলশ্ৰুতি হল, প্ৰুচিয়াৰ দৰে ডাঙৰ আৰু শক্তিশালী ৰাজ্যই সৰু সৰু ৰাজ্যৰ ওপৰত চলোৱা প্ৰভুত্ব। এইবোৰৰ কাৰণতে জাৰ্মান যুক্তৰাষ্ট্ৰই জনপ্ৰিয়তা লাভ কৰিব নোৱাৰি দুৰ্ব্বল হৈ পৰিল।

ওপৰত উল্লেখ কৰা চৰ্তসমূহৰ বাহিৰেও 'ৰাজনৈতিক যোগ্যতা' নহ'লে যুক্তৰাষ্ট্ৰ কৃতকাৰ্য্য হব নোৱাৰে। প্ৰায় ২০০ বছৰ কাল আমেৰিকাবাসীয় যুক্তৰাষ্ট্ৰ নিৰ্বিঘ্নে চলাই যাব পৰাৰ একমাত্ৰ কাৰণ হল তেওঁলোকৰ মাজত ৰাজনৈতিক ভাৱে যোগ্য পুৰুষৰ অভাৱ নাই। শিক্ষাৰ অবিহনে প্ৰকৃততে ৰাজনৈতিক যোগ্যতা সম্পূৰ্ণ হব নোৱাৰে। শিক্ষা বুদ্ধি আৰু যোগ্যতাত আমেৰিকাৰ নাগৰিক পৃথিৱীৰ অগ্ৰগণ্য হোৱাত সেইদেশত ৰাজনৈতিক স্থিৰতা গা-কৰি উঠিছে। যুক্তৰাষ্ট্ৰ দীৰ্ঘস্থায়ী কৰিব'লৈ হলে জ্ঞান বুদ্ধি আৰু চৰিত্ৰৰ উৎকৰ্ষ সাধন হব লাগিব।

## ভাৰতীয় পটভূমিত যুক্তৰাজ্যিক চৰকাৰ

১৯৫০ চনত বলবৎ হোৱা ভাৰতীয় সংবিধানখনে ভাৰতক যুক্তৰাষ্ট্ৰ বুলি উল্লেখ কৰাৰ পৰিবৰ্তে সংঘৰাষ্ট্ৰ বুলিহে কৈছে। বৰ্ত্তমান ভাৰতবৰ্ষত ২২ খন সংযুক্তৰাজ্য আৰু আঠখন কেন্দ্ৰীয়শাসিত অঞ্চল আছে। যুক্তৰাষ্ট্ৰ শব্দটো ব্যৱহাৰ নকৰিলেও ভাৰতত যুক্তৰাষ্ট্ৰৰ কিছুমান বৈশিষ্ট্য নথকা নহয়। ভৌগোলিক ভাৱে ভাৰতত যুক্তৰাষ্ট্ৰ এখন গঢ়ি তুলিবলৈ প্ৰয়োজনীয় চৰ্ত আছে বুলি কব পাৰি। আন্দামান নিকোবৰ, লাক্ষাদ্বীপ প্ৰভৃতি সৰু সৰু বঙ্গোপসাগৰীয় আৰু আৰব সাগৰীয় দ্বীপ কিটা বাদ দিলে গোটেই দেশতে ভৌগোলিক অখণ্ডতা দেখা যায়। এই ভৌগোলিক অখণ্ডতাই ভাৰতীয় প্ৰজাৰ মানসিক যোগাযোগ আৰু একাত্মবোধ জগাই তুলিব পাৰিছে। এখনৰাজ্যৰ লোকে আন এখন ৰাজ্যৰ চিন্তাধাৰা আদান-প্ৰদানৰ মাধ্যমত সহজতে বুজিব পাৰে আৰু এইদৰে তেওঁলোকৰ মাজত একতাই দেখা দিয়ে। ভৌগোলিক অখণ্ডতাই ভাৰতত যুক্তৰাষ্ট্ৰ এখন সহজতে প্ৰতিষ্ঠা হোৱাত সহায় কৰিছে।

দ্বিতীয়তে, এখন দেশত জাতিগত ধৰ্ম্মগত ভাষাগত সাদৃশ্য বা ঐতিহাসিক সমন্বয় থাকিলে সহজতে যুক্তৰাষ্ট্ৰ এখন হব পাৰে। ভাৰতত একে ভাষা সংস্কৃতি বা ধৰ্ম্ম নাই। আনহাতে, ইয়াত আছে বিভিন্ন গোষ্ঠীৰ জাতি, উপজাতি আৰু বৈচিত্ৰ জীৱন। এনেস্থলত, জাতীয় ঐক্য সাধন এক প্ৰকাৰ অসাধ্য। তথাপি হিন্দু আৰু বৌদ্ধ জৈন সংস্কৃতিৰ উৎস বৈদিক সভ্যতা। ভাৰতৰ বহুতো প্ৰাদেশিক ভাষাৰ মূল সংস্কৃত। এই ভাষা ভাষী সকলে নিজকে একে পৰিয়াল বুলি ভাবিব পাৰে। মুছলমান যুগত ইছলামীয় সংস্কৃতি হিন্দুসংস্কৃতিৰ লগত মিলিত হৈ আধুনিক ভাৰতীয় জাতি গঢ়িতোলাত সহায় হল। আধুনিক ভাৰতৰ বহুতো প্ৰথা ৰীতি-নীতি, আদিয়ে ভাৰতীয় সকলৰ এটা সকলোৰে গ্ৰহণযোগ্য চৰিত্ৰৰ সৃষ্টি কৰিলে। শতাধিক বছৰৰ ইংৰাজ শাসনেও শদিয়াৰ পৰা কুমাৰীকালৈ ভাৰতীয় সকলক এক চিন্তাৰ ভাগি বৰি তুলিলে। বৰ্ত্তমান ভাৰতৰ সংবিধানেও ভাৰতীয়ক এখন যুক্তৰাজ্যৰ কাৰণে উপযুক্ত কৰি গঢ়ি তুলিছে। জাতি বৰ্ণ লিঙ্গ নিৰ্ব্বিশেষে ভাৰতীয় প্ৰজাই একে সংবিধানৰ ছত্ৰছায়াত থাকি নিজকে ভাৰতীয় বুলি কবলৈ গৌৰব বোধ কৰে। চুইজাৰলেণ্ডতো ভাৰতৰদৰে বিভিন্ন ভাষাগোষ্ঠীৰ লোক বাস কৰে, অথচ তাত এখন যুক্তৰাষ্ট্ৰ গঠিত হৈছে কানাডাতো আৰ্থ সামাজিক অনুষ্ঠান প্ৰান্তীয়লোকৰ আচৰণ আদিৰ মাজত ব্যৱধান নথকা নহয়। কুইবেকে ৰাজ্যই নিজস্ব আইন ৰক্ষণাবেক্ষণ দিবৰ কাৰণে কানাডা যুক্তৰাষ্ট্ৰত প্ৰচেষ্টা চলাই যোৱাৰ কথা হোবেৰৰ লিখনিত প্ৰকাশ পাইছে। তথাপি তেওঁলোক যুক্তৰাজ্যিক চৰকাৰ গঠন কৰাত কৃতকাৰ্য্য হৈছে। ইয়াৰ মাই কাৰণ হল যুক্তৰাষ্ট্ৰৰ প্ৰতি থকা তেওঁলোকৰ আগ্ৰহ। আমেৰিকাত বিখ্যাত নেতা হ্নাচি টন, হেমিল্টন, মেডিচন প্ৰভৃতিৰ সুযোগ্য নেতৃত্বই আমেৰিকাবাসীক যুক্তৰাজ্যিক চৰকাৰ গঠন কৰিবলৈ প্ৰেৰণা যোগালে। ভাৰতবৰ্ষতো নেহৰু পেটেলৰ দৰে নেতাই বিভিন্ন ভাষা সংস্কৃতি আৰু ধৰ্ম্মৰ তাৰতম্য থকা সত্বেও ভাৰতবাসীক জাতীয় ভাবেৰে অনুপ্ৰাণিত কৰিবলৈ সক্ষম হৈছিল।

যুক্তৰাষ্ট্ৰৰ সৃষ্টিয়ে নতুন জাতি আৰু নতুন আদৰ্শ গঢ়ি তোলাত সহায় কৰে। এনেস্থলত একতাৰ ভাব নাথাকিলে যুক্তৰাষ্ট্ৰ ভাগি পৰাৰ সম্ভাৱনা থাকে। স্বীকাৰ কৰিব লাগিব ভাৰতবৰ্ষত কেন্দ্ৰৰ পৰা আতৰি যোৱাৰ প্ৰচেষ্টা বা চিন্তাই ঠাই নোপোৱা নহয়। অবহেলা আৰু অনাদৰৰ কাৰণে ভাৰতৰ উত্তৰ পূব প্ৰান্তত বিপ্লৱে কৰাল মূৰ্ত্তি ধৰি উঠিছে। পঞ্জাব আৰু দক্ষিণ ভাৰতৰ ঠায়ে ঠায়ে

যুক্তৰাষ্ট্ৰৰ প্ৰতি অনাস্থা প্ৰকট হৈ উঠা দেখা যায়। ইমান দুৰ্ব্বল হলেও ভাৰতত একতাৰ ভাব শুকাই যোৱা নাই। ঠায়ে ঠায়ে এনে ভাব পুনৰ অন্য ৰূপত দেখাও দিছে। ৯৬২ চনৰ চীন আৰু ১৯৬৫ চনৰ পাকিস্তানৰ আক্ৰমণে প্ৰমাণ কৰি দেখুৱালে বৈষম্য আৰু বিৰোধ সত্বেও ভাৰতত একতাভাব সজাগ হৈ আছে। যুক্তৰাষ্ট্ৰৰ কাৰণে এনেভাব অপৰিহাৰ্য্য বুলি কব লাগিব।

সমতা যুক্তৰাষ্ট্ৰৰ এটা অতীব প্ৰয়োজনীয় চৰ্ত। আমি ওপৰত দেখুৱাইছো আমেৰিকান চিনেটত ৫০খন ৰাজ্যই সৰু বৰ নিৰ্ব্বিশেষে ২জনকৈ সভ্য পঠাব পাৰে। ভাৰতবৰ্ষত বিহাৰ আৰু উত্তৰপ্ৰদেশে চিৰদিনৰ কাৰণে ভাৰতৰ ৰাজনীতিত প্ৰভূত্ব চলোৱা সুযোগ স বিধান প্ৰণেতাসকলে মুকলি কৰি থৈ গৈছে। ভাৰতৰ যুক্তৰাজ্যিক ব্যবস্থা দুৰ্ব্বল, ইয়াত সকলো ৰাজ্যৰে সমান অংশ লবৰ অধিকাৰ নাই। আনুপাতিক ভিত্তিত অৰ্থাৎ জনসমষ্টি অনুসৰি ৰাজ্যবিলাকে কেন্দ্ৰত প্ৰতিনিধিত্ব পায়। এই ব্যৱস্থা প্ৰকৃততে যুক্তৰাষ্ট্ৰৰ সহায়ক হব নোৱাৰে। সৰু ৰাজ্য আৰু সামান্য প্ৰতিনিধিৰ কাৰণে অসম বা উৰিষ্যাৰ ন্যায়সঙ্গত দাবিবোৰ কেন্দ্ৰৰ দ্বাৰা উপেক্ষিত হৈ আছে। কানাডাতো, আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে, উচ্চসদনত সৰু ডাঙৰ সকলো ৰাজ্যকে (প্ৰদেশ) সমান প্ৰতিনিধিত্ব দিয়া হৈছে। ভাৰতত যিবিলাক ৰাজ্যৰ জন সম্পদ বেছি সেইবিলাক ৰাজ্যৰ কেন্দ্ৰীয় সদনত প্ৰতিনিধিত্বও বেছি এনে ব্যবস্থাই ৰাজ্যবিলাকৰ মাজত প্ৰকৃত সমতা স্থাপনত অন্তৰায় হৈ দেখা দিছে। ভাৰতৰ উচ্চসদনৰ প্ৰতিনিধিত্ব বিষয়টো প্ৰকৃত যুক্তৰাষ্ট্ৰৰ দৃষ্টিভঙ্গীৰে পুনৰীক্ষণ নকৰিলে ভাৰতীয় যুক্তৰাষ্ট্ৰৰ দুৰ্ব্বলতা আঁতৰ কৰিব পৰা নাযায়।

আগতে আমি দেখুৱাই আহিছো যে ৰাজনৈতিকভাৱে জনসাধাৰণ আগবঢ়া নহলে যুক্তৰাষ্ট্ৰ শক্তিশালী হব নোৱাৰে। যুক্তৰাষ্ট্ৰত এটা জটিল প্ৰশাসনীয় ব্যবস্থা থাকে। এনে জটিল ব্যবস্থা চলাবলৈ যোগ্য ৰাজনীতিজ্ঞ লোক নাথাকিলে ব্যবস্থাত ঘূণে ধৰে। যুক্তৰাষ্ট্ৰৰ প্ৰতি সেই দেশৰ লোকসকলৰ আগ্ৰহ আৰু আস্থাও প্ৰয়োজনীয় কথা। যুক্তৰাষ্ট্ৰৰ স যুক্ত ৰাজ্যবিলাকত ৰাজনৈতিক চেতনা আৰু যোগ্যতা সকলো ঠাইতে প্ৰকাশ নাপালে যুক্তৰাষ্ট্ৰ কৃতকাৰ্য্য হোৱাত বাধা আহি পৰে। স্বাধীনতাৰ পাচত ভাৰতত বহুতো যোগ্য সাহসী আৰু উদ্যোগী ব্যক্তিৰ আবিৰ্ভাৱ হোৱাটো ভাৰতৰ পক্ষে গৌৰৱৰ বিষয় হলেও, সুদক্ষ ই ৰাজ প্ৰশাসকসকল অৱসৰ লোৱাৰ কাৰণে কোনো কোনো ক্ষেত্ৰত জটিলতা উদ্ভৱ নোহোৱাকৈ থকা নাই। অৱশ্যে বৰ্ত্তমান ভাৰতত প্ৰশাসনীয় কাৰিকৰী, কৃষি

উদ্যোগ সকলো দিশতে ভাৰতীয় বিশেষজ্ঞই ভৰি পৰিছে। মাত্ৰ বৃহৎ শিল্প উদ্যোগত বাহিৰৰ পৰা মানুহ আনিব লগা হৈছে। ৰাজনীতি ক্ষেত্ৰত স্বাধীনতা ৰণৰ নিস্বাৰ্থ যোদ্ধাসকলৰ মৃত্যু হোৱাত, তেনে যোগ্য আৰু নিৰপেক্ষ নেতা ভাৰতত ওলোৱা নাই। বৰ্ত্তমান ভাৰতত যোগ্য নেতা কোনোদলতেই দেখা নাযায়। ক্ষুদ্ৰ স্বাৰ্থৰ কাৰণে দল সলনাসলনি কৰা নেতাৰে দেশ ভৰি পৰিছে। উপযুক্ত ৰাজনৈতিক চেতনা থকা সাহসী আৰু জাতীয় ভাবেৰে অনুপ্ৰাণিত নেতা নহ'লে, ঠায়ে ঠায়ে জন্ম লোৱা আঞ্চলিকতাবাদ আৰু বিৰোধ ভাবৰ অৱসান নহয়।

ভাৰত প্ৰকৃতপক্ষে এখন যুক্তৰাষ্ট্ৰ হয়নে বুলি প্ৰশ্ন কৰিলে দেখা যায়, ই প্ৰকৃত যুক্তৰাষ্ট্ৰ পদবাচ্য হব নোৱাৰে, সংবিধান প্ৰণেতাসকলেও ভাৰতক যুক্তৰাষ্ট্ৰ বুলি উল্লেখ কৰা নাই। বৰং 'সংঘ ৰাষ্ট্ৰ' বুলিহে কৈছে, সংবিধানৰ প্ৰণেতা সকলে সংঘৰাষ্ট্ৰ বোলাৰ কাৰণবোৰ আলোচনা কৰা হল।

প্ৰথমতে, ভাৰতত কেন্দ্ৰীয় চৰকাৰক অত্যন্ত ক্ষমতাশালী কৰি গঢ়ি তোলা হৈছে। ক্ষমতা বণ্টনৰ পাছত থকা অৱশিষ্ট ক্ষমতাবিলাকক সংযুক্ত ৰাজ্যসমূহৰ হাতত নিদি কেন্দ্ৰৰ হাতত দিয়া হৈছে। ৰাজ্যপালসকল কেন্দ্ৰৰ দ্বাৰা নিয়োগ হয়। কেন্দ্ৰই যিকোনো মুহূৰ্ত্তত ৰাজ্য চৰকাৰ ভাঙি দিব পাৰে। প্ৰয়োজন হলে, কেন্দ্ৰীয় চৰকাৰে দেশত জৰুৰী আইন প্ৰবৰ্ত্তন কৰি সকলো ৰাজ্য চৰকাৰৰ ক্ষমতাৰ ওপৰত নিয়ন্ত্ৰণ কৰিব পাৰে।

দ্বিতীয়তে ভাৰতৰ নাগৰিকক কেৱল মাত্ৰ এটা নাগৰিকত্বহে দিয়া হৈছে। আমেৰিকাত এজন নাগৰিকে দুটা নাগৰিকত্ব পায় প্ৰথমতে নাগৰিকজনে নিজা প্ৰদেশৰ নাগৰিকত্ব পায়। দ্বিতীয়তে তেওঁ আমেৰিকা যুক্তৰাষ্ট্ৰৰ নাগৰিক। ভাৰতৰ নাগৰিৰৰ কেৱল এটাহে নাগৰিকত্ব আছে। সকলো প্ৰদেশৰ লোকেই ভাৰতীয় নাগৰিকহে। নিজা প্ৰদেশৰ নাগৰিকত্ব তেওঁ নাপায়। এনে ব্যৱস্থাই দুৰ্ব্বল আৰু আকৃতিত সৰু ৰাজ্য বিলাকক ডাঙৰ ৰাজ্যবিলাকে চাকৰি-বাকৰি সা-সুবিধাৰ পৰা বঞ্চিত কৰি শোষণ কৰাৰ পথ মুকলি কৰি থৈছে।

তৃতীয়তে, ভাৰতত সৰ্ব্বোচ্চ ন্যায়ালয়ক সকলো প্ৰকাৰৰ আইন পুনৰীক্ষণৰ ক্ষমতা দিয়া হোৱা নাই। সংবিধানৰ পৰিপন্থী আইনবিলাকহে সৰ্ব্বোচ্চ ন্যায়ালয়ে নাকচ কৰিব পাৰে। সংবিধানবো সংশোধনত কোনো জটিলতা নাই। কেন্দ্ৰই ইচ্ছা কৰিলেই ৰাজ্যৰ সীমা সলনি কৰা নতুনকৈ ৰাজ্য সৃষ্টি কৰা আদি কাম কৰিবলৈ সমৰ্থ হোৱা দেখা যায়।

চতুৰ্থতে, 'সৰ্বভাৰতীয় সেৱা'ৰ প্ৰবৰ্তনে ভাৰতক এককেন্দ্ৰিক ৰাষ্ট্ৰলৈ পৰিবৰ্তন কৰা দেখা গৈছে।

আম্বেদকাৰে অৱশ্যে সমালোচকসকলৰ উত্তৰ দিওঁতে কৈছিল, — যুক্তৰাষ্ট্ৰীয় ব্যৱস্থা যাইকে কেন্দ্ৰ আৰু ৰাজ্যবিলাকৰ মাজত আইন প্ৰণয়ন আৰু কাৰ্য্যপালিকাৰ ক্ষমতাবিভাজনতে আবদ্ধ থাকে। ভাৰতত এই পদ্ধতি সম্পূৰ্ণ মানি চলা হৈছে। ৰাজ্যবিলাক কেন্দ্ৰৰ আজ্ঞাবহ বুলি কলে শুদ্ধ নহ'ব। আম্বেদকাৰে অৱশ্যে কেন্দ্ৰক শক্তিশালী কৰাৰ কথা স্বীকাৰ কৰি কৈছিল যে, ভাৰতৰ দৰে ৰাষ্ট্ৰ শক্তিশালী কেন্দ্ৰৰ অবিহনে কৃতকাৰ্য্য হব নোৱাৰি। বিভিন্ন ভাষা-ভাষী জাতি আৰু সংস্কৃতিৰ দেশ এখনত কেন্দ্ৰক শক্তিশালী কৰা প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। সেয়েহে ভাৰতীয় সংবিধানৰ প্ৰণেতাসকলে ভাৰতক সংঘৰাষ্ট্ৰ' (Union) বুলিহে উল্লেখ কৰিছে। এইক্ষেত্ৰত তেওঁলোকে অৱশ্যে ১৮৬৭ চনৰ "ইংৰাজ উত্তৰ আমেৰিকা আইন' (The British North America Act 1867) খনৰ পৰা সংঘ (Union) শব্দটো বাচি লৈ আত্মসন্তুষ্টি লাভ কৰা দেখা গৈছে।

## যুক্তৰাষ্ট্ৰীয় পদ্ধতিত ক্ষমতাৰ বন্টন

আগতে আমি কৈ আহিছো যে যুক্তৰাষ্ট্ৰীয় পদ্ধতিত কেন্দ্ৰ আৰু সংযুক্ত ৰাজ্যবিলাকৰ মাজত ক্ষমতা বিতৰণ এনে চৰকাৰৰ এটা প্ৰধান বৈশিষ্ট্য। যিবিলাক বিষয়ে সাধাৰণতে স্থানীয় বাইজক স্পৰ্শ কৰে তেনেবিলাক বিষয় আঞ্চলিক চৰকাৰৰ হাতত দিয়া হয়। এনে বিষয়বিলাকত গোটেই দেশতে একে ধৰণৰ আইন নহলেও চলে। কিন্তু গোটেই জাতিক স্পৰ্শ কৰা বিষয়বোৰ সকলো যুক্তৰাষ্ট্ৰতে কেন্দ্ৰীয় চৰকাৰৰ হাতত অৰ্পণ কৰা হয়। এনেবিষয়ত গোটেই দেশত একচৰিত্ৰৰ (Uniform) আইন প্ৰয়োজন হয়। প্ৰায় সকলোবোৰ দেশতে এনে নীতি অনুসৰণ কৰা হয় যদিও কোন বিষয়ক জাতীয় বুলি ধৰা হব আৰু কোনবিলাক বিষয়ক আঞ্চলিক বুলি ধৰা হব এই লৈ মতবিৰোধ হোৱা দেখা গৈছে। বৈদেশিক নীতি যুদ্ধঘোষণা শান্তিৰ চুক্তি, মুদ্ৰাব্যৱস্থা ডাক তাঁৰ আদি প্ৰায় সকলো দেশতে কেন্দ্ৰীয় চৰকাৰৰ বিষয় বুলি গণ্য কৰা হয়। আনহাতে আৰক্ষী, কৃষি ক্ষুদ্ৰ শিল্প গড়কাপ্তানী কাম পৌৰ প্ৰশাসন প্ৰভৃতি বিষয় স্থানীয় চৰকাৰৰ হাতত দিয়া হয়। অৱশ্যে এই ক্ষেত্ৰতো কিছুমান শক্তিশালী যুক্তৰাষ্ট্ৰত, ৰাজ্যিক চৰকাৰক আন্তৰ্জাতিক যোগাযোগ বা বৈদেশিক পৰিক্ৰমা বিষয়ত স্বাধীনতা দিয়া

দেখা যায়। 'অষ্ট্রেলিয়া কমনওয়েলথ'ত প্ৰদেশবিলাকক পোন পটীয়াকৈ, লণ্ডনস্থ গৱৰ্ণৰ জেনেৰেলৰ যোগে মূল কৰ্তৃপক্ষৰ লগত আদান-প্ৰদান কৰিবলৈ ক্ষমতা দিয়া হৈছিল। ছোভিয়েত দেশৰো তুখন 'ৰিপাব্লিকে' (ইউকেৰাইন আৰু বাইলোৰুচিয়া) নিজাকৈ ৰাষ্ট্ৰসংঘলৈ প্ৰতিনিধি পঠোৱাৰ ক্ষমতা পাইছে। কিন্তু দেশত অৱশ্যে বিপৰীত দৃষ্টিভঙ্গী লোৱাও চকুত পৰে। এই বিলাক দেশত কেন্দ্ৰই গ্ৰহণ কৰা বৈদেশিক নীতিতো প্ৰদেশবিলাকে বাধা দিব পাৰে। ১৯১৯ চনত আমেৰিকাৰ ৰাষ্ট্ৰপতি উড্ৰো উইলচনে ১৪ দফীয়া আচনি হাতত লৈ 'জাতিসংঘ' স্থাপন কৰিলে সঁচা। কিন্তু চিনেটৰ (প্ৰদেশবিলাকৰ প্ৰতিনিধি সদন) অনুমোদন পাব নোৱাৰিলে। আনহাতে আমেৰিকাত বিবাহ বিবাহভঙ্গ প্ৰভৃতি স্থানীয় আইনমতে পৰিচালিত হয়। জাৰ্ম্মানী আৰু কানাডাত এই বিলাক জাতীয় আইন বুলি গণ্য কৰা হৈছে। এনেবিলাক জটিলতাৰ বাবে বিবাহ আদি ক্ষেত্ৰত আমেৰিকাত নানা সমস্যাই দেখা দিছে। ভাৰতত ক্ষমতা তিনি প্ৰকাৰে ভাগ কৰা হৈছে। ভাৰতৰ ক্ষমতা সম্বন্ধীয় তালিকা তিনিখন হল কেন্দ্ৰীয় প্ৰাদেশিক আৰু যুগ্ম তালিকা। যুগ্ম তালিকা থকা বিষয়বিলাক উভয়হতীয়া। ইয়াৰ ওপৰত কেন্দ্ৰ আৰু ৰাজ্য উভয়ে আইন প্ৰণয়ন কৰিব পাৰে। এনে অৱস্থাত দুয়ো চৰকাৰে যদি একে বিষয়তে আইন কৰে সংঘাটৰ সম্ভাৱনা থাকে। ভাৰতৰ কেন্দ্ৰীয় চৰকাৰক শক্তিশালী কৰাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে প্ৰণয়ন কৰা আইনে ৰাজ্য চৰকাৰৰ আইনক নাকচ কৰে।

মূঠ কথা হল, ক্ষমতা বণ্টনৰ ক্ষেত্ৰত যি কামকেই হাতত লোৱা নহওক অকল কেন্দ্ৰীয় বা প্ৰাদেশিক চৰকাৰক নিজাববীয়াকৈ সিদ্ধান্ত লবলৈ দিয়া উচিত নহয়। এনে ক্ষেত্ৰত দেশৰ সাৰ্ব্বভৌম কৰ্তৃপক্ষকহে আগ ভাগ লবলৈ দিব লাগে যাতে ক্ষমতাৰ বণ্টনে কোনো অপ্ৰীতিকৰ পৰিস্থিতিৰ উদ্ভৱ কৰিব নোৱাৰে।

## যুক্তৰাষ্ট্ৰত কেন্দ্ৰীয় নিয়ন্ত্ৰণ

যুক্তৰাষ্ট্ৰৰ গঠন অধ্যয়ন কৰি আমি দেখিবলৈ পালো, এনে চৰকাৰত ক্ষমতাৰ উৎস এখন লিখিত (written) সংবিধান। এই সংবিধানৰ পৰাই কেন্দ্ৰীয় আৰু আঞ্চলিক চৰকাৰবিলাকে ক্ষমতা আহৰণ কৰে। কিছুমান নিৰ্দ্দিষ্ট ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰ শক্তিশালী হোৱা প্ৰয়োজন। কিন্তু দেশে দেশে জাতীয় চৰকাৰ বা কেন্দ্ৰীয় চৰকাৰবিলাকৰ ৰাজ্য চৰকাৰৰ ওপৰত কৰা নিয়ন্ত্ৰণৰ তাৰতম্য

দেখা যায়। আমেৰিকাত কেন্দ্ৰীয় চৰকাৰ আপেক্ষিকভাৱে দুৰ্ব্বল। আমেৰিকাৰ প্ৰজাতান্ত্ৰিক পদ্ধতিটো শক্তিশালী কৰি ৰখাটোৱেই এনে চৰকাৰৰ প্ৰধান কাম। কোনো ৰাজ্যই, দেশৰ প্ৰজাতান্ত্ৰিক চৰিত্ৰ বিলোপ কৰিবলৈ চেষ্টা কৰিলে কেন্দ্ৰীয় চৰকাৰ, তাৰ কাৰণে দায়ী থাকিব। জাৰ্ম্মানীৰ 'ৱেমাৰ সংবিধানতো' দেশৰ প্ৰজাতান্ত্ৰিক চৰিত্ৰ ৰক্ষাৰ দায়িত্ব কেন্দ্ৰীয় চৰকাৰক দিয়া হৈছিল। এই চৰকাৰৰ আন এটা কাম আছিল মন্ত্ৰীসভা (Cabinet) পদ্ধতি ভাগি যাবলৈ নিদিয়া। কানাডাত, কেন্দ্ৰীয় কাৰ্য্যপালিকা প্ৰধানে প্ৰাদেশিক আইন নাকচ কৰিব পাৰে আৰু প্ৰাদেশিক ৰাজ্যপাল বা উপৰাজ্যপাল নিয়োগ কৰিব পাৰে। ভাৰতৰ ৰাষ্ট্ৰপতিৰো তদ্ৰূপ ক্ষমতা দেখা যায়। ছোভিয়েত দেশত যদিও সংবিধানে সম্বন্ধচ্ছেদ (Secede) কৰাৰ ক্ষমতা সংযুক্ত 'ৰিপাব্লিক' বিলাকক দিছে, কাৰ্য্যতঃ ইয়াক নিষ্ক্ৰিয় কৰি ৰখাহে দেখা যায়। কৰ-কাটল বা আৰ্থিক দিশতো সংযুক্ত 'ৰিপাব্লিক'বিলাক কেন্দ্ৰীয় চৰকাৰৰ মুখাপেক্ষী। ছোভিয়েত দেশত থকা প্ৰদেশবিলাকক বাস্তৱিকতে ভৌগোলিক খণ্ড বুলি কোৱা হোৱা নাই। এই বিলাকে সুকীয়া জাতীয়ত্বৰ প্ৰতিনিধিত্ব কৰে। সংযুক্ত প্ৰজাতন্ত্ৰ' (Union Republic) বিলাক স্বয়ংক্ৰিয় প্ৰজাতন্ত্ৰ (Autonomous) বিলাকতকৈ বা স্বয়ংক্ৰিয় ভূখণ্ড (Autonomous region) বিলাকতকৈ কেন্দ্ৰীয় কাৰ্য্যকলাপত অংশ গ্ৰহণ কৰিব পৰা অধিকাৰ বেচি। ছোভিয়েত যুক্তৰাষ্ট্ৰত কেন্দ্ৰীয় চৰকাৰ অত্যন্ত ক্ষমতাশালী। সৌৰচক্ৰত সূৰ্য্যৰ নিয়ন্ত্ৰণৰ দৰে কেন্দ্ৰীয় চৰকাৰেও আঞ্চলিক চৰকাৰ নিয়ন্ত্ৰণ কৰে। ছোভিয়েত দেশত কেন্দ্ৰীয় চৰকাৰে আৰ্থিক দিশৰ দৰে শিক্ষাৰ দিশতো শিক্ষাৰ মূলনীতি উদ্ভাৱন কৰে। জনস্বাস্থ্য ৰক্ষাৰ ঘাই ব্যৱস্থাসমূহো কেন্দ্ৰীয় চৰকাৰৰ দায়িত্বত থাকে। প্ৰায়বিলাক যুক্তৰাষ্ট্ৰতে কেন্দ্ৰীয় চৰকাৰে জনসাধাৰণৰ মঙ্গলজনক কাৰ্য্যকলাপৰ প্ৰতি দৃষ্টিৰাখি স্থানীয় চৰকাৰৰ কামত হস্তক্ষেপ কৰা দেখা যায়। বহুক্ষেত্ৰত এনে ব্যৱস্থা সংবিধান প্ৰদত্ত নহবও পাৰে তথাপি, জাতিৰ নিৰাপত্তাৰ খাটিৰত কেন্দ্ৰীয় চৰকাৰে এনেবিলাক ক্ষমতা উপভোগ কৰা দেখা যায়। দেশত শান্তি আৰু নিৰাপত্তা ৰক্ষাৰ অজুহাত লৈ আমেৰিকাত কেন্দ্ৰীয় চৰকাৰে আঞ্চলিক চৰকাৰবিলাকৰ বহুতো কাৰ্য্যকলাপ নিয়ন্ত্ৰণ কৰি আহিছে।

কানাডা, আমেৰিকা আদি দেশত, কেন্দ্ৰীয় আইন কাৰ্য্যকৰী কৰিবলৈ সুকীয়া কৰ্ম্মচাৰী আৰু বিভাগ খোলা হৈছে। এই বিভাগে কেন্দ্ৰীয় কৰ সংগ্ৰহ আইন

কাৰ্য্যকৰী কৰা, আৰু তাৰ লগত জড়িত থকা কাম সমাধা কৰে। দুইজাৰলেণ্ড আৰু জাৰ্ম্মানীত ৰাজ্য চৰকাৰৰ কৰ্ম্মচাৰী আৰু বিভাগে কেন্দ্ৰীয় চৰকাৰৰ নিৰ্দ্দেশ পালন কৰে। ভাৰতত, কেন্দ্ৰীয় কৰ সংগ্ৰহৰ কেন্দ্ৰীয় বিভাগ আৰু কৰ্ম্মচাৰী আছে যদিও বহুতো কেন্দ্ৰীয় আইনৰ কাৰণে প্ৰাদেশিক প্ৰশাসনীয় যন্ত্ৰ ব্যৱহাৰ হয়। অৱশ্যে, এনেদৰে কেন্দ্ৰীয় কামৰ কাৰণে প্ৰাদেশিক প্ৰশাসনীয় যন্ত্ৰ ব্যৱহাৰ কৰোতে, প্ৰাদেশিক চৰকাৰৰ মত গ্ৰহণ কৰা হয়। কেন্দ্ৰীয় চৰকাৰে সুকীয়া দপ্তৰ বা বিভাগ নুখুলি প্ৰাদেশিক চৰকাৰৰ ওপৰত নিৰ্ভৰ কৰি চলিব পাৰিলে, দেশৰ আয় বহুতো ৰক্ষা পৰিব পাৰে।

## যুক্তৰাজ্যিক চৰকাৰৰ গুণ

সাধাৰণতে, এককেন্দ্ৰিক চৰকাৰত যিবোৰ দুৰ্ব্বলতা দেখা যায়, যুক্তৰাষ্ট্ৰত, সেইবিলাক সবলতা অৰ্থাৎ সুগুণ। যুক্তৰাষ্ট্ৰৰ প্ৰধান সুবিধা হল ক্ষুদ্ৰ ক্ষুদ্ৰ দুৰ্ব্বল ৰাজ্যবিলাকে সন্মিলনত শক্তি আহৰণ কৰি বৃহৎ ৰাষ্ট্ৰত পৰিণত হব পাৰে। বৃহৎ শিল্পবিলাকৰ উৎপাদন শক্তিও বৃহৎ থিক সেইদৰে বৃহৎ ৰাষ্ট্ৰবিলাকৰ কোনো কোনো সুযোগ সদায় বেচি। ক্ষুদ্ৰ ৰাষ্ট্ৰবিলাকেও সন্মিলনৰ পাছত ভালেমান ক্ষেত্ৰত সুযোগ লাভ কৰে। প্ৰতিৰক্ষাৰ প্ৰশ্নত যুক্তৰাষ্ট্ৰবিলাক অপৰাজেয় হৈ উঠে।

দ্বিতীয়তে যুক্তৰাজ্যিক পদ্ধতি বাস্তৱিকতে এটা কৌশল যাৰ দ্বাৰা, ডিচিয়ে (Dicey) কবৰ দৰে জনজাতীয় ঐক্য আৰু আঞ্চলিক অধিকাৰৰ মাজত সমন্বয় স্থাপন কৰিব পাৰি। সহযোগী ৰাজ্যবিলাকে এই পদ্ধতিত নিজা নিজা সাংস্কৃতিক বৈশিষ্ট্য-বিলাক ৰক্ষা কৰি চলিব পাৰে। যি নীতি অনুসৰণ কৰি কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত ক্ষমতা বিভাজন হয়, সেই নীতিৰ কাৰণেই, ৰাজ্যবিলাকে নিজা স্বতন্ত্ৰতা অক্ষুণ্ণ ৰাখিব পাৰে। বহুজাতি গোষ্ঠী আৰু সুকীয়া সুকীয়া জীৱন ধাৰণ পদ্ধতি থকা ৰাজ্যসমূহৰ কাৰণে যুক্তৰাজ্যিক ব্যৱস্থা অদ্বিতীয় বুলি কব পাৰি। ছোভিয়েত দেশৰ যুক্তৰাজ্যিক পদ্ধতিয়ে সেইদেশৰ সকলো সাংস্কৃতিক গোটবে স্বতন্ত্ৰ সত্বা ৰক্ষা কৰিবলৈ সক্ষম হৈছে। একোখন সৰু সাৰ্ব্বভৌম ৰাষ্ট্ৰতকৈ যুক্তৰাষ্ট্ৰৰ সংযুক্ত ৰাজ্যবিলাকৰ স্বতন্ত্ৰতা কোনো গুণে কম নহয়।

তৃতীয়তে, যুক্তৰাজ্যিক পদ্ধতিত আঞ্চলিক চৰকাৰবিলাক সদায় লাভবান হয়। ৰাজ্যবিলাকে নিজা চৰকাৰ লাভ কৰে। তেওঁলোকৰ নিজা সমস্যাবিলাক সমাধানৰ কাৰণে দূৰস্থ কেন্দ্ৰীয় চৰকাৰৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে। আঞ্চলিক

চৰকাৰ কেন্দ্ৰীয় চৰকাৰতকৈ স্থানীয় সমস্যা সম্বন্ধে বেছি অৱগত। সেয়েহে, সকলো কাম নিয়াৰিকৈ সম্পন্ন কৰিব পাৰি।

চতুৰ্থতে, এনে চৰকাৰত প্ৰধান প্ৰধান বিষয়বিলাকত গোটেই দেশতে একেধৰণৰ আইন লাভ কৰিব পাৰি আৰু তাৰ ফলত নাগৰিকৰ মাজত তাৰতম্য কমি যায়।

পঞ্চমতে, যুক্তৰাজ্যিক পদ্ধতিত কেন্দ্ৰীয় চৰকাৰৰ কামৰ বোজা বহুতো কমি যায়। কেন্দ্ৰীয় চৰকাৰে জাতীয় সমস্যা আৰু আঞ্চলিক চৰকাৰে আঞ্চলিক সমস্যা সহজে সমাধান কৰিব পাৰে।

ষষ্ঠতে যুক্তৰাজ্যিক পদ্ধতি ৰাজনৈতিক প্ৰশিক্ষণৰ স্কুল বুলি কব পাৰি। সকলো প্ৰকাৰৰ ৰাজনৈতিক চেতনা আৰু কাৰ্য্যকলাপ এনে পদ্ধতিত সহজে আৰম্ভ কৰিব পাৰি। জনসাধাৰণৰ মাজত ৰাজনৈতিক সচেতনতা যুক্তৰাষ্ট্ৰই বঢ়াই তোলে। চৰকাৰৰ লগত জনগণৰ সম্বন্ধ বাঢ়ি যোৱাৰ কাৰণে সকলো লোকে ৰাজনীতিৰ সোৱাদ লবলৈ আগবাঢ়ে। নিজ নিজ সমস্যাবিলাক বুজি উঠিবলৈ আৰু অনুৰাগ বৃদ্ধি কৰিবলৈ এনে চৰকাৰে জনগণৰ মাজত উদ্দীপনা বঢ়াই তোলা দেখা যায়।

সপ্তমতে, যিহেতু এনে চৰকাৰত কৰ্তৃত্ব সদায় ভাগ হৈ থাকে, ইয়াত একনায়কত্ব-বাদী শাসন গ৷ কৰি উঠা টান। চৰকাৰো আভ্যন্তৰীণ বা বাহ্যিক হেচাত খহি পৰাৰ আশঙ্কা কম। লৰ্ডব্ৰাইছে সেয়েহে কৈছে যুক্তৰাষ্ট্ৰত স্বেচ্ছাচাৰিতা হোৱাৰ সম্ভাৱনা নাথাকে।

## যুক্তৰাজ্যিক চৰকাৰৰ দোষ

ওপৰত যুক্তৰাজ্যিক চৰকাৰৰ গুণবিলাক আলোচনা কৰা হল। এই চৰকাৰৰ যিদৰে বহুতো গুণ আছে সেইদৰে ই দোষমুক্তও নহয়।

প্ৰথমতে, লিককে কৈছে, ৰাজনৈতিকভাবে আৰু বহিৰ্দিশত যুক্তৰাষ্ট্ৰ সবল হলেও আভ্যন্তৰীণভাৱে আৰ্থিক দিশত এনে চৰকাৰে বহুতো সমস্যাৰ সন্মুখীন হব লগা হয়। এনে চৰকাৰৰ গঠন প্ৰণালীতে অনেক দোষ বৈ যায়, যাৰ কাৰণে নতুন বাতাবৰণ আহি পৰিলে হঠাৎ চৰকাৰ ভাগি পৰাৰ সম্ভাৱনা বেছি। বাস্তৱিকতে, কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত ক্ষমতা বিভাজনে চৰকাৰ শক্তিশালী কৰাৰ পৰিবৰ্ত্তে দুৰ্বলহে কৰি তোলে। আমেৰিকা প্ৰমুখ্যে বহুতো দেশত ক্ষমতাৰ এনে বিভাজনে সংযুক্ত ৰাজ্যবিলাকৰ মাজত সংঘৰ্ষৰ সৃষ্টি নকৰাকৈ থকা নাই। ভিন্ ভিন্

ৰাজ্যত ভিন্ ভিন্ আইন, সহযোগহীনতা, আঞ্চলিকতাবাদ, প্ৰভৃতি দোষে যুক্তৰাষ্ট্ৰ প্ৰায়ে কঁপাই তোলা দেখা যায়।

দ্বিতীয়তে, ক্ষমতাৰ বিভাজন পদ্ধতিয়ে জাতীয় চৰকাৰৰ প্ৰতি অৱহেলা জগাই তোলে আৰু আঞ্চলিক উন্নয়নৰ প্ৰতি সকলোৰে মনোযোগ আকৰ্ষণ কৰে। বিকেন্দ্ৰীকৰণ ভাবধাৰা বাঢ়ি অহাৰ লগে লগে, বিপ্লৱৰ চিন্তাইও মূৰ ডাঙি উঠে। ভাৰতত নগা মিজো আৰু শিখসকলৰ মাজত এনে চিন্তাৰ সমাবেশ ঘটা দেখিবলৈ পোৱা গৈছে।

তৃতীয়তে, যুক্তৰাষ্ট্ৰত একনায়কত্ববাদী চৰকাৰৰ দৰে বৈদেশিক নীতিত নিৰঙ্কুশ সফলতা লাভ কৰিবলৈ টান। কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰৰ মতভেদে স্পষ্ট আৰু বলিষ্ঠ বৈদেশিক নীতি উদ্ভাৱন কৰাত অন্তৰায় হৈ দেখা দিয়ে। আমেৰিকাৰ জাতীয় চৰকাৰে এই ক্ষেত্ৰত উজুটি খাই আছে।

চতুৰ্থতে, সংবিধানৰ দৃঢ়তাই, আৰ্থ-সামাজিক দিশৰ পৰিবৰ্ত্তনৰ লগত খাপ-খুৱাই আগবাঢ়ি যোৱাত জাতিক বাধা দিয়ে। কোনো কোনো ক্ষেত্ৰত একাধিক ৰাজ্য মিলিত হৈ সংবিধান সংশোধনত বাধা দিয়াও দেখা যায়। আমেৰিকা যুক্ত-ৰাষ্ট্ৰত এনে ব্যৱস্থাৰে সংবিধান সংশোধনত মাজে মাজে বাধা দিয়াৰ কথা ইতিহাস পাঠকৰ অবিদিত নহয়। এনে কাৰণতে বহুতো দেশত বিপ্লৱো জাগি উঠে

অৱশেষত দেখা যায় যুক্তৰাজ্যিক পদ্ধতিত দেশৰ অধিক অথসম্পদ ব্যয় হয়। দুই প্ৰকাৰ চৰকাৰ কৰ্মচাৰী আদিৰ খৰছ প্ৰভৃতি এশ এটা অপব্যয়ে যুক্তৰাষ্ট্ৰবিলাকক সকলো ঠাইতে দুৰ্ব্বল কৰি তোলা দেখা যায়। এককেন্দ্ৰিক চৰকাৰত খৰছ আৰু অপব্যয় বহুতো কম।

## যুক্তৰাজ্যিক পদ্ধতিত পৰিবৰ্ত্তনৰ প্ৰবাহ

যুক্তৰাজ্যিক পদ্ধতিত লাহে লাহে সংস্কাৰ আৰু পৰিবৰ্ত্তনৰ যুগ পৰিলক্ষিত হোৱা দেখা যায়। আমি আগতে কৈ আহিছো যে সংবিধানিকভাৱে চৰকাৰৰ কাৰ্য্যক্ষেত্ৰ এনে পদ্ধতিত নিৰ্দ্দিষ্ট কৰি ৰখা হয় কেন্দ্ৰ আৰু ৰাজ্যিক কোনো চৰকাৰেই, এটাই আন এটাৰ আজ্ঞাধীন নহয়। আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংবিধানে এনে পদ্ধতি দৃঢ়ভাৱে ডাঙি ধৰিছে। হোৱেৰৰ ( whcare ) মতে, এনে পদ্ধতিত দুয়োটা চৰকাৰ সহযোগী। সাম্প্ৰতিক কালত প্ৰায়বোৰ দেশতে জাতীয় চৰকাৰ ক্ষমতাশালী হৈ উঠা দেখা গৈছে। ফলত যুক্তৰাজ্যিক চৰকাৰৰ পূৰ্ব্বৰ গাথনিত

পৰিবৰ্ত্তন আহি পৰিছে। প্ৰায়বিলাক যুক্তৰাষ্ট্ৰতে কেন্দ্ৰক শক্তিশালী কৰি গঢ়ি তোলাৰ প্ৰয়াস বাঢ়ি আহিব ধৰিছে। সমাজ গতিশীল আৰু পৰিবৰ্ত্তনশীল হোৱাৰ পৰিপ্ৰেক্ষিতত, চৰকাৰী কাম-কাজবিলাকো পৰিবৰ্ত্তনৰ লগত খাপ খুৱাই লোৱা প্ৰয়োজন। এনে অৱস্থাত কেন্দ্ৰীকৰণ ব্যৱস্থাই শক্তি আহৰণ কৰি যুক্তৰাজ্যৰ মূল গাথনিবো সাল-সলনি আনি দিছে। হোৱেৰৰ ( wheare ) মতে যুদ্ধ, অৰ্থনৈতিক সংঙ্কোচন, যাতায়ত ব্যৱস্থাত অভাৱনীয় পৰিবৰ্ত্তন, সমাজ সেৱাৰ উপায় বৃদ্ধি, আদি অনেক কাৰণত কেন্দ্ৰীয় বা জাতীয় চৰকাৰ সকলো দেশতে শক্তিশালী হোৱা পৰিলক্ষিত হয়। যুদ্ধ, অৰ্থনৈতিক উন্নয়ন, বৃহৎ শিল্প প্ৰতিষ্ঠা আদিৰ কাৰণে কেন্দ্ৰীয় পৰিকল্পনা অপৰিহাৰ্য্য। এনে পৰিকল্পনাবিলাকে কোনো অঞ্চলতে আবদ্ধ নাথাকি গোটেই জাতিকে জড়িত কৰাৰ কাৰণে সমস্যাবিলাকৰ গুৰুত্বও বাঢ়ি গৈছে। এনেবিলাক পৰিকল্পনা চলাবলৈ শক্তিশালী কেন্দ্ৰ নহলে নচলে। বৃহৎ পৰিমাণৰ অৰ্থ সম্পদ ৰাজ্য চৰকাৰৰ কাৰণে অসম্ভৱ বাবেও এনে পৰিকল্পনাত কেন্দ্ৰ স্বাভাৱিকতে জড়িত হৈ পৰে। এনে কাৰণতে সকলো দেশতে লাহে লাহে শক্তিশালী কেন্দ্ৰ গঢ়ি উঠা দেখা গৈছে। ৰেলগাড়ী, বিমান পৰিবহণ, ডাক-তাঁৰ দূৰদৰ্শন, আকাশবাণী আদিৰ প্ৰয়োজনীয়তা আঞ্চলিক চৰকাৰে পূৰাব নোৱাৰে। সেয়েহে কেন্দ্ৰীয় চৰকাৰৰ কৰ্ম্মক্ষেত্ৰ দিনে দিনে বৃদ্ধি পাই আহিছে, এই চৰকাৰ শক্তিশালী হৈ উঠিছে।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ কথা আলোচনা কৰিলে দেখা যায়, এই দেশত সংবিধান সংশোধনৰ সহায়ত কেন্দ্ৰীয় চৰকাৰৰ হাতত ক্ষমতা বৃদ্ধি কৰা হৈছে। ন্যায়িক সমীক্ষাবিলাকেও আমেৰিকাত কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতা বঢ়াই তুলিছে। আনহাতে, আঞ্চলিক উন্নয়নত কেন্দ্ৰীয় চৰকাৰ জড়িত হৈ পৰাৰ কাৰণেও ৰাজ্যবিলাকে আৰ্থিক দিশত কেন্দ্ৰৰ আজ্ঞাধীন হব লগা হৈছে।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংবিধানত চতুৰ্দ্দশ আৰু অষ্টাদশ সংশোধনে কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতা বৃদ্ধি কৰে। আগতে প্ৰথম অনুচ্ছেদৰ (Article 1 Sec 9) ৯নং দফামতে কেন্দ্ৰই, কেইটামান ধৰাবন্ধা কাৰণৰ বাহিৰে অন্যকাৰণত প্ৰত্যক্ষ কৰ লগাব নোৱাৰে। ষোড়শ সংশোধনে এই বাধা তুলি দিয়ে। এইদৰে আমেৰিকাত সৰ্ব্বোচ্চ ন্যায়ালয়ৰ ন্যায়িক সমীক্ষাবিলাকেও সময়ে সময়ে, কেন্দ্ৰীয় চৰকাৰক শক্তিশালী কৰি তুলিছে। সৰ্ব্বোচ্চ ন্যায়ালয়ে "স্পষ্টভাৱে বুজি পোৱা নীতি অনুসৰি সংবিধানৰ নতুন ব্যাখ্যা দি লাহে লাহে কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতা বৃদ্ধি

কৰা চকুত পৰিছে। ব্যৱসায়-বাণিজ্যৰ সন্দৰ্ভত, যুক্তৰাজ্যিক সংসদে নৰ, নৰ আইন প্ৰৱৰ্ত্তন কৰি কেন্দ্ৰৰ নিয়ন্ত্ৰণ বঢ়াই তোলা দেখা গৈছে। অৰ্থনৈতিক ক্ষেত্ৰতো আমেৰিকাৰ কেন্দ্ৰীয় চৰকাৰে শ্ৰমিক, বেংক আদি জড়িত আইন প্ৰণয়ন কৰি পৰিস্থিতি সলনি কৰিব ধৰিছে। আনহাতে কেন্দ্ৰ আৰু ৰাজ্যৰ সহযোগৰ ক্ষেত্ৰও এই দেশত ক্ৰমাগত বৃদ্ধি পোৱা পৰিলক্ষিত হৈছে।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে চুইজাৰলেণ্ড, অষ্ট্ৰেলিয়া, কানাডা আদি দেশতো, ক্ৰমাগত কেন্দ্ৰীয় চৰকাৰ শক্তিশালী হোৱা দেখা গৈছে। ১৮৭৪ চনৰ পৰা চুইজাৰলেণ্ডত কেন্দ্ৰীয় চৰকাৰে ক্ৰমবৰ্দ্ধমান ক্ষমতা ভোগ কৰা দেখা যায়। অৰ্থনৈতিক দুৰ্যোগ বিলাক সুকলমে নিয়ন্ত্ৰণাধীন কৰাৰ মানসে চুইজাৰলেণ্ডত কেন্দ্ৰীয় চৰকাৰৰ হাতত ১৯৫৭ চনত বিশেষ ক্ষমতা দিয়া হয়। সেইদৰে, অষ্ট্ৰেলিয়াতো কেন্দ্ৰীয় চৰকাৰে কেন্দ্ৰীকৰণ পদ্ধতিৰে ক্ষমতা আহৰণ কৰিছে। অষ্ট্ৰেলিয়াৰ উচ্চন্যায়ালয়েও আমেৰিকাৰ ন্যায়ালয়ৰ দৰে আন্তঃৰাজ্যিক আৰু আন্তৰ্জাতিক বাণিজ্যৰ সম্প্ৰসাৰণৰ কাৰণে কমনওৱেলথক আইন প্ৰণয়নৰ অধিকাৰ দিছে। অৰ্থনৈতিক মজুৰি আদি দিশতো 'কমনওৱেলথে' আইন প্ৰণয়নৰ ক্ষমতা লাভ কৰি আহিছে।

আমি কানাডাৰ শক্তিশালী কেন্দ্ৰৰ কথা স্থানান্তৰত উল্লেখ কৰি আহিছো। ইয়াত অৱশিষ্ট ক্ষমতা ডমিনিয়ন চৰকাৰৰ হাতত দিয়া হৈছে। বৃটিছ নৰ্থ আমেৰিকা এক্ট বা আইনে (৯১দফা) ডমিনিয়ন সংসদক (কানাডাত) শান্তি শৃঙ্খলা আৰু ভাল প্ৰশাসনৰ কাৰণে, (প্ৰদেশবিলাকক দিয়া বিষয়বিলাকৰ ভিতৰত নপৰা) আইন প্ৰণয়ন কৰিবলৈ ক্ষমতা দিছে। প্ৰিভিকাউন্সিলৰ ন্যায়িক তদন্ত সমিতিয়েও শেহতীয়াকৈ ডমিনিয়ন চৰকাৰৰ ক্ষমতা বা নিয়ন্ত্ৰণ বঢাই তোলা দেখা গৈছে।

ছোভিয়েত দেশৰ কথা আগতে কোৱা হৈছে। ইয়াত কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্ব ১৯৩৬ চনৰ সংবিধানতে দি থোৱা হৈছে। ভাৰতবৰ্ষতো, কেন্দ্ৰীয় চৰকাৰে দিনক দিনে শক্তি আহৰণ কৰা দেখা গৈছে। আৰম্ভণিতে 'কেন্দ্ৰ ৰাজ্য সম্পৰ্ক' সম্বন্ধে 'চাৰকাৰিয়া কমিচনে' সকলো কথা নকৈ অধ্যয়ন কৰি আছে।

## সংসদী প্ৰধান বা মন্ত্ৰীসভা প্ৰধান (Cabinet form) গণতন্ত্ৰ আৰু ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰ (Presidential form)

সংসদ আৰু কাৰ্য্যপালিকাৰ সম্বন্ধৰ ভিত্তিত দুই প্ৰকাৰ গণতান্ত্ৰিক চৰকাৰ

জন্ম হৈছে। এই দুই প্ৰকাৰ চৰকাৰ হল সংসদী প্ৰধান আৰু ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰ। সংসদী প্ৰধান গণতন্ত্ৰক মন্ত্ৰীসভা পৰিচালিত চৰকাৰ (Cabinet form of democracy) বা দায়িত্বপূৰ্ণ চৰকাৰ বুলিও (Responsible government) কোৱা হয়। এই সংসদী প্ৰধান গণতন্ত্ৰত কাৰ্য্যপালিকাৰ ক্ষমতা এখন মন্ত্ৰীসভাৰ দ্বাৰা পৰিচালিত হয়, আৰু মন্ত্ৰীসভাৰ সভ্যসকল এনে এটা ৰাজনৈতিক দলৰ সদস্য, যিটো দলে সংসদৰ মজিয়াত সংখ্যাগৰিষ্ঠতা উপভোগ কৰে। এই মন্ত্ৰীসভা (Cabinet) খন পোনপটীয়াকৈ নিজা কামৰ বাবে সংসদৰ ওচৰত দায়ী থাকিব লাগে। সংসদে অনাস্থা প্ৰকাশ কৰিলে মন্ত্ৰীসভাই কাৰ্য্যপালিকাৰ ক্ষমতা হেৰুৱাই পেলায়। ৰাষ্ট্ৰপতিপ্ৰধান গণতন্ত্ৰত এই ব্যৱস্থাৰ বিপৰীতে, কাৰ্য্যপালিকাৰ ক্ষমতা এজন ৰাজ্যমূৰৱীৰ হাতত থাকে। ... মুখ্যৰাকৈ নিৰ্ব্বাচন কৰা ৰাষ্ট্ৰপতিৰ হাতত থাকে। এওঁ নিজৰ সুবিধা অনুসৰি মন্ত্ৰীসভা পাতে। কাৰ্য্যপালিকাৰ নিজা নীতি বা কামৰ কাৰণে সংসদৰ ওচৰত জগৰীয়া নহয়। আগতে উল্লেখ কৰা সংসদী প্ৰথাতও এজন ৰাষ্ট্ৰপতি থাকিব পাৰে, তেওঁৰ হাতত কিন্তু প্ৰকৃত কাৰ্য্যপালিকাৰ (Executive) ক্ষমতা নাথাকে, কোনো দেশত এজন ৰজা বা ৰাণীয়েও এই আসন শোভা কৰিব পাৰে। এওঁলোকক একমাত্ৰ কাৰ্য্যপালিকা বুলি কোৱা হয় (Titular Executive)।

মুঠ কথা হল সংসদী প্ৰথা কাৰ্য্যপালিকা আৰু আইনপালিকাৰ সমন্বয় আনহাতে ৰাষ্ট্ৰপতি প্ৰথা কাৰ্য্যপালিকা আৰু আইনপালিকাৰ পৃথকীকৰণ নীতিৰ অভিব্যক্তি। সংসদী প্ৰথাৰ জন্মস্থান গ্ৰেটবৃটেইন আৰু ৰাষ্ট্ৰপতি প্ৰথাৰ জন্মস্থান হল আমেৰিকা যুক্তৰাষ্ট্ৰ।

## মন্ত্ৰীসভা চৰকাৰৰ বৈশিষ্ট্য

সংসদী প্ৰথাত চৰকাৰৰ কাৰ্য্যপালিকা (Executive) আৰু আইনপালিকাৰ মাজত (Legislature) সম্বন্ধ মধুৰ। বিখ্যাত লিখক বেগহটে কৈছে, 'গ্ৰেটবৃটেইনত মন্ত্ৰীসভাখনে কজাই দুদাল হাকুটি জোৰা দিয়াৰ দৰে কাৰ্য্যপালিকা আৰু আইনপালিকাক একেলগ কৰে। মন্ত্ৰীসভাৰ সদস্যসকলেই কাৰ্য্যপালিকা গঠন কৰে (মন কৰিব লগা কথা যে সকলো মন্ত্ৰীৰ মন্ত্ৰীসভাত বহিব পৰা ক্ষমতা নাথাকে। ৰবমূৰীয়া জনচেৰেক মন্ত্ৰীয়েহে এই মন্ত্ৰীসভাত উপস্থিত হৈ নীতি উদ্ভাৱন কৰে। বাকীবিলাক মন্ত্ৰীয়ে সেই নীতিকে গ্ৰহণ কৰে। সকলো মন্ত্ৰী লগ লাগি মন্ত্ৰীপৰিষদ গঠন Ministry) কৰে। কিন্তু

'মন্ত্ৰীপৰিষদৰ' কোনো সভা নহয়। সংসদী প্ৰথাত, মন্ত্ৰীসকল একো একোটা বিভাগৰ মুৰব্বীৰূপে কাম চলায়। এওঁলোক, ব্যক্তিগতভাৱে নিজ বিভাগৰ কামৰ কাৰণে দায়ী থাকিব লাগে। এই সকলো মন্ত্ৰীয়েই আইন সভাৰ (Legislature) সদস্য। এওঁলোকৰ দলটোক আইন সভাৰ এখন কমিটি বুলি কব পাৰি। যিমান দিন এই মন্ত্ৰীসভাখনে সন্তোষজনক, কাম কৰি থাকিব সিমান দিন আইন সভাৰ আস্থা ভাজন হৈ থাকে। মন্ত্ৰীসভাৰ সদস্যসকল সাধাৰণতে, সদনৰ সংখ্যাগৰিষ্ঠ দলৰ মানুহ। এওঁলোক সংসদলৈ এটা নিৰ্দিষ্ট কাৰ্য্যপন্থা লৈ নিৰ্ব্বাচিত হয়। নিৰ্ব্বাচনৰ সময়ত ৰাইজে এনে দলীয় কাৰ্য্যপন্থা বিলাক পৰীক্ষা কৰি চাই ভোট দিয়ে। মন্ত্ৰীসকল সংসদৰ নিম্নসদনৰ সংখ্যা গৰিষ্ঠ দলৰ সমৰ্থনৰ ওপৰত থাইকৈ বৰ্ত্তি থাকে। মন্ত্ৰীসভাই, কোনো আইন বা ব্যৱস্থা সংসদত গ্ৰহণ কৰাব নোৱাৰিলে পদত্যাগ কৰা নিয়ম। মন্ত্ৰীসভা পতন হলে, অৰ্থাৎ অনাস্থা প্ৰস্তাৱ গৃহীত কৰি মন্ত্ৰীসভা বৰ্খাস্ত কৰিলে, প্ৰধানমন্ত্ৰীৰ নিৰ্দ্দেশত ৰাষ্ট্ৰপতি বা ৰজাই সংসদ ভঙ্গ কৰি দি পুনৰ নিৰ্ব্বাচনৰ আদেশ দিব পাৰে। এনে অৱস্থাত ৰাইজৰ অৰ্থাৎ নিৰ্ব্বাচক মণ্ডলীৰ ৰায় সকলোৱে মানি লবলৈ বাধ্য।

মন্ত্ৰীসভাত প্ৰধান মন্ত্ৰীয়ে সভাপতিত্ব কৰে। মন্ত্ৰীসকল উচ্চসদন আৰু নিম্ন সদন উভয়ৰে সদস্য হব পাৰে। দলৰ নেতা হিচাবে প্ৰধানমন্ত্ৰীৰ সকলো মন্ত্ৰীৰ ওপৰত নিয়ন্ত্ৰণ থাকে, সেইবুলি প্ৰধানমন্ত্ৰীক মন্ত্ৰী সভাৰ ওপৰত স্থান দিয়া নহয়। তেওঁ মন্ত্ৰীসভাৰ প্ৰধান নেতা (Captain)। সংসদৰ মাজত সকলো মন্ত্ৰীক ৰক্ষা কৰাৰ দায়িত্ব প্ৰধান মন্ত্ৰীৰ আছে। বহুক্ষেত্ৰত প্ৰভাৱশালী প্ৰধান মন্ত্ৰীবিলাকে মন্ত্ৰীসভা নিজৰ ইচ্ছাতে চলাই নিব পাৰে।

## সংসদী গণতন্ত্ৰৰ আৱশ্যকতাসমূহ

সংসদী গণতন্ত্ৰত মন্ত্ৰীসভা আইন সভাৰ অঙ্গবিশেষ। মন্ত্ৰীসভাই আইন সভাক নিজস্ব নীতি আৰু কাৰ্য্যপন্থাৰে চলাই নিয়া আৱশ্যক। কিছু চৰ্ত্ত পূৰণ কৰিব নোৱাৰিলে মন্ত্ৰীসভা পৰিচালিত চৰকাৰে নিজা বৈশিষ্ট্য হেৰুৱাই পেলাব পাৰে।

প্ৰথমতে, যি দলে মন্ত্ৰীসভা গঠন কৰিব সেইদলৰ সংসদত সংখ্যাগৰিষ্ঠতা থকা আৱশ্যক। সংখ্যাগৰিষ্ঠতা থাকিলেহে মন্ত্ৰীসভাই নিৰ্দিষ্ট কাৰ্য্যপন্থা বাস্তৱত ৰূপায়ণ কৰাত বাধা প্ৰাপ্ত নহয়, মন্ত্ৰীসভাই যেতিয়া জানে যে, তেওঁলোকৰ নীতি

সংখ্যাগৰিষ্ঠ দলৰ দ্বাৰা সমৰ্থিত তেতিয়া মন্ত্ৰীসভা বিধিমি শূন্য হৈ নাওঁঅল আগবঢ়াই নিব পাৰে। দ্বিদলীয় প্ৰথা থকা দেশ গ্ৰেটবৃটেনত, (ইউ কে) মন্ত্ৰীসভাই এনেদৰে কাম কৰাত দলীয় প্ৰেৰণা লাভ কৰে। বহুদলীয় প্ৰথা প্ৰবৰ্ত্তন হোৱা দেশবিলাকত, কোনো দলেই সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে ৰাজনৈতিক অস্থিৰতা আহি পাৰে। এনে অৱস্থাত কোনো দলেই নিজা কাৰ্য্যপন্থা বাস্তৱত ৰূপায়ণ কৰা সম্ভৱ নহয়। ইয়াৰ স্বাভাৱিক ফলশ্ৰুতি হল বহুদলীয় (coalition) সংযুক্ত চৰকাৰ এনে চৰকাৰৰ কোনো নিৰ্দ্দিষ্ট কাৰ্য্যপন্থা নথকাৰ কাৰণে, প্ৰায়ে বেছি দিন টিকি থাকিব নোৱাৰে। মতভেদ, ভাবৰ সংঘাট, আদি কাৰণত চৰকাৰ ভাগি পৰে।

দ্বিতীয়তে ক্ষমতাৰ কাৰণে প্ৰতিযোগিতাত নমা ৰাজনৈতিক দলবিলাকৰো মাজত সহনশীলতা দৰ্কাৰ। ক্ষমতাত অধিষ্ঠিত আৰু বিৰুদ্ধে দলৰ মিলামিলিৰ মাজেদিহে প্ৰকৃত কাম হব পাৰে। দলবিলাকে সাধাৰণ আচৰণবিধি মানি নচলিলে গণতন্ত্ৰৰ বিপৰ্য্যয় ঘটিব পাৰে। বিৰোধীতা সহযোগিতা দুয়োটাৰে প্ৰয়োজন মন্ত্ৰীসভা পৰিচালিত চৰকাৰত থাকিব লাগে। ভাবাদৰ্শমূলক বিষয়ত বিৰোধীতা থাকিলেও মৌলিক বিষয় বা জাতীয় বিষয়ত, শাসকদল আৰু বিৰোধী দল একাগোট হোৱা দৰকাৰ। এনেধৰণৰ আচৰণ অবিহনে অশুভ পৰিণাম হব পাৰে। সকলো প্ৰকাৰৰ নিম্ন কৌশল আৰু অহিতকৰ কাৰ্য্যকলাপে দলবিলাক পথভ্ৰষ্ট কৰা সম্ভাবনা থাকে। এনেকুৱা বাতাবৰণত মন্ত্ৰীসভা পৰিচালিত চৰকাৰে কাম কৰা সম্ভৱ নহয়। ভাৰতত দলীয় ৰাজনীতিত অসূয়া হিংসা ব্যক্তিপূজা আৰু অগণতান্ত্ৰিক চিন্তাই মূৰ ডাঙি উঠা দেখা গৈছে। সমালোচকসকলৰ মতে ভাৰতৰ সংসদী প্ৰধান গণতন্ত্ৰৰ কাৰণে ই কেতিয়াও শুভলক্ষণ হব নোৱাৰে।

তৃতীয়তে সংসদী গণতন্ত্ৰত মন্ত্ৰীসভা আৰু বিধানসভাৰ সম্বন্ধ মধুৰ হোৱা বিধেয়। মন্ত্ৰীসভাই বিধানসভাৰ আস্থাৰ ওপৰতে জীয়াই থাকে। কাৰ্য্যপালিকা আৰু আইনপালিকাৰ সহযোগ হেৰাই গলে চৰকাৰী কাম কাজ বাধা প্ৰাপ্ত হয়। মন্ত্ৰীসভাই বিধানসভাক আগবঢ়াই নিব নোৱাৰিলে চৰকাৰ অচল হৈ পাৰে। কোনো কোনো অৱস্থাত কাৰ্য্যপালিকা আৰু আইন পালিকাৰ সংঘৰ্ষ ইমান বেছি হয় যে তেনে অৱস্থাত সংসদ ভঙ্গ কৰি নিদিলে আইনহীনতাই কৰাল মূৰ্ত্তি ধৰি উঠিব পাৰে। এনে অৱস্থাত ৰাষ্ট্ৰপ্ৰধানে সংসদ ভঙ্গ কৰাৰ ক্ষমতা পোৱা উচিত। ইংলণ্ডত ৰজাই আৰু ভাৰতত ৰাষ্ট্ৰপতিয়ে এই ক্ষমতা প্ৰয়োগ কৰি সংসদ

ভঙ্গ কৰি নতুনকৈ নিৰ্ব্বাচন পাতে। ৰাষ্ট্ৰপ্ৰধানৰ হাতত এনে ক্ষমতা নাথাকিলে গণতন্ত্ৰ সুস্থ আৰু কাৰ্য্যক্ষম হোৱা সম্ভৱ নহয়।

চতুৰ্থতে, সংসদী গণতন্ত্ৰ জীয়াই থাকে জনমত আৰু উপযুক্ত বিৰোধী দলৰ অৱস্থিতিত। এটা দায়িত্বপূৰ্ণ আৰু চিন্তাশীল বিৰোধীদলেহে চৰকাৰৰ একনায়কত্ব বাদী ইচ্ছা আৰু আকাঙ্ক্ষাৰ অৱসান ঘটায়। বিৰোধীদলৰ অনুপস্থিতিত স্বেচ্ছাচাৰিতা আৰু একনায়কত্ববাদে মূৰ তুলি উঠাৰ আশঙ্কা থাকে। ই ৰাজ লেখকসকলে এনে অৱস্থাক মন্ত্ৰীসভাৰ একনায়কত্ব (cabinet dictatorship) বুলি কৈছে। ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰত ৰাষ্ট্ৰপতি আৰু কাৰ্য্যপালিকাৰ এক-নায়কত্ববাদী আকাঙ্ক্ষা আৰু গতি সংবিধানৰ সন্তোলন আৰু অৱৰোধনৰ (checks and balance) দ্বাৰা নিয়ন্ত্ৰণ কৰা হয়। সংসদী গণতন্ত্ৰত এনেকৌশল নথকাৰ বাবে বিৰোধীদলৰ সক্ৰিয় প্ৰতিৰোধেই এনে চৰকাৰত একনায়কত্ববাদ নিৰ্মূল কৰাৰ একমাত্ৰ উপায়।

## সংসদী প্ৰথাৰ বৈশিষ্ট্যসমূহ

আগতে আমি কৈ আহিছো যে, সংসদী গণতন্ত্ৰৰ জন্মস্থান গ্ৰেটবৃটেইন। গতিকে সংসদী গণতন্ত্ৰৰ বৈশিষ্ট্য বুলিলে গ্ৰেটবৃটেইনত প্ৰচলিত পদ্ধতিকে আদৰ্শ-ৰূপে লব লাগিব। এই পদ্ধতিৰ প্ৰথম বৈশিষ্ট্য হল সংখ্যাগৰিষ্ঠ দলৰ শাসন। সংসদত সংখ্যাগৰিষ্ঠ আসন লাভ কৰা দলটোৱেই চৰকাৰ গঠন কৰে আৰু এই সকল লোক একভাবাপন্ন বা একমতানুগামী।

সংসদৰ মজিয়াত এওঁলোকে এখন নাওঁৰ যাত্ৰীৰ দৰে থিয় দিয়ে। ডুবিব লাগিলে একেলগে ডুবে আৰু ওপঙিব'ল হলেও একেলগে ওপঙে। মন্ত্ৰীসকলে প্ৰধানমন্ত্ৰীৰ নেতৃত্বত কাম কৰে। একভাবাপন্ন একনেতৃত্ব আৰু একআনুগত্য প্ৰকাশেই হল সংসদী পদ্ধতিৰ শক্তি।

সাধাৰণতে মন্ত্ৰীসভাখনেই দেশৰ সৰ্ব্বোচ্চ কাৰ্য্যপালিকা হলেও এনে পদ্ধতিত ৰাষ্ট্ৰপ্ৰধানজন সুকীয়া ব্যক্তি। গ্ৰেটবৃটেইনত তেওঁ ৰজা আৰু ভাৰতৰ দৰে প্ৰজাতন্ত্ৰত তেওঁ ৰাষ্ট্ৰপতি। ৰাষ্ট্ৰপতি চৰকাৰৰ মুৰব্বী নহয় ৰাষ্ট্ৰৰহে মুৰব্বী। এনেকুৱা ৰাষ্ট্ৰপ্ৰধানজনক নামমাত্ৰ (Nominal executive) কাৰ্য্যপালিকা বোলা হয়। আইনমতে এওঁৰ হাততে কাৰ্য্যপালিকাৰ ক্ষমতা থাকে যদিও প্ৰকৃততে এওঁ কোনো কাম নকৰে। মন্ত্ৰীসভাখনেই সকলো কামৰ কাৰণে দায়ী থাকে। ইংলণ্ডত

ৰজা বা ৰাণী নাম মাত্ৰ কাৰ্য্যপালিকা আৰু ৰাষ্ট্ৰপ্ৰধান। মন্ত্ৰীসভাৰ হাতত্তেই সকলো ক্ষমতা থাকে। ভাৰতীয় সংবিধানৰ ৫৩ (১) অনুচ্ছেদ মতে সমগ্ৰ সংঘৰাজ্যৰ ( union ) ক্ষমতা ৰাষ্ট্ৰপতিৰ হাতত অৰ্পণ কৰা হৈছে। আনহাতে, ৭৪ (১) অনুচ্ছেদ মতে সংবিধানে প্ৰধানমন্ত্ৰীৰ নেতৃত্ব মানি চলা এখন মন্ত্ৰী পৰিষদক ৰাষ্ট্ৰপতিৰ কামত সহায় আৰু উপদেশ দিবলৈ ক্ষমতা দিছে। ৰাষ্ট্ৰপতি কাগজে কলমে সৰ্ব্বোচ্চ ক্ষমতাৰ গৰাকী হলেও মন্ত্ৰীসভাৰ মতেহে তেওঁ চলিব লাগে, অৰ্থাৎ মন্ত্ৰীসভাই প্ৰকৃত ক্ষমতা প্ৰয়োগ কৰিব পাৰে।

সংসদী প্ৰথাৰ আন এটা উল্লেখযোগ্য দিশ হল সকলো মন্ত্ৰীয়েই সংসদৰ সদস্য হব লাগিব। সকলো বিভাগৰ মুৰব্বী হিচাবে মন্ত্ৰীসকলে বহুক্ষেত্ৰত আইন প্ৰণয়ন কৰে। মন্ত্ৰীসকল উচ্চ বা নিম্ন যি কোনো সদনৰে সদস্য হোৱাত বাধা নাই। ভাৰতীয় সংবিধান মতে সংসদৰ সদস্য নোহোৱা লোকে মন্ত্ৰীপদ ললে ৭৫ (৫) অনুচ্ছেদ মতে ছমাহৰ ভিতৰত সংসদৰ সদস্যৰূপে নিৰ্ব্বাচিত হব লাগিব।

সাধাৰণভাৱে সংখ্যাগৰিষ্ঠ দলে চৰকাৰ গঠন কৰিলে, মন্ত্ৰীসকল এক মনোভাবাপন্ন হোৱা বিধেয়। তেওঁলোক সকলোৱে ৰাজনৈতিক দলৰ সভ্য। সংসদী প্ৰথানুযায়ী সকলো মন্ত্ৰীয়ে সংসদত উপস্থিত থাকিব লাগে। তেওঁলোকে দলৰ কাৰ্য্যপন্থা অনুসৰণ কৰে। অৱশ্যে ফৰাচী দেশত মন্ত্ৰীসভাই সংসদক বাট দেখুৱাই নিব নোৱাৰে। মন্ত্ৰীসভাৰ ওপৰত ফ্ৰান্সত সংসদৰ নিয়ন্ত্ৰণ বেচি। ফৰাচী মন্ত্ৰীসভাৰ সংসদ ভঙ্গকৰাৰ ক্ষেত্ৰতো সীমাবদ্ধ ক্ষমতাহে আছে। ইংলণ্ডত মন্ত্ৰীসভাই প্ৰতিটো প্ৰধান বিষয়ত একতা ৰক্ষা কৰি চলে। প্ৰয়োজন হলে সকলোৱেই পদত্যাগ কৰে।

মন্ত্ৰীসভাৰ দায়বদ্ধতা সংসদী প্ৰথাৰ অন্যতম বৈশিষ্ট্য। গ্ৰেটবৃটেন বা ইংলণ্ডত নিম্নসদনৰ (House of Common ) প্ৰতি দায়বদ্ধতা (Responsibility) পৰম্পৰাভাৱে মানি চলা হয়। ভাৰতৰ ক্ষেত্ৰতো সংবিধানৰ ৭৫ (৩) অনুচ্ছেদে লোকসভাৰ ওচৰত মন্ত্ৰীসভাৰ দায়বদ্ধতা নিশ্চিত কৰিছে। কোনো কোনো দেশত মন্ত্ৰীসকলৰ উভয় সদনৰ ওচৰতে দায়বদ্ধতা প্ৰকাশ কৰা দেখা যায়। সভা স্থগিত প্ৰস্তাৱ বিভাগীয় সিদ্ধান্ত বাজেট আদিৰ ক্ষেত্ৰত মন্ত্ৰীসভাই এটা গোটৰ দৰে থিয় দিব লাগে। সংসদত অনাস্থা প্ৰস্তাৱ উত্থাপন কৰি মন্ত্ৰীসভাৰ দায়বদ্ধতা প্ৰতিপন্ন কৰা হয়। এনে অৱস্থাত সংসদত সংখ্যাগৰিষ্ঠদলে প্ৰধান মন্ত্ৰীৰ নেতৃত্ব

মানি চলা সংসদী প্ৰথাৰ এটা প্ৰধান বৈশিষ্ট্য। অনাস্থা প্ৰস্তাৱ উত্থাপিত হলে প্ৰধানমন্ত্ৰীয়ে সংখ্যাগৰিষ্ঠদলৰ প্ৰতি যি নিৰ্দ্দেশ জাৰি কৰিব তাক মানি নচলিলে মন্ত্ৰীসভা পতন হোৱাৰ সম্ভাৱনা থাকে।

## সংসদী গণতন্ত্ৰৰ গুণ

চৰকাৰৰ আইন বিভাগ আৰু কাৰ্য্যপালিকাৰ মাজত সম্বন্ধ গঢ়ি তোলাৰ একমাত্ৰ চৰকাৰ হল সংসদী গণতন্ত্ৰ। কাৰ্য্যপালিকা আৰু আইন পালিকাৰ সহায় সহযোগৰ মাজেদিহে চৰকাৰে নিৰ্বিঘ্নে কাম কৰি যাব পাৰে। লাস্কীৰ মতে সংসদী পদ্ধতিৰ যোগে দুটা গোটৰ মাজত সৃষ্টিশীল সমন্বয় স্থাপন হয় আৰু ইয়েই চৰকাৰৰ কাৰ্য্যক্ষমতা বৃদ্ধি কৰে। যিসকল সংসদৰ নেতা তেওঁলোকেই বিভাগীয় গুৰিয়াল। গতিকে, কাৰ্য্যপালিকাই আৰু আইনপালিকাই হাতত ধৰা ধৰি কৰি কাম কৰিব পাৰে। মন্ত্ৰীসকল স সদৰ সংখ্যা গৰিষ্ঠদলৰ সভ্য সেয়েহে তেওঁলোকে গৰিষ্ঠদলৰ সমৰ্থন পাই থাকে। এনে সমথন থকাৰ কাৰণে আইন সমূহ গ্ৰহণ কৰাত বাধা নাথাকে। আনহাতে চৰকাৰেও মইমতীয়াকৈ কাম কৰিব নোৱাৰে কাৰণ চৰকাৰ সংসদৰ ওচৰত নিজ কামৰ কাৰণে দায়বদ্ধ। স সদৰ বিৰোধী দলৰ সমালোচনাৰ মাধ্যমত চৰকাৰৰ দোষ ত্ৰুটিবিলাক আঙুলিয়াই দি চৰকাৰৰ একনায়কত্ববাদী প্ৰয়াসত বাধা দিয়ে। আধুনিক যুগত আইন পালিকাৰ কাম দিনে দিনে বৃদ্ধি পাই আহিছে। শিল্প বাণিজ্য যাতায়ত, বৈজ্ঞানিক গবেষণা আদিৰ সম্প্ৰসাৰণে চৰকাৰকো নন আইন প্ৰণয়ন কৰিবলৈ বাধ্য কৰিছে। এনে অৱস্থাত যোগ্য নেতৃত্ব নাথাকিলে ইমানবোৰ আইন প্ৰণয়ন কৰা সহজ নহয়। মন্ত্ৰীসভাৰ উপস্থিতিয়ে এইবিষয়ত সংসদত নেতৃত্ব দিয়ে। স সদী গণতন্ত্ৰত মন্ত্ৰীসভাখনে স সদৰ এটা সমিতিৰ দৰে বিভিন্ন কামৰ সোঁত আগলৈ বোৱাই নিয়ে (লাস্কী)।

স সদী পদ্ধতিত দায়বদ্ধতা দুই প্ৰকাৰৰ। প্ৰথমতে মন্ত্ৰীসকল সংসদৰ ওচৰত নিজ নিজ কামৰ কাৰণে আৰু সমূহীয়াকৈ (collectively) জাতীয় নীতিৰ কাৰণে দায়বদ্ধ হৈ থাকিব লাগে। আনহাতে স সদৰ সদস্য সকলো নিৰ্ব্বাচক মণ্ডলীৰ ওচৰত দায়বদ্ধ। এনে অৱস্থাত স্বেচ্ছাচাৰিতাই কোনো সুৰুঙাকে পাব নোৱাৰে। এহাতে স সদী সদস্যসকলক জনমতে (Public opinion) নিয়ন্ত্ৰণ কৰে, আনহাতে মন্ত্ৰীসকলক সংসদে নিয়ন্ত্ৰণ কৰে।

ৰাইছে কৰৰ দৰে নিৰ্ব্বাচক মণ্ডলীয়ে বিৰোধী দল আৰু নিজা প্ৰতিনিধিৰ লগত প্ৰায়ে সকলো অৱস্থাতে জড়িত থকাৰ কাৰণে, সংসদৰ মাত্ৰা-নক্ষত্ৰ সহজে অনুভৱ কৰিব পাৰে। সংসদ আৰু মন্ত্ৰীসভাৰ মাজত সংঘাট সৃষ্টি হৈ অচল অৱস্থা হলে, দেশৰ কাৰ্য্যপালিকা প্ৰধানৰ যোগে সংসদ ভঙ্গ কৰি দি অচল অৱস্থা আঁতৰ কৰিব পৰা যায়। সংসদী পদ্ধতিত মন্ত্ৰীসভাই সহজতে জনসাধাৰণৰ মনোযোগ আকৰ্ষণ কৰিব পাৰে। বেগহতে আঙুলিয়াই দিছে—স্থিতিস্থাপকতা (elasti ity) এই পদ্ধতিৰ এটা প্ৰধান বৈশিষ্ট্য দেশৰ সঙ্কট সঙ্কুল অৱস্থাত উপযুক্ত নেতাৰ অভাব অনুভৱ হলে সংসদী পদ্ধতিত পুৰণা নেতৃত্ব আঁতৰ কৰি উপযুক্ত আৰু যোগ্যব্যক্তিক নেতৃত্ব প্ৰদান কৰাৰ ব্যৱস্থা আছে। ইংলণ্ডত দ্বিতীয় মহাযুদ্ধৰ সময়ত নতুন নেতৃত্বই এইদৰেই কাম কৰিবলৈ সুযোগ পাইছিল। ৰাষ্ট্ৰপতি প্ৰধান পদ্ধতিত এনেদৰে নেতৃত্ব সলনি কৰাৰ কোনো উপায় নাই। বেগহতে কয়—'তাত এনে স্থিতি-স্থাপকতা নাই।

সংসদী ব্যৱস্থাত দলীয় ৰাজনীতি সদায় সক্ৰিয় অৱস্থাত থাকে। ৰাজনৈতিক দলবোৰে দেশৰ ভাল বেয়া অধ্যয়ন কৰি নিতৌ নতুন ব্যৱস্থা হাতত লোৱা দেখা যায়। সেয়েহে কব পাৰি সংসদী ব্যৱস্থাত ৰাজনৈতিক প্ৰশিক্ষণ সহজে সম্ভৱ হব পাৰে।

অৱশেষত কব পাৰি এনে পদ্ধতিত কাৰ্য্যপালিকাৰ আইন সম্বন্ধেও জ্ঞান বৃদ্ধি হয়। মন্ত্ৰীসকলেই আইন প্ৰণয়নত আগ ভাগ লয় আৰু তেওঁলোকেই আইন কাৰ্য্যকৰীও কৰিব লাগে। এনে অৱস্থাত আইনৰ ভাল বেয়া দুয়োটা দিশ কাৰ্য্য-পালিকাৰ জ্ঞাত থাকে। আমেৰিকান ব্যৱস্থাত কাৰ্য্যপালিকাই আইনৰ গুণাগুণ বিচাৰ কৰা সম্ভৱ নহয়।

## সংসদী গণতন্ত্ৰৰ দোষ

সংসদী গণতন্ত্ৰ পদ্ধতিত যি দৰে সুগুণ আছে সেইদৰে দুৰ্গুণো নথকা নহয়। প্ৰথমতে এনে পদ্ধতিয়ে ক্ষমতা বিভাজন নীতি মানি নচলে। মন্টেস্কুৱে কৈছিল, ক্ষমতাৰ বিভাজন নীতি মানি নচলিলে নাগৰিকৰ স্বতন্ত্ৰতা অক্ষুণ্ণ ৰখা সম্ভৱ নহয়।

দ্বিতীয়তে সংসদী পদ্ধতিত সাধাৰণ নিয়ম অনুসৰি একেদলৰ লোকেই মন্ত্ৰী-সভা গঠন কৰে আৰু এনে মন্ত্ৰীসভাত একদলীয় লোকৰ সমাবেশ হোৱাৰ কাৰণে মতানৈক্য নাথাকে। কিন্তু বিশেষ দলৰ চৰিত্ৰই প্ৰশাসন এনেদৰে লিপাই যে

প্ৰশাসনো দলীয় চিন্তাত নিমজ্জিত হয়। এনে অৱস্থাত চৰকাৰ লেতেৰা ৰজা-নীতিৰ প্ৰভাৱৰ পৰা মুক্ত হব নোৱাৰে আৰু গোটেই প্ৰশাসন যন্ত্ৰ দলগত চিন্তাৰ কেন্দ্ৰ হৈ পৰে। ব্ৰাইছে দেখুৱাইছে, যে, এনে ব্যৱস্থাই চৰকাৰী কাম কাজ নিৰপেক্ষ হোৱাত বাধা দিয়ে। নীতিৰ প্ৰশ্ন জড়িত নথকা বিষয়বিলাকৰ ক্ষেত্ৰতো দলীয় ৰাজনীতিৰ দাম দৰ আহি পৰে, প্ৰতিদ্বন্দিতা এৰাই চলিব নোৱা-ৰিলে সংসদী চৰকাৰত দলীয় সংঘাট এৰাব নোৱাৰা বস্তু। এটা দল ক্ষমতাত থাকিলে বিৰোধী দলৰ আকাঙ্ক্ষা আৰু অসুয়াই কলহ আৰু কন্দলৰ সৃষ্টি কৰে। ব্ৰাইছৰ মতে, তেজৰ ৰক্তকণিকাৰ লগত ৰোগৰ জীৱাণুৰ অন্তহীন সংঘৰ্ষৰ দৰে দলীয় চৰকাৰত সংঘৰ্ষৰ শেষ নাই।

সংসদী পদ্ধতিৰ আন এটা দোষ হল এনে চৰকাৰে দীৰ্ঘম্যাদী উন্নয়ন পৰি-কল্পনা কৰিব পাৰিলেও তেনে পৰিকল্পনা প্ৰায়ে বাস্তৱত ৰূপায়ণ কৰা সম্ভৱ হৈ নুঠে, কিয়নো চৰকাৰৰ স্থিতি সম্বন্ধে কোনো নিশ্চয়তা নাই।

ৰামচে মূইৰ মতে এনে চৰকাৰত মন্ত্ৰীসভাৰ একনায়কত্বই (Cabinet dictatorship) মূৰ তুলি উঠাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি। প্ৰায়ে সংখ্যা গৰিষ্ঠৰ সমৰ্থন লাভ কৰি মন্ত্ৰীসভাৰ দৰে সংখ্যালঘিষ্ঠ গোট এটাই সংসদৰ ইচ্ছা আৰু ৰাইজৰ ইচ্ছাকো হেয় প্ৰতিপন্ন কৰি তোলা দেখা যায়। সংসদ বা বিধান সভাৰ ওপৰত নেতৃত্ব দিয়াৰ অধিকাৰ পোৱাৰ অজুহাতত মন্ত্ৰীসভাই অনেক সময়ত নিজা ৰুচি মতে আইন গ্ৰহণ কৰে আৰু ৰাজহুৱা মতামতো অগ্ৰাহ্য কৰে। অনেক সময়ত, জনমতে কোনো ফলৱতী হেচা দিব নোৱাৰাত মন্ত্ৰীসভাই নিজ ইচ্ছা মতে স্বেচ্ছাচাৰীভাৱে কাম কৰাও দেখা যায়। বিলাতত মাজে মাজে এনে সমালোচনাও শুনা যায় যে তেওঁলোকৰ গণতন্ত্ৰ কেৱল ভোটৰ ওপৰত বৰ্ত্তি থাকে নীতি নিৰ্ণয়ত ৰাইজৰ হাত নাই। নিৰ্ব্বাচনৰ সময়ত চৰকাৰী নথিপত্ৰত থকা হয়, 'নহয়' আদিয়ে প্ৰকৃত গণতন্ত্ৰ উপলব্ধি কৰাত সহায় নকৰে।

সংসদী গণতন্ত্ৰৰ দোষবিলাকৰ ভিত্তি নথকা নহয়। উদাহৰণ স্বৰূপে 'মন্ত্ৰী-সভাৰ একনায়কত্ববাদী গতি গণতন্ত্ৰৰ প্ৰমাণিত বিষয়। তথাপি, স্বীকাৰ কৰিব লাগিব সংসদী গণতন্ত্ৰৰ এই দোষবিলাক আঁতৰ সহজে কৰিব পৰা যায়। ল'ৱেলে লিখিছে 'যদি সংসদী প্ৰথাত মন্ত্ৰীসভাৰ মইমতালি দেখা দিয়ে, এই মইমতালি মুকলিভাৱে আৰু সমালোচনাৰ অগ্নিশিখা অতিক্ৰম কৰিহে প্ৰকাশ পায়'। যেতিয়া মন্ত্ৰীসভাৰ কামত কোনো বাধা নাপায় বা নিৰঙ্কুশভাৱে

কাম কৰিব পাৰে তেতিয়া মন্ত্ৰীসভাই একনায়কত্ববাদী মনোভাৱ গ্ৰহণ কৰাটো স্বাভাৱিক কথা। জনসাধাৰণ সচেতন থাকিলে আৰু বিৰোধী দল বিলাকে সক্ৰিয় প্ৰতিৰোধ দিব পাৰিলে মন্ত্ৰীসভাৰ একনায়কত্ব সম্ভৱ হব নোৱাৰে।

## ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰ বা পদ্ধতি—

ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ সৃষ্টি। এই পদ্ধতি যাইকৈ মণ্টেস্কুৰ ক্ষমতা বিভাজন নীতিৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াত কাৰ্য্যপালিকা আৰু আইনপালিকাৰ মাজত কোনো সম্বন্ধ ৰখাৰ প্ৰচেষ্টা নাই। সংবিধানৰ ব্যৱস্থা হিচাপে ৰাষ্ট্ৰপতি অৰ্থাৎ কাৰ্য্যপালিকা আৰু আইনপালিকা বা সংসদ নিজ নিজ ক্ষেত্ৰত স্বাধীন। কাৰ্য্যপালিকাৰ আয়ুস বা স্থিতি আইনপালিকাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল নহয়। এই পদ্ধতিত কাৰ্য্যপালিকাৰ প্ৰধানৰূপে এজন ৰাষ্ট্ৰপতি থাকে। তেওঁক পৰোক্ষভাৱে জনসাধাৰণে নিৰ্ব্বাচন কৰে। তেওঁ সংবিধানে নিৰ্দ্দিষ্ট কৰি দিয়া এক বিশেষ সময়ৰ কাৰণে নিৰ্ব্বাচিত হয় আৰু কাৰ্য্যকাল অন্ত হোৱাৰ পূৰ্ব্বে সংসদে কোনো অনাস্থা প্ৰস্তাৱ যোগে আঁতৰ কৰিব নোৱাৰে।

বাস্তৱিকতে এজন ৰাষ্ট্ৰপতি প্ৰশাসনৰ শীৰ্ষস্থানত থাকে বুলিয়েই এনে পদ্ধতিক "ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰ (Presidential type) বোলা শুদ্ধ নহব। ভাৰতৰ নিচিনা দেশতো প্ৰশাসনীয় চক্ৰৰ শীৰ্ষস্থানত এজন ৰাষ্ট্ৰপতি থাকে। কিন্তু, ইয়াক ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰ বোলা নহয়। মূঠ কথা হল ইয়াত আছে ৰাইজৰ দ্বাৰা নিৰ্ব্বাচিত কাৰ্য্যপালিকা (ৰাষ্ট্ৰপতি) যাৰ কাৰ্য্যকাল সংসদৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল নহয়। সংসদৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল নোহোৱা কাৰণে সংসদে কাৰ্য্য-পালিকাৰ কাৰ্য্যকালৰ ওপৰত হাত দিব নোৱাৰে।

## ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰৰ কাৰ্য্য পৰিচালনা

আমি আগতে কৈ আহিছো যে ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰ বুলিলে আমি যাইকৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰশাসনীয় পদ্ধতিকে বুজো। অৱশ্যে, লেটিন আমেৰিকাৰ প্ৰায়বোৰ ৰাষ্ট্ৰতে ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰই প্ৰাধান্য লাভ কৰা দেখা গৈছে। ইয়াত কাৰ্য্যপালিকা শব্দই যাইকৈ নিৰ্ব্বাচিত ৰাষ্ট্ৰপতি গৰাকীকে বুজায়। এনে পদ্ধতিত নাম মাত্ৰ কাৰ্য্যপালিকা আৰু প্ৰকৃত কাৰ্য্যপালিকাৰ কোনো পাৰ্থক্য নাথাকে। ৰাষ্ট্ৰপতি গৰাকী একেধাৰে ৰাষ্ট্ৰ আৰু চৰকাৰৰ মুৰব্বী

সংসদী গণতন্ত্ৰত আনহাতে, প্ৰধানমন্ত্ৰী চৰকাৰৰ মুৰব্বী কিন্তু, ৰাষ্ট্ৰৰ মুৰব্বী নহয়। এনে চৰকাৰত এজন ৰজা বা ৰাষ্ট্ৰপতি ৰাষ্ট্ৰৰ মুৰব্বী হোৱা দেখা যায়। আমেৰিকাৰ সংবিধানৰ ২ নং অনুচ্ছেদ অনুসৰি ৰাষ্ট্ৰৰ সকলো ক্ষমতা ৰাষ্ট্ৰপতিৰ হাতত অপণ কৰিছে। প্ৰকৃতপক্ষে আমেৰিকাত ৰাষ্ট্ৰপতি কাৰ্য্যপালিকা প্ৰধানমন্ত্ৰী বা চেক্ৰেটৰীসকলক তেওঁৰেই নিয়োগ কৰিব লাগে। ৰাষ্ট্ৰপতিয়ে ইচ্ছা কৰিলে তেওঁলোকক বৰ্খাস্তও কৰিব পাৰে। ভাৰতীয় ৰাষ্ট্ৰপতিৰ হাতত সংবিধানে এনে ক্ষমতা দিয়া নাই। দেখাত অনুচ্ছেদ ৫৩ (১) ৰ মতে ভাৰতীয় ৰাষ্ট্ৰপতিৰ হাতত কাৰ্য্যকৰী ক্ষমতা দিয়া হৈছে যদিও মন্ত্ৰীপৰিষদ গঠন ৰাষ্ট্ৰপতিৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ নকৰে। প্ৰধানমন্ত্ৰীয়ে এই পদ্ধতিত মন্ত্ৰীসভাত সভাপতিত্ব কৰে। বাস্তৱিকতে, ভাৰতত মন্ত্ৰীসভাহে প্ৰকৃততে কাৰ্য্যকৰী ক্ষমতাৰ উৎস।

ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰত, সংসদৰ কোনো অনাস্থা প্ৰস্তাৱে মন্ত্ৰীসভাক আতৰ কৰিব নোৱাৰে। ৰাষ্ট্ৰপতি বা তেওঁৰ দ্বাৰা নিযুক্তি দিয়া মন্ত্ৰীসকল সংসদত উপস্থিত থাকিব নোৱাৰে। সকলো বিভাগীয় গুৰিয়াল (আমেৰিকাত চেক্ৰেটৰী বোলে) ৰাষ্ট্ৰপতিৰ পোনপটীয়া অধীনত কাম কৰিব লাগে। এই চেক্ৰেটৰীসকল নিজ কামৰ কাৰণে ৰাষ্ট্ৰপতিৰ ওচৰত দায়ী থাকে। সংসদৰ ওচৰত এওঁলোকৰ দায়বদ্ধতা নাই। আনকথাত কবলৈ গলে, চেক্ৰেটৰীসকল ৰাষ্ট্ৰপতিৰ নিজা সেৱক ৰাইজৰ প্ৰতিনিধি নহয়। আমেৰিকাত মন্ত্ৰী হবলৈ যোগ্যতা বা ৰাজনৈতিক অভিজ্ঞতাৰ প্ৰয়োজন নাই। এনে পদ্ধতিত ৰাষ্ট্ৰপতি গৰাকী ৰাইজৰ ওচৰতহে দায়বদ্ধ বা জবাবদেহি হৈ থাকিব লাগে। তেওঁক কাৰ্য্যকালৰ ভিতৰত মহা অভিযোগ (Impeach) ৰ বাহিৰে অন্য উপায়েৰে আতঁৰ কৰিব নোবাৰি। ৰাষ্ট্ৰপতিগৰাকীৰ কাম কাজত ৰাইজ অসন্তুষ্ট হলে পুনৰ নিৰ্ব্বাচন নোহোৱালৈকে একো কৰিব পৰা নাযায়। ৰাষ্ট্ৰপতি কোনো নীতি বা কাৰ্য্যপন্থাৰ কাৰণে সংসদৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে। অৱশ্যে আৰ্থিক দিশত তেওঁ চিনেটৰ ওপৰত নিৰ্ভৰ নকৰিলে নচলে।

যিবিলাক দেশত ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰ আছে তাত সাধাৰণতে ক্ষমতা বিভাজন নীতিও দৃঢ়ভাৱে মানি চলা হয় এনে পদ্ধতিত আইন পালিকা, ন্যায় পালিকা আৰু বিধানমণ্ডলৰ মাজত কটকটীয়া সীমা ৰেখা মানি চলা হয়। অৱশ্যে কাৰ্য্যপালিকাই প্ৰয়োজন হলে সংসদলৈ বাতৰি আৰু সুপাৰিশ পঠাব পাৰে। প্ৰয়োজন সাপেক্ষে ৰাষ্ট্ৰপতিয়ে সংসদৰ বিশেষ অধিবেশন আহ্বান কৰিব পাৰে।

কোনো কোনো ক্ষেত্ৰত সংসদে ৰাষ্ট্ৰপতিৰ কামত হাত দিয়াৰ অধিকাৰো নথকা নহয়। শান্তিৰ চুক্তি যুদ্ধ ঘোষণা আদি ৰাষ্ট্ৰপতিয়ে কৰিলেও চিনেটৰ (উচ্চসদন) অনুমোদন নহলে নাকচ হৈ যায়। উদাহৰণ স্বৰূপে ১৯১৯ চনত আমেৰিকাৰ ৰাষ্ট্ৰপতি উইলচনে ১৪ দফীয়া আঁচনি প্ৰস্তুত কৰি 'জাতিসংঘ স্থাপন কৰিলে যদিও, চিনেটৰ অনুমোদন নোপোৱাৰ বাবে আমেৰিকাই জাতিসংঘ ৰ সদস্য হব নোৱাৰিলে।

## ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰৰ গুণ

ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰ সংসদী প্ৰধান গণতন্ত্ৰতকৈ দীৰ্ঘস্থায়ী আৰু বেচি কাৰ্য্যদক্ষ। ইয়াত কাৰ্য্যপালিকা আৰু আইনপালিকা নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত ভাগি যোৱা বা, বৰ্খাস্ত হোৱাৰ কোনো সম্ভাবনা নাথাকে। এনেদৰে কাৰ্য্যপালিকা বা আইনপালিকাই সুদীৰ্ঘ কাল বাধা প্ৰাপ্ত নোহোৱাকৈ শাসন কৰিব পাৰিলে, যি কোনো চৰকাৰী পৰিকল্পনা সহজে বাস্তৱত ৰূপায়ণ কৰিব পৰা যায়। সংসদী ব্যৱস্থাত সঘনে চৰকাৰ পতন হোৱাৰ সম্ভাৱনা থকা কাৰণে দীৰ্ঘম্যাদী পৰিকল্পনা প্ৰায়ে বিফল হয়। ১৯৭৭ চনত ভাৰতত জনতা দলে শাসন লোৱাৰ পাচত ইন্দিৰা চৰকাৰৰ কুৰিদফীয়া আঁচনি এই কাৰণতে বিফল হৈছিল। কাৰ্য্যপালিকা আইনপালিকাৰ আক্ৰমণৰ পৰা মুক্ত হৈ নিৰ্বিঘ্নে কাম চলাই যাব পাৰে।

দ্বিতীয়তে ৰাষ্ট্ৰপতি প্ৰধান পদ্ধতি ক্ষমতা পৃথক কৰণ নীতিৰ ওপৰত প্ৰতিষ্ঠিত। ক্ষমতা পৃথক কৰণ নীতিয়ে জনসাধাৰণৰ স্বতন্ত্ৰতা ৰক্ষা কৰে।

তৃতীয়তে ৰাষ্ট্ৰপতি প্ৰধান পদ্ধতিত এজন মানুহৰ হাতত কৰ্তৃত্ব থকাৰ কাৰণে ৰাষ্ট্ৰীয় নীতিবিলাকৰ খৰতকীয়া ৰূপায়ণ সম্ভৱ নহয়। যুদ্ধ বা জাতীয় বিপৰ্য্যৰ সময়ত এনে চৰকাৰে নিৰ্ভীকভাবে কাৰ্য্যপন্থা হাতত লব পাৰে। কাৰ্য্যপালিকাৰ কামত আইনপালিকাই হস্তক্ষেপ কৰাৰ সুযোগ নথকাৰ কাৰণে এনে চৰকাৰে সকলো কামকে নিয়াৰিকৈ কৰিব পাৰে। আনহাতে আইনপালিকাইয়ো কাৰ্য্যপালিকাৰ পৰা বাধা নোপোৱাৰ বাবে আইন প্ৰণয়ন খৰতকীয়াভাৱে কৰা সম্ভৱ হয়। কাৰ্য্যপালিকাইও সংসদত উপস্থিত থকাৰ পৰা অব্যাহতি পোৱা কাৰণে সৰহ সময় নিজৰ বিভাগীয় কামত মনোনিবেশ কৰিবলৈ আজৰি পায়।

## ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰৰ দোষ

ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰক প্ৰায়ে দায়িত্বহীন, মইমতীয়া আৰু ভয়ানক বুলি

সমালোচনা কৰা হয়। ইয়াক মহীমতীয়া বোলা হয়, কাৰণ কাৰ্য্যপালিকা জনগণৰ নিৰ্ব্বাচিত যদিও নিয়ন্ত্ৰণবিহীন, দায়িত্বহীন, কাৰণ কাৰ্য্যপালিকা আইনপালিকাৰ ওচৰত দায়বদ্ধ নহয়। নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত কাৰ্য্যপালিকাক সংসদে অনাস্থা ভোট দি আঁতৰ কৰিব নোৱাৰে, যিহেতু ইয়াত কাৰ্য্যপালিকা নিজ কামৰ বাবে কাৰো ওচৰত দায়বদ্ধ নহয়, আৰু নিজৰ কাৰ্য্যকাল সম্বন্ধে নিৰাপদ, তেওঁলোকে স্বাধীনভাৱে কাম চলাই যাব পাৰে, আৰু এনে ব্যৱস্থাই জনপ্ৰিয় আইন অমান্য বা ইচ্ছা নাকচ কৰাৰ প্ৰতিও কাৰ্য্যপালিকাক উৎসাহিত কৰে। কাৰ্য্যপালিকাৰ এইটোও অৱগত যে তেওঁলোকৰ দায়িত্বহীন কামৰ প্ৰতিবাদ কৰিবলৈ দেখ দেখকৈ কোনো কৰ্তৃত্ব নাই। এনে পদ্ধতি ভয়ানক ( Dangerous ) বুলি এই কাৰণেই কোৱা হয় যে ইয়াক দায়বদ্ধতা প্ৰতিপন্ন কৰাৰ কোনো উপায় নাই। ৰাষ্ট্ৰপতি বা কাৰ্য্য পালিকাৰ আচৰণৰ দ্বাৰা দোষী (criminal) বুলি প্ৰমাণিত নহলে, মহাঅভিযোগো ( Impeachment ) সাব্যস্ত কৰিব পৰা নাযায়। নিৰ্ব্বাচক মণ্ডলীয়ে নিৰ্ব্বাচন হৈ যোৱাৰ পাচত, কাৰ্য্যপালিকাৰ আচৰণত হাত দিয়াৰ কোনো উপায় নাথাকে।

ব্ৰাইছে আঙুলিয়াই দিছে যে, এনে পদ্ধতিত প্ৰাকৃতিকভাৱে একত্ৰিত বিষয় বিলাক জোৰেৰে আঁতৰ কৰি ৰখা হৈছে। কাৰ্য্যপালিকা আৰু আইনপালিকা একেটা দেহৰে দুটা অঙ্গ, এই দুই অঙ্গৰ মাজত সহযোগ নাথাকিলে শৰীৰ সুস্থ হব নোৱাৰে। এনে অসহযোগৰ ফলত চৰকাৰী কাম কাজ প্ৰায়ে অচল হৈ পৰে, ধন, জন আৰু শক্তিৰো অপচয় হবলৈ আছে।

আমেৰিকাত উপৰোক্ত কাৰণতে বহুতো টকা আৰু শক্তিৰ অপচয় ঘটিব লাগিছে। চৰকাৰী বিভাগবিলাকে প্ৰায়ে কাৰ্য্য দক্ষতা প্ৰদৰ্শন কৰিব নোৱাৰে। দুটা বিভাগ যেতিয়া সম্বন্ধহীন হৈ পৰে, ( At logger heads ) কোনো নীতিকেই বলিষ্ঠভাৱে ৰূপায়ণ কৰা সম্ভৱ নহয়। প্ৰতিটো অঙ্গই আন অঙ্গৰ পৰা পাবলগীয়া সাহায্য, উপদেশ আদিৰ পৰা বঞ্চিত হয়। আইন প্ৰণয়ন ক্ষেত্ৰতো কাৰ্য্যকৰী জ্ঞান বা বাস্তৱৰ প্ৰতিক্ৰিয়া সম্বন্ধে জ্ঞান নাথাকিলে, আইন পালিকাই যি আইনকেই প্ৰণয়ন নকৰক, তাৰ ৰূপায়ণ সহজ নহয়।

অৱশেষত কব পাৰি, কাৰ্য্যকাল নিৰ্দ্দিষ্ট হোৱাৰ কাৰণে ৰাষ্ট্ৰপতি প্ৰধান পদ্ধতি বৰ দৃঢ়। ইয়াত সংবিধানৰ কঠোৰ নিয়মবোৰ কোনোপধ্যেই সামান্যও সালসলনি কৰিব নোৱাৰি। এনে অৱস্থাত, চৰকাৰী যন্ত্ৰই মানৱতা সুলভ নীতি বা প্ৰয়োজনীয়তাও সময়ে সময়ে আওকাণ কৰিব লগাত পৰে।

# চতুৰ্থ অধ্যায়

## তৃতীয় বিশ্বৰ ৰূপান্তৰিত গণতন্ত্ৰ

পশ্চিমীয়া উদাৰ নৈতিক গণতন্ত্ৰক পৃথিৱীৰ বিভিন্ন ৰাষ্ট্ৰত আকাংক্ষাকাৰীসকলে নিজৰ স্বাৰ্থসিদ্ধিৰ হকে বিভিন্ন ৰূপ দি ব্যাখ্যা কৰা দেখা গৈছে। গণতন্ত্ৰক এইদৰে নৱৰূপত সজাবলৈ যাওঁতে গণতন্ত্ৰই প্ৰকৃত চৰিত্ৰ হেৰুৱাই এটা বিকৃত বা পৰিবৰ্ত্তিত ৰূপ পোৱা দেখা গৈছে। এচিয়াৰ কোনো কোনো ঠাইত যোৱা কেইটামান দশকৰ ভিতৰত এনে ধৰণৰ বিকৃত পৰিবৰ্ত্তিত গণতন্ত্ৰই গা কৰি উঠা দেখা গৈছে। প্ৰকৃত-পক্ষে ইবিলাক গণতন্ত্ৰৰ মুখা পিন্ধা কিছুমান মইমতীয়া শাসন। পাকিস্তান আৰু ইন্দোনেচীয়াত এনে ধৰণৰ গণতন্ত্ৰই প্ৰকৃত গণতন্ত্ৰ প্ৰেমিকক হতাশ আৰু চিন্তাত পেলোৱা দেখা গৈছে। এনে ধৰণৰ গণতন্ত্ৰত বাহ্যিকভাৱে গণতন্ত্ৰৰ "শ্লোগান" (জয়ধ্বনি) দিলেও ভিতৰি গণতান্ত্ৰিক অনুষ্ঠানবিলাক মষিমূৰ কৰি দিয়া হয়। বহুতো দেশত অসাধাৰণ ব্যক্তিত্ব আৰু যোগ্যতাসম্পন্ন ব্যক্তিয়ে সাধাৰণ লোকক আশাৰ ৰঙীন ছবি দেখুৱাই জনপ্ৰিয়তা লাভ কৰিবলৈ সমৰ্থ হৈছে। এইবিলাক দেশত পোনপটীয়াকৈ গণতন্ত্ৰক বিতাৰিত কৰিলে, জনগণ ক্ষুন্ন হ'ব বুলি ভয় কৰিয়েই উচ্চাকাংক্ষী প্ৰশাসকসকলে গণতন্ত্ৰক বিকৃত কৰাৰ চেষ্টা কৰি গণতন্ত্ৰ শব্দৰে ৰাইজৰ মনোযোগ আকৰ্ষণ কৰা দেখা গৈছে।

## পাকিস্তানৰ নিয়ন্ত্ৰিত গণতন্ত্ৰ (Controlled Democracy of Pakistan)

ওপৰত উল্লেখ কৰা দৰে পাকিস্তানতো একপ্ৰকাৰ বিকৃত গণতন্ত্ৰৰ জন্ম হৈছে। আজিকালিৰ এই বিকৃত গণতন্ত্ৰবিলাক তাহানি গ্ৰীক দাৰ্শনিক প্লেটোৱে গ্ৰন্থত লিখি যোৱা চৰম গণতন্ত্ৰ ও (Extreme form of Democracy) নহয়। চৰম গণতন্ত্ৰত আইন শৃংখলা হেৰাই যায়। পাকিস্তানত জন্মলাভ কৰা নিয়ন্ত্ৰিত গণতন্ত্ৰ বিকৃত হ'লেও আইন শৃংখলাবৰ্জ্জিত নহয়, বৰং ইয়াত আছে আইনৰ কঠোৰতম প্ৰয়োগ।

পাকিস্তানত ১৯৪৭ চনত যি গণতন্ত্ৰ স্থাপন হৈছিল ১৯৫৮ চনত সেই গণতন্ত্ৰৰ

সমাধি ৰচনা কৰি তাৰ ঠাইত সৈনিক নেতা আয়ুব খানে একনায়কত্ববাদ প্ৰতিষ্ঠা কৰিলে। আয়ুব খানৰ একনায়কত্ববাদী শাসন ১৯৫৮ চনৰ পৰা ১৯৬৯ চনলৈ চলে। এইচোৱা কালত প্ৰকৃতপক্ষে পাকিস্তানত কোনো গণতান্ত্ৰিক অনুষ্ঠান নাছিল যদিও আয়ুবখানে 'নিয়ন্ত্ৰিত গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ল বুলি দাবী কৰা শুনা গৈছিল। ১৯৫৪ চনত পাকিস্তানৰ গবৰ্ণৰ জেনেৰেলে দেশত আইনহীনতা অৱসান ঘটাবলৈ জৰুৰী আইন ঘোষণা কৰে। এই জৰুৰী আইনৰ ব্যৱস্থা আছিল সংবিধান সন্মত। ১৯৫৪ চনৰ ২৪ অক্টোবৰ তাৰিখে জৰুৰী অৱস্থা বলবৎ কৰা হয়। ১৯৫৬ চনৰ মাৰ্চ মাহত মেজৰ জেনেৰেল ইচকাণ্ডৰ মীৰ্জা পাকিস্তানৰ অস্থায়ী ৰাষ্ট্ৰপতি হয় আৰু ১৯৫৮ চনৰ ৭ অক্টোবৰত সৈনিক প্ৰশাসন আইন ( Martial law ) ঘোষনা কৰে। সেনাবাহিনীৰ সৰ্বাধিনায়ক আয়ুব খানে একেশাৰে ৰাষ্ট্ৰপতি আৰু প্ৰধান মন্ত্ৰীৰ ক্ষমতা গ্ৰহণ কৰি পাকিস্তানৰ উঠি ৰজা আৰু বহি ৰজা হৈ পৰে, আৰু মীৰ্জাই ৰাজনীতিৰ পৰা বিদায় লয়। পাকিস্তানত সংসদ আৰু সাংবিধানিক ব্যৱস্থা ভঙ্গ কৰি সকলো নাকচ কৰা হ'ল। এখন নতুন সংবিধান পাকিস্তানৰ আদৰ্শৰ লগত খাপ খুৱাই ৰচনা কৰাৰ কথা পাকিস্তানৰ সৈন্য বাহিনীৰ সৰ্বাধিনায়ক আয়ুবখানে চিন্তা কৰে। এই সন্দৰ্ভত সংবিধান ৰচনা কৰিবলৈ এটা সমিতি পাতি দিয়া হয়। এই সমিতিৰ সভাপতি হ'ল সৰ্বোচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ চাহাবুদ্দিন। সংবিধান সমিতিয়ে এখন নতুন সংবিধান ৰচনা কৰি উলিয়ায় আৰু স্বয়ং সৰ্বাধিনায়ক আয়ুব খানে, সংবিধানখন বাস্তৱত প্ৰয়োগ কৰিব পৰাকৈ এটা বিশেষ চৰিত্ৰ প্ৰদান কৰে। পাকিস্তানত প্ৰচলিত গণতন্ত্ৰ আৰু গণতান্ত্ৰিক অনুষ্ঠানবিলাকৰ উদ্যম ( Spirit ) এই সংবিধানত পুংমাত্ৰাই মানি চলা বুলি সংবিধান সমিতিয়ে ঘোষণা কৰিছিল যদিও ইয়াত যে এটা গণতান্ত্ৰিক আবৰণহে দিয়া হৈছিল তাক সহজেই অনুভৱ কৰিব পাৰি।

## আয়ুব খানৰ 'বুনিয়াদী গণতন্ত্ৰ"

পাকিস্তানত নতুন গণাতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠা কৰা হ'ল। আয়ুবৰ গণতন্ত্ৰই নাম পালে বুনিয়াদী গণতন্ত্ৰ ( Basic Democracy )। নতুন সংবিধান অনুসৰি পাকিস্তানত ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰ উদ্বোধন কৰা হ'ল। ৰাষ্ট্ৰপতিৰ হাতত কাৰ্য্য-পালিকাৰ সকলো ক্ষমতা ন্যস্ত থাকিব। মন্ত্ৰীপৰিষদ ৰাষ্ট্ৰপতিয়ে নিয়োগ কৰিব। মন্ত্ৰী পৰিষদ, নিজ কামৰ কাৰণে ৰাষ্ট্ৰপতিৰ ওচৰত দায়বদ্ধ হৈ থাকিব লাগে।

জাতীয় সংসদত গৃহীত হোৱা আইন প্ৰয়োজন হ'লে অগ্ৰাহ্য কৰিবও পাৰে। ৰাষ্ট্ৰপতিৰ ওচৰলৈ অহা সকলো বিল এমাহৰ ভিতৰত সংসদলৈ পুণৰ বিবেচনাৰ কাৰণে ঘূৰাই পঠাবও পাৰে। প্ৰয়োজন হ'লে ৰাষ্ট্ৰপতিয়ে ঘোষণাৰ দ্বাৰা যিকোনো আইন বলবৎ কৰিবও পাৰে। ৰাষ্ট্ৰপতিয়ে পুনৰ বিবেচনাৰ কাৰণে ঘূৰাই দিয়া বিলবিলাক দ্বিতীয় বাৰৰ কাৰণে দুই তৃতীয়াংশ ভোটত গৃহীত হ'লে আইনৰূপে বলবৎ হ'ব পাৰে। বিবাদমান বিষয়সমূহ ৰাষ্ট্ৰপতিয়ে ভোটদাতাসকলৰ বিবেচনাৰ্থে প্ৰেৰণ কৰিব পাৰে।

## প্ৰাদেশিক চৰকাৰ

পাকিস্তানৰ বুনিয়াদী গণতন্ত্ৰত যুক্তৰাষ্ট্ৰিক চৰকাৰৰ ব্যৱস্থা নাই। এই পদ্ধতিত জাতীয় সংসদ আৰু প্ৰাদেশিক বিধান সভাৰ সমাবেশ আছে। প্ৰাদেশিক বিধান সভা পূব পাকিস্তান আৰু পশ্চিম পাকিস্তানৰ কাৰণে গঠিত হ'ব পাৰে। ইয়াত ১৫৬ জন সদস্য থাকিব। তিৰোতাৰ কাৰণে ৩ খন আসন সংৰক্ষিত হ'ব।

## জাতীয় সংসদ

ভাৰতৰ দৰে আয়ুব খানৰ সংবিধানত প্ৰাপ্ত বয়স্ক ভোটাধিকাৰ নীতি গ্ৰহণ কৰা হোৱা নাই। নতুন সংবিধানে সাধাৰণ লোকক সংসদ আৰু ৰাষ্ট্ৰপতি নিৰ্বাচনৰ ক্ষমতা দিয়া নাই। প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতিত আয়ুবখানৰ সন্মতি নাছিল। তেওঁৰ মতে সাধাৰণ প্ৰজাৰ ৰাষ্ট্ৰপতি বা সংসদৰ সদস্য নিৰ্বাচন কৰাৰ কোনো যোগ্যতা নাই। ভাৰতৰ দৰে প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতিৰে গঠিত চৰকাৰে ৰাইজৰ প্ৰকৃত প্ৰতিনিধিত্ব কৰাত বিফল হয় কাৰণ এনে নিৰ্বাচনৰ যোগেদি শুদ্ধ জনমত পাব পৰা নাযায়। আয়ুব খানে জনসাধাৰণক পৰোক্ষভাৱেহে বিশ্বাসত লোৱাতো বিচাৰে। এই পদ্ধতিত একোটা বুনিয়াদী গণতন্ত্ৰ ৪০ ০০০ লোকেৰে গঠিত হ'ব। এই বুনিয়াদী গণতন্ত্ৰই ৰাষ্ট্ৰপতি জাতীয় সংসদ আৰু বিধান সভাৰ সদস্যসকল নিৰ্বাচন কৰিব। বুনিয়াদী গণতন্ত্ৰত পাকিস্তানৰ সকলো নৰনাৰীয়ে স্থান পাব নোৱাৰে, এই বুনিয়াদী গণতন্ত্ৰ দুটা (Basic Democracies) পূব আৰু পশ্চিম পাকিস্তানৰ জনসাধাৰণৰ মতামতত নিৰ্ভৰ কৰি গঠন ক'ৰা হ'ব।

১৯৬৫ চনত সাৰ্বাধিনায়ক আয়ুবখান শ্ৰীমতী ফাতেমা জিন্নাৰ লগত নিৰ্বাচন যুদ্ধত ৰাষ্ট্ৰপতি পদৰ প্ৰাৰ্থীৰূপে অৱতীৰ্ণ হয়। আয়ুবে শতকৰা ৬১% টা ভোট

আৰু ফাতেমা জিন্নাই ৩১% ভোট পালে। এই নিৰ্ব্বাচন যুদ্ধত বিজয়ী হৈ প্ৰথমবাৰৰ কাৰণে আয়ুবে একনায়কত্ববাদ প্ৰবৰ্ত্তনৰ কাৰণে 'সাংবিধানিক' অনুমোদন লাভ কৰিলে।

## জনগণৰ সীমিত ক্ষমতা

আয়ুবৰ বুনিয়াদী গণতন্ত্ৰত কৌশলেৰে জনসাধাৰণৰ মৌলিক অধিকাৰৰ তালিকা আঁতৰত ৰাখিছে। আইন প্ৰণয়নৰ ব্যৱস্থাৰ মাজত এনে অধিকাৰৰ আলোচনা আছে কিন্তু ৰাষ্ট্ৰপতি আৰু জাতীয় সংসদৰ অনুমোদন অবিহনে কোনো ব্যক্তিগত বা নাগৰিক স্বতন্ত্ৰতা সাব্যস্ত কৰিব নোৱাৰি।

## ৰাষ্ট্ৰপতিৰ অবাধ ক্ষমতা

ৰাষ্ট্ৰপতিৰ হাতত দিয়া অসীম ক্ষমতাই বুনিয়াদী গণতন্ত্ৰৰ প্ৰকৃত চৰিত্ৰ উদঙাই দিয়ে। জাতীয় সংসদৰ বাহিৰে অন্য কোনো অনুষ্ঠানে ৰাষ্ট্ৰপতিক শাস্তি (মহাঅভিযোগ) দিব নোৱাৰে। এই ব্যৱস্থাতো ভালেমান সীমাবদ্ধতা আছে। প্ৰথমতে মহাঅভিযোগ তিনিচতুৰ্থাংশ সদস্যৰ দ্বাৰা গৃহীত হ'ব লাগিব। দ্বিতীয়তে এনে প্ৰস্তাৱে যদি জাতীয় সংসদৰ অৰ্দ্ধেক প্ৰতিনিধিৰ সমৰ্থন আদায় কৰিব নোৱাৰে, প্ৰস্তাৱকে নিজৰ সদস্য পদ হেৰুৱাব লাগিব। গতিকে দেখা গ'ল যে, গণতন্ত্ৰৰ সাজ পোচাকৰ আঁৰত এইয়া প্ৰকৃততে একনায়কত্ববাদী শাসনৰ প্ৰচেষ্টা।

এই সংবিধানৰ ছত্ৰছায়াত ৰাষ্ট্ৰপতিয়ে অসীম ক্ষমতা প্ৰয়োগ কৰিব পৰা বহুতো সুযোগ ৰখা হৈছে। এনে ক্ষমতাক একনায়কত্ববাদী ক্ষমতা বুলি ক'ব পাৰি। আয়ুবখানৰ সংবিধানত ৰাষ্ট্ৰপতিক সংবিধানতকৈ শ্ৰেষ্ঠ আসন দিয়া হৈছে। ৰাষ্ট্ৰপতিক ক্ষমতাৰ পৰা অপসৰণ কৰা বিমান কঠিন সেইবিষয়ে ওপৰত কৈ অহা হৈছে। সংবিধান সংশোধনৰ বাবে লাগে দুইতৃতীয়াংশ ভোট, আনহাতে ৰাষ্ট্ৰপতিক মহাঅভিযোগত দোষী সাব্যস্ত কৰিব'ল লাগে তিনিচতুৰ্থাংশ। প্ৰস্তাৱ কৰোঁতা জনৰ প্ৰস্তাৱে অৰ্দ্ধেক সদস্যৰ সমৰ্থন নাপালে নিজৰ সদস্য পদ যোৱাৰ লগতে প্ৰাণৰো সংশয় আছে।

## বুনিয়াদী গণতন্ত্ৰৰ সমালোচনা

আয়ুব খানৰ গণতন্ত্ৰ প্ৰকৃততে গণতন্ত্ৰৰ আবৰণ লৈ চলোৱা এক প্ৰকাৰ

স্বেচ্ছাচাৰতন্ত্ৰ। বাহিৰত গণতন্ত্ৰৰ জয়ধ্বনি (শ্লোগান) আৰু ভিতৰত স্বেচ্ছাচাৰৰ প্ৰতিধ্বনিয়েই হ'ল বুনিয়াদী গণতন্ত্ৰৰ বৈশিষ্ট্য। সংসদী গণতন্ত্ৰ আৰু প্ৰাপ্তবয়স্ক ভোটাধিকাৰৰ প্ৰতি আয়ুবৰ বিৰোধিতাৰ থাই কাৰণ হ'ল, এনে ব্যৱস্থাত ৰাষ্ট্ৰপতি সহজতে জনপ্ৰিয় সংসদৰ ওচৰত জবাবদিহী হোৱাৰ সম্ভাৱনা বেছি। যিকোনো দেশতে একনায়কত্ববাদ পোষণ কৰা নেতাই এনেকুৱা জনসাৰ্বভৌমত্বত সমৰ্থন জনাব নোৱাৰে।

সমালোচকসকলে আঙুলিয়াই দিছে যে এই নিয়ন্ত্ৰিত গণতন্ত্ৰক (controlled) কোনোমতে গণতন্ত্ৰ আখ্যা দিব নোৱাৰি। প্ৰথম কথা হ'ল স্বেচ্ছাচাৰৰ চৰম পৰ্যায়ত উপনীত হ'লেও ৰাষ্ট্ৰপতিক ক্ষমতাচ্যুত কৰিবলৈ সহজ নহয়। দ্বিতীয়তে, এনে ব্যৱস্থাত জনসাধাৰণে সাৰ্বভৌম ক্ষমতা প্ৰয়োগ কৰিব নোৱাৰে। কিয়নো প্ৰাপ্ত বয়স্ক ভোটাধিকাৰ নীতি প্ৰত্যাখ্যান কৰা হৈছে। জনসাধাৰণে দেশৰ কৰ্ণধাৰ অৰ্থাৎ সংসদী সদস্য ৰাষ্ট্ৰপতি আদি নিৰ্বাচন কৰিব নোৱাৰে। ৮০ ০০০ লোকেৰে গঠিত নিৰ্ব্বাচক মণ্ডলীৰ (বুনিয়াদী গণতন্ত্ৰ) সদস্যসকল নিৰ্বাচন কৰাই জনসাধাৰণৰ একমাত্ৰ কাম। ভাৰত, ইংলণ্ড প্ৰভৃতি দেশত নিৰ্বাচন সম্পূৰ্ণ গণতান্ত্ৰিক, কিয়নো তাত সাৰ্বজনীন ভোটাধিকাৰ নীতি মানি চলা হয়। তৃতীয়তে পাকিস্তানৰ সংবিধানত, আইন প্ৰণয়নৰ নীতিৰ অহৈতুকী ব্যাখ্যা আছে। ইছলামীয় ৰীতি নীতি মানি চলাৰ অজুহাতত নাৰীৰ স্বাধীনতা হৰণ শোষণ আদি উৎসাহিত কৰা দেখা যায়। আনহাতে এই সংবিধানত ভাৰত, ছোভিয়েত বা আমেৰিকাৰ দৰে মৌলিক অধিকাৰ বুলি কোনো অধিকাৰকে জনসাধাৰণৰ দিয়া হোৱা নাই। মৌলিক অধিকাৰবিলাক সংবিধানত সন্নিবিষ্ট কৰা নাথাকিলে সেইবিলাক ক্ষুণ্ণ হোৱাৰ সম্ভাৱনা বেছি। জাতীয় সংসদ আৰু ৰাষ্ট্ৰপতিৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল হৈ থকা ব্যক্তিৰ অধিকাৰসমূহ পাকিস্তানত অৰ্থহীন হৈ পৰিছে। আনহাতে ধৰ্মীয় নীতি নিয়ম বা বিচাৰ ব্যৱস্থা স্বীকৃত হোৱাত, পাকিস্তানৰ চৰকাৰে আধুনিক ৰাষ্ট্ৰৰ লোকায়ত চৰিত্ৰ হেৰুৱাই পেলাইছে। আনহাতে, বিশ্ববাসীয়ে আজিৰ যুগত ধৰ্মৰ এলান্ধুকলীয়া বহুতো ব্যৱস্থা ত্যাগ কৰি লোকায়ত (Secular) আদৰ্শ চৰিতাৰ্থৰ প্ৰতি মনোনিৱেশ কৰা দেখা যায়। ৰাষ্ট্ৰপ্ৰশাসনৰ নীতি' (Principles of state policy) বিলাকে পাকিস্তানত বাস কৰা খ্ৰীষ্টান, হিন্দু, বৌদ্ধ আদি ধৰ্মাৱলম্বী লোকৰ প্ৰতি অবিচাৰ কৰিবলৈ প্ৰেৰণা যোগাইছে। কিয়নো সংবিধানে সুযোগ আৰু সুবিধা কেৱল মুছলমান ধৰ্মাৱলম্বীসকলকহে প্ৰদান কৰিব। ই

গণতন্ত্ৰৰ সম্পূৰ্ণ পৰিপন্থী। চতুৰ্থতে, আয়ুব খানে নিজৰ স্বাৰ্থ ৰক্ষাৰ উদ্দেশ্যে বৃটিছ, ফ্ৰান্স আৰু আমেৰিকাৰ সংবিধানৰ বস্তুকথা এই সংবিধানত সন্নিবিষ্ট কৰিছে যিটো প্ৰকৃততে গণতান্ত্ৰিক হোৱা নাই।

১৯৬৯ চনত আয়ুব খানক, সেনাধ্যক্ষ ইয়াহিয়া খানে ক্ষমতাচ্যুত কৰে। ১৯৭১ চনত ভাৰত পাকিস্তান যুদ্ধত পাকিস্তানৰ পৰাজয়ে পূব পাকিস্তানত স্বাধীন ৰাষ্ট্ৰ বাংলাদেশৰ জন্ম দিয়ে। ইয়াহিয়া খানৰ চৰকাৰো বাংলাদেশৰ লগে লগে পতন হয়। জোনাব জুলফিকৰ আলি ভুট্টো পাকিস্তানৰ ৰাষ্ট্ৰপতি আৰু সামৰিক প্ৰশাসক নিয়োগ হয়। ১৯৭২ চনৰ ১৪ এপ্ৰিলৰ নিৰ্বাচনত ভুট্টো ৰাষ্ট্ৰপতি হিচাবে নিৰ্বাচিত হৈ স্বীকৃতি লাভ কৰে। ৰাষ্ট্ৰপতি পদত অধিষ্ঠিত হৈ ভুট্টোৱে সংবিধান খন ৰাইজৰ দ্বাৰা মনোনীত কৰাই লয় আৰু সামৰিক আইন তুলি দিয়ে। নতুন সংবিধানৰ ছত্ৰছায়াত ভুট্টোৱে অসীম ক্ষমতা লাভ কৰিবলৈ সক্ষম হ'ল। তেওঁৰ স্বেচ্ছাচাৰিতা বৃদ্ধি পাবলৈ ধৰিলে। ভুট্টোৱে আয়ুবৰ সংবিধানত থকা নিম্নখাপৰ ক্ষমতাবিলাকৰ লগত ১৯৩৫ চনৰ ভাৰত চৰকাৰৰ আইন আৰু ১৯৪৭ চনৰ স্বাধীনতা আইন একত্ৰিত কৰি লয়। ১৯৭৭ চনৰ নিৰ্বাচনত ভয়ানক কৌশল আৰু শক্তি প্ৰয়োগেৰে বিৰোধী দলবিলাক মৰিমূৰ কৰা হ'ল। এই স্বেচ্ছাচাৰিতাৰ ফলশ্ৰুতি স্বৰূপে ১৯৭৮ চনত ভুট্টোৰ হাতৰ পৰা সেনাধ্যক্ষ জিয়াউল হকে ক্ষমতা কাঢ়ি লয়। অৱশেষত নিজৰ কুকৰ্মৰ পৰিণামত ভুট্টোক বিচাৰত ফাঁচী দিয়া হ'ল।

## ইন্দোনেচীয়াৰ নেতা পৰিচালিত গণতন্ত্ৰ (Guided Democracy)

পাকিস্তানৰ দৰে ইন্দোনেচীয়াইও গণতন্ত্ৰক এটা নতুন ৰূপ দিবলৈ যত্ন কৰা দেখা যায়। ১৯৪৯ চনৰ ডিচেম্বৰ মাহত ডাচবিলাকে (Datch) ইন্দোনেচীয়াক পূৰ্ণ ক্ষমতা হস্তান্তৰ কৰাৰ কথা ঘোষণা কৰে। এই ঘোষণাৰ লগে লগেই ২৭ ডিচেম্বৰত ইন্দোনেচীয়াৰ সংযুক্ত প্ৰজাতান্ত্ৰিক যুক্তৰাষ্ট্ৰ গঠিত হয়। সুকৰ্ণ ৰাষ্ট্ৰপতি আৰু হট্টা প্ৰধানমন্ত্ৰী ৰূপে মনোনীত হয়।

আৰম্ভণিৰ পৰা ইন্দোনেচীয়া চৰকাৰ বিপৰ্য্যয়ৰ মাজেদি আগবাঢ়িব লগা হয়। কোনো দলৰে সংখ্যাগৰিষ্ঠতা নথকাৰ বাবে ইন্দোনেচীয়াৰ চৰকাৰে নিৰঙ্কুশভাৱে কাৰ্য্য পৰিচালনা কৰাটো অসম্ভৱ হৈ দেখা দিয়ে। বাস্তৱিকতে ১৯৪৫ চনত ইন্দোনেচীয়াত প্ৰজাতান্ত্ৰিক চৰকাৰ ঘোষনা কৰা যিকিজন নেতা আছিল (সুকৰ্ণ,

হাট্টা প্ৰভৃতি) তেওঁলোকেই ক্ষমতা হাতত লৈ ইন্দোনেচীয়াৰ ৰাজনৈতিক বা-ৰতাহ ঘূৰ্ণীয়মান কৰি তোলে। ইন্দোনেচীয়াৰ দুটা প্ৰধান ৰাজনৈতিক দল মাছজুমি আৰু জাতীয়তাবাদী দলৰ (P N N) ৰাজনৈতিক ভূমিকাও এই সন্দৰ্ভত উল্লেখযোগ্য।

১৯৫৫ চনৰ পৰা এই ৰাষ্ট্ৰত ৰাজনৈতিক সংকট ঘনীভূত হৈ উঠে। সেই বছৰ নিৰ্বাচনত চাৰিটা প্ৰধান দলৰ প্ৰতিনিধিৰ বাহিৰেও অন্য দলৰ পৰাও প্ৰতিনিধি সদনলৈ নিৰ্বাচিত হৈছিল। বহুদলৰ দ্বাৰা গঠিত হোৱা সংসদে স্বাভাৱিকতে সংখ্যা-গৰিষ্ঠতা হেৰুৱালে কাৰ্য্যপৰিচালনা কৰা সহজ নহয়। ১৯৫৬ চনৰ ডিচেম্বৰ মাহৰ পৰা সংকট দীঘলীয়া হৈ পৰে। গৃহযুদ্ধ ৰক্তপাত অশান্তিৰ মাজত কেন্দ্ৰীয় উত্তৰ আৰু দক্ষিণ সুমাত্ৰাত সৈনিকৰ আঞ্চলিক পৰিষদে শাসনভাৰ হস্তগত কৰে। এটা অশুভ আৰু অন্ধকাৰ ভৱিষ্যতৰ ফালে ইন্দোনেচীয়া ক্ৰমাগত আগবাঢ়ি যোৱা পৰিলক্ষিত হয়। মন্ত্ৰী সভাই সুকলমে কাম কৰিব নোৱাৰাৰ কাৰণে সঘনে পতনৰ মুখত পৰে। সাতটা মন্ত্ৰীসভাই ১৯৪৯ চনৰ পৰা ক্ষমতা লাভ কৰি কোনোৱে দুবছৰৰ অধিক দিন কাৰ্য্যপৰিচালনা কৰিব নোৱাৰি পতন হয়। কোনো মন্ত্ৰী সভাই নিবন্ধুশভাৱে ৰাষ্ট্ৰীয় দিশত সিদ্ধান্ত লব নোৱাৰে বাবেই মন্ত্ৰীসভা পতনৰ মুখত পৰে। গৃহযুদ্ধ ক্ৰমাগত সম্প্ৰসাৰিত হৈ গোটেই ৰাজ্যতে বিয়পি পৰে। জাকাৰ্টাৰ লগত অন্যান্য অংশৰ যুদ্ধ বাঢ়ি যায়। বিদ্ৰোহী নেতাসকলে বিভিন্ন ঠাইত বিদ্ৰোহৰ বহ্নি জ্বলাই সমগ্ৰ দেশ অস্থিৰ কৰি তোলে। ১৯৫৭ চনত শান্তি প্ৰতিষ্ঠাৰ যত্ন চলোৱা সত্বেও কোনো সুফল ধৰা দেখা নগ'ল। জাকাৰ্টাৰ লগত অন্যান্য অংশৰ সামঞ্জস্য ৰক্ষা কৰা কঠিন হৈ পৰে। এই বিপৰ্য্যয়ৰ ফলশ্ৰুতি হ'ল সামৰিক শাসন।

অৱশ্যে এটা কথা স্বীকাৰ্য্য যে ইন্দোনেচীয়াৰ এনে সংকট শঙ্কুল অৱস্থাতো ৰাষ্ট্ৰপতি সুকৰ্ণই জন শাসনত নিজৰ জনপ্ৰিয়তা অটুত ৰাখিবলৈ সক্ষম হৈছিল। ইন্দোনেচীয়াৰ এনে বিশৃঙ্খল আৰু অৰাজক পটভূমিত কোনো ধৰণৰ বুজাবুজিয়েই অসম্ভৱ হৈ দেখা দিছিল। অৱশেষত সুকৰ্ণই নেতা বিচালিত গণতন্ত্ৰৰ প্ৰস্তাৱ দাঙি ধৰে। (Guided Democracy) নেতা পৰিচালিত গণতন্ত্ৰতৰ নেতৃত্বৰ স্থান সদায় ওপৰত। ৰাষ্ট্ৰপতিয়ে এনে অৱস্থাৰ পৰা নিজক ৰক্ষা কৰিবলৈ দলহীন মন্ত্ৰীসভা গঠনৰ কথা চিন্তা কৰি চায়। সেইমতে দিজুৱান্দাৰ (Djuanda) নেতৃত্বত মন্ত্ৰীসভা গঠন কৰা হয়। ১৯৫৭ চনত বহুতো দলৰ সংযুক্ত মন্ত্ৰীসভাখনে ক্ষমতা

লাভ কৰে। ৰাষ্ট্ৰপতি সুকৰ্ণৰ প্ৰতি মন্ত্ৰীসভাৰ সদস্যসকলে দায়বদ্ধ হৈ থকা এই চৰকাৰৰ আন এ। বৈশিষ্ট্য আছিল। প্ৰকৃতপক্ষে দিক্ৰান্তাৰ প্ৰতি মন্ত্ৰীসকলৰ আনুগত্য আছিল ক্ষীণ। ৰাষ্ট্ৰপতি সুকৰ্ণৰ নেতা পৰিচালিত গণতন্ত্ৰত সংসদী ব্যৱস্থা বিলাক প্ৰকৃততে অৰ্থহীন বা ক্ষমতাহীন কৰি গঢ়ি তোলা দেখা যায়। এই গণতন্ত্ৰত নেতৃত্ব আছিল সৰ্বপ্ৰধান আনুগত্যৰ বিষয়। সুকৰ্ণই নিজেই কৈছিল ইন্দোনেচীয়াৰ সংসদ ইন্দোনেচীয়াৰ নিজা গণতন্ত্ৰৰ আৰ্হিত চলিব লাগিব। সুকৰ্ণই ভাবে যে একক সংখ্যাগৰিষ্ঠ অৰ্থাৎ ৫০+১ মত ইন্দোনেচীয়াৰ গণতন্ত্ৰত প্ৰযোজ্য নহয়। কিয়নো ইয়াৰ মানুহ ব্যক্তিবাদী ( Individualistic ) নহয়। পশ্চিমীয়া গণতন্ত্ৰৰ ক্ষেত্ৰতহে ৫০+১ মতৰ প্ৰাধান্য আছে। যিহেতু সেই ঠাইৰ লোকসকল ব্যক্তিবাদী। ইন্দোনেচীয়াত সুকৰ্ণৰ মতে আছে এক বৃহৎ পৰিয়াল প্ৰধান সমাজ—এক ভাতৃভাবৰ সমাৱেশ।

ইন্দোনেচীয়াত প্ৰকৃতপক্ষে সুকৰ্ণই গণতন্ত্ৰৰ আৱৰণ দি কঠোৰ একনায়কত্ব-বাদ চলাই নিছিল। ইন্দোনেচীয়াত সুকৰ্ণই কিছুমান নিজা নীতিৰ দ্বাৰা প্ৰশাসন চলাই নিছিল। তেওঁ ১৯৪৫ চনৰ পাছতে এই নীতি ঘোষণা কৰিছিল। নীতি বিলাক হ'ল :—

(১) ঈশ্বৰত বিশ্বাস (২) জাতীয়তাবাদ (২) মানৱতা (৪) জনসাৰ্বভৌমত্ব বা গণতন্ত্ৰ (৫) সামাজিক ন্যায়।

সুকৰ্ণৰ গণতান্ত্ৰিক চিন্তাধাৰা পশ্চিমীয়া গণতন্ত্ৰৰ লগত বহুকথাত অমিল। এই গণতন্ত্ৰত আগতে উল্লেখ কৰাৰ দৰে, সংখ্যাগৰিষ্ঠ মতেৰে সিদ্ধান্ত গ্ৰহণ কৰাৰ পৰিবৰ্তে 'মুছজাৱাৰা বা পৰম্পৰাগতভাৱে মানি চলা ইন্দোনেচীয়ান লোকৰ সিদ্ধান্ত গ্ৰহণ নীতি মানি চলা হয়।

সুকৰ্ণৰ নেতৃত্বত ইন্দোনেচীয়াৰ সংবিধান একাধিকবাৰ পৰিবৰ্তন কৰা দেখা যায়। ১৯৪৫ চনতে ইন্দোনেচীয়াই স্বাধীনতা পাই নিজা সংবিধান ৰচনা কৰি লয় যদিও ডাচ বিলাকে সকলো নিয়ন্ত্ৰণ পৰিত্যাগ কৰি ১৯৪৯ চনতহে এই দেশ এৰি যায়। ইন্দোনেচীয়াই সংবিধান নতুন'কৈ প্ৰণয়ন কৰি 'ইন্দোনেচীয়াৰ সংযুক্ত প্ৰজাতান্ত্ৰিক যুক্তৰাষ্ট্ৰ' স্থাপন কৰে। ১৯৫০ চনত যুক্তৰাষ্ট্ৰ ব্যৱস্থা ত্যাগ কৰি ইন্দোনেচীয়াৰ চৰকাৰে এককেন্দ্ৰীক চৰিত্ৰ লাভ কৰে। ১৯৫০ চনত ভালেমান সংশোধনৰ পাছত ৰাষ্ট্ৰপতিক নামমাত্ৰ ক্ষমতা দিয়াৰ ব্যৱস্থা হ'ল যদিও বাস্তৱত এই ব্যৱস্থাই এটা বিপৰীত ৰূপ লোৱা দেখা গ'ল। ৰাষ্ট্ৰপতি ইন্দোনেচীয়াৰ ৰাজনৈতিক পটভূমিত

সৰ্বেসৰ্বা হৈ পৰিল। সংবিধান, সংসদ, আদিৰ সকলো প্ৰকাৰৰ নিয়ন্ত্ৰণ ৰাষ্ট্ৰপতিৰ ক্ষেত্ৰত অৰ্থহীন হৈ দেখা দিলে। ১৯৫৭ চনত, ৰাজহুৱাভাৱে জনসমাজেৰে পাতি ২৫০ জন সদস্যৰ নতুনকৈ সংবিধান লিখি উলিয়াবলৈ ক্ষমতা দিয়া হ'ল। এই সকলোতে আছিল ৰাষ্ট্ৰপতি সুকৰ্ণৰ যাদুমন্ত্ৰ সদৃশ স্পৰ্শ অভ্ৰভেদী ব্যক্তিত্বৰ প্ৰভাৱ, আৰু দিগন্ত প্ৰসাৰী প্ৰতিভা। সুকৰ্ণই গণতন্ত্ৰৰ আৱৰণ দি নতুন সংবিধান ৰাইজৰ হাতত দিলে অৰু দ্বিধাহীনভাৱে গৰিষ্ঠ সমৰ্থন আদায় কৰিবলৈ সক্ষম হ'ল।

## জাতীয় পৰিষদ আৰু নেতা পৰিচালিত গণতন্ত্ৰ (National Council and Guided Democracy)

ইন্দোনেচীয়াৰ ৰাজনৈতিক পটভূমিৰ পৰিবৰ্তন বিলাক ওপৰত উল্লেখ কৰা হৈছে। ১৯৫০ চনৰ সংবিধানে ইন্দোনেচীয়াত সংসদী গণতন্ত্ৰ আৰু প্ৰজাতান্ত্ৰিক চৰকাৰৰ বীজ অঙ্কুৰিত কৰিলেও বাস্তৱতে বহুদলীয় প্ৰথা অৰু নিৰঙ্কুশ সংখ্যা-গৰিষ্ঠতাৰ অভাৱে লগে লগে উত্তৰ দক্ষিণ সকলো দিশতে জ্বলি বিদ্ৰোহৰ বহ্নিয়ে সংসদী গণতন্ত্ৰ দুৰ্বল কৰি তোলে। ১৯৫৬ চনৰ পৰা সঙ্কট ঘনীভূত হোৱাৰ কথা আৰু বহুদলীয় চৰকাৰ গঠনৰ কথা আমি আগতে কৈ আহিছো। এনে সঙ্কটৰ পৰা উদ্ধাৰ পোৱাৰ প্ৰচেষ্টাতে প্ৰকৃতপক্ষে সুকৰ্ণৰ নেতা পৰিচালিত গণতন্ত্ৰৰ আৰু 'জাতীয় পৰিষদ'ৰ জন্ম হয়। জাতীয় পৰিষদৰ উদ্দেশ্যই হ'ল নেতা পৰিচালিত গণতন্ত্ৰৰ ভেটি সুদৃঢ় কৰি গঢ়ি তোলা।

ইন্দোনেচীয়াত ১৯৫৭ চনত এই নতুন অনুষ্ঠানে ৰূপ লোৱাৰ পাছত, প্ৰকৃতপক্ষে সংসদ, মন্ত্ৰীসভা আদি একেবাৰে নিষ্ক্ৰিয় আৰু নিস্তেজ হৈ থাকিবলৈ ধৰিলে। সুকৰ্ণই উঠিবজা আৰু বহিবজা। ৰাষ্ট্ৰপতি সুকৰ্ণৰ নীতি বা কামৰ কাৰণে সংসদৰ ওচৰত দায়বদ্ধ নহয়। তেওঁৰ ইচ্ছাই আইন। প্ৰয়োজন সাপেক্ষে সংবিধান পৰিবৰ্তন কৰিব পাৰে নতুন অনুষ্ঠান পাতিব পাৰে। দেশৰ সকলো প্ৰয়োজনীয় কাৰ্য্যপন্থা, নীতি প্ৰভৃতিৰ আলোচনা মন্ত্ৰীসভা (Cabinet) আৰু সংসদত নহয়। এইবিলাকৰ আলোচনা হয় জাতীয় পৰিষদ আৰু সৈনিক সভাত। ৰাজনৈতিক দলবিলাক দুৰ্বল আৰু ক্ৰমাগত নিষ্ক্ৰিয় কৰি ৰখাৰ প্ৰচেষ্টা চলি থাকে।

সুকৰ্ণৰ নতুন গণতন্ত্ৰই স্বাধীন ইন্দোনেচীয়া জীয়াই থকাত সহায় হ'ব পাৰে, কিন্তু ই বিপৰ্যয়ৰ ধুমুহা সৃষ্টি কৰি ব্যক্তিস্বতন্ত্ৰতা আৰু প্ৰকৃতাৰ্থত গণতন্ত্ৰৰ সমাধি

ৰচনা কৰে। উল্লেখযোগ্য কথা যে, যি সময়ত অন্যান্য দলবিলাক ম্লান হৈ গ'ল, সেই সময়ত কমিউনিষ্ট দলৰ প্ৰাধান্য বৃদ্ধি হোৱাতো মন কৰিবলগীয়া।

সুকৰ্ণৰ নেতৃত্বত গণতন্ত্ৰৰ যি নতুন ব্যাখ্যা দিয়া হ'ল সেইয়া আছিল বাস্তৱিকতে ভুৱা আৰু চৰম একনায়কত্ববাদৰ মুক্ত অভিব্যক্তি। ইন্দোনেচীয়াৰ অস্থিৰ ৰাজনীতি আৰু বিপ্লৱৰ সুযোগ গ্ৰহণ কৰি সুকৰ্ণই পশ্চিমীয়া উদাৰ গণতান্ত্ৰিক ব্যৱস্থাবিলাক ভৰিৰে মোহাৰি পেলাই বাহিৰত কেৱল গণতন্ত্ৰৰ মুখৰোচক শ্লোগান দি একনায়কত্ববাদৰ পথ সুগম কৰি তোলে। ভাৰতৰ দৰে প্ৰজাতান্ত্ৰিক ৰাষ্ট্ৰত ৰাষ্ট্ৰপতিজন প্ৰকৃত ক্ষমতাৰ অধিকাৰী নহয়। এনে অৱস্থাত সংসদী গণতন্ত্ৰৰ ছত্ৰছায়াত সুকৰ্ণৰ স্বাভিষ্ট সিদ্ধিৰ কাৰণে অফুৰন্ত সময় লাভ কৰিলে। ৰাষ্ট্ৰপতি হৈ পৰিল আইনৰ সৃষ্টি কৰ্ত্তা, ব্যাখ্যা দিওঁতা আৰু নতুন ভাবাদৰ্শৰ (Ideology) আৱিষ্কাৰক।

১৯৪৫ চনৰ সংবিধানৰ বিদ্যমান ব্যৱস্থা পুনৰ সক্ৰিয় কৰি তোলা হয়। ৰাষ্ট্ৰপতিৰ আদেশত '৯৫৯ চনত সংসদ ভংগ কৰি নকৈ পৰস্পৰ সহায়ক (New mutual help) সংসদ আদৰ্শানুযায়ী গঠন কৰা হল। ৰাজনৈতিক দলৰ ক্ষমতা কৰ্ত্তন কৰি কাৰ্য্যকলাপ নিয়ন্ত্ৰণ কৰা হল জনসাধাৰণৰ নাগৰিক অধিকাৰ আইনৰ দ্বাৰা সীমিত কৰা হল গ্ৰেপ্তাৰ বাধাপ্ৰদান আদি সীমাহীন ভাৱে প্ৰয়োগ কৰা হল প্ৰেচ আৰু বাতৰিকাকতৰ স্বাধীনতা বিলোপ হল। সংবাদদাতা সংবাদসেবীৰ গ্ৰেপ্তাৰ আৰু আটক বৃদ্ধি পালে কোনো কোনো প্ৰচাৰ সম্পূৰ্ণ বন্ধ কৰি দিয়া হল। ৰাষ্ট্ৰপতিৰ ইচ্ছাই আইন তেওঁৰ ইচ্ছা হলে পুৰণা অনুষ্ঠান উঠি যায় নতুন অনুষ্ঠান সৃষ্টি হয়। জাতীয় পৰিষদৰ নাম সলনি কৰি নতুন নাম দিয়া হল 'সৰ্বোচ্চ উপদেষ্টা পৰিষদ' (Supreme Advisory Council)। ইয়াৰ বাহিৰেও জাতীয় পৰিকল্পনা পৰিষদ (National Planning Council) আৰু মধ্যৱৰ্ত্তী জনতাৰ আলোচনা মূলক পৰিষদ (Int rim P oples Consultative Council) গঠন হল। মহাজাকজমকতা আৰু আড়ম্বৰেৰে সুকৰ্ণ গোটেই ৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি হই নহয় প্ৰকৃত কৰ্ণধাৰ হৈ পৰিল। তেওঁৰ নেতৃত্ব আৰু মোহিনী শক্তিয়ে ইন্দোনেচীয়াবাসীৰ মাত হৰি নিলে। সুকৰ্ণই ঘোষণা কৰিলে 'নেতৃত্ব পৰিচালিত গণতন্ত্ৰ নেতৃত্ব পৰিচালিত অৰ্থনীতি সমাজবাদ আৰু ইন্দোনেচীয়াজাত ব্যক্তিত্ব বা চিনাকি।

## সুহাৰ্টৰ অভ্যুদয়

অতিচাৰ উচ্চাকাঙ্ক্ষা আৰু বিৰোধী দলৰ প্ৰতি কৰা বিমোচনাৰে সুকৰ্ণৰ পতন সুনিশ্চিত কৰি তুলিলে। পাশৱিক ক্ষমতাৰ সহায়ত পৃথিৱীত সৰহদিন কোনো শাসন টিকি থাকিব নোৱাৰে। এহাতে আত্মশক্তি বৃদ্ধি আৰু আনহাতে ছোভিয়েট দেশৰ বিৰুদ্ধে হুঙ্কাৰ এই দুই কাৰ্য্যই দেশত ইন্দোনেচীয়াক শক্তিশালী কৰি তুলিলেও প্ৰকৃততে সুকৰ্ণৰ পতনৰ পথহে সুগম কৰিলে। চীন প্ৰজাতন্ত্ৰৰ নেতা মাওচেটুং আৰু চৌএন লাইৰ লগত দামদৰ কৰি, বিশ্বৰ চকুত ইন্দোনেচীয়াক লঘু কৰি তোলাৰ পৰিপ্ৰেক্ষিতত সুকৰ্ণৰ বিৰুদ্ধে প্ৰবল বিক্ষোভ সম্ভৱ হ'ল। ছাত্ৰসমাজে মুকলিকৈ ক'বলৈ প্ৰয়াস পালে—'সুকৰ্ণই চীনক দেশ বিক্ৰী কৰিলে।' সৈন্যবাহিনীৰ মাজতো সাম্যবাদী আৰু জাতীয়তাবাদী ভাৱ প্ৰৱেশ কৰিবলৈ ধৰিলে।

১৯৬৫ চনৰ চেপ্তেম্বৰ মাহত বিপ্লৱ এক ভয়ানক ৰূপত প্ৰকাশ পালে। ইন্দোনেচীয়া সেনাবাহিনীৰ সহকাৰী সানটুংএ সাম্যবাদী দলৰ সহযোগত ( The Communist Party of Indonesia ) এক ৰক্তাক্ত বিপ্লৱ সম্ভৱ কৰি তোলে। সুকৰ্ণৰ বাসভৱন ৰখীয়াবিলাকৰ দ্বাৰা সৈন্যবাহিনীৰ নায়ক ইয়ানী আৰু বহুতক হত্যা কৰোৱা হয়। মৃত সকলৰ শবিলাক কুঁৱাত দলিয়াই দিয়া হ'ল। এই বিপ্লৱত আচলতে কিমান লোকে প্ৰাণ হেৰুৱালে জানিবৰ উপায় নাই।

সুকৰ্ণৰ বেছি দিন ক্ষমতা অপপ্ৰয়োগ কৰি চলোৱাটো সম্ভৱ নহ'ল। তেওঁৰ বৈদেশিক মন্ত্ৰী সুবান্দ্ৰিও সাৰি যাব নোৱাৰিলে। তেওঁ বিচাৰত দোষী সাব্যস্ত হ'ল আৰু মৃত্যুদণ্ড পালে।

১৯৬৬ চনৰ মাচ মাহত সুকৰ্ণই তেওঁৰ ক্ষমতা সোপঁন্থী সৈনিক নেতা সুহাৰ্টৰ হাঁতত এৰি দিয়ে। এবছৰ নৌ হওঁতেই সুকৰ্ণক পদত্যাগ কৰিব'ল বাধ্য কৰোৱা হ'ল। ১৯৬৭ চনৰ মাৰ্চ মাহত ইন্দোনেচীয়াৰ কংগ্ৰেছে সুকৰ্ণৰ সন্ত্ৰাস আৰু ভীতি-সঞ্চাৰী ২১ বছৰীয়া শাসনৰ যৱনিকা পৰাৰ কথা ঘোষণা কৰিলে। দম্ভালি আৰু স্বেচ্ছাচাৰিতাৰ মূৰ্ত্ত প্ৰতীক হোৱা সত্বেও ইন্দোনেচীয়াৰ স্বাধীনতা সংগ্ৰামত সুকৰ্ণৰ অৱদান স্মৰণীয় হৈ থাকিব। বন্ধু আৰু প্ৰিয়জনৰ পৰা বিচ্ছেদত বাস কৰিব লগা হোৱা গৃহবন্দী সুকৰ্ণই ১৯৭০ চনৰ ২১ জুনৰ দিনা চিৰদিনৰ কাৰণে এই জগতৰ পৰাই মুক্তি পালে।

## সাম্যবাদীৰ দৃষ্টিত গণতন্ত্ৰ

সাম্যবাদীৰ চিন্তাধাৰাত গণতন্ত্ৰৰ ৰূপ পৰিবৰ্ত্তন হোৱা দেখা যায়। আজি কালি পশ্চিমীয়া চিন্তাবিদসকলক অনুসৰণ কৰি সাম্যবাদীসকলেও ( Communist) সমাজ আৰু ৰাষ্ট্ৰৰ ক্ষেত্ৰত গণতন্ত্ৰ শব্দৰ প্ৰয়োগ কৰা দেখা গৈছে। চীনদেশৰ সাম্যবাদীসকলে তেওঁলোকৰ ৰাষ্ট্ৰ আৰু সমাজব্যৱস্থা গণতান্ত্ৰিক বুলি দাবী কৰি আহিছে। পশ্চিমীয়া গণতন্ত্ৰবাদীসকলে গণতন্ত্ৰ শব্দটো যাইকৈ চৰকাৰ আৰু শাসন ব্যৱস্থা বুজাব'ল ব্যৱহাৰ কৰে। আনহাতে সাম্যবাদীসকলে ৰাষ্ট্ৰ আৰু সমাজৰ ক্ষেত্ৰত গণতন্ত্ৰ শব্দটো প্ৰয়োগ কৰা দেখা গৈছে। সাম্যবাদীসকলৰ মতে গণতান্ত্ৰিক ৰাষ্ট্ৰই হ'ল সমাজবাদী ৰাষ্ট্ৰ। এনেকুৱা সমাজবাদী গণতন্ত্ৰত শোষণ নাই, আনহাতে পশ্চিমীয়া ( ইংলেণ্ড আমেৰিকা ) গণতন্ত্ৰত, ধনী পুঁজিপতি সকলৰ দৰিদ্ৰ শ্ৰমিকৰ ওপৰত শোষণ চলি থাকে। এখন শ্ৰেণীহীন সমাজ প্ৰতিষ্ঠা কৰিব পৰাটোৱেই প্ৰকৃত গণতন্ত্ৰৰ লক্ষ্য হোৱা উচিত। ছোভিয়েত ৰুচীয়া আৰু চীন প্ৰজাতন্ত্ৰই এনে শোষণহীন সমাজ স্থাপন কৰাটোৱেই তেওঁলোকৰ লক্ষ্য বুলি ভাবে।

জিওভান্নি চাৰটোৰিয়ে লিখিছে মাৰ্ক্সে নিজকে গণতন্ত্ৰবাদী বুলি ভাবিছিল আৰু ঘোষণাও কৰিছিল। তেওঁ গণতন্ত্ৰ শব্দ প্ৰয়োগ কৰিছিল আৰু তেওঁ তাৰ দ্বাৰা কি বুজাব খোজে সেইটো স্পষ্টভাৱে দেখুৱাই লেখনি সামৰিছিল'। ১৮৪৮ চনত মাৰ্ক্সে লিখা সাম্যবাদী কাৰ্য্যপন্থা ( Communist Manifesto ) নামৰ কিতাপত সৰ্বহাৰাসকলে এটা প্ৰধান শ্ৰেণী হিচাপে শোষণ মুক্ত হৈ বিজয় গৌৰৱেৰে গণতন্ত্ৰ প্ৰতিষ্ঠা কৰা প্ৰধান কাম বুলি উল্লেখ আছে। মাৰ্ক্সৰ মতে ই এনে এখন সমাজ য'ত প্ৰতিজন লোকৰ মুক্ত উন্নয়নেই আন সকলো লোকৰে মুক্ত উন্নয়নৰ চৰ্ত হৈ পৰিব।

লেনিন, ষ্টেলিন আৰু পৰৱৰ্ত্তী ছোভিয়েত শাসকসকলে একে দাবিকেই পোষণ কৰি আহিছে যদিও, তেওঁলোকৰ দাবি কিমান যুক্তিসংগত তেওঁলোকৰ কাম-কাজে সাক্ষী। ষ্টেলিনৰ কঠোৰতা আৰু স্বেচ্ছাচাৰে ক্ৰেমলিনৰ নেতাসকলে লাভ কৰা সন্মানৰ পৰা নিজক বঞ্চিত কৰি ইতিহাসত কলঙ্ক হৈ গ'ল। সাম্যবাদী চীনৰ ভাগ্য নিৰ্মাতা মাও চে টুঙে 'নব্য গণতন্ত্ৰ'ৰ ( New Democracy ) কথা তেওঁৰ সেই নামৰ গ্ৰন্থত লিখিছে। অৱশ্যে তেওঁ পাচলৈ 'On Coalition Government' 1945, 'Present Position and the task ahead 1947, 'Peoples'

Democratic Dictatorship' 1949 আদি প্ৰকৃত গণতন্ত্ৰ সম্বন্ধে তৰ্ক প্ৰেৰণ কৰা মতৰ কিছু পৰিবৰ্তন কৰে। এই সকলো গ্ৰন্থতে এটা কথা প্ৰতিফলিত হৈছে যে চীনদেশত প্ৰকৃত গণতন্ত্ৰ সাম্যবাদৰ মাজেদি.হে সম্ভৱ হ'ব। মাও চে তুং, লিন পাইঅ আদি শাসকে যে ব্যক্তি স্বতন্ত্ৰতা উচ্ছেদ কৰি, কঠোৰ শৃংখলিত জীৱনৰ পোষকতা কৰিছিল সি সকলোৰে বিদিত। 'সৰ্বহাৰাৰ সাংস্কৃতিক বিপ্লৱ' ( Proletarian Cultural Revolution ) এনেধৰণৰ কঠোৰভাৱে পৰিচালিত ব্যৱস্থাৰ পৰিচায়ক। মাওঁৰ নব্যগণতন্ত্ৰ ৰ ওপৰত আমি পাছত আলোচনা কৰিম। পশ্চিমীয়া গণতন্ত্ৰবাদীসকলে 'সাংস্কৃতিক বিপ্লৱ'ক গণতন্ত্ৰৰ পৰিপন্থী বুলিছে ক'ব খোজে। গণতন্ত্ৰত শক্তি প্ৰয়োগ থাকিব নোৱাৰে। শক্তি প্ৰয়োগেৰে পুঁজিপতিসকলক উচ্ছেদ কৰি সাম্যবাদী সমাজ প্ৰতিষ্ঠা কৰিবলৈ যোৱাৰ অৰ্থই হ'ল, ব্যক্তিস্বতন্ত্ৰতা ধ্বংস কৰা। সাম্যবাদীসকলে অৱশ্যে এ'নেবোৰ প্ৰশ্নৰ উত্তৰ যথাযথ দিব'লৈ চেষ্টা কৰিছে।

ছোভিয়েত সংবিধান অধ্যয়ন কৰিলে সাম্যবাদীৰ দৃষ্টিত গণতন্ত্ৰই কি বুজায় জানিব পৰা যায়। এই গণতন্ত্ৰৰ বৈশিষ্ট্যবিলাক আলোচনা কৰা হ'ল।

প্ৰথম কথা ছোভিয়েত গণতন্ত্ৰত কমিউনিষ্ট বা সাম্যবাদী দলে প্ৰশাসন কাৰ্য্যত আগভাগ লয়। ছোভিয়েত স বিধানৰ ১২৬ দফা অনুযায়ী কেৱল কমিউনিষ্ট দলেই এই দেশত স্বীকৃত দল। ৰুচ দেশীয় লোকে কমিউনিষ্ট দলৰ বাহিৰে আন কোনো দলৰে সভ্য হ'ব নোৱাৰে। আন কোনো ৰাজনৈতিক দলক স্বীকৃতিও দিয়া নাযায়। ছোভিয়েত গণতন্ত্ৰত একদলীয় প্ৰথাই প্ৰাধান্য লাভ কৰিছে।

পশ্চিমীয়া গণতন্ত্ৰ প্ৰেমীসকলে অৱশ্যে কয় যে স্বতন্ত্ৰতা আৰু সমতা দুটা গণতন্ত্ৰৰ অপৰিহাৰ্য্য প্ৰমূল্য। চিন্তা আৰু ভাব প্ৰকাশৰ স্বাধীনতা নাথাকিলে গণতন্ত্ৰ অৰ্থহীন বিভিন্ন চিন্তা আৰু দৃষ্টিভংগীয়ে বিভিন্ন দলৰ জন্ম দিয়ে। ছোভিয়েত গণতন্ত্ৰই এইখিনিতে সীমাবদ্ধতাত প্ৰবেশ কৰিছে। এটা দলৰ স্বেচ্ছাচাৰিতা আন দলে উদঙাই দিব নোৱাৰিলে গণতন্ত্ৰ লক্ষ্যভ্ৰষ্ট হৈ পৰে। এটা মাত্ৰ দলে শাসন কৰিলে সেই শাসনো নিকা হ'ব নোৱাৰে। আৰু ৰাইজৰ প্ৰকৃত ইচ্ছাও প্ৰতিফলন নহয়। এনে অৱস্থাত গণতন্ত্ৰৰ মৃত্যুও অৱশ্যম্ভাৱী। ছোভিয়েত দেশৰ দৰে চীন দেশতো অকল সাম্যবাদী দলেহে শাসন কৰিব পাৰে। বিৰোধী দলৰ অৱস্থিতি সহ্য কৰা নহয়।

সাম্যবাদী নেতাসকলে অৱশ্যে কয় যে ছোভিয়েত দেশ এখন শ্ৰেণীহীন দেশ। শ্ৰেণী সংঘৰ্ষৰ পৰা এই ৰাষ্ট্ৰ সম্পূৰ্ণ মুক্ত। ইয়াত কেৱল শ্ৰমিক, কৃষক

বুদ্ধিদীপ্ত (Intelligentia) আৰু সৈনিকৰ দ্বাৰা সমাজ গঠিত। তেওঁলোকে শ্ৰেণীহীন সমাজৰ আদৰ্শৰে অনুপ্ৰাণিত। ইয়াত শোষণ থাকিব নোৱাৰে। বিৰোদ্ধভাবেও ঠাই নাপায়। সকলো মানুহেই এডাল বন্ধুত্ব আৰু ভাতৃত্বৰ এনাজৰীৰে বান্ধ খোৱা।

সাম্যবাদীসকলে এইটোও কব খোজে পুঁজিবাদী সমাজত থকা বেলেগ বেলেগ দলবিলাকৰ অৰ্থই হৈছে শ্ৰেণী সংঘৰ্ষ। শ্ৰেণী সংঘৰ্ষৰ কাৰণে সুকীয়া সুকীয়া মনোভাবে সুকীয়া দলৰ নামত প্ৰকাশ পাইছে। ছোভিয়েত দেশত বিৰোধী স্বাৰ্থৰ কোনো শ্ৰেণী নাই। ইংলণ্ডত শ্ৰমিক দল (Labour party) গঠনেই এনে বিৰোধী ভাবৰ অৱস্থিতি প্ৰমাণ কৰে। ছোভিয়েত দেশত শ্ৰেণী সংঘৰ্ষ নাই বাবেই ক্ষমতাৰ কাৰণে টনা আজোৰাও নাই। সাম্যবাদীসকলে ভাবে যে বহুদলীয় প্ৰথাই জাতীয় ঐক্য বিনষ্ট কৰে আৰু সামাজিক প্ৰীতিও লুপ্ত কৰে। আনহাতে উদাৰ গণতন্ত্ৰ-প্ৰেমীসকলে কব খোজে যে দল গঠন ব্যৱস্থাই ভিন ভিন ভাব আৰু কাৰ্য্যপন্থা প্ৰকাশৰ উৎকৃষ্ট মাধ্যম। কিন্তু সাম্য-বাদীসকলে আঙুলিয়াই দিয়ে যে দলীয় শৃংখলাৰ শিকলিৰে সভ্যসকলক এনেদৰে বান্ধি ৰাখে যে সভ্যসকলৰ ব্যক্তিগত মতামত প্ৰকাশৰ কোনো সুযোগেই দল-বিলাকত দেখা নাযায়। বহুদলীয় প্ৰথা বা দ্বিদলীয় প্ৰথা কতো স্বকীয় চিন্তা বিকাশৰ থল নাথাকে। এনে অৱস্থাত দ্বিদলীয় প্ৰথাৰ ভিন ভিন কাৰ্য্য পন্থা প্ৰকাশৰ সুযোগ থকা কথাতো নিৰৰ্থক বৰ এনে ব্যৱস্থাই দেশ খন টুকুৰা টুকুৰ হোৱাত সহায়হে কৰে।

দ্বিতীয়তে সাম্যবাদী গণতন্ত্ৰত অৰ্থনৈতিক সমতাৰ ওপৰত প্ৰাধান্য দিয়া হয়। অৰ্থনৈতিক সমতাৰ অবিহনে ৰাজনৈতিক সমতা যে মূল্যহীন তাক নাক কোৱাৰ প্ৰয়োজন নাই। পুঁজিবাদী সমাজত আৰ্থিক অৱস্থাৰ তাৰতম্য বেছি। এনে অৱস্থাত অৰ্থনৈতিক সমতা সম্ভৱ নহয়। পুঁজিবাদী সমাজত অৰ্থনৈতিক অসমতাৰ লগতে সামাজিক মৰ্যাদাও সকলোৰে সমান নহয়। ছোভিয়েট ৰাষ্ট্ৰত অৰ্থনৈতিক বৈষম্য নাই। সামাজিক ক্ষেত্ৰত ডাঙৰ সৰু উচ্চ-নীচ থাকিব নোৱাৰে। অৰ্থনৈতিক সমতাৰ অবিহনে ৰাজনৈতিক সমতা অৰ্থহীন। ছোভিয়েত দেশত সামাজিক আৰু অৰ্থনৈতিক সমতা আছে। সেয়েহে সাম্যবাদী নেতাসকলে কয় একদলীয় প্ৰথা থকা সত্বেও। সাম্যবাদী দেশৰ গণতন্ত্ৰহে প্ৰকৃত গণতন্ত্ৰ। চাটাৰিয়ে কৈছে। 'উদাৰতাবাদ গণতন্ত্ৰ সমাজবাদ আৰু সাম্যবাদ একে লেবেলৰ বস্তু।

তৃতীয়তে, সাম্যবাদী গণতন্ত্ৰত আঞ্চলিক প্ৰতিনিধিত্বৰ সলনি শ্ৰমিকৰ ছোভিয়েতৰ যোগে নিযুক্ত প্ৰতিনিধি বচা হয়। পশ্চিমীয়া গণতান্ত্ৰিক দেশবিলাকৰ আঞ্চলিক প্ৰতিনিধিত্বতহে গুৰুত্ব দিয়া হয়। শ্ৰমিক মাটিগিৰি, বা শিল্প-পতিক কোনো সুকীয়া প্ৰতিনিধিত্ব দিয়া নহয়।

## মাওঁচেটুঙৰ নব্য গণতন্ত্ৰ

কমিউনিষ্ট চীনত মাওৰ চিন্তাধাৰাক মূলমন্ত্ৰ বুলি ধৰি লোৱা হয়। আগতে কৈ অহা হৈছে যে মাওঁৰ নব্য গণতন্ত্ৰ (New Democracy) কিতাপত প্ৰকাশ পোৱা ভাবধাৰা পাছলৈ কিছু পৰিবৰ্তন হোৱা পৰিলক্ষিত হয়। মাওঁৰ মতে নব্য গণতন্ত্ৰৰ অৰ্থ দুটা। প্ৰথমতে জনসাধাৰণৰ প্ৰয়োজনীয় গণতান্ত্ৰিক ব্যৱস্থা আৰু দ্বিতীয়তে যি সকল প্ৰতিক্ৰিয়াশীল তেওঁলোকৰ ওপৰত একনায়কত্ব শাসন বুজায়। নব্য গণতন্ত্ৰত জমিদাৰ পুঁজিপতি প্ৰভৃতি লোকৰ ওপৰত শ্ৰমিক তথা সাম্যবাদীসকলৰ একনায়কত্ববাদ জাপি দিয়া হ'ব। এনে গণতন্ত্ৰত লেনিন আৰু ষ্টেলিনৰ নীতিৰ প্ৰয়োগ লেহেমীয়াকৈহে প্ৰয়োগ হ'ব পাৰে। ক্ষুদ্ৰ ক্ষুদ্ৰ কৃষক বুৰ্জোৱা, আৰু শ্ৰমিকক একত্ৰিকৰণ কৰি শ্ৰমিক শ্ৰেণীয়ে নব্য গণতন্ত্ৰত নেতৃত্ব দিব। কৃষিৰ ওপৰত থকা প্ৰাধান্য লাহে লাহে শিল্পলৈ বিস্তাৰিত হ'ব। শ্ৰেণী ব্যৱস্থাৰ অন্ত পেলাই এখন শ্ৰেণীহীন সমাজ প্ৰতিষ্ঠিত হ'ব। এই গণতন্ত্ৰ মাওৰ গুৰু লেনিনৰ বাস্তৱ গণতন্ত্ৰৰ ওপৰত নিৰ্ভৰ কৰিব। চীনত সাম্যবাদী দলৰ নেতৃত্বক মানি চলা হ'ব। এই দলৰ নেতৃত্ব লৈ দেশ সমাজবাদী আদৰ্শ ৰূপায়ণ কৰিবলৈ আগবাঢ়ি যাব। মাওঁৰ গণতন্ত্ৰত নেতৃত্ব দিবলৈ দ্বিতীয় কোনো দল নাথাকিব। চান য়েংচেনৰ গণতন্ত্ৰ, অৰ্থাৎ এনা দলৰ পৰিচালিত চৰকাৰ চীনত থাকিব নোৱাৰিব।

প্ৰকৃততে মাওঁৰ নব্য গণতন্ত্ৰই ৰাজনৈতিক স্বতন্ত্ৰতাৰ পৰিবৰ্তে অৰ্থনৈতিক স্বতন্ত্ৰতাতহে গুৰুত্ব দিছে। লেনিনক অনুসৰণ কৰি (যিটো ছোভিয়েত দেশত কৰা হৈছে) মাৱেও আঞ্চলিক প্ৰতিনিধিত্বৰ সলনি শ্ৰমিকৰ ছোভিয়েত (গোট) স্থাপন কৰি ছোভিয়েতৰ যোগে প্ৰতিনিধি নিৰ্বাচন কৰা নীতি গ্ৰহণ কৰিছিল। লেনিনে প্ৰতিনিধিৰ (Representative) সলনি নিযুক্ত প্ৰতিনিধি ব্যৱস্থা (Delegate) মনোনীত কৰিছিল। এনে প্ৰতিনিধিক পুনৰ আহ্বান (Recall) কৰিব পাৰি। অৱশ্যে প্ৰধান সিদ্ধান্ত গ্ৰহণৰ দায়িত্ব যি সকল নৈতিকভাৱে বুদ্ধিশ্ৰেষ্ঠ আৰু

সর্বহাৰাৰ আকাংক্ষা উপলব্ধি কৰিব পৰা লোক (সাম্যবাদী দলৰ) তেওঁলোকৰ হাতত থাকিব।

শক্তি প্ৰয়োগ লেনিন আৰু মাওঁ উভয়ে নিজ নিজ গণতন্ত্ৰৰ প্ৰয়োজনীয় অংশ বুলি ভাবে। মূঠতে, মাওঁৰ গণতন্ত্ৰৰ প্ৰকৃত লক্ষ্য হ'ল সাম্যবাদ আৰু সেই সাম্যবাদী আদৰ্শ ৰূপায়ণ হ'ব কেৱল কমিউনিষ্ট দলৰ দ্বাৰাহে। শ্ৰেণী চেতনা অৱসান হৈ যেতিয়া সকলো শ্ৰমিক মিলি যাব তেতিয়াহে প্ৰকৃত গণতন্ত্ৰৰ উপলব্ধি সম্ভৱ হ'ব।

# পঞ্চম অধ্যায

## ৰাজনৈতিক দল আৰু জনমত –

আধুনিক গণতন্ত্ৰবিলাকত ৰাজনৈতিকদলৰ গুৰুত্ব দিনে দিনে বৃদ্ধি পাই আহিছে। অতীতকালত গণতন্ত্ৰ আছিল প্ৰত্যক্ষ বা পোনপটীয়া। এনে গণতন্ত্ৰত ৰাইজ নিজেই ৰজা। আধুনিক যুগত গণতন্ত্ৰ পৰোক্ষ হোৱা কাৰণে, ৰাজনৈতিক দলবিলাকৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। স বিধানত দলৰ উল্লেখ নথকা সত্বেও বহুতো ৰাষ্ট্ৰত দলীয় পদ্ধতি প্ৰাণৱন্ত হৈ দেখা দিছে। এই ৰাজনৈতিক দলবিলাকে মুক্ত নিৰ্বাচনত অংশ গ্ৰহণ কৰাৰ সুবিধা লয়। অনেক সময়ত একোখন দেশৰ অৰ্থনৈতিক সামাজিক আৰু ৰাজনৈতিক অবস্থা দলীয় সংগঠনৰ ওপৰত নিৰ্ভৰ কৰে। ৰাষ্ট্ৰৰ প্ৰশাসনীয় যন্ত্ৰ পৰিচালনাৰ ক্ষেত্ৰত ৰাজনৈতিক দলে প্ৰত্যক্ষ আৰু পৰোক্ষ দুই ধৰণেৰে অংশ গ্ৰহণ কৰিব পাৰে। দলীয় সংগঠন বিলাকে কেৱল গণতন্ত্ৰতহে কাম কৰি যাবলৈ সুবিধা পায়, যিহেতু এনে ৰাষ্ট্ৰত সকলো ধৰণৰ মতামতকে প্ৰশ্ৰয় দিয়া হয়। অৱশ্যে দলীয় ৰাজনীতিৰ নামত ৰক্তাৰক্তি হোৱাতো কোনো জাতিৰে কাম্য নহয়। ৰাজহুৱা সভা সমিতিত কোনো ব্যক্তি বা জাতিৰ সন্মানত আঘাট নকৰাকৈ দলবিলাকে কাম কৰি যোৱা নিয়ম। সংসদ বা বিধানসভা বিলাকত সংখ্যাগৰিষ্ঠ আসন লাভ কৰিব পৰাৰ ওপৰতে একোটা দলৰ কাৰ্য্যদক্ষতা নিৰ্ভৰ কৰে। এনেদৰে সংখ্যাগৰিষ্ঠ আসন লাভ কৰি ৰাজনৈতিক দলে দেশ শাসন কৰাৰ ক্ষমতা লাভ কৰিব পাৰে। সকলো দলৰে নিৰ্দ্দিষ্ট কাৰ্য্যপন্থা থাকে, এই কাৰ্য্যপন্থা সংবিধানৰ নীতি-নিয়মৰ পৰিপন্থী হব নোৱাৰে। শান্তিপূৰ্ণ উপায়েৰে ক্ষমতা লাভ কৰাটোৱেই ৰাজনৈতিক দলৰ লক্ষ্য।

ভালেমান লিখকে ৰাজনৈতিক দলৰ একোটা সংজ্ঞা দিবলৈ চেষ্টা কৰিছে। অৱশ্যে এই সংজ্ঞাবিলাকৰ মাজত পাৰ্থক্য নথকা নহয়।

সাধাৰণতে ৰাজনৈতিক দল বুলিলে আমি বুজো, একোটা নীতিৰ ওপৰত বুজাবুজি ৰক্ষা কৰি চলা কিছুমানলোকৰ সমষ্টি, যাৰ উমৈহতীয়া প্ৰচেষ্টাৰ দ্বাৰা জাতীয় উন্নয়নৰ সম্ভৱ হব পাৰে। সাধাৰণ কথাত, চৰকাৰৰ ক্ষমতা আৰু নিয়ন্ত্ৰণ হাতত ৰাখিবলৈ বিচৰা একোটা সুসংগঠিত লোক সমষ্টিকে ৰাজনৈতিক

দল বুলি কব পাৰি। আৰ জি গেটেল কয় "ৰাজনৈতিক দল হল কিছুমান সঙ্গবদ্ধ নাগৰিকৰ সমষ্টি এওঁলোক কম বেছি পৰিমাণে সংগঠিত একোটা ৰাজনৈতিক গোট যাৰ লক্ষ্য হল ভোটৰ বা মতদানৰ দ্বাৰা সাধাৰণ নীতি আৰু চৰকাৰ নিয়ন্ত্ৰণ কৰা। এইটো অত্যন্ত বিস্তৃত আৰু বুজিব পৰা বিধৰ অনুষ্ঠান যত সহজতে জনমত সংগঠিত হৈ চৰকাৰৰ ওপৰত বলিষ্ঠ প্ৰভাৱ বিস্তাৰ কৰে। আনহাতে এছ,নিউমানে ( S Neumann ) কয় আমি ৰাজনৈতিক দলক সাধাৰণতে এটা সমাজৰ সক্ৰিয় আৰু স্পষ্ট ৰাজনৈতিক অভিকৰ্তা (Agent) বুলি কব পাৰো যি চৰকাৰী ক্ষমতা নিয়ন্ত্ৰণৰ লগত নিজকে জড়িত কৰি ৰাখে আৰু যি আন এটা মতাৱলম্বী সমষ্টিৰ লগত জনপ্ৰিয় সমৰ্থন আদায় কৰিবলৈ প্ৰতিযোগীতাত নামে। উপৰুক্ত সংজ্ঞাকিটাৰ পৰা দেখা যায় যে ৰাজনৈতিক দল বুলিলে একে মত বা দৃষ্টিভঙ্গী লোৱা কিছুমান লোকৰ সমষ্টি এওঁলোকক এটা ৰাজনৈতিক গোট বুলিও কব পাৰি এওঁলোকৰ লক্ষ্য হল চৰকাৰৰ ক্ষমতা হাতত লোৱা আৰু নিজা কাৰ্য্যপন্থাক বাস্তৱত ৰূপায়ণ কৰা।

আধুনিক যুগত ৰাজনৈতিক দলবিলাকৰ অধ্যয়ন বৈজ্ঞানিক ভিত্তিত হব ধৰিছে। 'ৰাজনৈতিক দলৰ বিজ্ঞান' ( Stasiology ) বুলিও কথা এটা ওলোৱা দেখা গৈছে। এই শব্দটো গ্ৰীক ভাষাৰ ষ্টাচিচ (Stasis ) শব্দৰ পৰা সৃষ্টি। 'ষ্টাচিচে টুকুৰা টুকুৰা, বৈ বৈ যোৱা, এনে অৰ্থ প্ৰকাশ কৰে। ৰাজনৈতিক দলবিজ্ঞানৰ ( Stasiology ) বিশ্লেষণ মোৰিছ ডুভেনজাৰে লেছ পাৰ্টিজ পলিটিখ্যু নামৰ গ্ৰন্থত প্ৰথমে ডাঙি ধৰে। এই গ্ৰন্থত লিখকে সুবিস্তৃতভাৱে দলীয় সংগঠনবিলাকৰ শ্ৰেণীকৰণ, সমালোচনা আৰু বিৱৰণী দিব পাৰিছে। এই লিখনীয়ে চিগমোণ্ড নিউমান্‌ৰ ( Sigmand Newmann ) দৰে লিখকক অনুপ্ৰেৰণা যোগায়। এই ক্ষেত্ৰত তেতিয়াৰ পৰা এই বিষয়ত প্ৰভূত আৰু চমকপ্ৰদ লেখনি বাহিৰ হোৱা দেখা গৈছে।

## দলৰ প্ৰয়োজনীয় চৰ্ত

একোটা ৰাজনৈতিক দল গঠন হবলৈ কিছুমান চৰ্তৰ প্ৰয়োজন হয়। প্ৰথমতে, দলৰ সভ্যসকলৰ এটা মতানৈক্য থাকিলেও সেই বিষয়ৰ মৌলিক সমস্যাবিলাকৰ ওপৰত মতবিৰোধ থাকিব নালাগিব। দলৰ মূল নীতিৰ প্ৰতি অনুমোদন নাথাকিলে দল কেতিয়াও কৃতকাৰ্য্য হব নোৱাৰে।

দ্বিতীয়তে নির্দ্দিষ্ট বিষয়ত মতানৈক্য থাকিলেও জাতীয় সমস্যাবিলাকৰ প্ৰতি দলৰ আস্থা থাকিব লাগিব। প্ৰতিজন দলীয় সভ্যৰে নিজ জাতিৰ প্ৰতি শ্ৰদ্ধা আৰু জাতীয় উন্নয়নত অনুৰক্ত হব লাগিব। কোনো অৱস্থাতে নিজ জাতিৰ বিৰোদ্ধাচৰণ দলৰ কাৰণে লাভজনক নহয় বৰ ক্ষতিকাৰক হব পাৰে।

তৃতীয়তে একোটা উমৈহতীয়া আদৰ্শ নাথাকিলে ৰাজনৈতিক দলবিলাক শক্তিশালী আৰু দীৰ্ঘস্থায়ী হব নোৱাৰে। আদৰ্শই সকলো সভ্যকে মাৰ বান্ধি থিয় দিবলৈ অনুপ্ৰেৰণা যোগায়।

চতুৰ্থতে, ৰাজনৈতিক চেতনাৰ অবিহনে দলবিলাক কৃতকাৰ্য্য হব নোৱাৰে। ৰাজনৈতিক কাৰ্য্য-কলাপত অংশ গ্ৰহণ কৰিবলৈ আগ্ৰহ থাকিব লাগিব। ৰাজনৈতিক চেতনাই আগ্ৰহ বঢ়াই তোলে। নিৰ্ব্বাচকমণ্ডলী সচেতন আৰু উদ্দীপ্ত হলে দল গঠনত সহযোগ বৃদ্ধি হয়।

পঞ্চমতে, সংবিধানিক ব্যৱস্থা ব্যতিত অন্য ব্যৱস্থাৰে দলে কাম কৰিব নোৱাৰে। কৰিলেও দলৰ পতন অৱশ্যম্ভাৱী। অসংবিধানিক পথেৰে কাম কৰিলে ৰাইজৰ অনুমোদন লাভ কৰিব নোৱাৰে, আৰু নিৰ্ব্বাচনত জয় লাভ নহয়। এনে অৱস্থাত ৰাজনৈতিক দলে নিজৰ প্ৰকৃত চৰিত্ৰ হেৰুৱাই এটা অশিষ্টচক্ৰত (clique) পৰিণত হয়।

ষষ্ঠতে, দলীয় নিয়ম শৃঙ্খলাৰ ওপৰতে দলৰ ভবিষ্যৎ নিৰ্ভৰ কৰে। ৰাজনীতিৰ খেলত যিবিলাক নিয়ম শৃঙ্খলা থাকে সেইবিলাক মানি চলিব নোৱাৰিলে বা নাজানিলে বৃহৎ জনসমষ্টি এটাই নিয়াৰিকৈ কাম চলোৱা অসম্ভৱ। সকলো দলীয় সভ্যই শান্তিপূৰ্ণভাৱে প্ৰতিটো সম্ভাব্য সমস্যাত মতবিৰোধ অৱসান ঘটাই হাত মিলাব পাৰিলেহে ৰাজনৈতিক দল আগবাঢ়িব পাৰে।

সপ্তমতে সকলো দলৰে সংবিধানিক উপায়ে অকল ৰাজহুৱা কামত নহয়, ক্ষমতা লোৱাৰো চেষ্টা থাকিব লাগিব। এইটো সকলো দলৰে শেষলক্ষ্য হোৱা উচিত।

অষ্টমতে, সকলো ৰাজনৈতিক দল জীয়াই থাকিবলৈ আৰু উৎকৰ্ষ সাধন কৰিবলৈ গণতান্ত্ৰিক পৰিবেশ থাকিব লাগিব। গণতন্ত্ৰত স্বতন্ত্ৰতা আৰু ভাৱ-প্ৰকাশৰ স্বাধীনতা থকাৰ কাৰণে ৰাজনৈতিক দলবিলাক প্ৰাণৱন্ত হৈ উঠে। ব্যক্তিৰ বিভিন্ন অধিকাৰ থাকিলেহে, সংঘ, সংস্থা, দল আদি গঠিত হব পাৰে। য'ত ষইমতীয়া বা একনায়কত্ববাদী শাসন চলে, তাত ব্যক্তিস্বতন্ত্ৰতা আৰু অধিকাৰ থাকিব নোৱাৰে। এনে পৰিবেশত ৰাজনৈতিক দল সৃষ্টি হব নোৱাৰে।

## ৰাজনৈতিক দলৰ উৎপত্তি আৰু উৎস

কিছুমান কাৰণত ৰাজনৈতিক দলৰ উৎপত্তি আৰু বিকাশ হোৱা দেখা যায়। সেই কাৰণবিলাক এনেদৰে আলোচনা কৰিব পৰা যায়। প্ৰথমতে ধানটোৰে প্ৰতি কণটো মানুহটোৰে প্ৰতি মনটো। বেলেগ বেলেগ মানুহৰ প্ৰকৃতি আৰু দৃষ্টিভঙ্গীও বেলেগ বেলেগ। কোনো কোনো লোক পৰিবৰ্ত্তনৰ পক্ষপাতী আৰু কোনো কোনোৱে পুৰণা অনুষ্ঠান আৰু সংস্কৃতিকে সাৱটি থাকিব খোজে। ইংলণ্ডত এনে কিছু লোক আছে যি ৰক্ষণশীল মনোভাৱ পোষণ কৰে আৰু আন কিছুমান লোক আছে যি উদাৰভাৱ বা পৰিবৰ্ত্তন বিচাৰে। কালক্ৰমত এওঁলোক দুটা সুকীয়া সুকীয়া দলত পৰিণত হয়।

ইউৰোপৰ ৰাজনীতিত যিসকলে পৰিবৰ্ত্তন বিচাৰে তেওঁলোকে উন্নয়নমুখী বা বাওপন্থী নাম পাইছে, আনহাতে যিসকলে স্থিতি সলনি কৰবলৈ অনিচ্ছুক তেওঁলোকে সোপন্থী নাম পাইছে ১৮শ শতিকাৰ শেষৰ ফালে ইউৰোপৰ ৰাজনীতিত সোপন্থী (Rightist) আৰু বাওঁপন্থী (Leftist) শব্দ ক্ৰমাগত ব্যৱহাৰ হোৱা দেখা যায়। দ্বিতীয়তে ধৰ্মভাৱ আৰু সাম্প্ৰদায়িক অনুভূতি বিলাকে কোনো কোনো লোকক একগোট হবলৈ প্ৰেৰণা যোগায়। এচিয়াৰ ভালেমান ঠাইত এইদৰে ধৰ্ম্মৰ ওপৰত নিভৰ কৰি ৰাজনৈতিক দল গঠন কৰা দেখা যায়। ইউৰোপৰ ৰাজনীতিত ধৰ্ম্মই অভূতপূৰ্ব্ব সমস্যাৰ সৃষ্টি কৰিছিল যদিও বিজ্ঞানৰ ক্ৰমোন্নতিৰ লগে লগে ৰাষ্ট্ৰবিলাকে লোকায়ত চৰিত্ৰ লাভ কৰিলে আৰু ৰাজনীতিত ধৰ্ম্মৰ প্ৰভাৱো ম্লান হৈ গল। ভাৰতভো ধৰ্ম্মৰ ভিত্তিত ৰাজনৈতিক দল গঠন হোৱা দেখা গৈছে। এনে কিছুমান দল ৰাজনীতিত প্ৰবেশ কৰিছে, যিবিলাকে চৰকাৰটোও ধৰ্ম্মভিত্তিত হোৱা বিচাৰে।

তৃতীয়তে, ভাবাদৰ্শ কেন্দ্ৰকৰি (Ideology) আজিকালি দল গঠন হোৱা সাধাৰণ কথাত পৰিণত হৈছে। শক্তিশালী দলবিলাকৰ প্ৰায়ে স্পষ্ট লক্ষ্য, নীতি আৰু ভাৱাদৰ্শ থকা দেখা যায়। এই দলবিলাকত সভ্যসকলে একোটা নিৰ্দ্দিষ্ট ভাবাদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ, সেই ভাবাদৰ্শ বাস্তৱত ৰূপায়ণ কৰাৰ অভিপ্ৰায়ে কাম কৰি যায়। ৰাজনৈতিক আন্দোলনত ভাবাদৰ্শই আজিকালি উল্লেখযোগ্য স্থান অধিকাৰ কৰি আহিছে। পৃথিবীৰ সকলো ঠাইতে কাৰ্লমাক্সৰ মতানুগামী সকলে কমিউনিষ্ট বা সাম্যবাদী দল গঠন কৰিছে। এই দলৰ মাজতো পৰিবৰ্ত্তনৰ প্ৰবাহ আহিব ধৰিছে। মুঠ কথা, ৰাজনৈতিক আন্দোলন ফলৱতী হবলৈ হলে,

ৰাজনৈতিক ভাবাদৰ্শ অপৰিহাৰ্য্য। ইয়াৰ অবিহনে ৰাজনৈতিক স্থিৰতা হেৰায় যায়। বিৰোধীসকলেও এনে অৱস্থাত সুযোগ লাভ কৰে।

চতুৰ্থতে একোজন সবল আৰু দূৰদৰ্শী নেতাৰ ছত্ৰছায়াতো একোটা দল মূৰ দাঙি উঠিব পাৰে। এওঁলোকে নিজৰ প্ৰতিভা আৰু যোগ্যতাৰ বলত বহুতো লোকক আকৰ্ষণ কৰিব পাৰে। চীনদেশত ডা চান ইয়েৎ চেনৰ গণতান্ত্ৰিক দলটো যাইকৈ এইজন নেতাৰ প্ৰচেষ্টা আৰু ত্যাগেৰে গঠিত হৈছিল। ভাৰতত ইন্দিৰাকংগ্ৰেছ ইন্দিৰা গান্ধীৰ সৃষ্টি।

পঞ্চমতে অৰ্থনৈতিক দৃষ্টিভঙ্গীৰ কাৰণেও সুকীয়া সুকীয়া দল গঠিত হব পাৰে। উদাহৰণ স্বৰূপে সমাজবাদীসকলে জাতীয় সম্পদবিলাক ৰাজহুৱাভাৱে নিয়ন্ত্ৰণ আৰু বিতৰণ কৰাতো বিচাৰে আনহাতে কিছুমানলোকে উৎপাদনৰ ব্যৱস্থা ব্যক্তিৰ হাতত থকাতো ভাল পায়। এই দুটা সুকীয়া সুকীয়া মতৰ কাৰণে সুকীয়া ৰাজনৈতিক দলৰ জন্ম হোৱা দেখা যায়।

ষষ্ঠতে কোনো ঠাইত স্থানীয় বাতাবৰণেও একোটা দলৰ সভ্য হোৱাত বা নতুনকৈ পৰিস্থিতিৰ লগত খাপ খুৱাই দল গঠন কৰাত সহায় হয়। ঘৰুৱা বাতাবৰণেও দলবিলাকৰ গঠনত সহায় হোৱা দেখা যায়। সাধাৰণতে, পুতেকে বাপেকৰ চিন্তাধাৰা অনুসৰণ কৰা বা দলত সোমোৱা নতুন কথা নহয়। দক্ষিণ ভাৰতৰ কেইবাটাও দল এনেকৈ স্থানীয় প্ৰয়োজনীয়তাৰ পৰা জন্ম হৈছে।

## ৰাজনৈতিক দলৰ সংগঠন আৰু আভ্যন্তৰীণ প্ৰশাসন

প্ৰতিটো ৰাজনৈতিক দলৰে একোখন সংবিধান থাকে। সাধাৰণতে দলবিলাকৰ গঠন গণতান্ত্ৰিকভাৱে কৰা হয়। সমগ্ৰ সংগঠনটো কেইবাটাও খাপত ৰচনা কৰা হয়। এই খাপবিলাকৰ শীৰ্ষস্থানত এজন সভাপতি থাকে। তেওঁক সম্পাদক আৰু ধনভৰালীয়ে কামত সহায় কৰা নিয়ম। আজিকালি প্ৰায়বিলাক দলতে নিৰ্ব্বাচনৰ যোগে এওঁলোক নিয়োগ হয়। সকলো প্ৰধান প্ৰধান কামবিলাক চলাবলৈ এটা সমিতি ( Working Committee ) গঠন কৰা হয়। আলোচনা আৰু যোগাযোগৰ মাধ্যমত এই সমিতিয়ে কাম চলাব লাগে। এবছৰৰ মূৰে মূৰে দলৰ সভ্যসকল গোট খাই দেশৰ জ্বলন্ত সমস্যা বা দলৰ লক্ষ্য আদি সম্বন্ধে সিদ্ধান্ত লব লাগে দলৰ বাৎসৰিক সভা বা অধিবেশন এই উদ্দেশ্যেৰে পতা হয় আৰু বাইৰৰ দৃষ্টি আকৰ্ষণ কৰি জনমানসত দলৰ ভাবমূৰ্ত্তি উজ্জ্বল কৰি তোলা হয়।

উন্নত দেশবিলাকত দলৰ সংগঠন অতি বৈজ্ঞানিকভাৱে হাতত লোৱা দেখা যায়। একোটা শক্তিশালী ভিত্তিআদৰ্শ আগত ৰাখি গঠন কৰা পশ্চিমীয়া ৰাজনৈতিক দলবিলাক উন্নয়নশীল দেশবিলাকৰ কাৰণে পথ প্ৰদৰ্শক হৈ পৰা দেখা গৈছে। আমেৰিকা, ইংলণ্ড প্ৰভৃতি দেশত দলবিলাক সংবিধানৰ স্বীকৃতি নোহোৱাকৈ জন্ম হলেও ৰাজনীতিত এই দলবিলাকৰ অৱদান চিৰস্মৰণীয়। আজিকালি সংবিধান বিলাকত ৰাজনৈতিক দলৰ বাবে কোনো ব্যৱস্থা ৰখা নহয়। ভাৰতীয় সংবিধানতো ৰাজনৈতিক দলৰ স্থান নাই। আমেৰিকাৰ সংবিধান প্ৰণেতাসকলে দলৰ প্ৰয়োজনীয়তা অনুভৱ কৰা নাছিল, যদিও নিৰ্ব্বাচনৰ স্বাধীনতাই ১৮০০ চনৰ পাছত দলীয় ৰাজনীতি আদৰি আনিলে। আমেৰিকা ইংলণ্ড ফ্ৰান্স প্ৰভৃতি দেশত দলীয় সংগঠনৰ প্ৰতি সমগ্ৰ জাতিয়ে চকু ৰাখে। দলৰ নীতিবিলাকৰ ওপৰতে দেশৰ ভৱিষ্যৎ নিৰ্ভৰ কৰে। দলৰ সাংগঠনিক দিশটো দৃঢ় আৰু গণতান্ত্ৰিকভাৱে ৰচিত নহলে দলবিলাকৰ স্থিতিও অনিশ্চিত হৈ পৰে। ৰাজনৈতিক বাতাবৰণ স্থিৰ কৰি ৰাখিবৰ কাৰণে ৰাজনৈতিক দলৰ প্ৰায়োজনীয়তা নুই কৰিব নোৱাৰি। অৱশ্যে অনেক সময়ত একোটা ৰাজনৈতিক দলৰ কুকাৰ্য্যই দেশ এখনত বহুদিনলৈ অমঙ্গল মাতি আনে। সেইবুলি বলিষ্ঠ নীতি হাতত লৈ আগবঢ়া উন্নয়নকামী দলবিলাকৰ কথাও মনত ৰাখিব লাগিব। আমেৰিকাৰ দৰে গণতান্ত্ৰিক দেশত দলৰ প্ৰভাৱ জলে স্থলে, ঘৰ-পথাৰ সকলোতে অনুভৱ কৰা যায়। আজিকালি দলহীন গণতন্ত্ৰৰ কথা ভাবিব পৰা নাযায়। দলহীন গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিব পাৰিলেও ই প্ৰেৰণাৰ অভাৱত কৃতকাৰ্য্য হব নোৱাৰে।

ৰাজনৈতিক দলবিলাকৰ ইমান প্ৰয়োজন যদিও ইবিলাকৰ বৈজ্ঞানিক বিশ্লেষণ বা অধ্যয়নৰ কাৰণে ৰাজনীতি বিজ্ঞানীসকলৰ আগ্ৰহ দেখা নাযায়। নিউমানে লিখিবৰ দৰে, বৰ্ত্তমান ৰাজনীতি বিজ্ঞানী আৰু বুৰঞ্জীবিদসকলে লাহে লাহে ৰাজনৈতিক দলৰ অধ্যয়নৰ প্ৰতি যি আগ্ৰহ দেখুৱাইছে তাক এটা নীৰৱ বিপ্লৱৰ প্ৰতিফলন বুলিব পাৰি। বাস্তৱিকতে ৰাজনৈতিক দলবিলাকৰ গঠন প্ৰণালী বিশ্লেষণ কৰি চালে ইয়াক এটা ক্ষমতা গৃহ ( Power Structure ) বুলিব পাৰি। চাৰ্মিউল এলদাৰচ ভেলডে কবৰ দৰে ৰাজনৈতিক দল এটা সামাজিক জৈৱগঠন ( Social organism )। কিন্তু দল বুলিলে আমি ৰাজনৈতিক সংস্থা বুলিও ( Polity ) বুজো। ই এটা সৰু ৰাজনৈতিক পদ্ধতি ( System ) ইয়াৰ এটা কৰ্তৃত্বশীল গাঠনিও আছে। অৱশ্যে দল বিশেষে এই গাঠনি বেলেগ বেলেগ হ'ব পাৰে।

ৰাজনৈতিক দলৰ ক্ষমতা খাপ অনুযায়ী কম বেচি হ'ব পাৰে।

## প্ৰকাৰ ভেদে ৰাজনৈতিক দল

ৰাজনৈতিক দলীয় সংগঠনবিলাক আধুনিক ৰাষ্ট্ৰত চাৰিটা বিভিন্ন উপাদানক কেন্দ্ৰ কৰি ভাগ কৰা হয়। প্ৰথমতে ৰক্ষণশীল দ্বিতীয়তে উদাৰ তৃতীয়তে প্ৰতিক্ৰিয়াশীল আৰু চতুৰ্থতে উগ্ৰ—এই চাৰিটা ভাগত দলীয় সংগঠনবিলাক বেলেগ বেলেগ কৰিব পাৰি।

### ১ ৰক্ষণশীল ( Conservative )

ৰক্ষণশীল ভাব প্ৰধান দলবিলাকে বৰ্ত্তমান অৱস্থাৰ পৰিবৰ্ত্তন নিবিচাৰে। তেওঁলোকে চলি থকা ৰীতিনীতি বা ব্যৱস্থা বাহাল ৰখাৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰে। আন ভাষাত ক'বলৈ গ'লে এওঁলোক প্ৰগতিৰ অন্তৰায়।

### ২ উদাৰ ভাবপন্থী ( Liberal )

এওঁলোক সংস্কাৰকামী। ন ন সংস্কাৰ আহনৰ পৃষ্ঠপোষকতা এওঁলোকৰ লক্ষ্য। এক কথাত কবলৈ গলে এওঁলোকৰ চিন্তা প্ৰগতিবাদী।

### ৩ প্ৰতিক্ৰিয়াশীল ( Reactionary )

আওঁ পুৰণি আৰু এলাণ্ডকলীয়া চিন্তা আৰু অনুষ্ঠানৰ প্ৰতি এওঁলোকৰ সমাদৰে প্ৰতিক্ৰিয়াশীলতাৰ জন্ম দিয়ে। এওঁলোকৰ কাৰণে অতীতৰ সোণালী যুগলৈ উলটিব লাগে এই দলৰ এনে চিন্তাই প্ৰধান।

### ৪ উগ্ৰভাবী (Radicals)

উগ্ৰভাবপন্থী সকলে আমূল পৰিবৰ্ত্তন ( root and branch ) বিচাৰে। চলিত অনুষ্ঠান প্ৰতিষ্ঠানৰ দোষবিলাক আঙুলিয়াই দিয়াৰ লগতে সেইবিলাকৰ শীঘ্ৰে পৰিবৰ্ত্তন এওঁলোকৰ কাম্য।

দলীয় সংগঠনবিলাকক আন এক প্ৰকাৰেও শ্ৰেণী বিভক্ত কৰিব পাৰি। এই ব্যৱস্থাত ৰাজনৈতিক দলবিলাক সোঁপন্থী ( Rightists ) বাওঁপন্থী (leftist ) এই দুটা ভাগত ভাগ কৰা হয়। যিবিলাক দলে উগ্ৰ পৰিবৰ্ত্তন কামনা কৰে আৰু প্ৰগতিবাদী আইন প্ৰণয়ন হোৱাতো বিচাৰে তেওঁলোকে বাওঁপন্থী নাম পায়।

আনহাতে যি সকলে অতি সাৱধানেৰে আৰু লাহে লাহে ন চিন্তাৰ প্ৰতি আগবাঢ়িব খোজে তেওঁলোকক সোঁপন্থী ( Rightists ) বোলা হয়।

আজিকালি একেটা দলৰ মাজতে সোঁ। বাওঁ চৰম বাওঁ চৰম সোঁ। আদি ভাগ হব ধৰিছে। ভাৰতৰ কংগ্ৰেছ আৰু কমিউনিষ্ট দলত এনে ভাগ লক্ষ্য কৰা যায়। ৯৬৯ চনত ভাৰতৰ জাতীয় কংগ্ৰেছে সোঁ আৰু বাওঁপন্থী চিন্তাৰ আলমতে ফাট মেলি পুৰণা আৰু নতুন কংগ্ৰেছত পৰিণত হয়। কমিউনিষ্ট দলতো এনেভাৱ আহি পৰাত ভাৰতীয় কমিউনিষ্ট আৰু মাক্সবাদী কমিউনিষ্ট বিভক্ত হয়।

গঠনৰ দিশৰ পৰা অধ্যয়ন কৰি মৌৰিছ ডুভেৰ্জাৰে মৌলিক দল (Cadre party) আৰু সমূহীয়া দল ( Mass party ) দুটা ভাগ কৰিছে। এই বিভাজনত আকৃতিৰ ( size ) ওপৰত গুৰুত্ব নিদি গঠন প্ৰণালীৰ ওপৰত গুৰুত্ব দিয়া হৈছে। সমূহীয়া দলে ধন সংগ্ৰহ নিৰ্ভৰ কৰে সভ্য ভৰ্তিৰ ওপৰত আৰু পুঁজিপতিসকলৰ প্ৰভাৱৰ পৰা আঁতৰি থাকিবলৈ বিচাৰে। আনহাতে মৌলিক দলত পুঁজিপতিৰ পৃষ্ঠপোষকতা হাত থাকে আৰু অত্যন্ত প্ৰতিভাশালী আৰু যোগ্যলোকক দললৈ বাচি অনাৰ কথা চিন্তা কৰে। ডুভেৰ্জাৰে দেখুৱাইছে এই দুই দলৰ মাজত যদিও পাৰ্থক্য তাত্ত্বিক ভাৱে স্পষ্ট কিন্তু বাস্তৱত কোনো পাৰ্থক্য দেখা নাযায়। মৌলিক দলেও সময়ত সাধাৰণলোকক দল ভুক্ত কৰিব পাৰে। এই দলে টকা পইচাৰ কাৰণে ধনীলোকৰ ওপৰত নিৰ্ভৰ কৰে, আৰু কামৰ কাৰণে যোগ্য ব্যক্তি সুমুৱাই লয়। সমূহীয়া দলে বাইজৰ ওপৰতে ধনৰ কাৰণে নিৰ্ভৰ কৰে আৰু মুষ্টিমেয় সচেতন ব্যক্তিৰ ওপৰত নিৰ্ভৰ কৰি প্ৰশাসনৰ দায়িত্ব লয়।

## ৰাজনৈতিকদলৰ কাম ঃ (১) এক বিক্ষিপ্ত চিন্তাৰ সমন্বয়

প্ৰতিটো ৰাজনৈতিক দলৰে একোটা লক্ষ্য থাকে। এই লক্ষ্য ঘাইকৈ জাতীয় স্বাৰ্থক কেন্দ্ৰ কৰি নিৰ্দিষ্ট কৰা হয়। ৰাজনৈতিক ক্ষমতা হাতত লব পাৰিলেহে ৰাজনৈতিক দলে নিজৰ উদ্দেশ্য বাস্তৱত ৰূপায়ণ কৰিব পাৰে। অৱশ্যে ৰাজনৈতিক ক্ষমতা পাবলৈ হলে দলটোৱে নিজৰ নীতি যোগ্য আৰু সক্ৰীয় ভাৱে চলাই যাব পাৰিব লাগিব। দলৰ নেতাসকলৰ দল, সংগঠন আৰু প্ৰচাৰত দায়িত্ব থাকে। ব্যক্তিগত প্ৰতিভা থাকিলেহে প্ৰচাৰ কাৰ্য্যত সম্ভৱ হব পাৰে। ‘নিউমানৰ মতে, ৰাজনৈতিকদলৰ ঘাই কাম হল বিশৃংখল ভাৱে থকা জন ইচ্ছাক সংগঠিত কৰি

এটা বাস্তৱ ৰূপ দিয়া। ৰাজনৈতিক দলবিলাকে সমাজত চলি থকা নানা ভাৱধাৰা শোধন পৰিশোধন শৃংখলাবদ্ধকৰণ আৰু অৰ্থপ্ৰকাশকৰণৰ দ্বাৰা নিজৰ নীতিৰ লগত খাপ খুৱাই আগবাঢ়ে। দলবিলাকে সমাজৰ নানা স্বাৰ্থ জড়িত গোষ্ঠীক একত্ৰিকৰণ কৰি ব্যক্তি আৰু সম্প্ৰদায়ৰ মাজত সম্বন্ধ স্থাপন কৰে। য'ত দ্বিদলীয় প্ৰথা চলি থাকে তেনে ঠাইত ৰাজনৈতিক দলে প্ৰতিযোগীতামূলক দৃষ্টিভঙ্গীৰে, ভোটদাতাসকলৰ বাচনি খৰতকীয়া কৰি তোলে, আৰু ৰাজনৈতিক শিক্ষা বঢ়ায়। বিক্ষিপ্তভাৱে থকা ব্যক্তিচিন্তা আৰু গোষ্ঠীগত চিন্তাক নিৰ্দ্দিষ্ট বাটেৰে আগবাঢ়ি যোৱা আৰু কাৰ্য্যকৰী ৰূপ লোৱাৰ ক্ষেত্ৰত দলৰ অৰিহণা আছে। ৰাজনৈতিক দলবিলাকৰ পৰশ নাপালে বাইজৰ কোনো ইচ্ছা চিন্তাধাৰা বা সমস্যাই মূৰ্ত্তমান হৈ উঠিব নোৱাৰে। দলবিলাকৰ নিজা নীতিৰ লগত খাপখোৱা যিকোনো গোষ্ঠীৰ ইচ্ছা বা চিন্তাধাৰা প্ৰাণৱন্ত কৰি তোলাতো দলৰ প্ৰয়োজনীয় কাম।

## (২) নিজা নীতিৰ ব্যাখ্যা আৰু স্থিতি

ৰাজনৈতিকদলৰ আন এটা গুৰুত্বপূৰ্ণ কাম হল দেশৰ জ্বলন্ত সমস্যাসমূহৰ প্ৰতি মনোযোগ দিয়া আৰু এই সন্দৰ্ভত স্বকীয় নীতি ব্যাখ্যা কৰি দেখুৱা। চৰকাৰ আওবাটে গ'লে অশুদ্ধ শাসন কৌশল হাতত ল'লে ৰাজনৈতিক দলবিলাকে বিধানসভাৰ বাহিৰে ভিতৰে সমালোচনাৰ মাধ্যমত সেইবিলাক আঙুলিয়াই দেখুৱাব লাগে। প্ৰয়োজন সাপেক্ষে নিজৰ স্থিতি আৰু নীতি বাইজক বুজাই দিয়াৰ দায়িত্ব এওঁলোকৰ থাকে। চৰকাৰৰ অশুদ্ধ নীতি, কাৰ্য্যপন্থা সম্বন্ধে বাইজক বুজাই দিয়া আৰু তাৰ প্ৰতিকাৰৰ বাবে আহ্বান জনোৱা, ৰাজনৈতিক দলৰ এৰাব নোৱাৰা কৰ্ত্তব্য। কলা-কৌশল, উৎপাদন বিতৰণ উদ্যোগ, বৈদেশিক পৰিক্ৰমা আদি বিষয়ত, দলবিলাকে নিজ স্থিতি যুক্তি সহকাৰে ব্যাখ্যা কৰি দেখুৱা বাঞ্চনীয়।

## (৩) শিক্ষা আৰু পোহৰ বিলোৱা

জনসাধাৰণক শিক্ষা আৰু জ্ঞানৰ পোহৰ বিলোৱা ৰাজনৈতিক দলৰ অন্যতম কাম। ৰাজনৈতিক দলৰ ক্ষমতা লাভ কৰা মুখ্য উদ্দেশ্য হোৱা সত্বেও, ই জনসাধাৰণক ৰাজনৈতিক শিক্ষা প্ৰদান কৰে। যি কোনো সমস্যা বা বিষয়ৰ ওপৰত্তে মতামত, ব্যাখ্যা আদি ডাঙি ধৰি দলবিলাকে জনসাধাৰণক বুদ্ধিদীপ্ত কৰি তোলে। সকলো সমস্যাৰে দোষ, গুণ, লাভ লোকচান আদি বিশদ

যথাযথ আলোচনা হলেহে সমস্যাটো বোধগম্য হয়। ৰাজনৈতিক দলে সদায় গঠনমূলক দৃষ্টিভঙ্গীৰে সমস্যাবিলাক বুজি উঠাত ৰাইজক সহায় কৰিব লাগে, যাতে সকলোৰে সমস্যাটো সম্বন্ধে নিজৰ সুচিন্তিত মতামত সহজে ব্যক্ত কৰিব পাৰে। ৰাজনৈতিক দলৰ শিক্ষামূলক কাম-কাজ বিলাক বিভিন্ন উপায়েৰে প্ৰকাশ পাব পাৰে। ৰাজহুৱা সভা সমিতি আলোচনাচক্ৰ আকাশবাণী, পুস্তিকা বিতৰণ প্ৰবন্ধাদি প্ৰকাশ প্ৰচাৰ পত্ৰিকা আদি অনেক উপায়ৰ মাধ্যমত ৰাজনৈতিক শিক্ষা প্ৰদান সম্ভৱ হয়। এইটো সত্য যে ৰাজনৈতিক দলবিলাকৰ চিন্তাধাৰাত এক পক্ষীয় ভাবৰ সমাবেশ থাকে। তথাপি আলোচনাৰ যোগেদি ভাল বেয়া সত্য অসত্য সকলো দিশৰ ওপৰত আলোকপাত কৰা হয়। মুঠৰ ওপৰত দলীয় কাৰ্য্যকলাপে জনসাধাৰণৰ ৰাজনৈতিৰ চিন্তা দীপ্তিমান কৰি শিক্ষা বিলায়।

আগতে উল্লেখ কৰা হৈছে যে বলিষ্ঠ নেতৃত্ব নহলে দলৰ কাম আগবঢ়া সম্ভৱ নহয়। লগতে গাৰে ভূয়ে কাৰ্য্যদক্ষ কৰ্মী প্ৰয়োজন। সুদক্ষকৰ্ম্মীৰ অবিহনে দলৰ প্ৰচাৰ ব্যাহত হোৱাৰ সম্ভাবনা থাকে।

## ৪ বিৰোধীদল হিচাপে ভূমিকা

সকলো ৰাজনৈতিক দলেই প্ৰশাসনীয় ক্ষমতা লাভ কৰিব নোৱাৰিব পাৰে। এইবোৰ দলে বিৰোধী দলৰ ভূমিকা লৈ ৰাইজৰ সেৱা কৰাত বাধা নাই। অৱশ্যে বিৰোধী দল বুলিলে চৰকাৰৰ সকলো কামতে বিৰোধীতা কৰা নুবুজায়। যিবিলাক বিষয় বা সমস্যাত চৰকাৰে নিৰপেক্ষ ভূমিকা লব নোৱাৰে বা মইমতীয়াভাৱে কাম কৰিবলৈ বিচাৰে তেনেবোৰ কামত বিৰোধীদলে গঠনমূলক সমালোচনা আগবঢ়াই চৰকাৰক কাৰ্য্যক্ষম কৰি তোলা দৰ্কাৰ যিকোনো সমালোচনাই দেশৰ উপকাৰৰ পৰিবৰ্ত্তে অপকাৰ কৰাৰ সম্ভাবনা বেছি থাকে। এনে অৱস্থাত বিৰোধীদলে নিজৰ গুৰুত্ব আৰু জনপ্ৰিয়তা হেৰুৱাই পেলাব পাৰে। সংসদী গণতন্ত্ৰত বিৰোধীদলে সংসদৰ বাহিৰে ভিতৰে ৰাইজৰ চেতনা জগাই তোলে আৰু শাসকদলক কু-কৰ্ম্মৰ পৰা আতৰত ৰাখি বেছি সক্ৰিয় কৰি গঢ়ি তোলে। ইংলণ্ডত বিৰোধীদলে শাসকদলৰ বিফলতা অনুধাৱন কৰি 'ছায়ামন্ত্ৰী ( Shadow Cabinet ) গঠন কৰি ৰাইজৰ মনোযোগ আকৰ্ষণ কৰা দেখা যায়।

## চৰকাৰ গঠনৰ প্ৰচেষ্টা

সংবিধানিক উপায়েৰে চৰকাৰ গঠন কৰিব পৰাটোৱেই প্ৰকৃতপক্ষে ৰাজনৈতিক দলৰ লক্ষ্য। প্ৰচাৰ, সংগঠন আৰু শেহতীয়াকৈ নিৰ্ব্বাচনৰ যোগেদি ৰাজনৈতিক দলবিলাকে এই উদ্দেশ্য সফল কৰে। যিবিলাক নীতি আৰু কাৰ্য্যপন্থা লৈ ৰাজনৈতিক দলবিলাকে ৰাজনীতিত নামে চৰকাৰ গঠন কৰিব নোৱাৰিলে সেইবিলাক সফল কৰাটো সম্ভৱ নহয়। আমেৰিকাৰ ৰাজনীতি আৰু ৰাজনৈতিকদলৰ ওপৰত মন্তব্য দি ক্লিন্টন ৰোজিষ্টাৰে কৈছে আমাৰ দৰে গণতন্ত্ৰত ৰাজনৈতিকদলৰ মুখ্য কাম হল ক্ষমতাৰ কাৰণে প্ৰচেষ্টা চলাই যোৱা আৰু নিয়ন্ত্ৰণ কৰা। এই কামৰ পৰা অন্য সকলো ধৰণৰ কাম উদ্ভব হব পাৰে। একোখন স্বাধীন দেশত ৰাজনৈতিক পদ্ধতিয়েই ঘাইকৈ একোটা স ঘাট। এই কথাৰ দ্বিমত থাকিব নোৱাৰে। অৱশ্যে এই স ঘাট বিৰোধভাৱাপন্ন স্বাৰ্থ আৰু আশাৰে পৰিপূৰ্ণ হলেও সীমিত নিয়মানুবদ্ধ তত্ৰাচ নিষ্ঠুৰ।

সাধাৰণতে সকলো ৰাজনৈতিক দলেই ক্ষমতা লাভৰ কাৰণে কঠোৰ শ্ৰম কৰিব লাগে। জনসাধাৰণৰ মনোযোগ আকৰ্ষণ কৰিব পাৰিলেহে ক্ষমতা লাভ কৰা সম্ভৱ হয়। উপযুক্ত প্ৰাৰ্থীক প্ৰতিদ্বন্দ্বিতাত নমাব নোৱাৰিলে নিৰ্ব্বাচনত কৃতকাৰ্য্য হোৱা টান। প্ৰতিটো দলেই প্ৰতিদ্বন্দ্বিতাত নামি প্ৰয়োজনীয় সংখ্যক প্ৰাৰ্থী সদস্যৰূপে নিৰ্ব্বাচন কৰিব পাৰিলেহে ক্ষমতাত অধিষ্ঠিত হ ব পাৰে। ৰাজহুৱা কামৰ মাজেদি ৰাইজৰ সেৱা কৰি সন্তোষ লগাব পৰাৰ ওপৰতে দলৰ জনপ্ৰিয়তা নিৰ্ভৰ কৰে আৰু দলেও কম আয়াসতে নিৰ্ব্বাচনত জয়ী হ'ব পাৰে।

## ৬ দক্ষতা সম্পন্ন চৰকাৰ গঠন

প্ৰতিটো ৰাজনৈতিক দলৰে ৰাইজৰ আৰু জাতিৰ উন্নতি চিন্তা কৰাৰ দায়িত্ব আছে। চৰকাৰ গঠন কৰিবলৈ যাওঁতে এই দায়িত্ব পাহৰি যাব নালাগিব। প্ৰশাসনৰ বাগডোৰডাল হাতত ললেহে ৰাজনৈতিক দলৰ যোগ্যতা প্ৰমাণ হয়। নিৰ্ব্বাচনৰ সময়ত ৰাইজক দি অহা এশ এটা প্ৰতিশ্ৰুতি বাস্তৱত ৰূপায়ণ কৰিব নোৱাৰিলে চৰকাৰে সফলতা অৰ্জন কৰিব নোৱাৰে। কৃতকাৰ্য্যভাৱে চৰকাৰ চলাই যাব পৰাটো এটা কৌশল। জনপ্ৰিয় কাম কাজ আৰু সেৱাৰ মনোভাব লৈ কৰিব পাৰিলে, কৌশলটো সহজে আয়ত্ব কৰি লব পৰা যায়।

## দল পদ্ধতিৰ গুণ

পৰোক্ষ বা প্ৰতিনিধিত্বমূলক চৰকাৰত দলীয় ৰাজনীতিৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। দল পদ্ধতিয়ে মানুহক বেলেগ বেলেগ গোটত ভাগ কৰে আৰু প্ৰতিটো গোটে সুকীয়া সুকীয়া চিন্তাধাৰা পোষণ কৰে। দলীয় প্ৰথাৰ কাৰণেই বিশৃংখল সমাজখন শৃংখলাবদ্ধ হৈ পৰে আৰু জনসাধাৰণে দলৰ যোগেদিয়ে, নিজৰ মত প্ৰকাশ কৰিব পাৰে। ৰাজনৈতিক দলবিলাকৰ অৱস্থিতিৰ কাৰণেই প্ৰতিটো সমস্যাকে সুক্ষ্মভাৱে অধ্যয়ন কৰা সম্ভৱ হয় আৰু ৰাইজবো ৰাজনৈতিক শিক্ষা লাভ হয়। দ্বিতীয়তে, দলীয় ৰাজনীতিৰ অৱস্থিতিৰ কাৰণে যি কোনো ধৰণৰ আইন প্ৰণয়ন সম্ভৱ হ'ব নোৱাৰে যিবিলাক কুখ্যাত আৰু কলাআইন বুলি জনা যায় ৰাজনৈতিক দলৰ অৱস্থিতিয়ে তেনে আইন বলবৎ হোৱাত বাধা দিয়ে। কাৰ্য্য-পালিকাৰ স্বেচ্ছাচাৰিতাক কেৱল ৰাজনৈতিক দলেহে বাধা দিব পাৰে। ক্ষমতাত অধিষ্ঠিত হোৱা দলে বিৰোধী দলৰ সমালোচনাৰ ভয়ত স্বেচ্ছাচাৰিতা বা অতিচাৰক প্ৰশ্ৰয় দিবলৈ নিবিচাৰে। বিৰোধী দলৰ স্বেচ্ছাচাৰিতা সত্ত্বেও যদি শাসকদলে কোনো আইন গ্ৰহণ কৰিব খোজে, তেনেহলে পাচৰ নিৰ্ব্বাচনত শাসক দলৰ পৰাজয় প্ৰায় নিশ্চিত, শাসক দল আৰু বিৰোধী দল উভয়ে অনুৰোধ আৰু সহযোগ নীতিৰ মাজেৰে কাম কৰিব লাগে। এই প্ৰতিদ্বন্দ্বিতাৰ মাজতে জাতিৰ উন্নতি সম্ভৱ হয়। তৃতীয়তে ৰাজনৈতিক দলৰ অনুপস্থিতিয়ে শাসনতন্ত্ৰ নিয়াৰিকৈ চলাই নিয়া অসম্ভৱ কৰি তোলে। শাসকদলৰ সংখ্যাগৰিষ্ঠতা থাকিলেহে প্ৰশাসন চলাই যাব পাৰে। বিধানসভাত এই সংখ্যাগৰিষ্ঠতা হেৰুৱালে শাসক দল তিষ্ঠি থাকিব নোৱাৰে। চতুৰ্থতে ৰাজনৈতিক দলবিলাকৰ অনুপস্থিতিত গণতন্ত্ৰ নিস্তেজ আৰু নিষ্ক্ৰিয় হৈ পৰা সম্ভৱ। ৰাজনৈতিক দলৰ উপস্থিতিয়ে ৰাইজক প্ৰেৰণা যোগায় আৰু ৰাজনৈতিক ভাৱে সচেতন কৰি তোলে। পঞ্চমতে ৰাজনৈতিক দলে চৰকাৰৰ বিভিন্ন অঙ্গৰ মাজত সমন্বয় গঢ়ি তোলে। কাৰ্য্যপালিকা আৰু আইন পালিকাৰ মাজত আমেৰিকাৰ দৰে ৰাষ্ট্ৰত কেৱল ৰাজনৈতিক দলেহে সম্পৰ্ক গঢ়ি তোলে। সংসদী গণতন্ত্ৰত ক্ষমতা পৃথককৰণ নাই যদিও ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰত ক্ষমতা পৃথককৰণ নীতি মানি চলে। ১৮০০ চনৰ পাছত আমেৰিকাৰ ৰাজনীতিত দলীয় ব্যৱস্থাই ঠাই পোৱাৰ পাছতহে কাৰ্য্যপালিকা আৰু আইনপালিকাৰ সম্পৰ্ক মধুৰ হৈ উঠে। একে দলৰ মাজৰ পৰা ৰাষ্ট্ৰপতি আৰু সংসদৰ সদস্যসকল নিৰ্ব্বাচিত হোৱা কাৰণে, কাৰ্য্যপালিকা আৰু আইনপালিকাই হাত মিলাবলৈ সুযোগ পায়।

## দলগত পদ্ধতিৰ দোষ

দলীয় পদ্ধতিৰ যিদৰে ভালেমান গুণ ( Merit ) আছে, সেইদৰে দোষো নথকা নহয়। প্ৰথম কথা, এনেকুৱা দলৰ উপস্থিতিত জনগণৰ মাজত কৃত্ৰিম বিভাজনৰ সৃষ্টি হয় আৰু ব্যক্তিৰ স্বতন্ত্ৰতা বহু পৰিমাণে হ্ৰাস পায়। ভোটদাতাসকলে নিজৰ অভিমত প্ৰকাশ কৰাৰ সুযোগ হেকৱাই পেলায়। তেওঁলোকে, দলৰ প্ৰস্তাৱলৈ অপেক্ষা কৰি থাকিব লাগে। দ্বিতীয়তে, ৰাজনৈতিক দলৰ সভ্যসকলে দলৰ সিদ্ধান্ত মানি লবলৈ বাধ্য। অনেক সময়ত নেতাজনৰ সিদ্ধান্তই দলৰো সিদ্ধান্ত হৈ পৰে। সভ্যসকলে নিজৰ অভিমত হেচা দি ধৰি, দলৰ মতটোকে নিজা মত বুলি গ্ৰহণ কৰিব লাগে। তৃতীয়তে দেখা যায় দলীয় সংগঠনৰ মাজেদি বহুতো যোগ্যলোকে চিন্তা কৰিবলৈ বা কাম কৰিবলৈ অনিচ্ছুক। তেওঁলোক লাহে লাহে ৰাজহুৱা জীৱনৰ পৰা আঁতৰি যায়। এইসকল লোকে দলৰ নেতৃত্বক নিৰাপক্ষ বুলি মানি লব নোখোজে। চতুৰ্থতে, দলাদলি বা অৰিয়াঅৰি ভাবৰ জোৱাৰত দলবিলাকে নিজৰ প্ৰকৃত উদ্দেশ্য আৰু লক্ষ্য হেকৱাই পেলায়। অনেক সময়ত সঙ্কীৰ্ণ দলীয় চিন্তাত নিমজ্জমান হৈ জাতিৰ অনিষ্ট সাধন কৰিবলৈকো পাছ নোহোকে। পঞ্চমতে, নৈতিকতাৰ দিশতো দলীয় ৰাজনীতিয়ে অনিষ্ট নকৰাকৈ নাথাকে। সামাজিক মৰ্যাদা সাধাৰণ সৌজন্য সততা আদি গুণবিলাকো দলীয় ৰাজনীতিৰ কবলত পৰি লাহে লাহে অন্তৰ্হিত হবলৈ ধৰে। নৈতিক কাৰ্য্য কলাপৰ ঠাইত সঙ্কীৰ্ণ উদ্দেশ্য সিদ্ধিৰ হকে অনৈতিক কাৰ্য্যকলাপ বৃদ্ধি পায়। দলীয় ৰাজনীতিৰ কু-চিন্তাৰ ফলশ্ৰুতি হিচাপে অসমত বিদেশী বিতাৰণ আন্দোলনৰ কালচোৱাত, অনেক ধৰ্ম্মগুৰু, চিন্তাশীল ব্যক্তি আৰু শিক্ষাবিদ অপদস্থ আৰু লাঞ্ছিত হয়। সামাজিক জীৱনৰ সাধাৰণ নিয়ম নীতিও দলৰ প্ৰভাৱত ধ্বংসিমুখ কৰা হয়। দলীয় অৰিয়াঅৰি প্ৰতিযোগিতা বা ফেৰীয়াফেৰীৰ কাৰণে তিক্ততা বৃদ্ধি পায়। ৰাজহুৱা শান্তি নাইকিয়া হয় আৰু অনেক সময়ত দলীয় কন্দল ব্যক্তিগত কন্দললৈ ৰূপান্তৰিত হয়। বিখ্যাত লিখক এডিচনে ক বৰ দৰে, দলীয় কু প্ৰভাৱবিলাক সম্প্ৰসাৰণ লাভ কৰিলে, জ্ঞানী বা গুণী সকল আৰুনাৰ মাধ্যমত দেখা লোকৰ দৰে বিকৃত হৈ পৰে। গ্ৰন্থবিলাকৰো প্ৰকৃত মূল্যায়ন নহয়। দলীয় নীতিসম্বলিত নীৰস লিখনীকো উত্তম সাহিত্য বুলি কোৱা হয়, অথচ প্ৰকৃত সাহিত্যও অৱহেলিত হয়, জ্ঞানী আৰু গুণীলোকৰ ৰাজহুৱা কামৰ প্ৰতি আস্থা বা আগ্ৰহ কমি যায়। ( মিচ চিফচ অব পাৰ্টি স্পিৰিট )

দলীয় ৰাজনীতিত থকা দোষবিলাক আমি আঙুলিয়াই দেখুৱালোঁ। এনে বিলাক দোষ থকা স্বত্বেও স্বীকাৰ কৰিব লাগিব যে দল ব্যৱস্থাৰ কাৰণেই গণতান্ত্ৰিক চৰকাৰ প্ৰাণৱন্ত হৈ আছে। দলীয় ৰাজনীতিত উনুকিওৱা বহুতো দোষ দলৰ উপযুক্ত নেতৃত্ব আৰু সুপৰিচালনাৰ অভাৱৰ কাৰণে হয়। এই বিলাকৰ বহুতো সহজে সংশোধন কৰিব পাৰি। দল ব্যৱস্থাৰ অবিহনে গণতান্ত্ৰিক চৰকাৰ কঠোৰ আৰু দায়িত্বহীন হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। এনে অৱস্থাত ৰাষ্ট্ৰ পৰস্পৰ বিৰোধী লোকৰ সংগ্ৰাম ভূমি হৈ পৰিব। দলীয় প্ৰথা যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত হোৱা কাৰণে উপৰোক্ত সম্ভাব্য জটিলতাৰ পৰা হাত সাৰিব পৰা যায়। দলীয় প্ৰথা অনুসৰণ কৰা দেশত চৰকাৰ মইমতীয়া হোৱা আশঙ্কা কম।

## দ্বিদল আৰু বহুদল প্ৰথা

বেলেগ বেলেগ দেশত দলীয় প্ৰথাই বেলেগ বেলেগ ৰূপ লোৱা দেখা যায়। ছোভিয়েত দেশত একদল প্ৰথা, ইংলেণ্ড-আমেৰিকাত দ্বিদল প্ৰথা আৰু ভাৰতৰ নিচিনা গণতান্ত্ৰিক দেশত বহুদল প্ৰথা স্বীকৃত হোৱা দেখা যায়।

## একদল প্ৰথা

ইউৰোপৰ বহুতো ৰাষ্ট্ৰত দ্বিতীয় মহাযুদ্ধৰ আগৰে পৰা এক দলীয় প্ৰথা গা কৰি উঠা দেখা যায়। জাৰ্ম্মানী ইটালি আৰু ছোভিয়েত দেশত একদলীয় চৰকাৰ আৰু একদলীয় প্ৰথাই সমাদৰ লাভ কৰিছে। উপৰোক্ত ৰাষ্ট্ৰবিলাকত ক্ষমতাত অধিষ্ঠিত হোৱা দলটোৱে অন্যান্য দল নাশ কৰি বা দমন কৰি নিজৰ আধিপত্য বিস্তাৰ কৰা দেখা যায়। জাৰ্ম্মানীত নাজী দল (Nazi) আৰু ইটালিত ফেচী (Fascis) দল সৰ্ব্বপ্ৰধান হৈ দ্বিতীয় মহাযুদ্ধৰ কালচোৱাত পৃথিৱীত বিভীষিকা সৃষ্টি কৰি গল। ১৯১৭ চনৰ পৰা সাম্যবাদী দলে ছোভিয়েত ৰুচিয়াত একদলীয় প্ৰথা প্ৰবৰ্ত্তন কৰি নিজৰ ৰুচি অনুসৰি আনৰ ওপৰত শাসন কৰি আহিছে। যদিও ছোভিয়েত দেশত চৰকাৰ দেখাত গণতান্ত্ৰিক প্ৰকৃত পক্ষে ইয়াত প্ৰাধিকাৰাত্মক চৰকাৰহে আছে। সাম্যবাদী দলে প্ৰশাসন যন্ত্ৰ ৰাজনৈতিক অনুষ্ঠান আদি কৰায়ত্ত কৰি অখণ্ড প্ৰতাপেৰে দেশ শাসন কৰি গৈছে।

ইটালিত ফেচী দলে বি মুছলিনিৰ নেতৃত্বত এক দলীয় চৰকাৰ গঠন কৰি আন সকলো দল ভঙ্গ কৰি দিছিল। হিটলাৰেও ৯৩৩ চনত জাৰ্ম্মানীত নাজী

দলৰ সহায়ত এক দলীয় চৰকাৰ গঠন কৰে। নাজীদলেও বিৰোধী দলবিলাক মষিমূৰ কৰি নিজ আধিপত্য বিস্তাৰ কৰি গল।

১৯৪৯ চনত মাওঁ চে টুংৰ নেতৃত্বত চীনা সাম্যবাদী দলে, চীনত ক্ষমতা হস্তগত কৰি একদলীয় চৰকাৰ গঠন কৰে।

উপৰোক্ত চৰকাৰ বিলাক একদলীয় প্ৰথাত পৰিচালিত যদিও প্ৰকৃততে ৰাইজৰ মতামতত চলা চৰকাৰ বুলিব নোৱাৰি কিয়নো কোনো দিশতে চৰকাৰৰ সমালোচনা সহ্য কৰা নহয়। অৱশ্যে নাজীদলৰ শাসনৰ লগত সাম্যবাদীদলৰ শাসনৰ পাৰ্থক্য আছে।

## একদলীয় প্ৰথাৰ গুণ (Merit)

একদলীয় প্ৰথাক পশ্চিমীয়া গণতন্ত্ৰবাদীসকলে গণতন্ত্ৰ নহয় বুলিয়েই কৰ খোজে। তেওঁলোকে এনে চৰকাৰৰ কঠোৰ সমালোচনা কৰিছে। তথাপি ইয়াৰ কিছুমান গুণ আছে, যিবোৰ অস্বীকাৰ কৰিবৰ উপায় নাই।

১ প্ৰথমতে এনে চৰকাৰ এটা দলৰ দ্বাৰা পৰিচালিত হোৱা কাৰণে কোনো বিভেদ থাকিব নোৱাৰে। 'একতাই বল' বোলা কথাষাৰ এনে চৰকাৰৰ ক্ষেত্ৰতে প্ৰমাণিত হয়। দলীয় ৰাজনীতিত কৃত্ৰিম বিভাজন জাতিৰ কাৰণে বলিষ্ঠ পদক্ষেপ হ'ব নোৱাৰে। একদলীয় প্ৰথাত জাতীয় প্ৰেমৰ উদ্ৰেক হয়, লগতে উশৃঙ্খলতা আঁতৰি যায়। ৰাজনীতিত দ্বৈত মত হোৱাৰ অৰ্থ হল জাতিক দুৰ্বল কৰি তোলা। এক দলীয় প্ৰথা থকা দেশত গোটেই দেশৰ সকলো ক্ষমতা একত্ৰিত আৰু সংগঠিত হোৱা কাৰণে কাম কাজবিলাক নিৰঙ্কুশভাৱে সম্পন্ন কৰিব পাৰি।

২ দ্বিতীয়তে আলোচনা সমালোচনাত অনাহকতে সময় খৰছ নোহোৱাৰ কাৰণে এনে চৰকাৰে উন্নয়নমূলক কামত আগবাঢ়ি যাব পাৰে। ছোভিয়েত দেশত বৃহৎ বৃহৎ শিল্প গঢ়ি উঠিছে আৰু অৰ্থ সম্পদ বৃদ্ধি পাব ধৰিছে। এটা দলে নিৰঙ্কুশ ভাৱে শাসন কৰাৰ কাৰণে এনে উন্নতি সম্ভৱ হৈছে।

৩ তৃতীয়তে চৰকাৰ কাৰ্য্যদক্ষ হয়, অপ্ৰয়োজনীয় বিৰুদ্ধাচৰণ নাইকিয়া হয়

## এক দলীয় প্ৰথাৰ দোষ ( Drawbacks )

এক দলীয় প্ৰথাত যিদৰে গুণ আছে, সেইদৰে দোষো নথকা নহয়। তলত দিয়া দোষবিলাক সাধাৰণতে একদলীয় প্ৰথাত দেখা যায়।

১ প্ৰথমতে, এনে ৰাষ্ট্ৰত প্ৰাধিকাৰাত্মক ( Authoritarian ) আৰু সৰ্বাত্মক ( totalitarian ) শাসন লক্ষ্য কৰা হয়।

২ প্ৰায় সকলো একদলীয় প্ৰথাত একনায়কত্ববাদী শাসনে সৰ্বগ্ৰাস কৰি, নিষ্ঠুৰতাৰ চৰম পৰ্য্যায়লৈ যোৱা দেখা যায়। হিটলাৰ, মুচলিনি, জোচেফ ষ্টেলিন, মাওঁ আদিৰ দিচিনা নায়কৰ শাসনত নিষ্ঠুৰতা অত্যন্তভাৱে বৃদ্ধি পোৱা বুলি জানিব পৰা গৈছে।

৩ তৃতীয়তে, এনে ৰাষ্ট্ৰত জনসাধাৰণে কোনো প্ৰকাৰে স্বতন্ত্ৰতা ভোগ কৰিব নোৱাৰে। গণতন্ত্ৰত প্ৰতিজন ব্যক্তিৰে ব্যক্তি স্বতন্ত্ৰতা থাই বিষয়। দ্বি দলীয় বা বহুদলীয় প্ৰথা থকা দেশত মানৱাত্মাৰ বিকাশ সম্ভৱ হব পাৰে। একদলীয় প্ৰথাত মানৱমূল্য অস্বীকাৰ আৰু পদদলিত কৰা হয়।

৪ চতুৰ্থতে, একদলীয় প্ৰথাত উগ্ৰতাক প্ৰশ্ৰয় দিয়া দেখা যায়। যুদ্ধ, গোড়া জাতীয়তাবাদ, আৰু একনায়কত্বক প্ৰশ্ৰয় দি নাজি দল ধ্বংস হোৱাৰ কথা বুৰঞ্জী পাঠক মাত্ৰেই অৱগত।

## দ্বিদলীয় প্ৰথা

দ্বিদলীয় প্ৰথাত সাধাৰণতে দুটা দল থাকে। এটা শাসক দল আৰু আনটো বিৰোধী দল। ইংলণ্ডত, আজিকালি দ্বিদলীয় প্ৰথা গজগজিয়া হৈ পৰিছে। 'লিবাৰেল' দলটো ভাগি গৈ ৰক্ষণশীল আৰু শ্ৰমিক দলত পৰিণত হল। আমেৰিকা যুক্তৰাষ্ট্ৰতো দ্বিদলীয় প্ৰথাই প্ৰাধান্য লাভ কৰিছে। এই ৰাষ্ট্ৰ দুখনত সৰু সৰু দল নথকাও নহয়, কিন্তু এই দলবিলাকে জাতীয় নিৰ্বাচনত জয়লাভ কৰিব নোৱাৰে। আমেৰিকাত থকা বিখ্যাত দল দুটা হল ৰিপাব্লিকান আৰু গণতান্ত্ৰিক দল। ইংলণ্ডত প্ৰকৃতপক্ষে বহুবছৰৰ আগৰে পৰা সুকীয়া ৰূপত দুটা দলে ৰাজনীতিত অংশ গ্ৰহণ কৰা দেখিবলৈ পোৱা যায়। ঐতিহাসিক যুগতো ইংলণ্ডত লেংকেষ্ট্ৰিয়ান সকলে ইয়ৰ্কিষ্টৰ লগত, বা বগা গোলাপৰ লগত বঙাগোলাপ, ৰাউণ্ড হেডবিলাকে কেভেলিয়াৰৰ লগত যুদ্ধ চলোৱাৰ কথা বুৰঞ্জীত আছে। ১৬৮৮ চনৰ গৌৰৱময় বিপ্লৱৰ পাছত হুইগ আৰু টোৰীদলৰ জন্ম কথা স্থানান্তৰত কোৱা হৈছে। টোৰীসকলে কালক্ৰমত ৰক্ষণশীলদল ( conservative party ) নাম লৈ ৰাজনীতিত ৰক্ষণশীল মনোভাব প্ৰদৰ্শন কৰে। হুইগসকলে প্ৰগতিবাদী সংস্কাৰত গুৰুত্ব দি

আছিছে। ১৯ শ শতিকাৰ শেষৰ ফালে আইৰিচ জাতীয়দলৰ ( Irish Nationalist party ) জন্ম হলেও, ১৯২২ চনত লুপ্ত হয়। কুৰি শতিকাৰ প্ৰথম দশকৰ পাছত শ্ৰমিক দলৰ ( Labour ) জন্ম হয়। শ্ৰমিক দলৰ লক্ষ্য হল পুঁজিপতি সকলৰ শোষণৰ পৰা শ্ৰমিকক মুক্ত কৰা। বৰ্ত্তমান শ্ৰমিকদল আৰু ৰক্ষণশীল দলেই ইংলণ্ডৰ ৰাজনীতিত ভাগ্যবিধাতা হৈ দেখা দিছে। অৱশ্যে জাতীয় বিপৰ্যয়ৰ সময়ত দলগত পাৰ্থক্য নাথাকে, শ্ৰমিক আৰু ৰক্ষণশীল দল মিলি সংযুক্ত মন্ত্ৰীসভা ( Co alition ) গঠন কৰে।

## দ্বিদলীয় প্ৰথাৰ গুণ

সংসদী গণতন্ত্ৰত দ্বিদলীয় প্ৰথাৰ এটা বিশিষ্ট স্থান আছে। এই প্ৰথাই চৰকাৰৰ স্থায়িত্ব আনে। ইংলণ্ডৰ বুৰঞ্জী অধ্যয়ন কৰিলে দেখা যায়, দ্বিদলীয় প্ৰথাৰ কাৰণে এই দেশত মন্ত্ৰীসভাই স্থায়িত্ব লাভ কৰিছে। ১৮৭০ চনৰ পৰা ১৯৩৪ চনৰ ভিতৰত ১৮টা মন্ত্ৰীসভাই ইংলণ্ডত কাম কৰে। আনহাতে, ফৰাচী দেশত সেই কালচোৱাত ৮৮টা মন্ত্ৰীসভা পতন হয়। ফ্ৰান্স বা ফৰাচী দেশত বহু দলীয় প্ৰথা প্ৰচলিত আছিল। গতিকে দেখা যায় যে, দ্বিদলীয় ব্যৱস্থাই তুলনা-মূলকভাৱে চৰকাৰৰ স্থায়ীত্ব প্ৰদান কৰে।

দ্বিতীয়তে প্ৰকৃত প্ৰতিনিধিত্ব মূলক চৰকাৰ দ্বিদলীয় প্ৰথাতহে সম্ভৱ হব পাৰে। এনে ব্যৱস্থাত চৰকাৰ ভাৰসাম্য ৰক্ষা কৰি চলিব পাৰে।

তৃতীয়তে, দুটা দলৰ ব্যৱস্থাত, এটাই ক্ষমতা লাভ কৰিলে, আনটোৱে বিৰোধী ভূমিকা লব পাৰে। বিৰোধী দলটোৱে চৰকাৰৰ স্বেচ্ছাচাৰিতা অৱৰোধ কৰি ( check ) চৰকাৰক বিপথগামী হোৱাৰ পৰা ৰক্ষা কৰি চলে। কোনো বিশেষ প্ৰস্তাৱত চৰকাৰে সদনৰ আস্থা হেৰুৱালে পদত্যাগ কৰা নিয়ম। এনে অৱস্থাত বিৰোধী দলে চৰকাৰ গঠন কৰিব পাৰে।

## দ্বিদলীয় প্ৰথাৰ দোষ

১ দ্বিদলীয় প্ৰথাত যি দলে সদনত সংখ্যাগৰিষ্ঠ আসন লাভ কৰে, সেই দলেই চৰকাৰ গঠন কৰিব পাৰে। আনটো দলে বিৰোধী দলৰ ভূমিকা লৈ চৰকাৰৰ দোষ আৰু দুৰ্বলতা বিলাক আঙুলিয়াই দিব লাগে। এনে অৱস্থাত, সংখ্যাগৰিষ্ঠ দলটোৱে, সংখ্যাগৰিষ্ঠতা থকা কাৰণে নিজৰ ইচ্ছানুযায়ী কাম কৰি যাব পাৰে।

ৰামসে মুইৰ মতে, দ্বিদলীয় প্ৰথাই মন্ত্ৰীসভাৰ একনায়কত্ববাদী শাসন (cabinet dictatorship) জন্ম দিব পাৰে। ইংলণ্ডত এনে আশংকা প্ৰায়ে দেখা যায়।

২ আইন প্ৰণয়নৰ ক্ষেত্ৰতো সংখ্যাগৰিষ্ঠদলে স্বাভিষ্ট সিদ্ধিৰ হকে আইন প্ৰণয়ন কৰা সম্ভৱ। এনেদৰে আইন কৰোতে, জনসাধাৰণৰ লাভালাভৰ প্ৰতি চকু দিয়া নহয়।

৩ সমুদায় দ্বিদলীয় প্ৰথাটোৱেও স্বেচ্ছাচাৰিতাত পৰিণত হোৱা সম্ভৱ, ক্লিনটন্ ৰোজিষ্টাৰে ভাবে, আমেৰিকানসকল দুটা দলৰ স্বেচ্ছাচাৰিতাৰ ওপৰতে জীয়াই থাকিব লগা হৈছে, হয় ৰিপাব্লিকান নহয় গণতান্ত্ৰিক দলৰ শাসন। দলীয় ক্ষমতা লাভৰ প্ৰচেষ্টাত জনগণৰ আত্মৰক্ষাৰ বাবে আৰু কোনো ব্যৱস্থা নাই।

বাস্তৱিকতে, দ্বি দলীয় প্ৰথাত ভোটাৰ সকলৰ বাচনি সীমিত। আমেৰিকাৰ নাগৰিকে ৰিপাব্লিকান বা ডেমক্ৰেতিক দলক, সমৰ্থন নিদিও বুলি ভাবিলেও গত্যন্তৰ নাই।

## বহু দলীয় প্ৰথা আৰু ইয়াৰ দোষ গুণ

দুটাতকৈ অধিক ৰাজনৈতিক দলৰ অৱস্থান হলেই বহুদলীয় প্ৰথাৰ সৃষ্টি হয়। ফ্ৰান্স, ভাৰত আদি দেশত বহুদলীয় প্ৰথা দেখা যায়। ফ্ৰান্সত ত্ৰিশটালৈ ৰাজনৈতিক দল অৱস্থান কৰাৰ কথা জানিব পৰা গৈছে। ভাৰততো দলৰ সংখ্যা অধিক। কিছুমান দল ভাৰতত এৰাতিতে জন্ম লৈ ক্ষণস্থায়ী হৈ লুপ্ত হোৱা দেখা যায়। ইয়াত আঞ্চলিক আৰু জাতীয় দুই প্ৰকাৰ দল আছে। ইউৰোপৰ মূলভূমিত আৰু প্ৰায় সকলো দেশতে, বহুদলীয় প্ৰথা প্ৰচলন আছে।

ভাৰততো বহুতো দল থাকিলেও কংগ্ৰেছ দলেই স্বাধীনতাৰ পাছৰে পৰা প্ৰধান প্ৰশাসক দল হিচাবে পৰিগণিত হৈছে। ১৯৭৭ চনত জনতা দলে কেন্দ্ৰ আৰু সৰহভাগ প্ৰদেশতে ক্ষমতা অধিকাৰ কৰে। কংগ্ৰেছ আৰু জনতাৰ বাহিৰে অন্য দলে ভাৰতত কেন্দ্ৰীয় চৰকাৰ গঠন কৰিব পৰা নাই। ১৯৫২, ১৯৫৭, ১৯৬২ চনৰ সাধাৰণ নিৰ্ব্বাচনত কংগ্ৰেছ দলে কেন্দ্ৰ আৰু ৰাজ্য সমূহত বিৰাট ব্যৱধানত বিৰোধী দল বিলাকক পৰাস্ত কৰিব পাৰিছিল। চতুৰ্থ সাধাৰণ নিৰ্ব্বাচনৰ (১৯৬৭) পাছত, কংগ্ৰেছৰ বিপৰ্য্যয় পৰিলক্ষিত হোৱা দেখা গৈছে। বহুতো ৰাজ্যত কংগ্ৰেছৰ পূৰ্ব্বৰ প্ৰতিপত্তি হেৰায় যায়, অনেক ৰথী মহাৰথী নিৰ্ব্বাচনত ধৰাশায়ী হয়। এই কালচোৱাত ভাৰতৰ ভালেমান প্ৰদেশত কংগ্ৰেছ চৰকাৰ অস্থায়ী হয়।

মাদ্রাজ (তামিলনাডু) কেৰেলা, উৰিষ্যা, পশ্চিমবঙ্গ, হাৰিয়ানা আদি ৰাজ্যত কংগ্ৰেছ পতন হয় আৰু অন্য দলবিলাক ক্ষমতালৈ আহে। কেন্দ্ৰটো কংগ্ৰেছৰ শক্তি কমি যায়। এইদলে ৮০ খন পূৰ্ব্বৰ আসন হেৰুৱায়। উত্তৰপ্ৰদেশ আৰু পঞ্জাবত কংগ্ৰেছ মন্ত্ৰীসভা ক্ষণস্থায়ী হৈ পৰে।

১৯৬৯ চনতো কংগ্ৰেছদলৰ বিপৰ্য্যয় পুনৰ ঘনিভূত হৈ পৰে। দলৰ নেতৃ ৺ইন্দিৰা গান্ধীয়ে জনপ্ৰিয়তা হেৰুৱাই দুৰ্ব্বল হৈ পৰে। বাঙ্গালোৰত বহা কংগ্ৰেছ মহাসভাতে দলৰ মাজত থকা বিভেদকামী শক্তিবিলাকৰ প্ৰভাৱ ধৰা পৰে। ১৯৬৯ চনৰ জুলাই আগষ্ট মাহত, প্ৰকাশ্যে কংগ্ৰেছ দল দ্বিখণ্ডিত হল। ৺ইন্দিৰা গান্ধীৰ চৰকাৰে অন্যান্য দল যেনে 'দ্ৰাবিড়া মুনেত্ৰা কাজাগাম' কমিউনিষ্ট, স্বতন্ত্ৰ আদিৰ সহায় লবলৈ বাধ্য হয়। ১৯৭১ চনৰ নিৰ্ব্বাচনত অৱশ্যে কংগ্ৰেছ দলে নিজৰ অৱস্থান উন্নত কৰিলেও পুনৰ ১৯৭৭ চনত ক্ষমতা হেৰুৱাব লগাত পৰে।

বহুদলীয় প্ৰথাৰ কাৰণে ভাৰতত বিশেষকৈ, প্ৰদেশবিলাকৰ ৰাজনীতিত ভয়ানক অস্থিৰতা লক্ষ্য কৰা হৈছে। তামিলনাডু অন্ধ্ৰ, পশ্চিমবঙ্গ আদি অনেক ঠাইত আঞ্চলিক দলবিলাকে ক্ষমতা লবলৈ সক্ষম হোৱাত, কেন্দ্ৰ আৰু ৰাজ্যৰ সম্পৰ্কও বেয়ালৈ গতি কৰে। ফলস্বৰূপে, এই ৰাজ্যবিলাকত ৰাষ্ট্ৰপতি শাসন একাধিকবাৰ প্ৰয়োগ কৰিব লগা হৈছে। বহুদলীয় ৰাজনীতিৰ ই এটা অসুস্থ দিশ।

ফ্ৰান্সত বহুদলীয় প্ৰথা প্ৰচলিত হলেও কৃতকাৰ্য্য হৈছে বুলি কব নোৱাৰি। এই দেশত প্ৰায়ে সংযুক্ত মন্ত্ৰীসভা গঠন কৰিব লগা হৈছে। প্ৰধানমন্ত্ৰীৰ মন্ত্ৰীত্ব চলাই যোৱা অনেক সময়ত অসম্ভৱ হৈ উঠা দেখা গৈছে। বিভিন্ন দলৰ মন্ত্ৰীসকলৰ মাজত কাৰ্য্যপন্থাৰ চাৰিত্ৰিক মিলন নথকাত, সংযুক্ত মন্ত্ৰীসভাবিলাক প্ৰায়ে দুৰ্ব্বল আৰু অকামিলা হৈ পৰে।

পশ্চিম জাৰ্ম্মানীৰ গণতন্ত্ৰ সাতটা ৰাজনৈতিক দলৰ ঘোঁৰাই চলাই নিছে। ইটালীত সেইদৰে আঠটা দলে ক্ষমতাৰ বাবে নিৰ্ব্বাচন যুদ্ধত উপনীত হয়। চুইজাৰলেণ্ডতো বহুদলীয় প্ৰথাই খোপনি এৰা নাই। এই দেশতো আঠটা ৰাজনৈতিক দলে গণতন্ত্ৰ পৰিচালনা কৰিছে।

## বহুদলীয় প্ৰথাৰ গুণ

বহুদলীয় প্ৰথাই প্ৰকৃত গণতন্ত্ৰৰ সৃষ্টি কৰে। গণতন্ত্ৰৰ অৰ্থ হল সকলো মতামতকে শ্ৰদ্ধা কৰা। এই অৰ্থত দ্বিদলীয় বা একদলীয় প্ৰথাই প্ৰকৃত গণতন্ত্ৰৰ জন্ম দিব

নোৱাৰে। বহুদলীয় প্ৰথাত বিভিন্ন লোকৰ বিপৰীতমুখী ভাববিলাকো সুকীয়া সুকীয়া দলৰ মাজেদি প্ৰকাশ পাব পাৰে, যিটো দ্বিদলীয় প্ৰথাত সম্ভৱ নহয়।

দ্বিতীয়তে, এই প্ৰথাত মন্ত্ৰীসভাৰ একনায়কত্ববাদ গা কৰি উঠা সম্ভৱ নহয়। প্ৰতিটো দলেই কোনো এক সময়ত ক্ষমতা লোৱাৰ সম্ভাৱনা থাকে।

তৃতীয়তে, ইয়াত ব্যক্তিস্বতন্ত্ৰতা সম্পূৰ্ণভাৱে অনুভব কৰিব পৰা হেতুকে গণতন্ত্ৰৰ আদৰ্শ জীয়াই ৰাখিব পাৰি। সকলো দলৰে নিজা নিজা মত প্ৰকাশ কৰাৰ সুবিধা থাকে। এনেস্থলত, কোনো মতামতকে বাধা দিব নোৱাৰি।

চতুৰ্থতে, দেশৰ বেলেগ বেলেগ স্বাৰ্থ আৰু মতবাদে প্ৰতিনিধিত্ব পোৱাৰ সুযোগ বহুদলীয় প্ৰথাতহে দেখা যায়। পৰিবৰ্ত্তনৰ লগে লগে এই দলবিলাকে নন গোষ্ঠীত মিলিত হৈ নিজৰ স্বাৰ্থ অক্ষুণ্ণ ৰাখিব পাৰে।

পঞ্চমতে, যিহেতু আধুনিক সমাজখনেই বহুতো স্বাৰ্থৰ সমন্বয়, (Federal) এই ভিন্ ভিন্ স্বাৰ্থৰক্ষাৰ বাবে বহুদলীয় প্ৰথাই একমাত্ৰ উপায়।

ষষ্ঠতে, ভোটদাতা সকলৰ এনে ব্যৱস্থাত অধিক বাচনি থাকে। তেওঁবিলাকে ৰুচি আৰু পচন্দ অনুযায়ী সদস্য বা প্ৰতিনিধি নিৰ্ব্বাচনৰ সুযোগ পাব পাৰে।

## দোষ বিলাক

বহুদলীয় প্ৰথাত কিছুমান দোষো আছে। প্ৰথমতে, বহুদলীয় প্ৰথা প্ৰচলিত ৰাষ্ট্ৰত ৰাজনৈতিক স্থিৰতা নাথাকে। বহুতো দেশত সংযুক্ত মন্ত্ৰীসভা গঠন হয় আৰু স্বাৰ্থত আঘাট হলেই দলবিলাকে মন্ত্ৰীসভাৰ পৰা সমৰ্থন উঠাই লয়। ফ্ৰান্সত ১৯৪৫ চনৰ পৰা ১৯৫৫ চনৰ ভিতৰত কুৰিখন মন্ত্ৰীসভা গঠন হয়। প্ৰতিখন মন্ত্ৰীসভাৰ স্থিতি মাত্ৰ দুমাহ চাৰিমাহ। এনে অৱস্থাত নীতিৰ স্থায়িত্বও নাথাকে।

দ্বিতীয়তে বহুতো দলে নিৰ্ব্বাচনত নামিব পাৰে সঁচা কিন্তু কোনো দলেই শক্তিশালী বিৰোধী দল গঠন কৰিব নোৱাৰে। ভাৰতবৰ্ষত বহুদলীয় প্ৰথা থকাৰ কাৰণে আজিলৈকে শক্তিশালী বিৰোধী দল গঠন হোৱা নাই।

তৃতীয়তে নিৰ্ব্বাচনত অসংখ্য দল হোৱা বাবে ভোটদাতা সকল বিমোৰত পৰা দেখা যায়। ভাৰতৰ দৰে অশিক্ষিত দেশত এনে অৱস্থাত ভোটৰ বেচা কিনা চলে। প্ৰভাৱশালী দলবিলাকে অবাস্তৱ নীতি আৰু অনীতি যোগে ভোট সংগ্ৰহ কৰাৰ সম্ভাৱনা বেছি হয়। ৰাজনৈতিক সততা, নৈতিকতা আৰু শিষ্টাচাৰ লোপ পায়।

একদল, দ্বিদল আৰু বহুদলৰ প্ৰথাৰ ভিতৰত দ্বিদল প্ৰথাই তিনিওটাৰ ভিতৰত বেছি যুক্তিসঙ্গত বুলি কব পৰা যায়। তুলনামূলকভাবে এই প্ৰথাত দোষ কম।

কিছুমান লিখকে দলীয় প্ৰথাক সাতটা ভাগত ভাগ কৰা দেখা যায়। এই সাত ভাগ হল (১) অস্পষ্ট দ্বিদল প্ৰথা, আমেৰিকা যুক্তৰাষ্ট্ৰ, ইৰি, প্ৰভৃতিত এনে প্ৰথা আছে। (২) স্পষ্ট দ্বিদল প্ৰথা। ইংলণ্ড, অষ্ট্ৰেলিয়া আদি ঠাইত এই প্ৰথা আছে। (৩) কৰ্ম্মশীল বহুদলীয় প্ৰথা, নৰৱে, চুইডেন্ আদি আদি দেশত দেখা যায়। (৪) অস্থীৰ বহুদলীয় প্ৰথা। ইটালি ফ্ৰান্স আদিত দেখা যায়। (৫) প্ৰধান্য লাভ কৰা (Dominant) দল প্ৰথা। ভাৰত, মালয় প্ৰভৃতি দেশত দেখা যায়। (৬) একদলীয় প্ৰথা। স্পেইন, ইজিপ্ত প্ৰভৃতি দেশত আছে। (৭) সৰ্ব্বাত্মক (Totalitarian) একদলীয় প্ৰথা। ছোভিয়েত ৰুচিয়া, নাজী জাৰ্ম্মানী প্ৰভৃতি এই শ্ৰেণীৰ চৰকাৰ।

অস্পষ্ট দ্বিদল প্ৰথাত দলকেইটাৰ নিৰ্দ্দিষ্ট ভাবাদৰ্শ নাই। দলীয় ব্যৱস্থাও বিকেন্দ্ৰীকৰণ হৈ থাকে। নিৰ্ব্বাচনত জয়লাভেই এই দলবিলাকৰ যাই লক্ষ্য। স্পষ্ট দ্বিদল প্ৰথাত দলবিলাক শ্ৰেণীমুখী। তুলনামূলকভাবে দলীয় সংগঠনে কেন্দ্ৰীকৰণ নীতি মানি চলে। কৰ্ম্মশীল বহুদলীয় প্ৰথাত দুটাতকৈ বেছি দল থাকে। তথাপি দলবিলাকে দ্বিদল প্ৰথাৰ দৰে একেধৰণে কাম কৰে। চুইডেন, নৰৱে আদি দেশত ৰক্ষণশীল কৃষক খ্ৰীষ্টান দল—সকলোৰে এটা সাধাৰণ বৈশিষ্ট্য আছে। অস্থিৰ বহুদলীয় প্ৰথাত দলবিলাক চৰকাৰ গঠন কৰিবলৈ অক্ষম। ইটালিত দ্বিতীয় মহাযুদ্ধৰ পাছত আঠোটা দলৰ কোনো'ৱে স্থায়ীভাৱে চৰকাৰ গঠন কৰিব পৰা নাই। ভাৰতৰ দৰে গণতান্ত্ৰিক দেশত প্ৰাধান্য লাভ কৰা বহুদলীয় প্ৰথা আছে। ইয়াত এটা দলে সৰ্ব্বপ্ৰধান হৈ দেখা দিয়ে। বাকীবিলাক দল দুৰ্ব্বল আৰু কাৰ্য্যক্ষম নহয়। একদলীয় প্ৰথা থকা দেশত, ক্ষমতাত অধিষ্ঠিত দলটোৱে আনবোৰ দলক উদগতি কৰিবলৈ নিদিয়ে। ইজিপ্তত সমাজবাদী বিপ্লবী ঐক্যদলে আনদলক দমন কৰি ৰাখিছে। কেনিয়াত, 'কেনিয়া আফ্ৰিকাৰ জাতীয় পৰিষদ' ( Kenya National Union ) ক্ষমতাত অধিষ্ঠিত হৈ কেনিয়া গণ পৰিষদ দল ( Kenya peoples' Union ) উঠাই দিয়ে। অৱশ্যে চৰকাৰটো একদলীয় বুলিও ঘোষণা কৰা নাই। স্পেইনটো ফ্ৰেঙ্কোই ফালংএ ( Falange ) দলক বাদ দি আন দলবিলাক উঠাই দিছিল। সাম্যবাদী ছোভিয়েট দেশত এটা দলে সকলো নিয়ন্ত্ৰণ

কৰিছে। আৰু ব্যক্তিজীৱনৰ সকলো দিশতে সৰ্ব্বাত্মকভাৱে সৈনিকৰ জীৱনৰ কঠোৰতা আনি দিছে। হিটলাৰেও সৰ্ব্বাত্মক একদলীয় শাসন পোষণ কৰি গৈছে।

## দলহীন গণতন্ত্ৰ সম্ভৱনে ?

ইমানবিলাক গণতন্ত্ৰৰ দোষ থকা সত্ত্বেও স্বীকাৰ কৰিব লাগিব যে দল নহলে গণতন্ত্ৰ কৃতকাৰ্য্য নহয়। এই প্ৰথাত দোষতকৈ গুণৰ মাত্ৰা বেছি। কঢ় বাস্তৱৰ প্ৰতি লক্ষ্য কৰিলে দেখা যায় ৰাজনৈতিক দলৰ অবিহনে আধুনিক যুগৰ প্ৰতিনিধিমূলক গণতন্ত্ৰ তিষ্ঠি থকা সহজ নহয়। তথাপি কিছুদিনৰ আগলৈকে চিন্তাবিদ সকলে দলহীন গণতন্ত্ৰৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। একদলীয় প্ৰথাৰ আলমত একনায়কত্ববাদী শাসন ঠন ধৰি উঠা আৰু দ্বিদলীয় প্ৰথাত বাচনিৰ সীমাবদ্ধতালৈ লক্ষ্য ৰাখি চিন্তাবিদ সকলে দলহীন গণতন্ত্ৰৰ পৃষ্ঠপোষকতা কৰিছিল। বিখ্যাত দাৰ্শনিক ৰুচ ই দলীয় ৰাজনীতি সমৰ্থন কৰা নাছিল আৰু ভাবিছিল দলীয় গণতন্ত্ৰত সাধাৰণ ইচ্ছা ( General will ) প্ৰকাশ পোৱা সম্ভৱ নহয়। দলৰ নেতৃত্বত জনসাধাৰণে কৃত্ৰিম ইচ্ছাহে প্ৰকাশ কৰিব পাৰে প্ৰকৃত ইচ্ছা নহয়। ৰাষ্ট্ৰপতি জৰ্জ ৱাচিংটন, এডমাণ্ড বাৰ্ক আৰু লাস্কিয়েও দলহীন গণতন্ত্ৰ শ্ৰেষ্ঠ ব্যৱস্থা বুলি অনুভৱ কৰিছিল।

দলীয় প্ৰথা দোষ শূন্য নহয়। ইয়াত দুৰ্নীতিৰ পোহাৰ আছে, কিন্তু এই ব্যৱস্থাৰ গত্যন্তৰ কি ? আধুনিক যুগৰ গণতন্ত্ৰই হওক বা একনায়কত্ববাদী শাসনেই হওক দলৰ উপস্থিতি অপৰিহাৰ্য্য। এনে অৱস্থাত দল নোহোৱা কৰিবলৈ বিচৰা মানে চৰকাৰ অচল কৰি দিয়া। দলহীন চৰকাৰ সম্ভৱ হলেও এনে চৰকাৰ দায়িত্বহীন আৰু জনমতৰ দ্বাৰা পৰিচালিত নহয়। ৰজেনৈতিক দলবিলাকৰ দুগুণ থাকিলেও, ইবিলাক শিক্ষাপ্ৰদ, জনসাধাৰণক সক্ৰিয় আৰু সচেতন কৰি তোলাত ইবিলাকৰ অৱদান আছে। দলীয় ৰাজনীতিয়ে স্বেচ্ছাচাৰ প্ৰশ্ৰয় দিব পাৰে, দলহীন গণতন্ত্ৰত স্বেচ্ছাচাৰ নাইকিয়া হব বুলিও কব পৰা নাযায়। গান্ধীজীয়ে গাওঁ পৰ্য্যায়ত প্ৰজাতন্ত্ৰ পোষণ কৰিছিল আৰু তাত দলৰ কাৰ্য্যকলাপ অপ্ৰয়োজনীয় বুলি অনুভৱ কৰিছিল। লোকনায়ক জয়প্ৰকাশেও দলহীন গণতন্ত্ৰ বেছি সুফলদায়ক বুলি অনুভৱ কৰিছিল, কিন্তু এম্ ভেঙ্কটাৰেঙ্গায়াই কয়, গাওঁ আৰু ৰাষ্ট্ৰৰ মাজৰ পাৰ্থক্যাই, ৰাষ্ট্ৰীয় পৰ্য্যায়ত দলহীন প্ৰজাতন্ত্ৰ অসম্ভৱ কৰি তুলিব, আনহাতে দলৰ উচ্ছেদে ব্যক্তিৰ চিন্তা আৰু বৰ্হিদৃষ্টি সীমিত কৰি তোলাৰ সম্ভাৱনা

আছে। দলীয় নেতৃত্বৰ অবিহনে ব্যক্তিগত স্বতন্ত্ৰতা স্পষ্ট হোৱাৰো সম্ভাৱনা নুই কৰিব নোৱাৰি। ৰাজহুৱা নীতিৰ ক্ষেত্ৰত চৰকাৰৰ লগত অমত হোৱাৰ অধিকাৰো এটা মৌলিক অধিকাৰ। দলীয় নেতৃত্বই এই অধিকাৰ সাব্যস্ত কৰাত আগভাগ লয়। দলীয় নেতৃত্ব নাপালে ব্যক্তিগতভাৱে ৰাজহুৱা অধিকাৰ সাব্যস্ত কৰা কঠিন।

গতিকে সকলো দিশ চালি জাৰি চালে দেখা যায় দলহীন গণতন্ত্ৰ কুৰি শতিকাত ভাবিব নোৱাৰা কথা। মানুহ যিহেতু যুক্তিবাদী, যুক্তিৰ দ্বাৰা সমৰ্থিত নহ'লে কোনো কথা মানি লব নোখোজে। ৰাজনৈতিক দলবিলাকে মানুহক যুক্তিবাদী হোৱাত সহায় কৰে। সেয়েহে এই যুগত দলহীন গণতন্ত্ৰ ভাবিব নোৱাৰা কথা হৈ পৰিছে। দলহীন গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিব পাৰিলেও বিভিন্ন মতৰ জোৰাৰত ৰাষ্ট্ৰ ৰণক্ষেত্ৰত পৰিণত হব।

## বিভিন্ন ৰাষ্ট্ৰত দলীয় প্ৰথা

### ১ বৃটেইনত ৰাজনৈতিক দল

আধুনিক যুগৰ গণতন্ত্ৰ সম্বন্ধে আলোচনা কৰোতে আমি লিখিছিলো যে দলীয় ৰাজনীতিৰ জন্ম ঠাই ইউনাইটেড কিংডম। ষ্টুৱাৰ্ট ৰজাসকলৰ দিনতে বিশেষকৈ প্ৰথম চাৰ্লছৰ লগত সংসদৰ ক্ষমতাযুদ্ধত কেভেলিয়াৰ বিলাকে ৰজাক আৰু ৰাউণ্ড হেডছবিলাকে সংসদক সমৰ্থন কৰা ঘটনাই দলীয় চিন্তাৰ উন্মেষ কৰিছিল। ১৬৮৮ চনৰ গৌৰৱময় বিপ্লৱৰ পাছত ইংলণ্ডৰ সংসদত দেখ দেখ'কৈ দুটা ৰাজনৈতিক দলৰ আবিৰ্ভাৱ হয়। এই দল দুটা হল— হুইগ আৰু টোৰি। কালক্ৰমত ১৮৩২ চনৰ বিখ্যাত সংস্কাৰ আইনৰ পৰিপ্ৰেক্ষিতত এই দল দুটাই নতুন নাম ললে। টোৰিসকলে ৰক্ষণশীল (Conservative) নামেৰে ৰাজনীতিত প্ৰৱেশ কৰিলে আনহাতে হুইগসকলে নিজকে উদাৰপন্থী (liberal) বুলি চিনাকি দিলে। ৮৬৭ চনৰ বিখ্যাত দ্বিতীয় সংস্কাৰৰ পাছত দুজনা প্ৰধানমন্ত্ৰী ডিজৰেলি আৰু গ্লেড ষ্টোনৰ দিনত এই দলীয় অৱস্থানে স্বীকৃত লাভ কৰে। ৰক্ষণশীলদলে পৰিবৰ্তন সমৰ্থন নকৰে আৰু স্থিতাৱস্থা বাহাল ৰাখিব খোজে। এওঁলোক ৰাজতন্ত্ৰ ৰজাৰ বিশেষ ক্ষমতা, লৰ্ড সদন আদিৰ পৃষ্ঠপোষক। উদাৰপন্থীসকলে প্ৰগতিশীল সংস্কাৰ আইন আদি সমৰ্থন কৰি যায়। এওঁলোকে লাচে ফেয়াৰ অৰ্থাৎ অকলে এৰি দিয়া তত্ত্ব সমৰ্থন কৰে। মধ্যবিত্ত আৰু শিল্পপতিসকলে এওঁলোকৰ দলটোক অনুমোদন জনাইছিল। উনবিংশ শতিকাৰ শেষৰ ফালে ইংলণ্ডৰ ৰাজনৈতিক জগতত

'আইৰিচ জাতীয়দল' নামৰ এটা তৃতীয় ৰাজনৈতিক দলৰ আৱিৰ্ভাৱ হয়। অৱশ্যে ১৯২২ চনত স্বাধীন আইৰিচ ৰাজ্য জন্ম হোৱাত, পাছত এই দলৰ প্ৰাধান্য হ্ৰাস পায়।

প্ৰথম মহাযুদ্ধৰ পাছতেই (১৯১৪-১৯১৯) ইংলণ্ডত শ্ৰমিক দলৰ (Labour party) জন্ম হয়। ১৯২৪ চনত প্ৰথমবাৰৰ কাৰণে এই দলে ৰাজনৈতিক ক্ষমতা গ্ৰহণ কৰে। ক্ষমতাত অধিস্থিত হোৱাৰ ন-মাহৰ পাছতে, প্ৰধানমন্ত্ৰী ৰামসে মেকডনেল্ডে সংখ্যাগৰিষ্ঠতা হেৰুৱাই পদত্যাগ কৰিব লগা হয়। ৰক্ষণশীলদলে ক্ষমতা লাভ কৰে। ১৯২৯ চনত শ্ৰমিক দল পুনৰ ক্ষমতালৈ আহে। ১৯৩১ চনত শ্ৰমিকদল আভ্যন্তৰীণ কলহৰ কাৰণে দুৰ্বল হৈ পৰে, আৰু সাধাৰণ নিৰ্বাচনত ৰক্ষণশীলদলে ক্ষমতা লাভ কৰি বলডুইনৰ নেতৃত্ব গ্ৰহণ কৰে। এটা বুজাবুজি সম্ভৱ হোৱাত ৰামসে মেকডনেল্ড পুনৰ প্ৰধান মন্ত্ৰী হয়। ১৯৩৫ চনত বলডুইনে ৰক্ষণশীল দলৰ মন্ত্ৰীসভা গঠন কৰে। অৱশ্যে দুবছৰৰ পাছত তেওঁ পদত্যাগ কৰাত, নিউভাইল চেম্বাৰলেইন প্ৰধান মন্ত্ৰী হয়।

### শ্ৰমিকদল -

১৯৪৫ চনৰ নিৰ্বাচনত শ্ৰমিকদলে বিপুল জনপ্ৰিয়তা লাভ কৰি ক্ষমতাত অধিষ্ঠিত হয়। এই চনতে এইদলে সমাজ-সংস্কাৰৰ কিছুমান নীতি গ্ৰহণ কৰে। এই দলটোৰ সভ্যসকল ঘাইকৈ ট্ৰেডইউনিয়ন, সমাজবাদী আৰু সমবায় অনুষ্ঠান আদিৰ পৰা আহে গৃহনীতি হিচাবে এইদলে স্বাস্থ্য নিযুক্তি, পুষ্টিকৰ আহাৰ আৰু শিক্ষাৰ সম্প্ৰসাৰণত গুৰুত্ব দিয়ে। শ্ৰমিক চৰকাৰে সকলো বেঙ্ক কয়লা শিল্প, যাতায়ত আদি ৰাষ্ট্ৰীয়কৰণ কৰাত গুৰুত্ব দিয়ে। এওঁলোকে স্যাম্ৰাজ্যবাদী নীতিৰ বিৰুদ্ধিতা কৰে। সেয়েহে ভাৰত, পাকিস্তান আদিয়ে স্বাধীনতা লাভ কৰে। বৈদেশিক নীতিৰ ক্ষেত্ৰত এওঁলোকে ছোভিয়েত নীতিৰ বিৰুদ্ধাচৰণ নকৰিলেও 'পশ্চিমীয়া খণ্ড আচনি মানি লয়। ৰাষ্ট্ৰসংঘ আটলান্টিক চুক্তি, যুদ্ধবৰ্জ্জন, প্ৰভৃতি নীতি এইদলে মানি চলে।

শ্ৰমিক দলে, সমাজবাদতকৈ গণতন্ত্ৰক বেচি মূল্য দিলে। এইদলে গণতান্ত্ৰিক উপায়েৰে সমাজবাদ প্ৰতিষ্ঠা কৰাৰ ভাব পোষণ কৰে। মুক্ত নিৰ্ব্বাচন আৰু বাক্-বিতণ্ডাৰ মাজেদি গণতান্ত্ৰিক কাৰ্য্যকলাপ বৃদ্ধি কৰাত এইদলে আগভাগ লয়। সমাজবাদ প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত হিংসা বা শক্তি প্ৰয়োগৰ নীতি শ্ৰমিকদলে মানি

লব লোখোজে। জাতীয় আয়ব সমভাবাদী (equitable) বিতৰণ, মাটিৰ ওপৰত উমৈহতীয়া স্বত্ব, গণতান্ত্রিক নিয়ন্ত্রণ আদি এই দলৰ ঘোষিত নীতি।

শ্রমিকদলৰ সংগঠনো কিছু জটিল ধৰণৰ। বছেৰেকীয়া অধিবেশন এইদলৰ ক্ষমতাশালী অনুষ্ঠান। ইয়াতে দলৰ সংবিধানো সংশোধন কৰা হয়। আঞ্চলিক সমষ্টি, ট্ৰেডইউনিয়ন, নাৰী সংগঠন, সমাজবাদী সমাজ আদি সংস্থাই বছেৰেকীয়া সভালৈ প্রতিনিধি বাচিব লাগে। এই সভাতে দলৰ নীতি ৰচিত হয় আৰু জাতীয় কাৰ্য্যপালিকালৈ সভ্য নিৰ্ব্বাচন কৰা হয়। সংসদৰ শ্রমিকদলৰ লগত জাতীয় কাৰ্য্যপালিকাই হাত মিলাই কাম কৰে। শ্রমিকদলত অন্তর্ভুক্ত স্থানীয় অনুষ্ঠানবিলাক নগৰ আৰু গাওঁ সকলোতে সংগঠন কৰা হয়। স্থানীয়ভাবেও দলৰ এখন সমিতি থাকে। এই সমিতিৰ সভাপতি সম্পাদক ধনভৰালী আদি বিষয়াবে গঠিত হয়। এই সমিতিবিলাকে দলৰ প্রশাসনীয় যন্ত্র নিয়ন্ত্রণ কৰে।

## ৰক্ষণশীল দল

গীৰ্জ্জাঘৰৰ পুৰোহিত মাটিগিৰি, সম্ভ্রান্ত পৰিয়াল, ডাঙৰ ব্যৱসায়ী, সাম্রাজ্যবাদী শাসকগোষ্ঠী প্রভৃতি লোকৰ মাজৰ পৰা এইদলে সভ্য অন্তর্ভুক্ত কৰে। বেঙ্ক, শিল্প প্রতিষ্ঠান আদিৰ স্বাৰ্থৰ লগতো এইদল জড়িত থাকে।

ব্যক্তিগত সম্পত্তি গীৰ্জ্জা, ৰাজতন্ত্র, মাটিগিৰিৰ স্বাৰ্থৰক্ষা, সাম্রাজ্যবাদ চলাই যোৱা আদি এইদলৰ নীতিৰ ভিতৰত পৰে। উপনিবেশবিলাকক স্বাধীনতা দিয়া বা বৃটিছসাম্রাজ্য ধ্বংস নীতিৰ এইদল পৰিপন্থী। বিদেশীৰ লগত মিত্রতা, সামূহিক নিৰাপত্তা ( Collective Security ) আৰু ৰাষ্ট্রসংঘৰ প্রতি এওঁলোকৰ মৌখিক সমৰ্থনহে দেখা যায়। প্রকৃততে, জীৱন, সম্পত্তি আৰু সাম্রাজ্য ৰক্ষা এইদলৰ লক্ষ্য। পৰম্পৰা আৰু চলিত প্রথাক এওঁলোকে মূল্য দিয়ে। ডা. ফাইনাৰৰ মতে, এওঁলোকে পোষণ কৰা সামাজিক অনুষ্ঠানবিলাক হ'ল গীৰ্জ্জাঘৰ ব্যক্তিগত মাটি-বাৰী, সম্ভ্রান্ত পৰিয়াল, ৰজাৰ শাসন আদি। ১৯৪৭ চনত এইদলে শিল্পচনদ (Industrial Charter) প্রকাশ কৰে। এই চনদে কেন্দ্রীয় পৰিকল্পনা অনুমোদন কৰে। ১৯৪৯ চনত সকলো লোকবে নিযুক্তি ব্যৱস্থা, ১৯৫৫ চনত মুক্ত উদ্যোগ আদিৰ প্রতি সমৰ্থনে ৰক্ষণশীল দলৰ চাৰিত্রিক বৈশিষ্ট্য ভাঙি ধৰে।

স্থানীয় ৰক্ষণশীল কিছুমান অনুষ্ঠানে এইদললৈ সভ্য নিৰ্ব্বাচন কৰে। প্রতিটো স্থানীয় সমিতিত এজন সভাপতি আৰু এজন সম্পাদক থাকিব লাগিব। বছেৰেকীয়া

দলীয় সভাবিলাকত সকলো অঞ্চলৰ পৰা আৰু ৰক্ষণশীল সংস্থাবিলাকৰ পৰা সভ্য উপস্থিত থাকিব লাগে। এই সভাতে দলৰ কাৰ্য্যপন্থা নিৰ্ণয় কৰা হয়।

ৰক্ষণশীল দলক, নেতাকেন্দ্ৰীক বুলি কব পাৰি। ৰক্ষণশীল দলৰ নেতাজন এবছৰৰ কাৰণে নিৰ্ব্বাচন কৰা নহয়। এবাৰ নেতা নিৰ্ব্বাচন হোৱাৰ পাছত, তেওঁ মৃত্যুৰ সময়লৈকে দলক নেতৃত্ব দিব লাগে। অৱশ্যে তেওঁ আগতীয়াকৈ পদত্যাগ কৰিব পাৰে। দলৰ নেতাজনে তেওঁৰ উত্তৰাধিকাৰী নিৰ্ব্বাচন কৰি লব পাৰে। চাৰ উনচ টন চাৰ্চিলে ইচ্ছানুযায়ী নেতৃত্ব চলাই আছিল, তেওঁৰ পাছত এন্থনী ইডেনে এই সন্মান লাভ কৰিব পাৰিছিল। দলীয় নেতাৰ কৰ্তৃত্ব অসীম। তেওঁ দলৰ সভাপতি নিয়োগ কৰিব পাৰে, নীতিও নিৰ্দ্ধাৰণ কৰে। আনহাতে দলীয় প্ৰস্তাৱ সত্বেও তেওঁৰ কৰ্ত্তৃত্ব হ্ৰাস পাব নোৱাৰে।

## উদাৰপন্থী দল (Liberal Party)

এসময়ত প্ৰভাৱশালী হৈ থকা উদাৰপন্থী দলটোৱে আজিকালি নিজৰ অস্তিত্বকে হেৰুৱাই পেলাইছে বুলি কব পাৰি। এইদলে ৰক্ষণশীল আৰু শ্ৰমিক দলৰ মাজত অৱস্থান কৰিছে। গতানুগতিক ভাৱে লাভ কৰি অহা বাইজৰ আৰু গীৰ্জ্জাঘৰৰ সমৰ্থনেই এই দলৰ সম্বল। ১৯৪০ চন পৰ্য্যন্ত লয়েড জৰ্জ্জৰ নেতৃত্বত এইদলে সংসদত প্ৰাধান্য লাভ কৰিব পাৰিছিল।

১৯৫০ চনৰ পাছৰ পৰা নিৰ্ব্বাচনত উদাৰপন্থী দলে সমৰ্থন হেৰুৱাই আহিছে। এওঁলোকে মুক্তবাণিজ্য আৰু কোনো প্ৰগতিশীল নীতি সমৰ্থন কৰে যদিও সময়ৰ লগত খাপ খুৱাই আগ বাঢিব পৰা নাই।

## আমেৰিকা যুক্তৰাষ্ট্ৰত দলীয় ৰাজনীতি

আমেৰিকান সংবিধানৰ জনকসকলে দলপদ্ধতি সংবিধানৰ অন্তৰ্ভুক্ত কৰা নাছিল। তেওঁলোকে বৃটিছৰ দলপদ্ধতিৰ অনুসৰণ কৰিব খোজা নাছিল। বৰং দলপদ্ধতিক অনিষ্টকৰ বুলিহে কৈছিল। জৰ্জ ৱাছিংটন নিজেই দলীয় প্ৰথাৰ বিৰোধী আছিল। তথাপি, সময়ৰ প্ৰয়োজনীয়তাই আমেৰিকাৰ ৰাজনীতিত দল পদ্ধতিৰ জন্ম দিয়ে। ১৮৩০ চনৰ পাছৰ পৰা ক্ৰমাগত দল ব্যৱস্থাই আমেৰিকাৰ ৰাজনীতিত প্ৰৱেশ কৰিলে।

সংবিধানৰ বহিভূ্ত ব্যৱস্থা হিচাবে জন্মলাভ কৰিলেও বৰ্ত্তমান আমেৰিকাত

দল প্রথা অপৰিহাৰ্য্য বুলি গণ্য কৰা হৈছে। ক্লিনটেন্ ৰোজিষ্টাৰে লিখিছে 'গণতন্ত্র নাথাকিলে আমেৰিকা নাথাকে। ৰাজনীতি নহলে গণতন্ত্র নহয়, দল নহলে ৰাজনীতিও নহয়। বুজাবুজি আৰু সহিষ্ণুতাৰ অবিহনে দল হব নোৱাৰে। আমেৰিকাৰ গণতন্ত্র এনে ধাৰণাৰ ওপৰতে বৰ্ত্তি আছে। কোনো কোনো বিষয়ত থকা গভীৰ মতানৈক্যই আমেৰিকাতো দলৰ সৃষ্টি কৰিলে বুলি কব পাৰি।

প্ৰথম অৱস্থাত যুক্তৰাষ্ট্ৰবাদী আৰু যুক্তৰাষ্ট্ৰ পৰিপন্থী (Federalist and Anti Federalist) চিন্তাধাৰাই আমেৰিকাৰ দল গঠনৰ প্ৰথম প্ৰচেষ্টাৰূপে দেখা দিয়ে। যুক্তৰাষ্ট্ৰবাদীসকলে শক্তিশালী কেন্দ্ৰৰ পোষকতা কৰিছিল। আলেকজেণ্ডাৰ হেমিল্টনে এইদলৰ নেতৃত্ব লয়। আনহাতে থমাছ জেফাৰছনে এই দলৰ বিৰুদ্ধাচৰণ কৰে। ৮০০ চনৰ পৰা যুক্তৰাষ্ট্ৰবাদীসকলে দেখ দেখকৈ দল গঠন কৰি ৰাজনীতিত প্ৰৱেশ কৰে। এই নতুন দলে নাম পালে 'ৰিপাব্লিকান আৰু পৰিপন্থী জেফাৰচনৰ দলটোৱে নাম পালে ডেমোক্ৰেতিক। জৰ্জ ৱাচিংটন যদিও দল পদ্ধতিৰ প্ৰতি সহানুভূতিশীল নাছিল তথাপি তেওঁ হেমিল্টন আৰু জেফাৰচনক তেওঁৰ মন্ত্ৰীসভাত সুমুৱাই লৈছিল।

## ডেমোক্ৰেতিক দল

জৰ্জ ৱাচিংটন আমেৰিকাৰ ৰাষ্ট্ৰপতি হৈ থকা অৱস্থাতেই ডেমোক্ৰেতিক দলৰ জন্ম হয়। জেফাৰচনৰ দৰে মহান নেতাৰ নেতৃত্বত এই দলে অতি কম সময়ৰ ভিতৰত প্ৰতিপত্তি লাভ কৰিবলৈ সক্ষম হয়। প্ৰথমে যুক্তৰাষ্ট্ৰ বিৰোধী নাম ললেও পাছ'ল ১৮০০ চনত ৰিপাব্লিকান নাম লৈ পুনৰ ডেমোক্ৰেতিক ৰিপাব্লিকান আৰু শেষত ডেমোক্ৰেতিক নাম গ্ৰহণ কৰে। ডেমোক্ৰেতিক দলে ৰাষ্ট্ৰৰ অধিকাৰ আৰু সাৰ্ব্বভৌমত্ব দাবি কৰে তেওঁলোকে স্বতন্ত্ৰতা সমতা আৰু মৈত্ৰীৰ জয়ধ্বনি দিয়ে। এইদৰে ১৮১০ চনৰ পৰা ১৮৪০ চন'ল ক্ষমতাত থাকে। দাসত্ব প্ৰথাৰ প্ৰশ্নই এই দলৰ মাজত খেলি মেলি সৃষ্টি কৰে। এই দলৰ এটা প্ৰধান বৈশিষ্ট্য হল এওঁলোক কৃষক আৰু খেতিয়কৰ প্ৰতি সহানুভূতিশীল, যদিও দাসত্ব প্ৰথাক সমৰ্থন দিয়ে। ১৮৬০ চনত আব্ৰাহাম লিঙ্কনৰ নেতৃত্বত ৰিপাব্লিকান সকলে বিপুল জনপ্ৰিয়তা অৰ্জ্জন কৰি ক্ষমতালৈ আহে। তেতিয়াৰে পৰা ডেমোক্ৰেতিক দল দুৰ্ব্বল হৈ পৰে আৰু ১৮৬১ চনৰ পৰা ১৮৬৫ চন পৰ্য্যন্ত চলা গৃহযুদ্ধত ডেমোক্ৰেতিক দলে বিপৰ্য্যয়ৰ চৰম পৰ্য্যায়ত উপনীত হয়। ১৮৮৪ চনত এইদলৰ নেতা ক্লিভলেণ্ড

ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হৈ দলৰ শক্তি বৃদ্ধি কৰিব'ল সক্ষম হয়। ১৯১৩ চনৰ পৰা উইলচনৰ নেতৃত্বত এই দলে পুনৰ ক্ষমতা লাভ কৰে। পাছৰ বাৰবছৰ কাল বিৰোধী দলৰ ভূমিকা গ্ৰহণ কৰি ১৯৩২ চনত পুনৰ ক্ষমতালৈ আহে। এফ, ডি, ৰুজভেল্ট ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হৈ, চাৰিবাৰ পুন পুনঃ ক্ষমতালৈ আহে। ১৯৪৫ চনত এওঁৰ মৃত্যুত ট্ৰুমেন ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হয়। ১৯৫২ চনত ৰিপাব্লিকান দলৰ ৰাষ্ট্ৰপতি আইচেন হাৱাৰ ক্ষমতালৈ অহাত ডেমোক্ৰেটিক দল পুনৰ নীৰৱ হৈ পৰে।

১৯৬০ চনত এই দলৰ জনপ্ৰিয় নেতা জন এফ কেনেডী ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হয়। ১৯৬৩ চনত কেনেডীক আততায়ীয়ে হত্যা কৰে। উপৰাষ্ট্ৰপতি এল বি জনচন ১৯৬৪ চনত পুনৰ ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হয়।

## ৰিপাব্লিকান দল

আমেৰিকাত ৰিপাব্লিকান দল অৰ্থাৎ যুক্তৰাজ্যবাদী দলটো প্ৰথমতে আলেক-জেণ্ডাৰ হেমিল্টনে আৰম্ভ কৰে। ৱাচি টনে দল প্ৰথা ভাল পোৱা নাছিল। তেওঁ দলীয় প্ৰথাক ভৌগোলিক ঐক্য নাশ কৰাৰ ঘাই কাৰণ বুলি ভাবিছিল। তথাপি, হেমিল্টনক তেওঁৰ মন্ত্ৰীসভাত ঠাই দিছিল। ৰিপাব্লিকান দলটোক পুৰণা বৃহৎ দল বুলি কোৱা হয় ( grand old party )। আমেৰিকাৰ দাসত্ব প্ৰথা বিৰুদ্ধাচৰণ এই দলৰ ঘাই লক্ষ্য আছিল। প্ৰথমতে যুক্তৰাষ্ট্ৰবাদী ( Federalist) আৰু হুইগ দলত সোমাই থকা সদস্যসকল লগলাগি 'ৰিপাব্লিকান নাম দি এই দলৰ নতুন ৰূপ দিয়ে, ৰাষ্ট্ৰপতি জেৰ্চনৰ শাসন কালতেই এইদলে 'নেচনেল ৰিপাব্লিকান' নাম লৈ বিৰোধীদলৰ ভূমিকা লয়। পাছত, এই নাম সলনি কৰি অকল 'ৰিপাব্লিকান নাম ৰখা হল।

১৮৬০ চনত আব্ৰাহাম লিংকন ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হৈ এই দলৰ ক্ষমতা বৃদ্ধি কৰে। পূব আৰু পশ্চিম প্ৰান্তৰ মিলন ঘটাই এইদলে জনপ্ৰিয়তা অৰ্জ্জন কৰিবলৈ সক্ষম হয়। পূবফালৰ শিল্পপতি সকলক আৰু পশ্চিম ফালৰ কৃষকসকলক, ক্ৰমে উৎপাদন শুল্ক মেহাই আৰু ভূমি আবণ্টন দি, এইদলে সমৰ্থন আদায় কৰে। এওঁলোকে যুক্তৰাজ্যিক ব্যৱস্থা সমৰ্থন দি যোৱাৰ কাৰণেও সকলো ঠাইতে আদৰণি লাভ কৰিবলৈ সক্ষম হৈছিল। ৰাস্তা, ৰেলপথ নিৰ্ম্মাণ চুক্তিয়েও এওঁলোকৰ ক্ষমতাত সহায় কৰে। ১৯৫২ চনত আইচেন হাৱাৰ ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হৈ পুনৰ

এইদল শক্তিশালী কৰি তোলে। ৰিপাব্লিকান দলে ভালেমান বিখ্যাত নেতা গঢ়ি তুলিবলৈ সক্ষম হৈছিল। লিংকন, গ্ৰাণ্ট, মেকিনলি থিয়ডৰ ৰুজভেল্ট, কলিজ, হুভাৰ এইদলৰ স্মৰণীয় নেতা। ১৯৩২ চনৰ পৰা ১৯৫২ চনলৈ ৰিপাব্লিকান সকলে ক্ষমতা হেৰুৱাই বিৰোধীদলৰ ভূমিকা লয়।

১৯৬৮ চনত এইদলৰ প্ৰাৰ্থী এম নিকচন্ ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হৈ গৌৰৱ অৰ্জ্জন কৰে। ১৯৮০ চনত ৰিপাব্লিকান নেতা ৰণাল্ড ৰেগনে, জিমি কাৰ্টাৰক পৰাজিত কৰি ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হয়। তেওঁ ৭৩ বছৰত পুনৰ ৫২৫ টা ইলেক-ট্ৰোৰেল ভোটত ৪৯ খন প্ৰদেশত দ্বিতীয়বাৰৰ কাৰণে মণ্ডেলক পৰাস্ত কৰি জিকে।

## দলীয় গঠন প্ৰণালী

আমেৰিকাৰ উপৰোক্ত দুয়োটা দলৰ গঠন প্ৰণালী প্ৰায় একেধৰণৰ। দুয়ো-দলবে বহেৰেকীয়া সভাবিলাকেই প্ৰকৃতভে দল জীয়াই ৰখাত সহায় হয়। এই দলবিলাকৰ নিম্নখাপত ভোট গ্ৰহণৰ একোটা সমষ্টি সমিতি থাকে ( precinct )। এই সমষ্টিবোৰৰ আকৃতি জনগণৰ ঘনত্ব আৰু নিৰ্ব্বাচন বিষয়াৰ নিয়ন্ত্ৰণৰ ওপৰত নিৰ্ভৰ কৰে। গড়ে ১০০ ৰ পৰা ৫০০ লোকেৰে সমষ্টিবিলাক গঠিত হব পাৰে। আমেৰিকাত এনেকুৱা ১২৫০০০ সমষ্টি সমিতি আছে। এই সমষ্টি সমিতিৰ সভাপতি আৰু সম্পাদক থাকে। সভাপতিজনে ৰাইজৰ লগত জড়িত হৈ সমৰ্থন আদায় কৰিব লাগে। সমষ্টি সমিতিবিলাকৰ ওপৰত নগৰ অঞ্চলত একোখন ৱাৰ্ড সমিতি থাকে। এই ৱাৰ্ডবিলাকৰ পৰা নগৰ কাউন্সিলাৰ বিলাক নিৰ্ব্বাচিত হয়। একোখন চিটি ( মহানগৰ ) সমিতিয়ে ৱাৰ্ড সমিতি আৰু সমষ্টিৰ ওপৰত নিয়ন্ত্ৰণ কৰে। গাওঁ অঞ্চলত গাওঁ সমিতিবিলাক স্থানীয় সমস্যা অধ্যয়নৰ কাৰণে পাতি দিয়া হয়। ইবিলাকৰ ওপৰত জিলা আৰু কাউন্টি কেন্দ্ৰীয় সমিতি পাতি দিয়া হয়। ইয়াৰ ওপৰত থাকে প্ৰাদেশিক কেন্দ্ৰীয় সমিতি। কাউন্টি কেন্দ্ৰীয় সমিতিৰ মুঠ সংখ্যা হল ৩০০০ খন।

প্ৰাদেশিক কেন্দ্ৰীয় সমিতিবিলাকে, প্ৰদেশৰ ভিতৰত থকা দলীয় প্ৰশাসন সংগঠন নিয়ন্ত্ৰণ কৰিব লাগে। এই সমিতিয়ে ৰাজ্যিক পৰ্য্যায়ৰ অধিবেশন আৰু কংগ্ৰেছৰ কাৰণে চিনেটৰ আৰু জাতীয় দলৰ বাবে টিকট দিয়াৰ কাৰণে দলীয় সভা সমিতি আদি পাতে। প্ৰাদেশিক কেন্দ্ৰীয় সমিতিৰ সদস্যসকল নিৰ্বাচন আৰু মনোনয়ন, দুয়োটা পদ্ধতিয়ে নিৰ্বাচিত হয়।

জাতীয় সমিতিয়ে সকলোদলৰ স্থায়ী সংগঠনৰ ওপৰত নিয়ন্ত্ৰণ কৰে। প্ৰতিখন প্ৰদেশে এজন পুৰুষ আৰু এগৰাকী নাৰী এই সমিতিলৈ বাচি পঠায়। এইসকলক জাতীয় অভিবৰ্ত্তন বিলাকত প্ৰতিনিধিসকলে বাচি দিব লাগে। কোনো কোনো ক্ষেত্ৰত জিলা সমিতি বিলাকেও নিৰ্ব্বাচন কৰিব পাৰে। সাধাৰণতে জাতীয় সমিতিৰ সভাপতিজন সমিতিৰ দ্বাৰা নিৰ্ব্বাচন হয়। তথাপি ৰাষ্ট্ৰপতিয়ে মনোনয়ন দিয়াৰ ব্যৱস্থাও আছে। এই সমিতিয়ে কাৰ্য্যপন্থা কৌশল পৰিকল্পনা আদি কামত ব্যস্ত থাকে। সভাপতিয়ে নিৰ্ব্বাচন অভিযানবিলাকত কৌশল আৰু পৰিকল্পনা থিক কৰে। তেওঁৰ কৰ্ত্তব্যবিলাক চতুৰ ৰাজনীতিবিদৰ দৰে আৰু এই বিষয়ত তেওঁৰ সাহস আৰু শক্তি থকাৰো প্ৰয়োজন। তেওঁক কেন্দ্ৰ কৰি গোটেই দলৰ স্থিতি আৰু কাৰ্য্যদক্ষতা নিৰ্ভৰ কৰে।

জাতীয় সমিতিৰ মাই কাম হ'ল ৰাষ্ট্ৰপতিৰ নিৰ্ব্বাচনৰ কৌশল স্থিৰ কৰা আন দুটা সমিতি হ'ল কংগ্ৰেছৰ অভিযান সমিতি আৰু চিনেটৰ অভিযান সমিতি। এই সমিতি কেইটাৰ কাম নিৰ্ব্বাচনৰ সময়তহে দেখা যায়। কংগ্ৰেছ আৰু চিনেটৰ প্ৰাৰ্থীসকলক এই সমিতি কেইটাই নিৰ্ব্বাচনত সহায় কৰা প্ৰয়োজন। ১৮৬৬ চনতে ৰিপাব্লিকানদলে প্ৰথম এনে সমিতি গঠন কৰে।

## আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাজনৈতিক দলৰ বৈশিষ্ট্য

১ **জাতীয় দল** ঃ আমেৰিকা যুক্তৰাষ্ট্ৰৰ দলবিলাকৰ জাতীয় চৰিত্ৰহে দেখা যায়। ৰিপাব্লিকান আৰু ডেমোক্ৰেতিক দুয়োটা দলেই জাতীয় দল। গোটেই দেশতে এই দল দুটাৰ প্ৰভাৱ আছে।

২ **সংগঠন শিথিলতা** ঃ ইংলণ্ডৰ দৰে আমেৰিকাৰ দলবিলাক দৃঢ়ভাৱে সংগঠিত কৰা নহয়। এই দলবিলাকৰ নিৰ্দ্দিষ্ট ভাবাদৰ্শ ( Ideology ) নাথাকে। দুয়োটা দলৰ প্ৰধান লক্ষ্য হ'ল গণতান্ত্ৰিক ব্যৱস্থা অক্ষুণ্ণ ৰখা। অৱশ্যে সমসাময়িক সমস্যাৰ ক্ষেত্ৰত মতানৈক্য নথকা নহয়।

৩ **জবৰদস্তী নিয়োগ (Spoils)** ঃ আমেৰিকাৰ দলীয় ৰাজনৈতিক শক্তি প্ৰয়োগেৰে নিয়োগ কৰা পদ্ধতি এটা চলি আহিছে। যি দলে ক্ষমতা লাভ কৰে তেওঁলোকে নিজ দলৰ লোকৰ পৰা কাৰ্য্যপালিকাৰ বিভিন্ন স্তৰবিলাক পূৰণ কৰে। ১৮৮৩ চনৰ 'পেণ্ডলেটন আইন গ্ৰহণ হোৱাৰ পাছত এই ব্যৱস্থা কিছু দুৰ্ব্বল হয়। তেতিয়াৰ পৰা অসামৰিক সেৱা ( Civil Service ) প্ৰৱৰ্ত্তন হয়।

৪ বাণিজ্যিক সম্বন্ধ ঃ আমেৰিকাৰ প্ৰতিটো দলৰে বৃহৎ বৃহৎ শিল্পপতি আৰু ব্যৱসায়ী সন্থাৰ লগত সক্ৰিয় সম্বন্ধ দেখা যায়, যিটো আন ঠাইত প্ৰায়ে দেখা নাযায়। এনে সম্বন্ধই আমেৰিকাৰ ৰাজনীতিত অশুভ পৰিস্থিতিবো উদ্ৰেক নকৰাকৈ থকা নাই।

৫ প্ৰভাৱশালী চক্ৰ ঃ আমেৰিকাৰ দলীয় ৰাজনীতিত প্ৰভাৱশালী চক্ৰৰ (Pressure group) এটা বিশিষ্ট স্থান আছে। প্ৰভাৱশালী চক্ৰৰ বাহিৰেও স্বাৰ্থ জড়িত আলাপ গোষ্ঠী (Lobby) বিলাকেও দলীয় ৰাজনীতিত নিৰ্দিষ্ট স্বাৰ্থৰ হকে হেঁচা দিয়ে।

৬ বিৰুদ্ধ ভূমিকা ঃ আমেৰিকাত দলৰ কৃতকাৰ্য্যতা প্ৰশাসন ক্ষেত্ৰত-কৈয়ো বিৰুদ্ধাচৰণতহে বেচি বুলি ভবা হয়। ৰোজিষ্টাৰে প্ৰত্যক্ষ কৰিছে যে আমেৰিকাৰ দলীয় প্ৰথাত এই বিৰোধী ভূমিকাক শাসক দলৰ ভূমিকাতকৈ বেচি মূল্য দিয়া হয়। বিৰোধী দলৰ ভূমিকা গ্ৰহণত আমেৰিকাৰ ৰাজ'নতিক দল সদায় সুখী আৰু বেচি কাৰ্য্যক্ষম।

৭ বিকেন্দ্ৰীকৰণ আৰু উশৃঙ্খলতা ঃ আমেৰিকাৰ ৰাজনৈতিক দল-বিলাক সংগঠনত বিকেন্দ্ৰীকৰণ নীতি মানি চলা দেখা যায়। কোনো কোনো দলৰ শৃঙ্খলাহীনতা মন কৰিবলগীয়া। ইয়াত ইংলণ্ডৰ দৰে সকলো সময়তে সভ্যসকলে দলীয় নেতৃত্ব মানি চলা দেখা নাযায়। ইংলণ্ডৰ দৰে দলৰ নীতি আৰু শৃঙ্খলা ভঙ্গ কৰা সকলক তৎকালিন শাস্তি দিয়াৰ নজিৰ এই দেশত নাই। ভাৰত-বৰ্ষতো দলীয় শৃঙ্খলাভঙ্গকাৰীক শাস্তি দিয়াৰ ব্যৱস্থা দল বিলাকত আছে।

৮ ক্ষীণ মতানৈক্য ঃ ভাৰতবৰ্ষৰ দৰে দলবিলাকৰ আমেৰিকাত মতা-নৈক্য কম। আগতেই কৈ অহা হৈছে যে এই ৰাষ্ট্ৰত দলবিলাকৰ নিৰ্দিষ্ট ভাৱাদৰ্শ নাই। ৰিপাব্লিকান আৰু ডেমোক্ৰেতিক দুয়োটা দলেই গণতন্ত্ৰ ৰক্ষা কৰি চলা নীতিৰ ওপৰতে বেছি গুৰুত্ব দিয়ে। আনহাতে ভাৰতৰ কংগ্ৰেছ দল আৰু সাম্যবাদী দল বা ভাৰতীয় জনতা দলৰ পাৰ্থক্য তেল পানীৰ দৰে। ভাৰতত সকলো দলৰে দৃষ্টিভঙ্গী একে নহয়। আমেৰিকাত ৰিপাব্লিকান আৰু ডেমোক্ৰেতিক দুয়োটা দলেই প্ৰগতিশীল নীতি অনুসৰণ কৰে যদিও গতি সূক্ষ্ম। ইয়াত কোনো দলকে প্ৰতিক্ৰিয়াশীল আৰু ৰক্ষণশীল মনোভাবৰ বুলি কব পৰা নাযায়। ৰিপাব্লিকান দলক ব্যৱসায়ী গোষ্ঠীৰ সহযোগী, মৈত্ৰী সন্থা বুলিব পাৰি। ই, মধ্য পশ্চিম আৰু উত্তৰ পশ্চিমৰ কৃষক গোষ্ঠীবো মিলন ক্ষেত্ৰ। আনহাতে গণতান্ত্ৰিক দলে

( Democratic party ) শ্ৰমিক সংগঠনৰ লগত হাতমিলায়, নিগ্ৰো আৰু জাতি গোষ্ঠীৰ লগতো যোগসূত্ৰ আছে। অৱশ্যে এই দলেও উত্তৰাঞ্চল বা পশ্চিমাঞ্চলৰ কৃষকগোষ্ঠীৰ কোনো সমৰ্থন নোপোৱাকৈ থকা নাই। কোনো কোনো ক্ষেত্ৰত ডেমোক্ৰেটিক দলক বেচি অগ্ৰগামী আৰু উদাৰপন্থী বুলিব পাৰি, যিহেতু এই দলে শ্ৰমিকৰ ইচ্ছা প্ৰতিফলিত কৰে।

আমেৰিকাৰ দলীয় ৰাজনীতি অধ্যয়ন কৰিলে দেখা যায়, ইয়াৰ প্ৰধান দল কেইটাৰ মাজত নীতিগত পাৰ্থক্য খুব কম। ভাবাদৰ্শ ৰক্ষা কৰাতকৈ, গণতন্ত্ৰ ৰক্ষা কৰাহে এই দলকেইটাৰ সৰ্ব্বপ্ৰধান লক্ষ্য।

## চুইজাৰলেণ্ডৰ দল পদ্ধতি

চুইজাৰলেণ্ডৰ ৰাজনৈতিক দলৰ দীঘলীয়া ইতিহাস আছে। ১৮৪৮ চনত সংবিধানখন বলবৎ হোৱাৰ পৰাই দলীয় ৰাজনীতিৰো জন্ম হয়। সেই সময়ত প্ৰোটেষ্টেণ্ট জাৰ্মান কেণ্টন, আৰু প্ৰোটেষ্টেণ্ট ফ্ৰেঞ্চ কেণ্টনৰ দ্বাৰা সমৰ্থিত হোৱা দুদল লোকৰ ৰাজনীতিত প্ৰৱেশ হোৱা দেখা যায়। এওঁলোকক লিবাৰেল আৰু ৰেডিকেল বোলা হৈছিল। লিবাৰেল সকলে মুক্ত শিল্প ব্যৱসায় গণতন্ত্ৰ, সাংস্কৃতিক স্বাধীনতা আদি পোষণ কৰিছিল। আনহাতে, ৰেডিকেলসকলে অৰ্থনৈতিক স্বতন্ত্ৰতা আৰু প্ৰত্যক্ষ আইন প্ৰণয়নৰ ওপৰত গুৰুত্ব দিছিল। এওঁলোকে প্ৰগতিশীল মনৰ আৰু উদীয়মান লোকবিলাকক বেছিকৈ আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। দুইদলৰ মাজত পাৰ্থক্য থাকিলেও ১৮৭৪ চনৰ সংবিধানত দুয়োদলৰে সহযোগ আৰু অনুমোদন উল্লেখযোগ্য।

১৮৪৮ চনৰ পৰা ১৮৯০ চনলৈকে ৰেডিকেল আৰু লিবাৰেল দল ক্ষমতাত থাকোতে কেথলিক ৰক্ষণশীল দলে বিৰোধী ভূমিকা গ্ৰহণ কৰা দেখা যায়। ১৮৯১ চনত লিবাৰেল দলে বিৰোধী ভূমিকা লয়। এই সময়ত ৰক্ষণশীল আৰু ৰেডিকেল সকলে ক্ষমতা পায়। লিবাৰেল দল ক্ৰমাৎ দুৰ্ব্বল হৈ সঙ্কুচিত হৈ পৰে। ইতিমধ্যে সামাজিক গণতান্ত্ৰিক দলৰ জন্ম হয়। ১৯১৮ চনত কৃষক দল গঠিত হয়।

কেথলিক ৰক্ষণশীল দলে কিছুদূৰ আজিকালিও যুক্তৰাষ্ট্ৰ বিৰোধী নীতি মানি চলে। এইদলে কেণ্টনবিলাকৰ ক্ষমতাৰ কাৰণে যুদ্ধ কৰিবলৈ এৰা নাই। জাতীয় সমস্যাৰ প্ৰতি বিশেষ নীতি লৈহে এওঁলোকে কাম কৰে। এওঁলোকে পৰিয়াল আৰু ব্যক্তিগত সম্পত্তি পোষকতা কৰে। ব্যক্তিগত জীৱনৰ গৌৰৱ আৰু

মানৱতাও এওঁলোকৰ আদৰ্শ। ইতিমধ্যে এইদলৰ মাজত সমাজবাদী দৰ্শনেও ভুমুকি মৰা দেখা যায়। এই দলৰ এটা শাখাই শ্ৰমিক উন্নয়ন, শ্ৰমিকৰ মৰ্য্যাদা আদি বিষয়ৰ আইন গ্ৰহণ কৰাৰ লগতে শ্ৰমিক সংগঠন আদিবো পোষকতা কৰি আহিছে।

ৰেডিকেল দলে যুক্তৰাষ্ট্ৰীয় চৰকাৰ আৰু ইয়াৰ ক্ষমতাৰ ওপৰত মূল্য আৰোপ কৰি আহিছে কেন্দ্ৰীকৰণ নীতি পোষকতা কৰিলেও কেণ্টন বিলাকৰ স্বাৰ্থ একেবাৰে উকলাই দিবলৈকো এই দল প্ৰস্তুত নহয়। এওঁলোকে লোকায়ত ব্যৱস্থাক ( Secularism ) সমৰ্থন কৰে আৰু ৰাজনৈতিক আৰু ব্যক্তিগত স্বতন্ত্ৰতা অপৰিহাৰ্য্য বুলি ভাবে। তেওঁলোকে স্বদেশী শিল্পৰ পোষকতা কৰে। আন্তৰাষ্ট্ৰীয় ৰাজনীতিত নিৰপেক্ষ ( Neutrality ) নীতি মানি চলিবলৈ বিচাৰে।

কৃষক দলৰ নীতি হল, খেতিমাটি সম্বন্ধীয় নতুন কাৰ্য্যপন্থা হাতত লোৱা। এওঁলোকে কৃষকসকলক যুক্তৰাষ্ট্ৰীয় চৰকাৰৰ পৰা অৰ্থ সাহাৰ্য্য দিয়াটো দাবি কৰে। এওঁলোকেই বিদেশীদ্ৰব্যত কৰ লগোৱাতো বিচাৰে আৰু নিজদেশৰ বাণিজ্যিক দ্ৰব্য বিক্ৰী আৰু উন্নয়ন পোষকতা কৰে। ৰাষ্ট্ৰৰ প্ৰতিৰক্ষাৰ বাবে যথোপযুক্ত ব্যৱস্থা লোৱাটো এওঁলোকে দাবি কৰি আহিছে।

সামাজিক গণতান্ত্ৰিক দলে সমাজবাদ পোষকতা কৰে যদিও, অন্যান্য দেশৰ তুলনাত এওঁলোকৰ উগ্ৰমানসিকতা নাই। এইদলে জনসাধাৰণৰ ৰক্ষণশীল নীতি বিসৰ্জ্জন দিবলৈকো নিবিচাৰে। ইংলণ্ডৰ শ্ৰমিক দলৰ দৰে বুজাপৰা নীতিত এওঁলোকে বিশ্বাস কৰে আৰু ধীৰ পন্থা লৈ লক্ষ্যত উপনীত হবলৈ বিচাৰে। সংসদী অনুষ্ঠান বিলাকত এওঁলোকৰ আস্থা অসীম। সমাজবাদী নীতি অনুসৰণ কৰিলেও পুঁজিবাদৰ উজ্জল পিঠিতো কৌতুহলৰে অনুধাৱন কৰে। অৰ্থনৈতিক ক্ষেত্ৰত ৰাজহুৱা পৰিকল্পনা যেনেকৈ প্ৰয়োজন বুলি ভাবে, সেইদৰে বেঙ্ক, একচেটীয়া শিল্পাদি জাতীয়কৰণৰো দাবি জনাই আহিছে। এওঁলোকে শিল্পখণ্ডত ন্যূনতম মজুৰি আৰু প্ৰত্যক্ষ গণতন্ত্ৰ ৰক্ষা কৰাত গুৰুত্ব দিয়ে। নাৰী ভোটাধিকাৰ এই দলৰ অলঙ্ঘনীয় নীতি।

উপৰোক্ত দলবিলাকৰ বাহিৰেও চুইজাৰলেণ্ডৰ ৰাজনীতিত আৰু ভালেমান দল, যেনে, সাম্যবাদীদল, শ্ৰমিকদল, তৰুণৰক্ষণশীল, জাতীয়মৰ্চা, জাতীয়দল, কৃষক সংগঠন আদিৰ প্ৰবেশ ঘটিছে।

চুইজাৰলেণ্ডত দলবিলাকৰ কিছুমান মন কৰিব লগা দিশো আছে। প্ৰথমতে,

ইবিলাকৰ ভাষা আৰু জাতিৰ লগত সম্বন্ধ ক্ষীণ। দ্বিতীয়তে, জাতীয়দলৰ গঠন কেন্দ্ৰস্থ দলীয় সংগঠনৰ ওপৰত নিৰ্ভৰশীল। বৰ্ত্তমান সংখ্যাগৰিষ্ঠ দলবিলাকৰ স্থায়ী কেন্দ্ৰীয় সমিতি গঠিত হৈছে। তৃতীয়তে, ফেডাৰিল কাউন্সিল গঠনত দলৰ আগ্ৰহ কম। দলৰ সভাত ফেডাৰেল বিধান সভা, আইন প্ৰণয়ন কাৰ্য্যপন্থা আদিৰ ওপৰত প্ৰস্তাৱ লোৱা হয়। চতুৰ্থতে, মনোযোগৰ বিষয় হল চুইজাৰলেণ্ডত প্ৰত্যক্ষ গণতন্ত্ৰৰ বতাহ চলি থকাত দলৰ বহুতো নীতিয়ে সফলতা লাভ কৰিব নোৱাৰে। পঞ্চমতে, চুইজাৰলেণ্ডত দলীয় ৰাজনীতিত প্ৰতিভাশালী নেতাৰ অভাৱো পৰিলক্ষিত হৈছে। উপযুক্ত নেতা নহলে দলীয় ৰাজনীতি গা কৰিব নোৱাৰে।

## ফ্ৰান্সত ৰাজনৈতিক দল

ফ্ৰান্সতো ভাৰতৰ দৰেই বহুদলীয় প্ৰথা আছে। বহুদলীয় প্ৰথাৰ কাৰণে এই দেশৰ স্থায়ী মন্ত্ৰীসভা গঠন কৰা অসম্ভৱ হৈ পৰিছে। সংযুক্ত মন্ত্ৰীসভাই এই দেশত বহু দিন ধৰি চলি আহিছে। ফ্ৰান্সত ৰাজনৈতিক দল বিলাকৰ জাতীয় চৰিত্ৰ নথকাৰ কাৰণেই কোনো দলেই দেশব্যাপী প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। ইংলণ্ড, আমেৰিকা প্ৰভৃতি দেশত ৰাজনৈতিক দলবিলাক দেশ জুৰি সংগঠন কৰা হয়।

ফ্ৰান্সত, কমিউনিষ্ট দলেই সৰ্ব্বপ্ৰধান দল হিচাবে স্বীকৃত হৈছে। সমাজতন্ত্ৰীবাদী নামৰ এটা দলেও ১৮৭৯ চনৰ পৰা ৰাজনীতিত জড়িত হৈ আছে। এই দলৰ তুলনাত কমিউনিষ্ট দল অৰ্ব্বাচীন। ১৯২০ চন মানৰ পৰাহে কমিউনিষ্ট দলৰ জন্ম হৈছে। ফ্ৰান্সৰ আন এটা প্ৰধান দল হল এম আৰ পি ( মুভমেণ্ট ৰিপাব্লিকেনি পপুলেৰি )। প্ৰকৃতপক্ষে এই দলে নিজকে আন্দোলনকাৰী বুলিহে চিনাকি দিয়ে। আন এটা পুৰণা দল হল ৰেডিকেল দল। এই দল অৱশ্যে ১৯৫৫ চনৰ পাছৰ পৰা ৰাজনৈতিক দৃশ্যপটৰ পৰা প্ৰায় লুপ্ত হৈছে। ৰেডিকেলৰ লগতে জড়িত থকা আন এটা দল হল ইউ, ডি, এছ আৰ ( ইউনিয়ন ডেমক্ৰেটিক এট চচিয়েলিষ্টেডেলা ৰেজিষ্টেঞ্চ ) এইকেইটা প্ৰধান দলৰ বাদেও ফ্ৰান্সত আন কেইবাটাও সাধাৰণ দল আছে।

কমিউনিষ্ট দলে ফ্ৰান্সত প্ৰাধান্য লাভ কৰি আহিছে। সমাজতন্ত্ৰবাদী দলৰ মাজত আভ্যন্তৰিণ কলহৰ ফলশ্ৰুতি হিচাবে কমিউনিষ্ট দলৰ জন্ম হয়। ১৯৭৯ চনত কমিউনিষ্ট দলে ফৰাচী দেশৰ সদনত ( চেম্বাৰ অব ডেপুটি ) ৭২ খন আসন আৰু চিনেটত ২ খন আসন লাভ কৰে। প্ৰথমগঠিত বিধান সভাত এই দলে

১৫৯ খন আসন আৰু দ্বিতীয়গঠিত বিধান সভাত ১৫০ খন আসন পাবলৈ সমর্থ হয়। ১৯৪৬ চনৰ নির্বাচনত, এই দলে জাতীয় সংসদত ১৮২ খন আসন পায়, অৱশ্যে ৯৫১ চনৰ নির্বাচনত এই সংখ্যা ০৩ জন'ল নামে। এই দলে নব্য শিল্প নির্মাণ, পৰিয়াল কল্যাণ, ফৰাচী সংস্কৃতি ৰক্ষা, শ্ৰমিকৰ বেতনবৃদ্ধি আদিৰ ওপৰত গুৰুত্ব দি আহিছে।

চতুর্থ প্রজাতন্ত্র চলি থকা কালচোৱাত এই দলে একচতুর্থাংশৰ পৰা এক তৃতীয়াংশ ভোটদাতাৰ সমর্থন পাবলৈ সক্ষম হৈছিল। কমিউনিষ্ট দলৰ নির্বাচন ফলাফলৰ পৰা দেখা যায় এইদলে ফ্ৰান্সত নিজৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হৈছে।

কমিউনিষ্ট দল অত্যন্ত শৃঙ্খলাবদ্ধ দল। এইদলৰ শীর্ষস্থানত থকা সমিতিক বুৰো বুলি কোৱা হয়। নিম্নস্তৰত দহ টাৰ পৰা কুৰিটা সভ্যৰে গঠিত অসংখ্য সক সক গোট থাকে। এই গোটবিলাক স্থানীয় শাখাত ভাগ কৰা হয়। বিভাগীয় ফেডাৰেচনবিলাকে দলৰ সভালৈ ( Congress ) সভ্য পঠাব পাৰে। কমিউনিষ্ট দলৰ আনুগত্য ফ্ৰান্সতকৈ ছোভিয়েতৰ প্ৰতিহে বেছি দেখা যায়। মস্কোৰ পৰা এইদল নিয়ন্ত্ৰণ কৰা হয়।

সমাজতন্ত্ৰবাদী দলেও ফ্ৰান্সত নিজৰ আধিপত্য বিস্তাৰ কৰিব পাৰিছে। ৮৯৩ চনত সংসদলৈ নির্বাচিত হোৱা নেতা জঁ। জুৰিৰ পৰা এইদলে অনুপ্ৰেৰণা লাভ কৰে। ৯০৫ চনত এই দলে একত্রিত সমাজতন্ত্ৰবাদী দল ( Unified Socialist Party ) নাম লয়। ১৯৩৬ চনত এইদল ক্ষমতালৈ আহে। প্রথম মহাযুদ্ধৰ পাছত কমিউনিষ্ট সভ্যবিলাক আতৰি যোৱাত এই দল দুৰ্বল হৈ পৰে।

৯৫ চনৰ সাধাৰণ নির্বাচনত এইদলে জাতীয় সংসদত ১০৩ খন আসন লাভ কৰে। ৯৫৫ চন পর্য্যন্ত দল নানা বিপর্য্যয়ৰ মাজেদি আগ বাঢ়িব লগা হয়। ১৯৫৮ চনত এই দলত পুনৰ বিভাজনে দেখা দিয়ে। এইদলে মাৰ্ক্সৰ নীতি মানি চলে যদিও প্রজাতন্ত্র ৰক্ষা কৰাত বিৰুদ্ধাচৰণ কৰা নাই।

এম আৰ, পি দলৰ কথা আগতে কোৱা হৈছে। ফ্ৰান্সত ৰাজনৈতিক জীৱনৰ সচেতনতা আৰু বিকাশেই এই দলৰ লক্ষ্য বুলি ক'ব পাৰি। নীতিগত ভাৱে এই দলে উদাৰ ধনতন্ত্ৰবাদ ( Capitalism ) আৰু প্ৰাধিকাৰাত্মক সমূহবাদ ( Collectivism ) এটাকো উৎকৃষ্ট বুলি নাভাবে। আনহাতে সাম্যবাদী দার্শনিকৰ বস্তুবাদী দর্শনো (Materialistic philosophy ) অগ্রাহ্য কৰে। এওঁলোকে মানৱ মনৰ সম্পূর্ণ বিকাশ আৰু মৰ্য্যাদা লাভ কৰাত গুৰুত্ব দিয়ে। মানৱৰ পূর্ণ বিকাশৰ

বাবে প্ৰয়োজনীয় আৰ্থিক উন্নয়ন আৰু সংস্কাৰবো এওঁলোক পৃষ্ঠপোষক। গীৰ্জাঘৰৰ শিক্ষাত চৰকাৰী সাহাৰ্য্য প্ৰয়োজন বুলি এইদলে চিন্তা কৰে।

শ্ৰমিক দলৰ মাজতো এই দলৰ প্ৰভাৱ থকা স্বত্বেও দলটো দুৰ্ব্বল হৈ অহা পৰিলক্ষিত হয়। ফ্ৰান্সত গণতন্ত্ৰ ৰক্ষা কৰা ক্ষেত্ৰত এই দলৰ পৰা কিছু আশা কৰিব পাৰি। ৰুমান আৰু বিদাউল্ট এই দলৰ বিখ্যাত প্ৰধান মন্ত্ৰী।

ফ্ৰান্সত ৰেডিকেল দল পুৰণা। এই দলৰ প্ৰভাৱ ১৯৩০ চন মানৰ পৰা কিছু কমি আহিছে। ১৯৫৫ চনৰ পাছত যুদ্ধোত্তৰ কালত এইদলে হেৰুৱা মৰ্যাদা পুনৰ লাভ কৰে। জাতীয় সংসদত এইদলে সেই বছৰ ৭৫ খন আসন লাভ কৰে। ১৬ জন প্ৰধান মন্ত্ৰীৰ ভিতৰত ৰেডিকেল দলে ৮ জন নিৰ্ব্বাচন কৰি চতুৰ্থখন প্ৰজাতন্ত্ৰ শোভা কৰি গৈছে। একেধাৰে তিনিবাৰ দলৰ মাজত বিভাজন চলাৰ কাৰণে এইদল ১৯৫৮ চনত দুৰ্ব্বল হৈ পৰে। বিখ্যাত নেতা এডগাৰ ফো ৰে আৰু পাইৰি মেনদেচফ্ৰান্স আদি নেতাই দলত্যাগ কৰি গুছি যোৱাত নেতৃত্বহীন হৈ ৰেডিকেল দলৰ বিপৰ্য্যয় ঘটে।

অৰ্থনৈতিক ক্ষেত্ৰত ৰেডিকেলসকল ৰক্ষণশীল। মেনডেচফ্ৰান্স সভাপতি হৈ ১৯৫৫ চনৰ পৰা ১৯৫৭ চনৰ ভিতৰত, দলৰ নীতি কিছু ঢিলা কৰি তুলিলে। অৰ্থনৈতিক ক্ষেত্ৰত আধুনিক সংগঠন আৰু প্ৰগতিশীল ব্যৱস্থাৰ সমাবেশ ঘটায়।

বৰ্ত্তমান এইদল প্ৰজাতন্ত্ৰ পোষক কিন্তু গীৰ্জাঘৰৰ বিৰোধী। ইউ, ডি, এছ, আৰ দলটো ৰেডিকেলৰ লগত জড়িত হোৱা দল। এইদল যুদ্ধোত্তৰ কালৰ সৃষ্টি। ৰাজনৈতিকভাৱে ৰেডিকেল বিলাকতকৈ বেছি প্ৰগতিশীল নীতি এওঁলোকে গ্ৰহণ কৰে। সংসদৰ বাহিৰত এইদলে বিশেষ শক্তি প্ৰদৰ্শন কৰিবলৈ সক্ষম হোৱা নাই। অন্যান্য সৰু সৰু দলৰ লগত মিত্ৰতা কৰি এইদলে ৰাজনৈতিক ক্ষেত্ৰত কিছু কাম কৰিবলৈ সক্ষম হোৱা দেখা যায়।

কিছুমান বিখ্যাত ফৰাচী নেতাৰ কাৰণে ইউ, ডি, এছ, আৰ দলে জনগণৰ সহানুভূতি লাভ কৰিবলৈ সক্ষম হোৱা দেখা যায়। সেইসকলৰ ভিতৰত প্লেভেন, মিটাৰেণ্ড, ক্লাউডিয়াছ পোটিট্‌ আদিৰ নাম উল্লেখযোগ্য।

ফ্ৰান্সত বহুদলীয় প্ৰথা, বিশেষকৈ ক্ষমতাশীলদল নোহোৱাৰ ঘাই কাৰণ হৈছে, এইদেশৰ ৰাজনৈতিক অস্থিৰতা। ১৭৯৩ চনত ৰাজতন্ত্ৰ উঠাই দিয়াৰ পাছত, পুনৰ নেপোলিয়ন ১৮০৪ চনত সম্ৰাট হয়। তেওঁ ১৮১৪ চনত বহিষ্কাৰ হোৱাৰ আগমুহূৰ্ত্তলৈ শাসন কৰি যায়। ১৮৩০ চনত পুনৰ প্ৰজাতন্ত্ৰ উদ্ভোধন কৰা হয়।

সেই বছৰতে আকৌ ৰাজতন্ত্ৰ প্ৰতিষ্ঠা হয়। ১৮৪৮ চনত পুনৰ ৰাজতন্ত্ৰ উঠাই দিয়া হয়, আৰু প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰা হয়। ১৮৫১ চনত পুনৰ তৃতীয় নেপোলিয়নে প্ৰজাতন্ত্ৰ ভাঙি ৰজা হয়। ১৮৭০ চনত তৃতীয় নেপোলিয়নে পৰাজয় স্বীকাৰ কৰে, ফ্ৰেঞ্চ' প্ৰুচিয়া যুদ্ধত। এইদৰে বাৰে বাৰে চৰকাৰ বদলি হোৱাৰ কাৰণে ভিন ভিন্ মতৰ সমৰ্থক আৰু বিৰোধীসকলে সুকীয়া সুকীয়া দলত পৰিণত হয়।

মুঠ কথা ফ্ৰান্সৰ জনসাধাৰণে এটা সৰ্ব্বসন্মত সিদ্ধান্ত গ্ৰহণ কৰিব নোৱাৰাৰ কাৰণেই ৰাজনৈতিক দলবিলাকৰ মাজতো অস্থিৰ নীতি, আৰু উত্থান-পতন নিয়মত পৰিণত হৈছে। বহুদলীয় প্ৰথাৰ কাৰণেই সংযুক্ত মন্ত্ৰীসভা গঠন আৰু পতন অৱশ্যম্ভাৱী হৈ দেখা দিছে।

## ভাৰতৰ দলীয় প্ৰথা

ভাৰতৰ ৰাজনীতিত দুইপ্ৰকাৰৰ দল দেখা যায় ১ সৰ্ব্বভাৰতীয় দল ২ আঞ্চলিক দল।

ভাৰতৰ সংবিধানত দলীয় প্ৰথাৰ কোনো উল্লেখ নাই। ইংলণ্ডৰ আৰ্হিত সংসদী গণতন্ত্ৰ এই দেশত গ্ৰহণ কৰাৰ বাবে দলীয় প্ৰথাৰ প্ৰয়োজন হৈ পৰিল। আৰম্ভণিৰে পৰা ভাৰতত বহুদলীয় প্ৰথা গা কৰি উঠিছে। বহুদলীয় প্ৰথা স্বীকৃত হোৱাৰ কাৰণেই দল সংগঠন নিৰঙ্কুশভাৱে বাঢ়িব লাগিছে। ইংলণ্ডত অৱশ্যে, দ্বিদলীয় প্ৰথা প্ৰচলিত আছে। যদিও ভাৰতত বহুদলীয় প্ৰথা স্বীকৃত হৈছে তথাপি, এই দেশত সংযুক্ত চৰকাৰ গঠন কৰিব লগা অৱস্থা হোৱা নাই। ১৮৮৫ চনত জন্ম হোৱা ভাৰতীয় জাতীয় কংগ্ৰেছ দলেই প্ৰকৃতপক্ষে ১৯৬৯ চন পৰ্য্যন্ত বাধাহীন-ভাৱে শাসন চলাই থাকে। ভাৰতীয় জাতীয় কংগ্ৰেছে স্বাধীনতা যুদ্ধত যি অমিত তেজেৰে ইংৰাজৰ বিৰুদ্ধে ভাৰতবাসীক সজাগ কৰি তুলিলে, তাৰ পৰিপ্ৰেক্ষিতত এইদলে বিপুল জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হয়।

কংগ্ৰেছৰ বাহিৰেও অন্যান্য সৰ্ব্বভাৰতীয় দলেও প্ৰতিপত্তি লাভ কৰা দেখা যায়। সংযুক্ত চচিয়েলিষ্ট দল (১৯৬৪) স্বতন্ত্ৰদল (১৯৫৯) কমিউনিষ্ট দল (১৯২৫), ভাৰতীয় জনসংঘ (১৯৫১) আদি দলে যাত্ৰাৰ আৰম্ভণিতে দৃঢ়তা প্ৰদৰ্শন কৰিলেও, এই দলবোৰে নিজৰ অস্তিত্বৰ বাবে ৰণ সজনি কৰি আছে। দলীয় ৰাজনীতিত দেখা দিয়া অস্থিৰতাৰ সোঁ ১৯৮৫ চনলৈকে চলি আছে। বাস্তৱিকতে, বৰ্ত্তমান আমাৰ সৰ্ব্বভাৰতীয় দলবিলাক একোজন নেতাক কেন্দ্ৰ কৰি জীয়াই আছে।

বুলিব পাৰি। সংযুক্ত চচিয়েলিষ্টদল বৰ্ত্তমান বিচ্ছিন্ন হৈছে। ১৯৭১ চনত এইদল প্ৰজাচচিয়েলিষ্ট দলৰ লগত মিলি যায়, আৰু চচিয়েলিষ্ট দল গঠন কৰে।

ভাৰতৰ কমিউনিষ্ট দলো ১৯৬৪ চনত দ্বিখণ্ডিত হয় আৰু ভাৰতীয় কমিউনিষ্ট দল আৰু কমিউনিষ্ট দল—মাৰ্ক্সবাদী, নাম লৈ নতুনকৈ ৰাজনীতিত প্ৰবেশ কৰে।

ভাৰতীয় জাতীয় কংগ্ৰেছ শক্তিশালী দলৰূপে পৰিগণিত হলেও, চতুৰ্থ সাধাৰণ নিৰ্ব্বাচনৰ পাছৰ পৰা অৰ্থাৎ (ফ্ৰেব্ৰুৱাৰী ১৯৬৭) কংগ্ৰেছ দলত আনুগত্যৰ খেলি-মেলি লক্ষ্য কৰা যায়। এই নিৰ্ব্বাচনত কেন্দ্ৰ আৰু অন্যান্য ৰাজ্যতো কংগ্ৰেছে সংখ্যাগৰিষ্ঠতা কথমপি ৰক্ষা পৰে। ভালেমান ৰাজ্যত কংগ্ৰেছ প্ৰাৰ্থী নিৰ্ব্বাচনত ধৰাশায়ী হয়। ১৯৬৪ চনত প্ৰধানমন্ত্ৰী নেহৰুৰ মৃত্যুৰ পাছতে নেতৃত্ব লৈ কংগ্ৰেছ দলত টনা আজোৰাই সোঁপন্থী বাওঁপন্থী আদি নাম লৈ দলৰ মাজত শৃঙ্খলা নাইকিয়া কৰে। দলীয় অনুশাসন আৰু শৃঙ্খলা হেৰাই যোৱাত, কংগ্ৰেছদলে পূৰ্ব্বৰ জনপ্ৰিয়তা বহুপৰিমাণে হেৰুৱাই পেলালে। ১৯৬৯ চনত ৰাষ্ট্ৰপতি নিৰ্ব্বাচন উপলক্ষে এইদলৰ মাজত ক্ষমতা-সংকট গভীৰ হৈ দেখা দিয়ে। প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে কংগ্ৰেছ সভাপতি নিজলিঙ্গপ্পাৰ আদেশ অমান্য কৰি দলৰ প্ৰাৰ্থীৰ বিৰুদ্ধে, স্বতন্ত্ৰ প্ৰাৰ্থী ভি, ভি, গিৰিক ভোট দিয়ে। এই উপলক্ষ্য লৈয়ে শাসক কংগ্ৰেছ নাম লৈ কংগ্ৰেছৰ পৰা এটা শাখা ফাটি আহে। শ্ৰীইন্দিৰা গান্ধীক দলৰ পৰা বহিষ্কাৰ কৰাত নানা-ধৰণৰ বিশৃঙ্খলতাই দেখা দিয়ে। মধ্যবৰ্ত্তী সভাপতি, চি, সুব্ৰমনিয়ম, জগজীৱনৰাম আদিয়ে দলৰক্ষা কৰিবলৈ দৃঢ়নীতি অৱলম্বন কৰিব লগা হয়। প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে সংসদত নিজৰ গৰিষ্ঠতা হেৰুৱায়, কিয়নো কংগ্ৰেছৰ সাংগঠনিক দলটোৱে চৰকাৰৰ প্ৰতি সমৰ্থন উঠাই লয়। শ্ৰীইন্দিৰা গান্ধীয়ে অস্তিত্ব ৰক্ষাৰ কাৰণে, কমিউনিষ্ট, আকালি, ডি এম কে, স্বতন্ত্ৰ সদস্য আদিৰ ওপৰত নিৰ্ভৰ কৰিব লগা হয়। অৱশেষ্যে ১৯৭১ চনত শাসক কংগ্ৰেছদলে দুই তৃতীয়াংশ সংসদত আসন লাভ কৰি বিজয়ী হয়।

১৯৭৪ চনৰ ২৯ আগষ্টত স্বতন্ত্ৰদল উৎকল কংগ্ৰেছ, চচিয়েলিষ্ট, ভাৰতীয় ক্ৰান্তিদল প্ৰভৃতি সাতোটা দল মিলি, ভাৰতীয় লোকদল গঠন কৰে।

১৯৭৭ চনত, জৰুৰী অৱস্থাৰ পৰিপ্ৰেক্ষিতত, জনসংঘ, ভাৰতীয় লোকদল, সাংগঠনিক কংগ্ৰেছ আদি দল মিলিত হৈ জনতা দল গঠন কৰে। জনতা দলে ১৯৭৭ চনত সংখ্যাগৰিষ্ঠতা লাভ কৰি কেন্দ্ৰ আৰু বহুতো ৰাজ্যত ক্ষমতা হস্তগত কৰে।

## আঞ্চলিক দল

সৰ্ব্বভাৰতীয় দলবিলাকৰ অমনোযোগীতা আৰু অযোগ্যতাৰ কাৰণে অনেক ঠাইত আঞ্চলিক প্ৰয়োজনীয়তা পূৰণ কৰিবৰ বাবে স্থানীয় দল বিলাকৰ জন্ম হৈছে। সকলো আঞ্চলিক দলেই সমানে শক্তিশালী নহয়। ভাৰতৰ কেইটামান উল্লেখযোগ্য আঞ্চলিক দলৰ নাম তলত দিয়া হল।

(১) দ্ৰাবিদ্ৰাকাজহাগাম, (২ দ্ৰাবিদ্ৰা মুন্নেত্ৰা কাজহাগাম (৩) সৰ্ব্বভাৰতীয় আন্না দ্ৰাবিদ্ৰা মুন্নেত্ৰা কাজহাগাম (৪) মুছলিমলীগ (৫) আকালি দল (৬ এন-এন চি (নাগালেণ্ড) (৭) জনক গ্ৰেছ (৮) শিৱসেনা (৯) তেলেগুদেশম (১০) অসম গণ পৰিষদ।

## কেইটামান সৰ্ব্বভাৰতীয় দলৰ গঠন আৰু লক্ষ্য

**কংগ্ৰেছ ঃ** বৰ্ত্তমান ভাৰতত কংগ্ৰেছ (ই) দলেই ভাৰতত শক্তিশালী দল। ১৮৮৫ চনত জন্ম হোৱা ভাৰতৰ জাতীয় কংগ্ৰেছৰে উত্তৰাধিকাৰী বুলি এইদলে দাবি কৰি আহিছে। অৱশ্যে কংগ্ৰেছ (এছ) দলেও নিজকে প্ৰকৃত কংগ্ৰেছ বুলি চিনাকি দিয়ে।

অবিভক্ত কংগ্ৰেছ দলে ১৯৪৮ চনত নিজৰ লক্ষ্য এনদৰে প্ৰকাশ কৰিছিল ৽ ভাৰতৰ আৰু ভাৰতবাসীৰ সকলো প্ৰকাৰ কল্যাণৰ কাৰণে এই দলে আইনসন্মত আৰু সংবিধানিক উপায়েৰে কাম কৰি যাব আৰু ভাৰতবাসীৰ সহযোগ সমতা স্বতন্ত্ৰতাৰ ওপৰত ভিত্তি কৰি ৰাজনৈতিক অৰ্থনৈতিক আৰু সামাজিক অধিকাৰ সাব্যস্ত কৰি বিশ্বশান্তি আৰু মৈত্ৰী প্ৰতিষ্ঠা কৰিব।

সেই সময়ত এই দলে সমাজবাদী আদৰ্শৰ (Socialist pattern) সমাজ ৰচনাৰ আহ্বান দিছিল। ১৯৬২ চনত তৃতীয় সাধাৰণ নিৰ্ব্বাচনৰ সময়ত কংগ্ৰেছ দলৰ লক্ষ্য আছিল ঐক্যবদ্ধ আৰু ধৰ্ম্মগন্ধহীন ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ। আন্তৰ্জাতিক ক্ষেত্ৰত এটা স্বতন্ত্ৰ বৈদেশিক নীতি, অৰ্থাৎ শক্তিশালী সামৰিক গোষ্ঠীৰ লগত সৈনিক সম্পৰ্ক চ্ছেদ কৰি নিৰপেক্ষতা অৱলম্বন কৰা আৰু উপনিবেশীকতা আৰু সাম্ৰাজ্যবাদী নীতিৰ বিৰুদ্ধে সংগ্ৰাম কৰি যোৱা। নিৰস্ত্ৰীকৰণ নীতিৰ আধাৰত আন্তৰ্জাতিক মৈত্ৰী আৰু সম্বন্ধ গঢ়ি তোলা। চীন আৰু পাকিস্তানে অধিকাৰ কৰি ৰখা ভৌগোলিক এলেকা পুনৰ নিজৰাজ্যত সুমুৱাই লোৱা আভ্যন্তৰিণ দিশত পৰিয়ালকল্যাণ, কৰ্ত্তৃত্বৰ বিকেন্দ্ৰীকৰণ কৰ কাটলৰ সহায়ত অৰ্থনৈতিক বৈষম্য

আঁতৰ কৰা, বিলাসৰ সামগ্ৰীৰ উৎপাদন কমাই আৱশ্যকীয় পণ্য সামগ্ৰী বৃদ্ধি কৰা, সমবায় আৰু ৰাষ্ট্ৰীয় পৰ্য্যায়ত উৎপাদন হাতত লোৱা, কাৰিকৰী শিক্ষা সম্প্ৰসাৰণ, শিশু আৰু মাতৃমঙ্গল, নিযুক্তি থল বঢ়াই তোলা, নতুন শিল্প গঢ়ি তোলা, গাওঁ অঞ্চলত পঞ্চায়তব্যৱস্থা প্ৰবৰ্ত্তন আৰু জীৱন নিৰ্ব্বাহৰ মানদণ্ড বঢ়াই তোলা।

১৯৬৪ চনৰ ভুবনেশ্বৰত বহা কংগ্ৰেছত গণতান্ত্ৰিক সমাজবাদৰ ধ্বনি তোলা হয়। কংগ্ৰেছ সভাপতি কামৰাজে ব্যক্তি স্বতন্ত্ৰতা ক্ষুণ্ণ নোহোৱাকৈ সমাজবাদ অনুসৰণ কৰাত গুৰুত্ব দিয়ে। ভাৰতৰ জাতীয় কংগ্ৰেছ এই সময়ৰে পৰা সমাজবাদক দলৰ লক্ষ্য বুলি ধৰি লয়। ১৯৬৮ চনত কংগ্ৰেছে সমাজবাদী আদৰ্শ ৰূপায়ণৰ বাবে ১০ দফীয়া কাৰ্য্যসূচীও হাতত লয়।

১৯৬৮ চনৰ লগে লগে কংগ্ৰেছ দ্বিখণ্ডিত হোৱাত, ১৯৬৯ চনৰ নবেম্বৰ মাহত শাসক কংগ্ৰেছৰ চি সুব্ৰমনিয়ামে (মধ্যবৰ্ত্তী সভাপতি) শ্ৰীমতী নন্দিনী সৎপথী চন্দ্ৰজিৎ যাদৱ কে আৰ গণেশ আদি কমিউনিষ্ট ভাবাপন্ন লোকক (পূৰ্ব্বতে এওঁলোক কমিউনিষ্ট দলৰ লোক) কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিত সুমুৱাই লোৱাত বিৰোধী দলে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে মাৰ্ক্সবাদী নীতি গ্ৰহণ কৰিছে বুলি জনসংঘ আৰু স্বতন্ত্ৰ দলে সমালোচনা কৰে। এই সময়ত জনসঙ্ঘই কংগ্ৰেছ দলে (শাসক) কমিউনিষ্ট দলৰ প্ৰভাৱ বৃদ্ধি হোৱা অনুভৱ কৰি জাতীয়তাবাদ আৰু গণতন্ত্ৰ বিশ্বাসী শক্তি বিলাকৰ একত্ৰিত হোৱাৰ প্ৰস্তাব দাঙি ধৰে। স্বতন্ত্ৰ দলৰ মিনু মাছানিয়েও ৩১ ডিচেম্বৰত চছিয়েলিষ্ট প্ৰজাচছিয়েলিষ্ট সাংগঠনিক কংগ্ৰেছ আদিৰ সহযোগত বিকল্প চৰকাৰ গঠনৰ চিন্তাও আগবঢ়ায়। ৰাজনাৰায়ণেও কংগ্ৰেছৰ বিকল্প চৰকাৰ গঠনত গুৰুত্ব দিয়ে। ১৯৭০ চনৰ ১০ জানুৱাৰীত ৰাজ-নাৰায়ণৰ নেতৃত্বত কিছুমানে ইন্দিৰা চৰকাৰ ওফৰাই পেলাবৰ কাৰণে যি কোনো দলৰ লগত মিত্ৰতা কৰাৰ গুৰুত্ব দিয়ে। এওঁলোকে একেধাৰে সমাজবাদী আৰু প্ৰগতিশীল কাৰ্য্যপন্থাৰ ধ্বনিও তোলে।

সাংগঠনিক কংগ্ৰেছে ১৯৭০ চনৰ ২৮ জুনৰ এটি প্ৰস্তাৱেৰে জাতীয়তাবাদী গণতান্ত্ৰিক আৰু সমাজবাদী শক্তি সমূহক সংসদৰ ভিতৰে বাহিৰে গাঁৰবাহি দেশৰ প্ৰতিৰক্ষা ঐক্য আৰু আইন শৃঙ্খলাৰ বাবে থিয় দিবলৈ আহ্বান জনায়। এইদলে গণতান্ত্ৰিক অনুষ্ঠান আৰু স্বতন্ত্ৰতা ৰক্ষা কৰিবলৈ সিদ্ধান্ত লয়। এই প্ৰস্তাৱ জনসংঘ স্বতন্ত্ৰ দল সংযুক্ত চছিয়েলিষ্ট প্ৰজাচছিয়েলিষ্ট ভাৰতীয় ক্ৰান্তি

দল, আকালি দল, মুছলিম লীগ প্ৰভৃতিলৈকো দিয়া হয়। সৌপন্থী দলসমূহে এই প্ৰস্তাৱত ইতিবাচক সহাৰি দিয়ে। সাংগঠনিক কংগ্ৰেছে ১৯৭০ চনৰ ১২ ... পুনৰ এই দৃষ্টিভঙ্গী পৰিষ্কাৰ কৰি দেখুৱাইছে।

এনে পৰিস্থিতিত ইন্দিৰা গান্ধীৰ নেতৃত্বাধীন কংগ্ৰেছে কমিউনিষ্ট দলৰ দৰে প্ৰগতিশীল দলৰ লগত হাত মিলাই আগবঢ়াতোৱেই শ্ৰেষ্ঠ বুলি অনুভৱ কৰে। ১৯৭০ চনৰ ১৪ আগষ্টত এনে উদ্দেশ্য আগত ৰাখি চি সুব্ৰমনিয়মে, ধৰ্ম নিৰপেক্ষ, গণতন্ত্ৰ আৰু সমাজবাদত বিশ্বাসী দলবিলাকৰ মুকলিকৈ সহযোগ বিচাৰে। কেৰেলাৰ সাধাৰণ নিৰ্ব্বাচনত কংগ্ৰেছে কমিউনিষ্ট দলৰ ( C P I ) লগত জোট হৈ প্ৰতিদ্বন্দিতা কৰিবলৈ লয়। কংগ্ৰেছ দলে কেৰেলাৰ সংযুক্ত মৰ্চাৰ চৰকাৰতো অংশ গ্ৰহণ কৰে। অন্যান্য প্ৰগতিশীল দলৰ লগ লাগি ক্ৰমাগত আন আন প্ৰান্ততো চৰকাৰ গঠন কৰাৰ আৱশ্যকতাৰ বিষয়ে জগজীৱন ৰামেও দোহাৰে। কমিউনিষ্ট দলৰ এটি প্ৰস্তাৱেও কংগ্ৰেছৰ লগত হাত মিলাই আগবাঢ়ি যোৱাত গুৰুত্ব দিয়ে। এই দলৰ সমৰ্থন লাভ কৰিয়েই ইন্দিৰা চৰকাৰ সংসদত বাচি থাকিবলৈ সক্ষম হৈছিল। কংগ্ৰেছ আৰু কমিউনিষ্টৰ মিলনে নতুন নিৰ্ব্বাচনৰ পাছত, ৰাজনৈতিক পটৰ পৰিবৰ্ত্তন ঘটাব বুলি সেই সময়ত বহুতে বিশ্বাস কৰিছিল।

১৯৭০ চনৰ ২৭ ডিচেম্বৰত লোকসভা ভঙ্গ কৰি দি নতুনকৈ নিৰ্ব্বাচন পাতিবলৈ জাননী দিয়া হল। কংগ্ৰেছে কেন্দ্ৰীয় পৰ্য্যায়ত কাৰো লগত মিত্ৰতা নকৰাকৈয়ে নিৰ্ব্বাচনত চৰম সংখ্যা গৰিষ্ঠতা লাভ কৰিবলৈ সক্ষম হল। লোকসভাৰ ৫১৮ খন আসনৰ ভিতৰত এইদলে সৰ্ব্বাধিক ৩৫২খন আসন লাভ কৰে। দুই তৃতীয়াংশ লোকসভাৰ আসন লাভ কৰি কংগ্ৰেছ দলে জন-মানসত নিজৰ ভাবমূৰ্ত্তি উজ্জ্বল কৰি তুলিব পাৰিলে। ১৬ খন ৰাজ্যৰ নিৰ্ব্বাচনতো কংগ্ৰেছে ৮ খন ৰাজ্যত শতকৰা ৫০% ভাগতকৈ অধিক ভোট লাভ কৰে।

কেন্দ্ৰত, কংগ্ৰেছ দল শক্তিশালী হলেও ক্ষমতাৰ আকাঙ্খা অৰ্থলোলুপতা আৰু দুৰ্নীতিয়ে দলত এনেকৈ শিপালে যে, এইদলে পূৰ্ব্বতে গ্ৰহণ কৰা সমাজবাদী নীতিবোৰ বাস্তৱত পৰিণত কৰাৰ কোনো প্ৰচেষ্টা দেখুৱাব নোৱাৰিলে। 'সমাজবাদী ফৰাম' পাতি তৰুণ শক্তিয়ে দলৰ ভিতৰতে যুদ্ধত অৱতীৰ্ণ হব লগা হোৱা প্ৰগতিশীল চিন্তাবিদ সকলৰ কাৰণে ভাবুকি স্বৰূপ হৈ পৰিল। সমাজবাদী কাৰ্য্য-পন্থাৰ বাবে আৰ কে সিংহা, কৃষ্ণকান্ত মোহন ধাৰিয়া কে আৰ গণেশ চন্দ্ৰশেখৰ

এইচ ডি মালবীয় বশপাল কাপুৰ উনি কৃষ্ণন আদিৰ প্ৰচেষ্টা স্মৰণযোগ্য। এওঁলোকে, ১৯৭২ চনৰ কংগ্ৰেছ অধিৱেশনতে তোলা একচেতীয়া ব্যৱসায় বিলাক নিয়ন্ত্ৰণ, উত্তৰপ্ৰদেশৰ চেনী শিল্পৰ জাতীয়কৰণ, আদি পূৰণি প্ৰস্তাৱ বিলাকৰ ধ্বনি দিবলৈ আৰম্ভ কৰিলে। ১৯৭৩ চনৰ লগে লগে এই 'ফৰামে সমাজবাদী কাৰ্য্যপন্থাৰ বাবে চৰকাৰকো সমালোচনা কৰিবলৈ পাছ নোহোঁহকিলে। পুনৰ গণতান্ত্ৰিক সমাজবাদী আৰু ধৰ্মনিৰপেক্ষ শক্তিবিলাকৰ সমৰ্থনৰ কাৰণে আহ্বান আহিল। এই 'ফৰাম'ৰ কাৰণেই কংগ্ৰেছ দলৰ অন্তৰ্দ্বন্দ্ব ক্ৰমাগত বৃদ্ধি পাই যাবলৈ ধৰিলে। ঠায়ে ঠায়ে উপদলবো সৃষ্টি হবলৈ ধৰিলে। অৱশ্যে ইন্দিৰা গান্ধীৰ ব্যক্তিগত হস্তক্ষেপত কংগ্ৰেছদলৰ অন্তৰ্দ্বন্দ্ব সাময়িক ভাৱে কিছু অন্তৰ্হিত হল।

## কংগ্ৰেছৰ নতুন নীতি

কংগ্ৰেছ দলে অন্তৰ্দ্বন্দৰ পৰিপ্ৰেক্ষিতত আৰু আগন্তুক ভয়াবহ বিস্ফোৰণৰ পৰা পৰিত্ৰাণ পাবলৈকে নতুন অৰ্থনৈতিক নীতি গ্ৰহণ কৰিব লগা হয়। জনমানসত আৰু দলৰ কৰ্মীৰ মাজত আস্থা আৰু বিশ্বাস ৰক্ষা কৰিবলৈ ১৯৭২ চনৰ ডিচেম্বৰ মাহত, কংগ্ৰেছ কমিটিয়ে (AICC) আগন্তুক পোন্ধৰ মাহৰ কাৰণে নতুন কাৰ্য্যপন্থা উদ্বোধন কৰে। এই কাৰ্য্যপন্থা ঘাইকৈ দেশৰ অস্থিৰ অৰ্থনীতি আৰু জনসাধাৰণৰ দাৰিদ্ৰ বিমোচনৰ কাৰণে অত্যন্ত প্ৰয়োজন বুলি ভবা হৈছিল। '১৯৬৭ চনত গ্ৰহণ কৰা কংগ্ৰেছৰ ১০ দফীয়া আচনি পুনৰ কাৰ্য্যকৰী কৰাত গুৰুত্ব দিয়া হল। উন্নতিৰ লগে লগে সামাজিক ন্যায়'—এই নতুন ধ্বনিৰে কংগ্ৰেছ দলে কামত হাত দিয়ে আৰু বৃহৎ শিল্পপতি আৰু ব্যৱসায়ী গোষ্ঠীক পঙ্গু কৰি দিয়াৰ পৰিকল্পনা দাঙি ধৰে। এহাতে পুৰণা মিশ্ৰিত অৰ্থনীতি আৰু আনহাতে সমাজবাদৰ প্ৰগতিশীল কাৰ্য্যকলাপৰ বাস্তৱ ৰূপায়ণ দুয়োটাতে সমানে গুৰুত্ব দিয়া হল। অনুমতিৰ দ্বাৰা বৃহৎ ব্যক্তিগত শিল্পকো উৎসাহিত কৰাৰ চিন্তাই কংগ্ৰেছৰ কাৰ্য্যকলাপ দুৰ্নীতিৰ উৎকট গোন্ধে বিষাক্ত কৰি তুলিলে। যদিও বেঙ্ক বীমা খনিজাত দ্ৰব্য আদি জাতীয়কৰণ কৰা হল যেহু চাউল আদি ব্যৱসায় চৰকাৰীকৰণ হ'ল তথাপি সাধাৰণলোকৰ প্ৰয়োজনীয় দ্ৰব্য বা নিত্য ব্যৱহাৰ্য্য সামগ্ৰীৰ উৎপাদন আৰু মূল্যৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰৰ আওকণীয়া মনোভাৱ থাকি গল। খাদ্য দ্ৰব্য কাপোৰ-কানি আৰু জীয়াই থকাৰ সমলবিলাক ইমান মহঙা হল যে সাধাৰণ লোকৰ ক্ৰয় ক্ষমতা সম্পূৰ্ণ হ্ৰাস পালে বুলি কব পাৰি। মাটিৰাৰীৰ

কোনো সংস্কাৰ নহ'ল। প্ৰশাসনীয় যন্ত্ৰৰ উন্নতিসাধন পণ্যবস্তুৰ বিতৰণৰ দুৰ্নীতি স্বজনপ্ৰিয়তা অসাধুতা আৰু কৃষ্ণ বজাৰৰ লেনদেনৰ কাৰণে ভাৰতীয় জনমানসত কংগ্ৰেছ দলৰ ভাবমূৰ্ত্তি নিম্নগামী হ'বলৈ ধৰিলে। যিবিলাক শিল্প ইতিমধ্যে জাতীয়কৰণ কৰা হ'ল, দুৰ্নীতি, কেৰোণ আৰু বঙা ফিটাৰ মেৰপাকৰ কাৰণে সিবিলাকৰ সুফলো ৰাইজে উপলব্ধি কৰিব নোৱাৰিলে। ফলস্বৰূপে ভাৰতত চুকে কোনে ধৰ্মঘট বন্ধ হিংসাত্মক কাৰ্য্যকলাপ আদিয়ে মূৰ দাঙি উঠিল। কংগ্ৰেছ দলৰ ভিতৰতো পুনৰ অন্তৰ্দ্বন্দৰ দাবানল জ্বলিব ধৰিলে।

মোহন ধাৰিয়া চন্দ্ৰশেখৰ আদিয়ে মন্ত্ৰীসভাকো সমালোচনা কৰিবলৈ বাদ নিদিলে। কৃষ্ণকান্তই ১৯৭৫ চনত স্পষ্টকৈ ঘোষণা কৰিলে — তৰ্ঁলোকক সংবিধানৰ পৰিবৰ্ত্তন নালাগে—লাগে সাধু প্ৰকৃতিৰ সেৱক।

বিহাৰত জয়প্ৰকাশ নাৰায়ণৰ সৰ্বাত্মক বিপ্লৱৰ ঢৌৱে এই সময়তে দেশ চাটি পেলালে। ইন্দিৰা গান্ধী দৰিদ্ৰতা দূৰীকৰণ মূল্যনিয়ন্ত্ৰণ আদিত সম্পূৰ্ণ বিফল বুলি প্ৰমাণিত হ'ল। জয়প্ৰকাশৰ জয়যাত্ৰা লোক সংঘৰ্ষ সমিতিৰ ৰূপত প্ৰকাশ পালে। ১৯৭৫ চনৰ ২৬ জুন তাৰিখে এনে এটা বিপদজনক পৰিস্থিতিত প্ৰধান মন্ত্ৰীয়ে আত্মৰক্ষাৰ উপায় বিচাৰি আভ্যন্তৰীণ জৰুৰীকালিন অৱস্থাৰ ঘোষনা দিবলৈ ৰাষ্ট্ৰপতিক উপদেশ দিয়ে। এই কামত মন্ত্ৰীসভাৰ পৰামৰ্শ বিচৰা হোৱা নাছিল।

জৰুৰীকালিন অৱস্থাত কংগ্ৰেছ দল আৰু চৰকাৰৰ মাজতে ব্যৱধান হেৰায় গ'ল। ইন্দিৰা গান্ধীয়ে নিজৰবৰীয়াকৈ এখন কুৰি দফীয়া আচনি দাঙি ধৰে। পাছলৈ এই আঁচনিখনেই কংগ্ৰেছ দলৰো আচনি বুলি স্বীকৃত হ'ল।

ইন্দিৰাৰ ভুৰা কুৰিদফীয়া আচনিখন আছিল এনেধৰণৰ

১ প্ৰয়োজনীয় সামগ্ৰীৰ মূল্য কমোৱা উৎপাদন সংগ্ৰহ আৰু বিতৰণ থৰতকীয়া কৰি তোলা।

২ কৃষিমাটিৰ সীমা বান্ধি দিয়া আৰু বাহি মাটিৰ থৰতকীয়া বিতৰণ। মাটিৰ নথি-পত্ৰ সম্পাদন।

৩ দুৰ্বল শ্ৰেণী আৰু মাটিহীন লোকৰ বাবণে গৃহ নিৰ্ম্মান আচনি ৰূপায়ণ কৰা।

৪ বন্ধুৱা শ্ৰমিক বে-আইনী ঘোষণা।

৫ গাওঁ অঞ্চলৰ ঋণগ্ৰস্তক ঋণমুক্ত বুলি ঘোষণা কৰা। সৰু সৰু কৃষকৰ বা শ্ৰমিকৰ বন্ধক সম্বন্ধীয় আইন প্ৰণয়ন।

৬ নূন্যতম খেতিৰ হাজিৰা আইনৰ পৰ্য্যবেক্ষণ।

৭ পাচ্ কোটিৰ অধিক হেক্টৰ মাটিত জলসিঞ্চন ব্যৱস্থা আৰু ভূগৰ্ভস্থ পানীৰ ব্যৱহাৰৰ কাৰণে জাতীয় কাৰ্য্যপন্থা গ্ৰহণ।

৮ শক্তি উৎপাদনৰ ধৰতকীয়া আচনি। কেন্দ্ৰীয় নিয়ন্ত্ৰণত অতি ক্ষমতাসম্পন্ন তাপ কেন্দ্ৰ আৰম্ভ।

৯ হস্তচালিত তাঁত শালৰ উন্নয়ন ব্যৱস্থা হাতত লোৱা।

১০ জনতা কাপোৰৰ মানদণ্ড উন্নয়ন আৰু সৰবৰাহ।

১১ চহৰ অঞ্চলৰ মাটিৰ সামাজিকৰণ আৰু সীমানিৰ্ণয়। পতিত মাটিৰ অধিকাৰ গ্ৰহণ।

১২ চকুত লগা ঘৰবাৰীৰ মূল্যায়ণৰ বাবে বিশেষ পৰীক্ষকৰ দল গঠন, কৰ ফাকি দিয়া বন্ধ কৰা, আৰু মোটামুটি বিচাৰৰ দ্বাৰা শাস্তি দিয়া।

১৩ চোৰাং সম্পত্তি বাজেয়াপ্তৰ বাবে বিশেষ আইন গ্ৰহণ।

১৪ অৰ্থ বিনিয়োগ কৰাৰ ব্যৱস্থা সহজ কৰি তোলা আৰু আৱশ্যকীয় অনুজ্ঞাৰ অসৎ ব্যৱহাৰ বন্ধ কৰা।

১৫ শিক্ষাবিলাকত কৰ্মীৰ সহযোগ বৃদ্ধিৰ নতুন আঁচনি।

১৬ পথ পৰিবহনত জাতীয় অনুজ্ঞা পত্ৰৰ প্ৰচলন।

১৭ ৮ ০০০ টকালৈকে মধ্যবিত্ত সকলৰ আয়কৰ মাফৰ ব্যৱস্থা।

১৮ হোষ্টেলত বাস কৰা ছাত্ৰৰ বাবে নিয়ন্ত্ৰিত দৰৰ প্ৰয়োজনীয় সামগ্ৰী যোগান।

১৯ নিয়ন্ত্ৰিত দৰত কিতাপ চিয়াহী আদি যোগান।

২০ সমাজৰ দুৰ্ব্বল শ্ৰেণীৰ কৰ্ম্ম সংস্থানৰ কাৰণে নতুন প্ৰশিক্ষণ ব্যৱস্থাদি গ্ৰহণ।

বাহ্যদৃষ্টিত ওপৰৰ আচনিখন দেশৰ কাৰণে অত্যন্ত প্ৰয়োজনীয় যেন লাগিলেও ইয়াৰ অপপ্ৰয়োগে গোটেই দেশতে অশান্তি আৰু বিভিষিকা সৃষ্টি কৰিলে। বিনা বিচাৰে দোষী নিৰ্দ্দোষীক আটক কৰা আৰু অত্যাচাৰ কৰা কাৰ্য্যই কংগ্ৰেছৰ নীতিৰ অন্তঃসাৰ শূণ্যতাহে প্ৰমাণ কৰিলে। ক্ষমতাৰ অপপ্ৰয়োগ আৰু একনায়কত্ববাদী কাৰ্য্যকলাপৰ কাৰণে ১৯৭৭ চনৰ মাৰ্চ মাহত হোৱা নিৰ্ব্বাচনত কংগ্ৰেছ দল তথা ইন্দিৰা চৰকাৰৰ পতন হ'ল।

১৯৮৪ চনত ৰাজিৱ গান্ধী প্ৰধান মন্ত্ৰী হৈ নতুন কৃষি দফীয়া এখন আঁচনি গ্ৰহণ কৰে।

## কংগ্ৰেছ দলৰ সাংগঠনিক দিশ

১৮৮৫ চনৰ পৰা কংগ্ৰেছদলে যাইকৈ পৰিপুষ্টি লাভ কৰিছিল, প্ৰবৃত্তি পশ্চিমীয়া উচ্চ শিক্ষিত ভাৰতীয়ৰ দ্বাৰা। এওঁলোকৰ সৰহ সংখ্যক চাকৰি, ব্যৱসায় আদিত জড়িত ব্যক্তি আছিল। ১৯১৫ চনত দক্ষিণ আফ্ৰিকাৰ পৰা আহি গান্ধীজীয়ে কংগ্ৰেছ দলৰ চৰিত্ৰৰ পৰিবৰ্ত্তন ঘটায়। গান্ধীজীৰ বহুপৰিমানে এইদলক জনমুখী কৰি গঢ়ি তোলাত অৰিহণা যোগায়। অৱশ্যে সমাজৰ নিম্নস্তৰৰ লোকসকল বহুদিন ধৰি কংগ্ৰেছ দলৰ আভ্যন্তৰীণ কাৰ্য্যকলাপত সক্ৰিয় সহযোগৰ পৰা বঞ্চিত আছিল। প্ৰশাসনীয় কাৰ্য্যকলাপত অংশ গ্ৰহণ কৰাৰ লগে লগে নিম্নস্তৰৰ লোকসকলকো কংগ্ৰেছ দলত জড়িত কৰা হল। ১৯৩৫ চনৰ পৰা প্ৰাদেশিক চৰকাৰ গঠনৰ যি প্ৰচেষ্টা চলিল, সেই প্ৰচেষ্টায়ো সাধাৰণ মানুহক কংগ্ৰেছ দলৰ প্ৰতি বেছি আকৰ্ষণ কৰি তুলিলে। ১৯৪৭ চনৰ পাছত, স্বাধীনোত্তৰ কালত গ্ৰাম্য স্বায়ত্ব শাসনৰ সুযোগ সৃষ্টি হোৱাত বহুতো সৰু সৰু গোষ্ঠী আৰু ব্যক্তিৰো ৰাজনৈতিক আশা আকাংখ্যা পৰিপূৰ্ণ হোৱাত সহায় কৰিলে। গান্ধীজীৰ ইচ্ছানুযায়ী পঞ্চায়তীৰাজ ব্যৱস্থা প্ৰবৰ্ত্তন হোৱাত গাওঁ অঞ্চলৰ দৰিদ্ৰলোক সকলেও কংগ্ৰেছ দলৰ আলমত স্থানীয় অভাৱ অভিযোগ পৰিপূৰণাৰ্থে সুবিধা পালে। দলৰ মাজত প্ৰতিযোগীতা বাঢ়ি অহাৰ লগে লগে নিজ নিজ উদ্দেশ্য সিদ্ধিৰ হকে, উপদলবিলাকে সকলো পৰ্য্যায়ৰ লোককে কংগ্ৰেছ দলৰ মাজত স্থান দিবলৈ আগবাঢ়ি আহিল। ভাৰতৰ কোনো অঞ্চলত জমিদাৰ, ৰাজকোঁৱৰ আদিকো কংগ্ৰেছত স্থান দিয়া হল। এইদৰে সকলো পৰ্য্যায়ৰ লোক এইদলৰ প্ৰতি আকৰ্ষিত হলেও দলৰ শক্তি প্ৰাধ্যান্যতা মূলতঃ বহুতো কমি আহিল যেন লাগে।

কংগ্ৰেছদলৰ সম্পূৰ্ণ সামাজিককৰণ কাৰ্য্যত গুজৰাট আৰু পশ্চিমবঙ্গই বিশিষ্ট স্থান লাভ কৰিছে। এই দুয়োঠাইতে, কৃষকসকল এইদলৰ সভ্য হোৱা দেখা যায়। অৱশ্যে ঠায়ে ঠায়ে ব্যৱসায়ীলোক আৰু মধ্যবিত্ত শ্ৰেণীয়েও কংগ্ৰেছৰ সভ্য হৈ কাম কৰা চকুত পৰে। এইদৰে ভিন্ ভিন্ সময়ত বেলেগ বেলেগ থাপৰ লোক কংগ্ৰেছত প্ৰৱেশ কৰা কাৰ্য্যই এই দলত উপদলীয় চিন্তাৰ ( Factionalism ) সৃষ্টি কৰে। উপদলবিলাকে দলৰ ভিতৰতে থাকি কাম কৰিলেও দলৰ কাৰণে ক্ষতিকাৰক। প্ৰকৃতাৰ্থত কবলৈ গলে বৰ্ত্তমান কংগ্ৰেছদলটোৱেই এনে কিছুমান উপদলৰ সমষ্টি, যি একেধাৰে প্ৰাদেশিক আৰু কেন্দ্ৰীয় পৰ্য্যায়তো ক্ষমতা যুদ্ধত অৱতীৰ্ণ হৈছে। উত্তৰ প্ৰদেশ এনে উপদলৰ কাৰণে সাকৰা ঠাই বুলি ভাবিব পাৰি। কোনো

কোনোৱে বিশ্বাস কৰে যে উপদলবিলাকে কংগ্ৰেছদলৰ শক্তি বঢ়োৱাত গাওঁ আৰু নগৰ অঞ্চলত একো একোটা ক্ৰিয়াশীল গোট হিচাবে কাম কৰি আহিছে। এই উপদলবিলাকেই দলৰ সভ্য ভৰ্ত্তি অভিযানত প্ৰকৃততে আগ ভাগ লয়। এই উপদলবিলাক প্ৰায়ে জাত পাতৰ ওপৰত নিৰ্ভৰ কৰি সৃষ্টি হয়। জাত পাতৰ ভিত্তিত গঠিত হোৱা উপদল বিলাকে অনেক সময়ত অন্তৰ্দলীয় বিবাদবিলাক নিজদলৰ ভিতৰতে ঘটাই অন্যান্য দল বিলাকতকৈ কংগ্ৰেছক ক্ষমতা লোৱাত সহায় কৰিছে বুলি কব পাৰি। অৱশ্যে এই উপদল বৃদ্ধিৰ কাৰণে কংগ্ৰেছৰ নেতৃত্বত স্থবিৰতাও আহি পৰিছে, আৰু সিদ্ধান্ত গ্ৰহণত অহৈতুকভাবে বিলম্ব হোৱাতোও পৰিলক্ষিত হৈছে।

স্বাধীনতাৰ পাছৰ পৰা কংগ্ৰেছদলত কৰ্ম্মীসকলৰ সক্ৰিয় আৰু নিষ্ক্ৰিয় ভূমিকা অনুভব হয়। প্ৰাথমিক আৰু সক্ৰিয় সভ্যৰ ধাৰণাটো আতঁৰ কৰিবলৈকে কংগ্ৰেছত 'মণ্ডল সমিতি'বোৰ গঠন কৰা হল। ২০০০ জনসমষ্টিৰ এলেকাত ২৫ জন প্ৰাথমিক সদস্যৰে একোটা মণ্ডল সমিতি গঠনৰ ব্যৱস্থা কৰা হল। এই মণ্ডল সমিতিবিলাকেই উচ্চ সমিতিবোৰ নিৰ্ব্বাচন কৰিব লাগে। আনহাতে কৰ্ম্মীসকলৰ ৰাজনৈতিক প্ৰশিক্ষণ কেন্দ্ৰ হিচাবে এই মণ্ডল সমিতিবোৰৰ মূল্য আওকাণ কৰিব লগা বিধৰ নহয়। এই মণ্ডল সমিতিবিলাকে আপেক্ষিকভাৱে এক বৃহৎ এলেকাত কাম কৰিব লগা হোৱা কাৰণে, প্ৰকৃত উদ্দেশ্য সাধন কৰাত ব্যথ হয়। ১৯৬৪ চনত মণ্ডল সমিতিৰ ঠাইত ব্লক কংগ্ৰেছ কমিতি গঠন কৰা হ'ল। এই 'ব্লক (খণ্ড) কংগ্ৰেছ কমিতিবোৰৰ সুবিধা হ'ল, একোখন গাওঁ পঞ্চায়তৰ এলেকাৰ লগত খাপ খুৱাই ইয়াৰ কাৰ্য্যক্ষেত্ৰ নিৰ্ণয় কৰা। ৰাজনৈতিক কাৰ্য্যকলাপ আৰু ক্ষমতা হস্তগত কৰাত খণ্ড কমিটিৰ বৰঙণি আছে। প্ৰাথমিক সদস্যসকলক ব্লক কমিটিবোৰলৈ নিৰ্ব্বাচন কৰাৰ অধিকাৰ দিয়া হয়। আনহাতে সক্ৰিয় সভ্যসকলে কেবল ওখ থাপৰ সমিতিলৈ সদস্য নিৰ্ব্বাচন কৰিব পাৰে।

জিলা আৰু প্ৰাদেশিক পৰ্য্যায়ৰ সমিতিবিলাক মধ্যবৰ্ত্তী সমিতি বুলি কব পাৰি। তিনিশৰো অধিক জিলা সমিতি খণ্ড সমিতিবোৰে নিৰ্ব্বাচন কৰিব লাগে। এই সমিতিবোৰেই ৰাজ্য বিধান সভা আৰু লোকসভালৈ প্ৰাৰ্থী বাচঁনি কৰিব লাগে, নিৰ্ব্বাচনৰ প্ৰৱাহ সক্ৰিয় কৰি তোলাত আগ ভাগ লব লাগে আৰু প্ৰদেশ কংগ্ৰেছ গঠনত প্ৰধান ভূমিকা গ্ৰহণ কৰিব লাগে। একোখন প্ৰদেশত প্ৰদেশ কংগ্ৰেছ সমিতিটোৱেই শীৰ্ষস্থানীয় অনুষ্ঠান। সমগ্ৰ দেশৰ ভিতৰত ঘুটা

অনুষ্ঠান কংগ্ৰেছ দলৰ শীৰ্ষস্থানত অৱস্থান কৰিছে। এই দুটা হ'ল 'সৰ্ব্ব'ভাৰতীয় কংগ্ৰেছ সমিতি আৰু কংগ্ৰেছ মহাসভা। বছেৰেকীয়া মহাসভাত প্ৰায় ৫০০০ প্ৰতিনিধিয়ে অংশ গ্ৰহণ কৰে। এই প্ৰতিনিধিসকলক সকলো সভ্যৰ দ্বাৰা নিৰ্ব্বাচন কৰিব লাগে। সৰ্ব্বভাৰতীয় কংগ্ৰেছত কংগ্ৰেছ সভাপতি আৰু কিছু সংযোজিত (Co opted) সভ্য থাকে। এই সদস্যসকলৰ এক অষ্টমাংশ প্ৰদেশ কংগ্ৰেছবোৰে নিৰ্ব্বাচন কৰি দিব লাগে। কংগ্ৰেছ ৱৰ্কিং কমিটি নামৰ আন এটা শক্তিশালী অনুষ্ঠানে কাৰ্য্যপালিকামূলক কামবোৰ কৰিব লাগে। এই 'ৱৰ্কিং কমিটি'ৰ দুই তৃতীয়াংশ সদস্য সভাপতিয়ে মনোনীত কৰে। বাকী বিলাকক সৰ্ব্ব'ভাৰতীয় কংগ্ৰেছে মনোনীত কৰা নিয়ম। দলৰ মূল নীতিবোৰ কংগ্ৰেছ মহাসভাই ঠিক কৰে যদিও সৰ্ব্বভাৰতীয় কংগ্ৰেছে (AICC) ইয়াক ব্যাখ্যা আৰু প্ৰয়োগ কৰিব লাগে। বাস্তৱত অৱশ্যে এই নিয়মৰ বহুতো ব্যতিক্ৰম হোৱা দেখা যায়। বছেৰেকীয়া কংগ্ৰেছ মহাসভাৰ অধিবেশন হ'ল এটা বান্ধ নথকা অনুষ্ঠান। আলোচনাৰ বাহিৰে ইয়াৰ কোনো কাৰ্য্যক্ষমতা নাই। সৰ্ব্বভাৰতীয় কংগ্ৰেছ কমিটিয়েও ৱৰ্কিং কমিটিৰ নীতিবিলাকক মানি চলা দেখা যায়। সৰ্ব্বভাৰতীয় কংগ্ৰেছে সংসদী বৰ্ডবো নিৰ্ব্বাচন কৰিব পাৰে।

কংগ্ৰেছ দলৰ এই বিভিন্ন অনুষ্ঠানবোৰ অনেক সময়ত কাৰ্য্যক্ষম হোৱা দেখা নাযায়। প্ৰধান মন্ত্ৰী আৰু কংগ্ৰেছ সভাপতি জনৰ মাজত হোৱা ক্ষমতাৰ বাবে অন্তৰ্দ্বন্দ্ব স্বাধীনতাৰ পাছৰে পৰা ক্ৰমাগত বৃদ্ধি পাই আহিছে। আচাৰ্য্য কৃপালিনিয়ে কংগ্ৰেছ সভাপতি হৈ দলৰ ইচ্ছাৰ বিৰুদ্ধে প্ৰধান মন্ত্ৰীয়ে কাম কৰাতো নিবিচাৰিছিল। কিন্তু নেহৰুৰ কাৰণে কৃপালিনিয়ে কংগ্ৰেছ সভাপতিৰ পদ এৰিব লগা হয়। ইন্দিৰা গান্ধী প্ৰধান মন্ত্ৰী হৈ কংগ্ৰেছ সভাপতিক একেবাৰে নাকচ কৰিলে বুলিব পাৰি। কংগ্ৰেছ সভাপতি আৰু প্ৰধান মন্ত্ৰীৰ ক্ষমতালৈ চলা টনা আজোৰাই কংগ্ৰেছদলক অনেক সময়ত দুৰ্ব্বল কৰি তোলা দেখা যায়।

প্ৰাদেশিক পৰ্য্যায়ত মুখ্যমন্ত্ৰী আৰু কংগ্ৰেছ সভাপতিৰ সম্বন্ধ ঠায়ে ঠায়ে বেলেগ। মহাৰাষ্ট্ৰত বাই, বি চ্যবন এসময়ত দলৰ ক্ষমতাশালী নেতা আছিল আৰু অনুষ্ঠান তেওঁৰ নিৰ্দ্দেশতহে চলিব লগা হৈছিল। অৱশ্যে এটা সময়ত পশ্চিমবঙ্গত দলৰ নেতা অতুল্য ঘোষ মুখ্য মন্ত্ৰীতকৈয়ো ক্ষমতাশালী হৈ পৰিছিল। আন ঠাইতো এই ক্ষমতা যুদ্ধত কেতিয়াবা মুখ্যমন্ত্ৰী কেতিয়াবা কংগ্ৰেছ সভাপতিৰ জয় হোৱা দেখা যায়। ১৯৬৯ চনত কেন্দ্ৰীয় পৰ্য্যায়ত প্ৰধান মন্ত্ৰী শ্ৰীইন্দিৰা গান্ধী

আৰু কংগ্ৰেছ সভাপতি নিজলিজপ্পাৰ বিৰোধৰ কাৰণেই কংগ্ৰেছ দল বিখণ্ডিত হয়। এই বিৰোধ যাইকৈ সঞ্জীৱ ৰেড্ডিৰ ৰাষ্ট্ৰপতি পদৰ প্ৰাৰ্থীত্বৰ কাৰণেই হব লগা হৈছিল। শ্ৰীমতী ইন্দিৰা গান্ধীয়ে কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰুদ্ধে ভি ভি গিৰিক ভোট দিয়া কথাই কংগ্ৰেছ দলৰ অন্তৰ্দ্বন্দ তীব্ৰ কৰি তোলে আৰু পুৰণা আৰু নতুন দুটা কংগ্ৰেছ সৃষ্টি হয়।

## জনতা দল

জনতা দল ভাৰতৰ ৰাজনীতিত চালুকীয়া। প্ৰকৃতপক্ষে এইদল কেইবাটাও দলৰ সম্মিলিত সমষ্টি। ১৯৭৭ চনত বলবৎ থকা জৰুৰী অৱস্থাৰ মাজতেই ১৮ জানুৱাৰীত ইন্দিৰা গান্ধীয়ে লোকসভাৰ নিৰ্ব্বাচন ঘোষণা কৰে। বাতৰি কাগজৰ ওপৰত থকা নিষেধাজ্ঞা উঠাই লয় আৰু নিৰ্ব্বাচন প্ৰক্ৰিয়া পুনৰ সঞ্জীৱিত কৰি তোলা হয়। শ্ৰীমতী ইন্দিৰা গান্ধীয়ে ভাবিছিল যে বিৰোধী দলবিলাক প্ৰায় নিঃশেষ হৈছে আৰু ভোটদাতা ৰাইজ ওপৰত শঙ্কিত হৈ পৰিছে।

ইফালে ভাৰতত গণতন্ত্ৰ আৰু ব্যক্তি স্বাধীনতা ৰক্ষাৰ বাবে বিশ্বজুৰি, বিশেষকৈ লণ্ডন আৰু আমেৰিকাত বুদ্ধিজীৱিসকলে এক প্ৰকাৰ মানসিক আন্দোলন আৰম্ভ কৰিলে।

বিদেশৰ এই বৌধিক আন্দোলনে ভাৰতবাসীকো সচকিত কৰি তুলিলে। ইন্দিৰাৰ নিৰ্ব্বাচনৰ ঘোষনাৰ লগে লগে, ভাৰতত চাৰিটা প্ৰধান ৰাজনৈতিক দলে সম্মিলিত 'জনতা দল' নামৰ নতুন সৰ্ব্বভাৰতীয় ৰাজনৈতিক দল এটা গঠন কৰিলে। এই ৰাজনৈতিক দলকেইটা আছিল জনসংঘ, সাংগঠনিক কংগ্ৰেছ ভাৰতীয় লোকদল আৰু সমাজতন্ত্ৰবাদী দল। এইদলকেইটাই তৎকালিনভাৱে এটা প্ৰতীকৰ তলত নিৰ্ব্বাচনত অৱতীৰ্ণ হোৱাৰ সংকল্প ললে। ১৮ মাহ কাৰা-জীৱনৰ পাছত মুক্তি লাভ কৰা প্ৰবীণ নেতা মোৰাৰজী দেশায়ে প্ৰকাশ্যে ঘোষণা কৰিলে—'আগন্তুক নিৰ্ব্বাচনত আমি এটা সম্মিলিত দল হিচাবে থিয় দিম'। নিৰ্ব্বাচনৰ পাছত, সময়মতে দল গঠনৰ সকলো ব্যৱস্থা নিয়মানুসৰি থিক কৰি লোৱা হব। ২৭ জন সদস্যাৰে নিৰ্ব্বাচনৰ কৌশল নিৰ্ণয় কৰিবলৈ এটি সমিতি গঠন কৰা হল। মোৰাৰজী দেশাইক এই কমিটিৰ সভাপতি, চৰণ সিংক সহকাৰী সভাপতি আৰু এল, কে, আদৱানি আৰু সুৰেন্দ মোহনক চেক্ৰেটৰী নিয়োগ কৰা হল।

এই নব গঠিত জনতা দলে ভাৰতৰ সকলো সম্প্ৰদায় আৰু লোকৰ পৰাই সহানুভূতি লাভ কৰিব পাৰিছিল, বিশেষকৈ সমৰ্থন পাইছিল সৰ্ব্বোদয় নেতা

লোকনায়ক জয় প্ৰকাশ নাৰায়ণ, গান্ধীবাদী ৯০ বছৰীয়া নেতা আচাৰ্য্য কৃপালিনি আৰু প্ৰাক্তন কংগ্ৰেছ নেত্ৰী বিজয় লক্ষ্মী পণ্ডিতৰ পৰা ২৩ জানুৱাৰী তাৰিখে সৰ্ব্বোদয় নেতা গৰাকীয়ে, ভাৰতীয় প্ৰজাক একনায়কত্ববাদ আৰু গণতন্ত্ৰৰ ভিতৰত নিজৰ পচন্দ নিৰ্ণয় কৰিবলৈ উদাত্ত আহ্বান দিয়ে। ৬ ফেব্ৰুৱাৰী তাৰিখে সৰ্ব্বোদয় নেতা গৰাকীয়ে দিল্লীৰ ৰামলীলা পথাৰত জনতা দলৰ হৈ নিৰ্ব্বাচন অভিযান আৰম্ভ কৰে। জয়প্ৰকাশৰ আহ্বান আছিল— দাসত্বৰ পৰা মুক্তি লাভ কৰা, তেওঁ কৈছিল এজন মানুহে ভোটৰ ষ্টাম্প দিয়া মানেই জাতিৰ ভবিষ্যৎ নিৰ্ণয় কৰা।"

কংগ্ৰেছদলৰ পৰা নাম কাটি জগজীৱনৰামেও 'গণতন্ত্ৰৰ বাবে কংগ্ৰেছ' নাম দি নতুন দল গঠন কৰে। এই দলতো ভালেমান ইন্দিৰা বিৰোধী কংগ্ৰেছ নেতাই যোগ দিছিল। কেইদিন মানৰ পাছতে জগজীৱনৰামে দেশাইৰ লগত হাত মিলাই কৈছিল 'আমি এজন প্ৰাৰ্থী, এটা নিৰ্ব্বাচনী প্ৰতীক আৰু একে সভাতে নিৰ্ব্বাচনত যুদ্ধ দিম। জনতা দল আৰু গণতন্ত্ৰৰ বাবে কংগ্ৰেছ — এই দুয়োটা দলেই যুটীয়াভাৱে নিৰ্ব্বাচনৰ কাৰ্য্যপন্থা ঘোষণা কৰে। এই ঘোষণা আছিল — ব্যক্তি স্বতন্ত্ৰতা, মৌলিক অধিকাৰ আৰু গণতান্ত্ৰিক মূল্যবোধ ৰক্ষা কৰা। বাতৰি কাগজ, ন্যায় পালিকাৰ হেৰাই যোৱা স্বাধীনতাক পুনৰোদ্ধাৰ কৰাতোও আছিল জনতা দলৰ লক্ষ্য। দিল্লীৰ জুম্মা মছজিদৰ শ্বাহীইমাম, আবদুল্লা বোখাৰীয়ে জনতাদলৰ নেতা সকলৰ লগত হাত মিলাই কৈছিল 'আমাৰ লক্ষ্য স্বেচ্ছাচাৰিতাৰ অৱসান ঘটোৱা। ভাৰতৰ বাতৰি কাগজ বিলাকেও কংগ্ৰেছৰ কু-প্ৰশাসন তথা ইন্দিৰা আৰু সঞ্জয়ৰ একনায়কত্ববাদী কাৰ্য্যকলাপৰ বিৱৰণেৰে ভাৰতীয় ভোটদাতাক কংগ্ৰেছৰ বিৰুদ্ধে সচেতন কৰি তোলে।

১৯৭৭ চনৰ মাৰ্চ মাহত হোৱা নিৰ্ব্বাচনত কংগ্ৰেছ দল উৎখাত হল। এই দলে বিহাৰ, হাৰিয়ানা, হিমাচল প্ৰদেশ, নগালেণ্ড পাঞ্জাৱ, উত্তৰ প্ৰদেশ, দিল্লী আৰু মিজোৰামত কোনো আসন লাভ কৰিবই নোৱাৰিলে। ইন্দিৰা গান্ধী তেওঁৰ পুত্ৰ সঞ্জয়কে ধৰি কংগ্ৰেছৰ ভালেমান ৰথী মহাৰথী নিৰ্ব্বাচনত পৰাজয় হল। লোকসভাৰ ৫৪২ খন আসনৰ ভিতৰত জনতা আৰু মিত্ৰ দলে ২৯৯ খন আসন লাভ কৰি সংখ্যাগৰিষ্ঠতা প্ৰমাণিত কৰে। বিশ্বৰ প্ৰায়বিলাক নেতা আৰু বাতৰি কাগজে জনতাদলৰ জয়ক গণতান্ত্ৰিক ভাবধাৰাৰ জয় বুলিয়েই আখ্যা দিলে।

নিৰ্ব্বাচনৰ ঘোষণা প্ৰচাৰ হোৱাৰ পাছতেই ২৩ মাৰ্চত ষষ্ঠখন লোকসভা গঠনৰ কথা নিৰ্ব্বাচনী আয়োগে ঘোষণা কৰে। কেন্দ্ৰত প্ৰবীণ নেতা মোৰাৰজী দেশাইৰ

নেতৃত্বত জনতা দলে প্ৰথমবাৰৰ কাৰণে চৰকাৰ গঠন কৰিব পাৰিলে। নতুন চৰকাৰে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ, আনন্দমাৰ্গী নক্সালপন্থী জামাট্ ই ইছলামী প্ৰভৃতি অনুষ্ঠানৰ ওপৰত বাহাল থকা নিষেধাজ্ঞা উঠাই লয়। ভাৰতীয় সংবিধানৰ অধীনত প্ৰজাসকলে উপভোগ কৰিব লগা মৌলিক অধিকাৰ (অনুচ্ছেদ ১৪ ১৯ ২১ আৰু ২২) পুনৰ প্ৰৱৰ্ত্তন কৰে। জৰুৰীকালিন অৱস্থা সম্পূৰ্ণভাৱে উঠাই লোৱা হয়। জনতাদলে এইদৰে কেন্দ্ৰত ক্ষমতালৈ আহিব পাৰিলেও অতিসোনকালেই অন্তৰ্দ্বন্দত দুৰ্ব্বল হৈ পৰে। কৰ্ণাটক ৰাজ্যৰ বাহিৰে বৰ্ত্তমান এইদলৰ আন আন ৰাজ্যত প্ৰভাৱ হ্ৰাস পাই আহিছে। ব্যক্তিস্বাধীনতা গণতন্ত্ৰ জাতীয়তাবাদ আদিয়েই এইদলৰ ঘাই লক্ষ্য।

## ভাৰতৰ কমিউনিষ্ট দল

ভাৰতৰ কমিউনিষ্ট দল ১৯২৪ চনত প্ৰথম গঠন কৰা হয়। ইংৰাজ চৰকাৰে কমিউনিষ্ট দল বে আইনী ঘোষণা কৰা কাৰণে কিছুকাল এইদলে গোপনীয় ভাৱেহে কাম কৰিব লগা হৈছিল। ট্ৰেড ইউনিয়ন ছাত্ৰ সংগঠন আদিৰ যোগেদি নানা বিপৰ্য্যয়ৰ মাজত কাম কৰিও কমিউনিষ্টদলে জনসাধাৰণৰ মনোযোগ আকৰ্ষণ কৰিবলৈ সক্ষম হয়। ১৯৪২ চনত ভাৰতজুৰি স্বাধীনতা আন্দোলনত কমিউনিষ্ট দলে ইংৰাজৰ লগত হাত মিলোৱা কাৰ্য্যই এইদলৰ জনপ্ৰিয়তা হ্ৰাস কৰে। ভাৰতীয় কমিউনিষ্ট দল সেইকালত ছোভিয়েট ৰুচিয়াৰ কমিউনিষ্ট দলৰ দ্বাৰা পোনপটীয়াকৈ প্ৰভাৱিত হোৱা কাৰণে দ্বিতীয় মহাযুদ্ধৰ কালছোৱাত ইংৰাজৰ বিৰুদ্ধে থিয় দিব নোৱাৰিলে। কিয়নো জাৰ্ম্মান যুদ্ধত ৰুচিয়া আৰু ইংৰাজ মিত্ৰশক্তিৰূপে কাম কৰিব লগা হৈছিল। ১৯৪৩ চনত কমিউনিষ্ট দলৰ ওপৰত থকা নিষেধাজ্ঞা উঠাই লোৱা হয়।

বিশ্বৰ প্ৰায়বিলাক কমিউনিষ্ট দলেই ছোভিয়েট দেশৰ নিৰ্দ্দেশত কাম কৰা দৰে ভাৰতীয় কমিউনিষ্ট দলবো ছোভিয়েট কমিউনিষ্ট দলৰ প্ৰতি আনুগত্য নুই কৰিব নোৱাৰি। এইদলৰ নীতি ছোভিয়েট কমিউনিষ্টদলৰ নীতিৰ লগত সামঞ্জস্য ৰক্ষা কৰি চলা হয়। ভাৰতত কমিউনিষ্টদলে ক্ষমতাৰ কাৰণে সংগ্ৰাম চলাই আহিছে। ১৯৫০ চনৰ ডিচেম্বৰ মাহত কমিউনিষ্ট দলৰ কেন্দ্ৰীয় কমিটিয়ে ভৱিষ্যত কাৰ্য্যপন্থা নিৰ্ণয় কৰে। এই সন্দৰ্ভত এছ এ ডাঙ্গে অজয় ঘোষ ৰাজেশ্বৰ ৰাও আৰু বাসভ পুনিয়াই ছোভিয়েট দেশত গৈ আলোচনা কৰি সাময়িকভাৱে ভাৰতত

কমিউনিষ্ট দলে শান্তিপূর্ণভাৱে আন্দোলন চলাই যোৱাটোকে থিক কৰে। অৱশ্যে ইয়াৰ দ্বাৰা তেওঁলোকে সশস্ত্র বিপ্লৱ একেবাৰে বৰ্জন কৰা বুলি কোৱা নাই। যেতিয়ালৈকে ভাৰতবাসীয়ে সাম্যবাদী চিন্তাধাৰাত বিশ্বাসী হৈ নুঠে তেতিয়ালৈকে গণতান্ত্রিক আৰু শান্তিপূৰ্ণ নীতিৰে কাম কৰি যাবলৈ সিদ্ধান্ত লোৱা হয়। ১৯৫১ চনৰ ১৯ৰ পৰা ১৬ অক্টোবৰত বহা কলিকতাৰ সৰ্ব্বভাৰতীয় সভাই শান্তিপূৰ্ণ নীতি বিতংভাবে ঘোষণা কৰে।

প্ৰথমতে কমিউনিষ্টদলে পুঁজিবাদী নীতিৰে দেশৰ অৰ্থনীতি গঢ়ি তোলাৰ সম্পূৰ্ণ বিৰোধীতা কৰে। সৰ্ব্বসাধাৰণ লোকৰ শ্ৰমৰ ফলবিলাক ৰাষ্ট্ৰীয় উন্নয়নত ব্যৱহাৰ কৰিব পৰাকৈ নীতি গ্ৰহণ কৰা উচিত।

দ্বিতীয়তে আমেৰিকা আৰু ইংৰাজৰ শোষণ নীতি হাতত লৈ গধুৰ শিল্প প্ৰতিষ্ঠাত বাধা দি অহা নীতিৰ কমিউনিষ্টদল বিৰোধী।

তৃতীয়তে কমিউনিষ্টদলে পঞ্চায়ত ব্যবস্থা সমূহীয়া উন্নয়ন আদি অৰ্থহীন বুলি বিশ্বাস কৰে আৰু ভূমি সংস্কাৰৰ এনে নীতি পোষণ কৰে যি যুগ যুগ ধৰি দাসত্ব আৰু পদদলিত হৈ থকা কৃষক সকলক মুক্তি দিব পাৰে।

চতুৰ্থতে দেশৰ উৎপাদন ব্যবস্থা মুষ্টিমেয় ব্যৱসায়ী আৰু শিল্পপতিসকলৰ হাতত একচেটীয়াকৈ এৰি নিদি ৰাজহুৱা খণ্ডত হাতত হোৱা নীতি পোষকতা কৰে। অবশ্যে এনে কামত সাম্ৰাজ্যবাদী বা অগণতান্ত্ৰিক নীতি সম্পূৰ্ণ পৰিহাৰ কৰিব লাগিব।

পঞ্চমতে, বৈদেশিক নীতিৰ ক্ষেত্ৰত, এইদলে ভাৰতৰ গোষ্ঠীনিৰপেক্ষভাৰ বিৰুদ্ধাচৰণ কৰা নাই যদিও বিদেশী পুঁজিপতিৰ মূলধনেৰে ভাৰতত পাঁচবছৰীয়া পৰিকল্পনা বাস্তৱত ৰূপায়ণ কৰাতো নিবিচাৰে। আনহাতে ভাৰত বৃটিছ কমন-ওৱেলথৰ সদস্য হৈ থকা মানেই হ'ল পুঁজিবাদ আৰু সাম্ৰাজ্যবাদক উৎসাহিত কৰা। এনে কাৰণতে ভাৰত, বৃটিছ কমনওৱেলথৰ পৰা ওলাই অহাতো কমিউনিষ্ট দলে বিচাৰে।

ষষ্ঠতে, ইংৰাজ আৰু আমেৰিকাৰ লগত পূৰ্ব্বৰ সকলো চুক্তি আদি নাকচ কৰা আৰু ভাৰতৰ ওচৰচুবুৰীয়া দেশৰ লগত থকা সমস্যাবোৰ শান্তিপূৰ্ণ-ভাৱে মীমাংসা কৰা।

সপ্তমতে, ক্ষতিপূৰণ নিদিয়াকৈ মাটিগিৰি আৰু জমিদাৰী উচ্ছেদ কৰা।

অষ্টমতে, বেঙ্ক, বিদেশীমূলধন, খনি, তেলশোধনাগাৰ, শিল্পকাৰখানা আদি জাতীয়কৰণ কৰা।

নৱমতে, লোকায়ত বা ধৰ্মনিৰপেক্ষতা প্ৰতিষ্ঠাৰ ক্ষেত্ৰত কমিউনিষ্টদলে কোনো আপোচ নকৰি বিপ্লৱ চলাই যাব।

দশমত, কমিউনিষ্টদলে দেশৰ আইন দেখাত সাম্যবাদী যেন হলেও প্ৰকৃততে শোষণকাৰীৰ স্বাৰ্থ ৰক্ষাতহে সহায় কৰিছে বুলি ভাবে। দুৰ্ব্বল শ্ৰেণীৰ বাবে ভাৰতৰ ন্যায়পালিকাই কাম কৰিব পৰা নাই, বৰং শোষক শ্ৰেণীৰ ৰাজত্বতহে অৰিহণা যোগাই আহিছে।

একাদশ, সংবিধান প্ৰদত্ত মৌলিক অধিকাৰসমূহে কৃষক আৰু বনুৱাসকলক তেওঁলোকৰ শোষণৰ বিৰুদ্ধে যুদ্ধত যুঁঠেই সহায় কৰিব পৰা নাই। সংসদী আৰু গণতান্ত্ৰিক ব্যৱস্থাসমূহে ভাৰতৰ ৰাজনীতি দৰিদ্ৰ কৃষক বনুৱাৰ স্বাৰ্থৰ বিৰুদ্ধেহে কাম কৰি আহিছে। চৰকাৰৰ নীতি মধ্যবিত্ত কৃষক আৰু সামান্য ব্যৱসায়ী সকলৰ অনুকূলে কাম কৰা দেখা নাযায়। এনে অৱস্থাত মূল্যবৃদ্ধি, শোষণ আদিৰ প্ৰতি কমিউনিষ্টদল নীৰৱ হৈ থকাৰ প্ৰশ্ন নুঠে।

দ্বাদশত, কমিউনিষ্ট দলে সকলো সময়তে সমাজবাদ আৰু সাম্যবাদ প্ৰতিষ্ঠাত অৰিহণা যোগাই যাব। অৱশ্যে এই ক্ষেত্ৰত সাম্যবাদী ভাবাদৰ্শ আৰু দেশৰ আৰ্থিক উন্নয়ন চকুৰ আগত ৰাখিহে কাম কৰি যাব লাগিব। প্ৰয়োজন বোধে, দেশৰ অন্যান্য প্ৰগতিবাদী আৰু সমাজবাদী শক্তি সমূহৰ লগত যৌথভাৱে কাম কৰাতো এইদলে পোষকতা কৰে।

ত্ৰয়োদশত, কমিউনিষ্টদলে ভাৰতৰ ঐক্য আৰু অখণ্ডতাত বিশ্বাস কৰে আৰু তাৰ কাৰণে কাম কৰি যাবলৈ থিক কৰে। সকলো ভাৰতীয় প্ৰজাই ১৮ বছৰ বয়সত ভোটাধিকাৰ লাভ কৰা নীতি এইদলে পোষণ কৰে।

উচ্চ আৰু নিম্নসদনৰ কাৰণে সমান ক্ষমতা বিচাৰে। ৰাজ্যসমূহৰ কাৰণে সমান স্বতন্ত্ৰতা, সামাজিক, ৰাজনৈতিক আৰু বিচাৰ ক্ষেত্ৰত সম্পূৰ্ণ গণতান্ত্ৰিকতা এই দলৰ কাম্য। সকলো মানুহৰ ক্ষেত্ৰত যোগ্যতাৰ ভিত্তিত সমান বেতন, সামাজিক আৰু অৰ্থনৈতিক বৈষম্য, অসমৰ্থতা দূৰ কৰা। প্ৰাথমিক শিক্ষা বাধ্যতা-মূলক কৰি তোলা, ব্যক্তিগত স্বতন্ত্ৰতা, বাক্‌স্বাধীনতা আৰু বাতৰি কাগজৰ স্বাধীনতা ৰক্ষা কৰা, পুলিচ বা আৰক্ষীৰ ঠাইত জাতীয় বাহিনী নিয়োগ কৰা ইত্যাদি।

১৯৫২ চনৰ ৪ ফেব্ৰুৱাৰীত কমিউনিষ্ট দলৰ সাধাৰণ সম্পাদক এ কে ঘোষে এই নীতিৰ সপক্ষে যুক্তি দি কৈছিল যে এইদলে ভাৰতীয় সংবিধানখন অগণতান্ত্ৰিক বুলি ভাবিলেও সংবিধানিক বিৰোধী দল হিচাবে কাম কৰি যাব।

ভাৰতীয় কম্যিউনিষ্ট দলৰ উপৰোক্ত ঘোষণাৰ পৰিপ্ৰেক্ষিতত এই দলৰ পশ্চাৎঘাতি কাৰ্য্যকলাপ নিৰোধৰ কাৰণে জাৰি কৰা নিষেধাজ্ঞা উঠাই লোৱা হয়। কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰবিলাকে সকলোবোৰ কৰ্মীক অলপ অলপকৈ মুকলি কৰি দিয়ে, লগে লগে এই দলৰ ওপৰত থকা নিষেধাজ্ঞা তুলি দিয়া হল। ১৯৫৩ চনৰ ৬ ফেব্ৰুৱাৰীত নিৰ্ব্বাচনী আয়োগে, ভাৰতৰ চাৰিটা প্ৰধান দলৰ ভিতৰত কম্যিউনিষ্ট দলকো স্বীকৃতি প্ৰদান কৰে।

কম্যিউনিষ্ট দলে অতি কম সময়ৰ ভিতৰতে, লোক সভাত বৃহৎ বিৰোধী দল হিচাবে পৰিগণিত হয়। এই দলৰ নেতা এ কে গোপালনে সংসদত এটা 'মিলিত গণতান্ত্ৰিক বিৰোধী মৰ্চ্চা গঠনৰ কাৰণে চেষ্টা অব্যাহত ৰাখে। এই মৰ্চ্চাই থাইকৈ বাক্ স্বাধীনতা ভাব প্ৰকাশৰ স্বাধীনতা, ৰাজন্যবৰ্গৰ বিশেষ সুবিধা বিলোপ, আদিৰ কাৰণে চেষ্টা কৰি যায়। এই কাৰ্য্যত বিশেষ সফলতা লাভ কৰে। কম্যিউনিষ্ট দলে সংসদৰ অন্যান্য বামপন্থী দলেৰে মিলিত হৈ দ্বিতীয় সাধাৰণ নিৰ্ব্বাচনত যোগ দিয়ে। কম্যিউনিষ্ট দলে নিজৰ অৱস্থানৰ কিছু উন্নতি কৰিবলৈ এইবাৰ সক্ষম হল। লোক সভাত এইদলে এইবাৰ ২৯খন আসন লাভ কৰিব পাৰিলে। পূৰ্ব্বতে মাথোন ২৭খন আসনহে পাব পাৰিছিল। কেৰেলা, পশ্চিমবঙ্গ বোম্বাই আদি ঠাইত ক্ৰমে ৯খন, ৬খন আৰু ৪খন আসন লাভ কৰে। ১৯৫৭ চনত কেৰেলা বিধান সভাত সংখ্যা গৰিষ্ঠতা লাভ কৰি কম্যিউনিষ্ট দলে ভাৰতৰ ভিতৰতে এটা শক্তিশালী দল বুলি গণ্য হয়। এই চনৰ ৫ এপ্ৰিলত কেৰেলাত কম্যিউনিষ্ট মন্ত্ৰীসভা গঠন কৰা হল। কম্যিউনিস্ট নেতাসকলৰ মতে, ভাৰতীয় সংবিধানৰ ভিতৰত থাকি কাম কৰিলেও, কম্যিউনিষ্ট দলে মাৰ্ক্স, লেনিন আৰু ষ্টেলিনৰ দৰ্শন মানি চলিব।

## কম্যিউনিষ্ট দলৰ অন্তৰ্দ্বন্দ

১৯৫৩ চনৰ ডিচেম্বৰ মাহত ভাৰতীয় কম্যিউনিষ্ট দলৰ মাজত অন্তৰ্দ্বন্দৰ বহ্নি জ্বলি উঠে। মাদ্ৰাজত বহা তৃতীয়খন সৰ্ব্বভাৰতীয় সভাত 'জাতীয় গণতান্ত্ৰিক মৰ্চ্চা' লৈ মতানৈক্য হয়। লাহে লাহে নেহৰুৰ চৰকাৰ সম্বন্ধে এই দলৰ মতবিৰোধ তীব্ৰ হৈ উঠে। এদলে নেহৰুৰ চৰকাৰৰ প্ৰতি সমৰ্থন আগবঢ়াই আৰু সৰ্ব্বভাৰতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছক ধৰ্ম্মঘট আদিৰ পৰা বিৰত থকাৰ পৰামৰ্শ দিয়ে আনদলে নেহৰুৰ চৰকাৰক পাশ্চাত্য পুঁজিপতি চৰকাৰৰ লগত মিত্ৰতাসূত্ৰত আৱদ্ধ বুলি

ধৰি লয়। এওঁলোকৰ বিশ্বাস, ভাৰতত শ্ৰমিক দলৰ প্ৰত্যক্ষ বিপ্লৱৰ অবিহনে সাম্যবাদ সম্ভৱ হব নোৱাৰে। যোশী ঘোষ আদিয়ে কিন্তু ভাৰতীয় শ্ৰমিক সকলক বিপ্লৱৰ কাৰণে উপযুক্তভাবে শিক্ষিত নহয় বুলি ভাবে। সেয়েহে কমিউনিষ্ট দলৰ মাজত জনতাৰ গণতন্ত্ৰ অথাৎ শ্ৰমিক শাসন আৰু গণতান্ত্ৰিক মৰ্চ্চা লৈ ক্ৰমাগত মতবিৰোধ ঘনীভূত হৈ উঠে। ৰামমূৰ্ত্তিৰ দৰে সাম্যবাদী নেতাই ভাবে যে নেহৰুৰ চৰকাৰে সাম্ৰাজ্যবাদী আৰু পুঁজিবাদী শক্তিসমূহ একগোটত মিলিত হৈছে।

বিশ্বৰ কমিউনিষ্ট আন্দোলনত দেখা দিয়া সঙ্কট আৰু চীনা চৰকাৰৰ ভাৰত বিৰোধী নীতিৰ কাৰণে ১৯৫৮ চনৰ পৰা ভাৰতৰ কমিউনিষ্ট দলৰ চিন্তা ধাৰাৰ মাজতো পৰিবৰ্ত্তনৰ প্ৰবাহ আৰম্ভ হয়। সেই সময়তে চীন কৰ্তৃপক্ষৰ বিৰুদ্ধে তিৰ্ব্বতত বিপ্লৱ আৰম্ভ হয় আৰু তাৰ পৰিণাম স্বৰূপে দালাই লামাই ভাৰতত আশ্ৰয় লব লগা হয়। ভাৰত সীমান্তত ক্ৰমাগত বাঢ়ি অহা অস্থিৰতাই কমিউনিষ্ট দলৰ ভিতৰতো ভাঙোনমুখী শক্তিবিলাক সচকিত কৰি তোলে। কমিউনিষ্ট দলৰ সাধাৰণ সম্পাদক অজয় ঘোষে পঞ্চশীল নীতি মানি চলাত গুৰুত্ব দিয়া সত্ত্বেও, ১৯৬২ চনৰ অক্তোবৰত চীনা সৈন্য দেখা দেখিকৈ ভাৰত আক্ৰমণত লিপ্ত হয়। বাওঁপন্থী কমিউনিষ্ট নেতা ভূপেশ গুপ্ত জ্যোতি বসু সুন্দৰায়া প্ৰভৃতিয়ে চীনৰ ভাৰত আক্ৰমণ অসম্ভৱ বুলিয়েই ধৰি লৈছিল। আনহাতে ছোভিয়েট কমিউনিষ্টৰ নেতৃত্বৰ পৰিবৰ্ত্তনেও ভাৰতৰ কমিউনিষ্ট দলৰ মাজত নতুন চিন্তাৰ ঢৌ তোলে। দলৰ সোঁপন্থীসকলে ছোভিয়েত নেতৃত্বৰ প্ৰতি আদৰণি জনোৱাৰ লগে লগে বাওঁপন্থী নেতাসকলে ডাঙ্গেৰ ১৯২৪ চনত বৰলাটলৈ লিখা চিঠি কিছুমানৰ বাবে কৈফিয়ৎ তলব কৰি ডাঙ্গেৰ প্ৰতি প্ৰতিশোধৰ মনোভাব ব্যক্ত কৰে।

১৯৬৪ চনত কমিউনিষ্ট দল দেখা দেখিকৈ কলিকতাত দ্বিখণ্ডিত হয় আৰু দলত্যাগীসকল লগ লাগি কমিউনিষ্ট পাৰ্টি (মাৰ্ক্সবাদী) নাম দি নতুন দল গঠন কৰে। ৰাজ্য বিধান সভাৰ ১৭০ জন সদস্যৰ ৩৯ জনে এই নতুন দলত যোগ দিয়ে। এওঁলোকে এটা নিৰপেক্ষ দৃষ্টি ভঙ্গীৰে ৰাজনীতিত প্ৰৱেশ কৰে।

ভাৰতীয় কমিউনিষ্ট দল এইদৰে দ্বিখণ্ডিত হোৱাৰ পাছত এই দলে ছোভিয়েত নেতৃত্বক সমৰ্থন দি যাবলৈ আৰম্ভ কৰে। এওঁলোকে ছোভিয়েত বৈদেশিক নীতি আদৰণি জনোৱাৰ লগতে চীনৰ সাম্যবাদী নেতৃত্বৰ প্ৰতি আক্ৰোশ মনোভাব প্ৰকাশ কৰিবলৈ ধৰে। ১৯৭৪ চনত এই দলৰ নেতা ডাঙ্গেই ছোভিয়েট দেশৰ পৰা উচ্চ সন্মান লাভ কৰে আৰু কংগ্ৰেছৰ লগত হাত মিলাই আগবাঢ়ি যোৱাৰ সিদ্ধান্ত

লয়। এই সময়তে ভালেমান কমিউনিষ্ট নেতাই পাছ দুৱাৰেদি কংগ্ৰেছ দলতো প্ৰৱেশ কৰে। ১৯৬৯ চনত কংগ্ৰেছ দলৰ বিপৰ্য্যয়ৰ সময়ত কমিউনিষ্ট দলে সংসদত কংগ্ৰেছ দলৰ প্ৰতি সমৰ্থন দি যাবলৈকো সিদ্ধান্ত লয়। ১৯৭৪ চনত ইন্দিৰা গান্ধীৰ কংগ্ৰেছ মন্ত্ৰীসভাৰ বিৰুদ্ধে জয়প্ৰকাশ নাৰায়ণৰ দেশ জুৰি আৰম্ভ হোৱা আন্দোলনকো কমিউনিষ্ট দলে প্ৰতিক্ৰিয়াশীল আৰু 'জনবিৰোধী' বুলি অৰ্থহীন প্ৰয়াস কৰা দেখা যায়। কমিউনিষ্ট নেতাসকলে জয়প্ৰকাশক আমেৰিকাৰ প্ৰতিনিধি আৰু ভাৰতক বন্ধকত দিবলৈ ওলোৱা বুলি কবলৈকো কুণ্ঠাবোধ কৰা নাছিল। কংগ্ৰেছ কমিউনিষ্টৰ মিত্ৰতা অৱশ্যে বেছি বছৰ টিকি থাকিব নোৱাৰিলে,। কংগ্ৰেছত প্ৰবেশ কৰা কমিউনিষ্ট সকলক লৈ কংগ্ৰেছ দলত অসন্তুষ্টি সৃষ্টি ক্ৰমাগত বৃদ্ধি হবলৈ ধৰিলে। কুমাৰ মঙ্গলম কে আৰু গনেশ নুৰুলহাচান প্ৰভৃতি কমিউনিষ্ট ভাবাপন্ন নেতাৰ প্ৰবেশে কংগ্ৰেছ দলক বিপথগামী কৰা বুলি কংগ্ৰেছ কৰ্ম্মীসকলৰ মাজত মুকলিকৈ আলোচনা হয়। জগজীৱনৰামৰ দৰে প্ৰধান নেতাই এই কাণ্ডক 'চূৰান্ত ভণ্ডামি' বুলি অভিহিত কৰিলে। কংগ্ৰেছ কমিউনিষ্ট মিত্ৰতা লাহে লাহে সেমেকি আহিল। ১৯৭৫ চনৰ জৰুৰীকালিন আৱস্থাক দেখ দেখ'ক সমৰ্থন কৰা কাৰণে এই দালে পূৰ্ব্বৰ জনপ্ৰিয়তা বহুখিনি হেৰুৱাই পেলায়। যি সময়ত জয় প্ৰকাশৰ নেতৃত্বত সমগ্ৰ ভাৰতত মূল্যবৃদ্ধি একনায়কবাদ দুৰ্নীতি স্বজন প্ৰীতি ভ্ৰষ্টাচাৰ আৰু প্ৰশাসন যন্ত্ৰৰ অপব্যৱহাৰৰ কাৰণে সকলো বিৰোধী দল একত্ৰিত হৈ আন্দোলনত নামে। সেইসময়ত ইন্দিৰাৰ স্বৈৰাচাৰী চাৰকাৰক সমথন দি থোৱাৰ কাৰণে কমিউনিষ্ট দলে নিজৰ ভাবমূৰ্ত্তি জনমানসত অনুজ্বল কৰি তোলা দেখা গল। কমিউনিষ্টদলে পূৰ্ব্বৰ জনপ্ৰিয়তা ঘূৰাই পাবলৈ হয়তো আৰু বহুবছৰ লাগিব পাৰে।

## এই দলৰ লক্ষ্য

কমিউনিষ্টদলে গণতান্ত্ৰিক দল ব্যক্তি সমষ্টি শ্ৰমিক কৃষক বনুৱা, মধ্যবিত্ত জাতীয় পুঁজিপতি আৰু যি সকলে ভাৰতৰ স্বাধীনতা বণত অৰিহনা যোগাই আহিছে সেইসকলৰ চৰকাৰ গঠন কৰিব। কমিউনিষ্টদলৰ কাৰ্য্যপন্থা তলত দিয়া ধৰণে চমুকৈ আলোচনা কৰিব পাৰি।

## দল সংগঠন

১৮ বছৰৰ বেছি বয়স প্ৰাপ্ত সকলক ইচ্ছাপ্ৰকাশ কৰিলে কমিউনিষ্ট দলত সভ্য কৰি লব পাৰিব কিন্তু সেই ব্যক্তিজনৰ সাম্যবাদী ভাবাদৰ্শৰ (Ideology) প্ৰতি

শ্রদ্ধা আৰু আগ্ৰহ থাকিব লাগিব। প্ৰতিজন সভ্যই সভ্য ভৰ্ত্তি হোৱা কালত এই দলৰ ভাবাদৰ্শ ৰক্ষাৰ ক্ষেত্ৰত নিয়ম শৃঙ্খলা অটুত ৰখাৰ কাৰণে শপত গ্ৰহণ কৰা আৱশ্যক। এই সকল সভ্যই দলৰ পুঁজিলৈকো দান বৰঙণি আগবঢ়াব লাগে। গাওঁ, নগৰ সকলো ঠাইবে কল-কাৰখানা আদিত কমিউনিষ্টৰ একোটা সৰু একক গোট (Cell) স্থাপন কৰিব পাৰি। এই গোটবিলাকৰ সাম্যবাদী ধ্যান ধাৰণা আৰু সম্প্ৰসাৰণৰ দায়িত্ব থাকিব লাগিব। এই একক গোট সমূহে গাওঁ বা নগৰ কমিউনিষ্ট সমষ্টিৰ তলত কাম কৰি যাব। এই সমিতি বিলাকে আকৌ জিলা বা প্ৰাদেশিক সমিতিৰ তলত কাম কৰিব লাগে। সৰ্ব্ব ভাৰতীয় কমিউনিষ্ট সংগঠন এটা জাতীয় অনুষ্ঠান। এই অনুষ্ঠানেই সকলো শাখা প্ৰশাখাৰ ওপৰত নিয়ন্ত্ৰণ চলাই আৰু সম্পাদক সভাপতি নিৰ্ব্বাচন কৰে।

## মাৰ্ক্সবাদী কমিউনিষ্ট দল C P I (M)

ভাৰতীয় কমিউনিষ্টদলৰ আভ্যন্তৰিণ কলহৰ ফলশ্ৰুতি হল—ভাৰতীয় কমিউনিষ্ট (মাৰ্ক্সবাদী) দলৰ জন্ম। প্ৰথম অৱস্থাত, এইদলে জনমানসত এনে এটা ধাৰণাৰ জন্ম দিছিল যে এই দল সম্পূৰ্ণ ভাবে চীনা কমিউনিষ্ট দলৰ দ্বাৰা পৰিচালিত। ১৯৬৫ চনত ভাৰতৰ গৃহ মন্ত্ৰী গুলজাৰিলাল নন্দইয়ো আকাশবাণীৰ ভাষণত এই মতকে পোষণ কৰিছিল। এইদলে চীনৰ ভাৰত আক্ৰমণ আৰু চীনৰ সম্প্ৰসাৰণ নীতিৰ সমৰ্থক বুলি গোটেই দেশতে কাগজে পত্ৰে প্ৰচাৰ হৈ গল। এই দলৰ দ্বাৰা প্ৰচাৰিত আৰু বিদেশত মুদ্ৰিত কাগজ পত্ৰত ভাৰত বিৰোধী আৰু চীনৰ কমিউনিষ্ট আন্দোলন সমৰ্থনৰ গোন্ধ পোৱা যায়।

১৯৬৪ চনত (৩১ অক্তোবৰ) বহা এই দলৰ অধিবেশনে ভাৰতৰ গণতান্ত্ৰিক চৰকাৰ ধ্বংস কৰা আৰু হিংসাত্মক বিপ্লব পূৰ্ণ পৰ্য্যায়ত চলাই যোৱাৰ ওপৰত গুৰুত্ব দিয়ে। এই দলৰ এনে কাৰ্য্যপন্থাৰ পৰিপ্ৰেক্ষিতত ভাৰত চৰকাৰে ভাৰত প্ৰতিৰক্ষা আইনৰ সহায়ত দলৰ নেতৃবৰ্গক আটক কৰি ৰখাৰ ব্যৱস্থা গ্ৰহণ কৰে আৰু ফলস্বৰূপে কেইবা শ নেতাই কাৰাবৰণ কৰিব লগা হয়। জ্যোতি বসু আৰু নাম্বুদ্ৰিপদক চীনা সম্প্ৰসাৰণ নীতিক গৰিহণা দিয়া বুলি আটক কৰা নহল।

মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ নেতা নাম্বুদ্ৰিপদে কিছুদিনৰ পাছত এটা ঘোষণাৰ দ্বাৰা জনায় যে তেওঁলোকে চীন আৰু ছোভিয়েত দেশৰ ভাবাদৰ্শমূলক মতানৈক্যত কোনো পক্ষপাতিত্ব অৱলম্বন নকৰে। ১৯৬৫ চনৰ চেপ্তেম্বৰত পাকিস্তানে কাশ্মীৰ

আক্ৰমণ কৰোতে, চীনে ভাৰতক আক্ৰমণকাৰী বুলি দোষাৰোপ কৰা কথাই মাৰ্ক্সবাদীদলৰ চীনৰ প্ৰতি অনাস্থা বৃদ্ধি কৰিলে। ভাৰতৰ মাৰ্ক্সবাদী নেতৃত্বই মুকলিকৈ চীন প্ৰশাসনক সমালোচনা কৰা দেখা গ'ল।

এইদলে ভাৰতৰ আভ্যন্তৰিণ ক্ষেত্ৰত শ্ৰমিক সংগঠন, ধৰ্মঘট, মূল্যবৃদ্ধিৰ প্ৰতিবাদ, নিযুক্তিহীনতা প্ৰভৃতিৰ পইনা লৈ আন্দোলন চলাই আছিছে। বিহাৰ, বঙ্গদেশ কেৰেলা, তামিলনাডু প্ৰভৃতি প্ৰদেশত সাম্যবাদী বাতাবৰণ সৃষ্টি কৰাত এইদল কৃতকাৰ্য্য নোহোৱা নহয়। অৱশ্যে মাৰ্ক্সবাদী দলৰ বিপ্লবী কাৰ্য্যকলাপে ভাৰতত কোনো উল্লেখযোগ্য সঁহাৰি পোৱা দেখা নগল।

সময়ৰ লগত মাৰ্ক্সবাদীদলে চীনা নীতি সম্পূৰ্ণ পৰিহাৰ কৰে। তেওঁলোকৰ মতে চীনৰ নীতি ভাৰতত প্ৰযোজ্য হব নোৱাৰে আৰু চীন প্ৰশাসনে ভাৰতৰ আভ্যন্তৰিণ নীতি আৰু পৰিস্থিতিৰ অশুদ্ধ ব্যাখ্যা দিছে। ভাৰতত কংগ্ৰেছ প্ৰশাসনৰ এটা সমাজবাদী দৃষ্টিভঙ্গী নাই বুলি ক'ব নোৱাৰি, অৱশ্যে ই পুঁজিবাদী প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত নহয়। চীনৰ ৰেডিঅ' আৰু অন্যান্য মাধ্যমে সঘনে ভাৰতৰ বাবে সশস্ত্ৰ বিপ্লৱৰ আহ্বান দি থকা সত্ত্বেও ভাৰতৰ মাৰ্ক্সবাদীদলে চীনৰ আহ্বানত সঁহাৰি দিয়া সম্ভৱ নহব বুলি ধৰি লয়। ১৯৬৭ চনৰ নিৰ্ব্বাচনত মাৰ্ক্সবাদী দলে সংসদী গণতন্ত্ৰবাদৰ প্ৰতি সহানুভূতি প্ৰদৰ্শন কৰি নিৰ্ব্বাচন যুদ্ধত অৱতীৰ্ণ হয়। কেৰেলা আৰু পশ্চিমবঙ্গত মন্ত্ৰীসভাতো যোগ দিয়ে। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত চীনা প্ৰশাসনে ভাৰতত কমিউনিষ্ট দল নাই বুলি মন্তব্য কৰে। মাৰ্ক্সবাদীদলে বুজি উঠিল যে ভাৰতৰ দৰে দেশত চীনদেশীয় সৰ্ব্বহাৰাৰ সাংস্কৃতিক বিপ্লৱ (Proletarian Cultural Revolution) বৰ্ত্তমান অৱস্থাত অৰ্থহীন। মাৰ্ক্সবাদীয়ে পুনৰ ঘোষণা কৰে যে মাওঁৰ চিন্তাধাৰাই প্ৰকৃত মাৰ্ক্স আৰু লেনিন-বাদ প্ৰতিফলিত কৰিব নোৱাৰে। মাৱে কোৱাৰ দৰে অকল চীন আৰু আলবেনিয়াই পৃথিৱীত সমাজবাদী বুলি দাবি কৰাৰ কোনো যুক্তি নাই। মাৱেও একমাত্ৰ সাম্যবাদী নেতা বুলি কোৱাৰো কোনো ভিত্তি থাকিব নোৱাৰে। ১৯৭২ চনৰ ১০ নবেম্বৰত, কেন্দ্ৰীয় কমিটিৰ সদস্য নাম্বুদ্ৰিপদে প্ৰকাশ্যে ঘোষণা কৰে যে তেওঁলোকে চীন বা ছোভিয়েত কাৰো সাহাৰ্য্য নিবিচাৰে। এই দুখন দেশে পৰস্পৰে পৰস্পৰক দোষাৰোপ কৰি আমেৰিকাৰ কাষ চপাটো অকল দুৰ্ভাগ্য-জনকেই নহয় সাম্যবাদী আন্দোলনৰো পৰিপন্থী।

যোৱা এক দশকৰ ভিতৰত মাৰ্ক্সবাদী দলে ভাৰতৰ বিভিন্ন প্ৰান্তত অগ্ৰগতি

আৰু জনপ্ৰিয়তা লাভ কৰিব পাৰিছে। এইদলে অন্যান্য বাওঁপন্থী দলৰ লগ-লাগি কংগ্ৰেছদলক ক্ষমতাচ্যুত কৰাত লাগি আছে। ইতিমধ্যে, পশ্চিমবঙ্গ ত্ৰিপুৰা, কেৰেলা প্ৰভৃতি ৰাজ্যত নিৰঙ্কুশভাৱে ক্ষমতা আহৰণ কৰি চৰকাৰ চলাই যাব পাৰিছে।

## ভাৰতৰ বহুদলীয় প্ৰথাৰ সাধাৰণ সমালোচনা

১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পাছৰে পৰা এই দেশত ৰাজনৈতিক দলবিলাকৰ বহুতো সালসলনি আৰু উত্থান পতন লক্ষ্য কৰা যায়। বিভিন্ন ৰাজনৈতিক দলৰ অৱস্থান গঠনপ্ৰণালী বা সংবিধান, ৰাজহুৱা আৰু জাতীয় সমস্যাৰ প্ৰতি দলৰ দৃষ্টিভঙ্গী আৰু কাৰ্য্যপন্থা অধ্যয়ন কৰিলে আমি কিছুমান সাধাৰণ দোষ-গুণ দেখিব'ল পাওঁ। তলত তেনে কিছুমান দোষগুণৰ সমালোচনা ডাঙি ধৰা হ'ল।

প্ৰথম কথা হ'ল ভাৰতত দ্বি-দলীয় প্ৰথাই গা কৰি উঠাৰ লক্ষণ দেখা নাযায়। বছৰি বছৰি নতুন নতুন দল গঠন হৈ ৰাজনৈতিক আকাশত দেখা দিবই লাগিছে। কিছুমান স্থানীয় দল ইমান সৰু আৰু দুৰ্ব্বল যে নিৰ্দ্দিষ্ট এলেকাৰ বাহিৰত নাম দেখিবলৈ বা শুনিব'লকো পোৱা নাযায়। কোনো কোনো ক্ষেত্ৰত দুটা দলৰ নীতি আৰু লক্ষ্যৰ পাৰ্থক্য বাচি উলিয়াব'ল'কো টান হয়। এনেকুৱা দলবিলাকে সংসদৰ দুই চাৰিখন আসনত প্ৰতিদ্বন্দিতা কৰিয়েই ক্ষান্ত থাকে। ভাৰতৰ দৰে বিশাল গণতান্ত্ৰিক দেশ এখনত এনেকুৱা দুৰ্ব্বল আৰু স্থানীয় দলবিলাকে গণতন্ত্ৰৰ অনুজ্জল ভবিষ্যত এটাৰহে সূচনা কৰে।

২ স্বাধীনতাৰ ত্ৰিশ বছৰৰ পাছ'তো ভাৰতত কংগ্ৰেছৰ বাহিৰে এটা দ্বিতীয় সমপৰ্য্যায়ৰ শক্তিশালী দল দেখা নগল। ১৯৭৭ চনত জনতা দল গঠিত হৈ কেন্দ্ৰত ক্ষমতা লব পাৰিছিল যদিও বৰ্ত্তমান এই দল অন্তৰ্দ্দ'ন্দত জৰ্জ্জৰিত আৰু দুৰ্ব্বল হৈ পৰা দেখা গৈছে। কৰ্ণাটকৰ বাহিৰে আন ঠাইত এই দলে পূৰ্ব্বৰ প্ৰতিপত্তি হেৰুৱাই পেলাইছে। কংগ্ৰেছ দল পুঁজি, সংগঠন সভ্যসংখ্যা সকলো দিশতে আন দলবিলাকক চেৰ পেলাই যোৱা বাবে এইদলে অদ্বিতীয় গৌৰব আৰু ক্ষমতা লাভ কৰি আছে। নানান কুকৰ্ম্মত লিপ্ত হোৱা স্বত্তেও কংগ্ৰেছ দলক ধনে জনে ফেৰ মাৰিব পৰা দ্বিতীয় দ।নোলোৱাত ৰাজনীতিত ভাৰসাম্য হেৰাই গৈছে। ৰাজনৈতিক দলবিলাকৰ উন্নয়ন সমান্তৰাল নহলে গণতন্ত্ৰত

একাধিপত্য গা কৰি উঠাৰ সম্ভাৱনা থাকে। ভাৰততো সেয়ে ঘটিব ধৰিছে। এইদৰে একাধিপত্য লাভ কৰিবলৈ সক্ষম হোৱাত বিৰোধী দলৰ কোনো প্ৰতিৰোধ দেখা নাযায়। বাস্তৱিকতে ইংলণ্ড বা আমেৰিকাৰ দৰে ভাৰতত কোনো বিৰোধী দল নাই। ১৯৭৭ চনত জনতা দলে কংগ্ৰেছ দলক নিৰ্ব্বাচনত পৰাস্ত কৰি বিৰোধী দলৰ মৰ্যাদা দান কৰিছিল যদিও জনতা দলৰ শাসন পতন হোৱাৰ লগে লগে বিৰোধী দলো নাইকিয়া হল। এটা শক্তিশালী বিৰোধী দলৰ অবিহনে সংসদী গণতন্ত্ৰ অচল হৈ পৰে। শাসক দলৰ দৰেই বিৰোধী দলৰো গণতন্ত্ৰত সমান মৰ্যাদা আৰু দায়িত্ব থাকে। শাসকদলৰ একনায়কত্ববাদী চৰিত্ৰ বা আইনহীনতাক একমাত্ৰ শক্তিশালী বিৰোধী দলেহে প্ৰতিৰোধ কৰিব পাৰে। সেয়েহে কোৱা হয়, শাসকদল আৰু বিৰোধী দল দুয়োটা গণতন্ত্ৰৰ দুটা চকৰি।

৩ ভাৰতত কিছুমান ৰাজনৈতিক দলে হিংসাৰ আশ্ৰয় লোৱা দেখা যায়। ভালেমান দলৰ ক্ষমতা লাভ কৰাই একমাত্ৰ লক্ষ্য। গণতন্ত্ৰ ৰক্ষা কৰি চলিবলৈ আগ্ৰহ নাথাকিলে গণতন্ত্ৰ কৃতকাৰ্য্য হব নোৱাৰে। কমিউনিষ্ট দলবিলাকৰ আনুগত্য ভাৰতৰ ভৌগোলিক সীমাৰ বাহিৰত। এই দলবিলাকে হিংসা শ্ৰেণীসংঘৰ্ষ আৰু ৰক্তাক্ত বিপ্লৱত বিশ্বাস কৰে।

৪ শৃঙ্খলাহীনতা ভাৰতীয় দলবিলাকৰ পুৰণা ব্যাধি। প্ৰায় সকলোবোৰ দলেই শৃঙ্খলাহীন। সভ্যসকলৰ অনুশাসনহীনতা আৰু অন্তৰ্দ্বন্দ্বৰ দ্বাৰা দলবিলাক জৰ্জ্জৰিত। প্ৰতিজন সভ্যৰ লক্ষ্য এটাই, সেইটোৰেই হল নিৰ্ব্বাচনৰ কাৰণে টিকট লাভ কৰা। যিবিলাক সভ্যই নিৰ্ব্বাচনত টিকট নাপায় তেওঁলোকে দলে বলে দল ত্যাগ কৰি নতুনকৈ দল গঠন কৰে। ভাৰতত দল গঠন লৰা ধেমালিত পৰিণত হোৱা বুলি কব পাৰি। শক্তিশালী হোৱা স্বত্বেও কংগ্ৰেছ দলো শৃঙ্খলাহীনতা আৰু অনুশাসনহীনতা ব্যাধিৰ পৰা সাৰি থাকিব পৰা নাই। প্ৰধান মন্ত্ৰী ৺ইন্দিৰা গান্ধীয়ে নিজেই অনুশাসনহীনতাক প্ৰশ্ৰয় দি এই দিশত কু-খ্যাতি ৰাখি থৈ গল। ১৯৬৯ চনত কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিয়ে ইন্দিৰা গান্ধীক প্ৰাথমিক সভ্য পদৰ পৰা বহিষ্কাৰ কৰাৰ প্ৰতিশোধ হিচাপে তেওঁ নতুন দল গঠন কৰি কৃতকাৰ্য্য হলেও, দলৰ অনুশাসনহীনতাক প্ৰশ্ৰয় দিয়াৰ কলঙ্ক এৰাই যাব নোৱাৰে। সেইদৰে কমিউনিষ্ট আৰু চচিয়েলিষ্ট দলতো শৃঙ্খলাহীনতা দেখা যায়। ৯৭০ চনৰ ১ জানুৱাৰীত লোহিয়া নগৰত সংযুক্ত চচিয়েলিষ্ট দলৰ কাজিয়াই অধিবেশন বিশৃঙ্খল কৰি তোলা বুলি কাগজত বাতৰি ওলাইছিল। কংগ্ৰেছ দলত এই বিশৃঙ্খলতাই

অনেক সময়ত দলত্যাগৰ ভয়াবহ ৰূপত প্ৰকাশ পোৱা আৰু অন্য দলৰ মাজতো দলত্যাগ উৎসাহিত কৰি চৰকাৰ পতন ঘটোৱা ব্যাধিস্বৰূপ হৈ পৰা দেখা গৈছে।

৫ দলত্যাগ অকল কংগ্ৰেছ দলৰে ব্যাধি বুলি কব নোৱাৰি। প্ৰায়বিলাক দলতে দলত্যাগৰ জোৱাৰ আজি পৰিমিত চলি আছে। বাতৰি কাগজে দলবিলাকৰ অহা যোৱা কৰি থকা সভ্যসকলৰ গতি বিধি লক্ষ্য কৰি এওঁলোকক 'আয়াৰাম 'গয়াৰাম' আখ্যা দিয়াৰ কথা সকলোৰে বিদিত। চতুৰ্থ সাধাৰণ নিৰ্ব্বাচন হৈ যোৱাৰ পাছৰ পৰা (১৯৬৭) এই দলত্যাগৰ ঢৌৱে ভাৰতৰ ৰাজনীতিত সংক্ৰামক ব্যাধিৰ দৰে বিয়পি পৰিছে। কোনো কোনো দলৰ সভ্য সকলৰ দলৰ প্ৰতি আনুগত্য সন্দেহজনক। তেওঁলোক কেৱল ব্যক্তিগত সা-সুবিধাৰ লালসাত দলভুক্ত হয়। জনসাধাৰণৰ সেৱা আৰু জাতীয় উন্নয়নত দলত্যাগী কাৰ্য্যকলাপে বাধা প্ৰদান কৰাটো সাধাৰণ কথা। মুখ্যমন্ত্ৰী আৰু প্ৰধানমন্ত্ৰীয়ে দলত্যাগ বন্ধ কৰিবলৈ আৰু দলৰ শক্তি অটুত ৰাখিবলৈ ডাঙৰ চাকৰি সা-সুবিধাকে আদি কৰি অনেক প্ৰলোভন দেখুৱাব লগা হয়। সংসদত বিশেষকৈ বিধান সভাবিলাকত দল ত্যাগ বাঢি অহাৰ লগে লগে চৰকাৰ ভঙা পতাৰ ধুমো উঠে। বহুক্ষেত্ৰত দলৰ শক্তি অটুত ৰাখিবলৈ উপপ্ৰধান মন্ত্ৰী, উপমুখ্যমন্ত্ৰী আদি পদবী সৃষ্টি কৰাৰ নজিৰো এই দেশত আছে।

১৯৭০ চনত ভাৰতীয় ক্ৰান্তি দলৰ নেতা চৰণ সিং এ উত্তৰ প্ৰদেশত চন্দ্ৰভানু গুপ্তৰ মন্ত্ৰীসভাত সমৰ্থন আগবঢাবলৈ গুপ্ত আৰু উপমুখ্যমন্ত্ৰী কমলাপতি ত্ৰিপাঠীৰ লগত দাম দৰ কৰি অৱশেষত মন্ত্ৰীসভাৰ পতন ঘটায়। উত্তৰ প্ৰদেশৰ নিৰ্লজ্জ ৰাজনীতিত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী ৰাষ্ট্ৰপতি ভি ভি গিৰি আৰু ৰাজ্যপাল গোপাল ৰেড্ডি জড়িত থকা কথাই এই দলত্যাগী প্ৰথাৰ কুৎচিত ৰূপ ভালদৰে উদঙাই দেখুৱায়। ১৯৮৪ চনৰ চেপ্তেম্বৰ মাহত অন্ধ্ৰ প্ৰদেশত মুখ্যমন্ত্ৰী ৰামা ৰাওৰ তেলেগু দেশম চৰকাৰ পতন ঘটাবলৈ কৰা প্ৰধানমন্ত্ৰী ইন্দিৰা আৰু ৰাজ্যপাল ৰামলালৰ ঘৃণনীয় কাৰ্য্য সদায় গণতন্ত্ৰত কলঙ্ক স্বৰূপ হৈ ৰব। অন্ধ্ৰ প্ৰদেশৰ দল ত্যাগী নেতা ভাস্কৰ ৰাওক চৰকাৰ গঠন কৰিবলৈ আহ্বান দি আৰু মুখ্যমন্ত্ৰী ৰামাৰাওৰ চৰকাৰক নাটকীয়ভাৱে বৰ্খাস্ত কৰি ৰাজ্যপাল তথা কেন্দ্ৰীয় চৰকাৰে কাললৈ কুখ্যাতি থৈ গল। অন্ধ্ৰপ্ৰদেশৰ ২৯৫ জনীয়া বিধান সভাত ৰামাৰাওৰ সমৰ্থক ১৪৮ জন আৰু অন্যান্য দলৰ পৰা ১৯ জন থকা সত্বেও এই মন্ত্ৰীসভা বৰ্খাস্ত কৰাটো আছিল সম্পূৰ্ণ অগণতান্ত্ৰিক। বিৰোধী দলবিলাকৰ আপ্ৰাণ চেষ্টা

আৰু অন্তত জ্বলি উঠা বিদ্ৰোহৰ কাৰণে এন্ টি ৰামাৰাও পুনৰ মুখ্যমন্ত্ৰী হোৱাৰ সুযোগ অৱশ্যে লাভ কৰিছে।

৬ ভাৰতীয় ৰাজ'নৈতিক দলবিলাকৰ আন এটা এৰাব নোৱাৰা দোষ হল, প্ৰায় প্ৰতিটো দলতে উপদলীয় গোষ্ঠী একোটা থাকে। কমিউনিষ্ট দল এনে উপদলীয় গোষ্ঠীৰ কাৰণেই দ্বিখণ্ডিত হয়। সংযুক্ত সমাজবাদী দলটোও উপদলীয় গোষ্ঠীৰ ( Factionalism ) কাৰণে দ্বিখণ্ডিত হয়। কংগ্ৰেছতো ১৯৬৯ চনৰ পাছত ইন্দিকেট বা ইন্দিৰা পন্থী আৰু চিণ্ডিকেট বা সভাপতি পন্থীৰূপে ভাগ হৈ খণ্ডিত হৈ পৰে। স্বতন্ত্ৰদল, জনসংঘ আৰু বৰ্ত্তমানৰ জনতা দলতও উপদলীয় চিন্তাৰ সমাবেশ আছে। ৰাজনৈতিক দলবিলাকত সোঁপন্থী, বাওঁপন্থী ভাবধাৰী গোষ্ঠী থাকিলে দলৰ সবলতা ক্ৰমাত হ্ৰাস পাব ধৰে। ভাৰতীয় দলীয় ৰাজনীতিত এই ৰোগ বিয়পি পৰা দেখা গৈছে।

৭ শেহতীয়াকৈ দেখা যায়, দলীয় ৰাজনীতিত সংকীৰ্ণ আঞ্চলিকতা, জাতপাত, ধৰ্ম্মবিচাৰ ভাষা আৰু সাম্প্ৰদায়িকতাজড়িত শক্তিসমূহে মূৰ তুলি উঠিছে। নিৰ্ব্বাচনৰ সময়ত দলীয় ঘোষণা পত্ৰ বা কাৰ্য্যপন্থা আদিৰ পৰিবৰ্ত্তে মূল্য দিয়া হয় প্ৰাৰ্থীৰ জাত, ধৰ্ম্ম আৰু ভাষাৰ ওপৰত। কংগ্ৰেছ দল শক্তিশালী হ'লও এনেবোৰ সংকীৰ্ণ ব্যৱস্থাতেই অনুমোদন দি আহিছে। নিৰ্ব্বাচনৰ সময়ত মুছলমান প্ৰধান সমষ্টিত দক্ষতা নাথাকিলেও মুছলমান প্ৰাৰ্থী এজন থিয় কৰাব পাৰিলেই চলে। সেইদৰে সদায় নিন্দা কৰি অহা বিদ্ৰোহী বা ঠেক মনৰ স্থানীয় গোট একোটাৰ লগতো ভোটৰ কাৰণে বুজাবুজি হোৱাতো ভাৰতৰ দলীয় ৰাজনীতিৰ বৈশিষ্ট্য বুলি কব পাৰি। ৰাজ'নৈতিক দলক সংকীৰ্ণতাৰ পঙ্কিল পোতৰ পৰা উদ্ধাৰ কৰিব নোৱাৰিলে গণতন্ত্ৰ বিপন্ন হোৱাৰ সম্ভাৱনা থাকে।

## গণতন্ত্ৰত প্ৰভাৱশালী চক্ৰ আৰু গোট ( Pressure group and Lobbies )

আজিকালি ৰাজ'নৈতিক দলৰ লগতে প্ৰভাৱশালী চক্ৰ বোলা অনুষ্ঠান এটাৰ কথাও শুনিবলৈ পোৱা যায়। বাস্তৱিকতে প্ৰভাৱশালী চক্ৰ আৰু ৰাজনৈতিক দলৰ মাজত পাৰ্থক্য আছে। প্ৰভাৱশালী চক্ৰবিলাকে পোনপটীয়াকৈ চৰকাৰৰ ওপৰত নিজৰ প্ৰভাৱ বিস্তাৰৰ কাৰণে চেষ্টা কৰে। এই চক্ৰবিলাকে ক্ষমতা হাতলৈ অনাৰ কথা চিন্তা নকৰে। ৰাজ'নৈতিক দলৰ দৰে এই চক্ৰবিলাকৰ দেশ

জুৰি কোনো সংগঠন নাথাকে আৰু এইবিলাক সম্পূৰ্ণ ঘৰুৱা অনুষ্ঠান। ইয়াৰ সভ্যসকলৰ লক্ষ্য কেৱল স্বাৰ্থ ৰক্ষা কৰা। ৰাজনৈতিক দলবিলাকৰ লক্ষ্য প্ৰায়ে জাতিৰ উন্নয়নৰ লগত জড়িত। কোনো অঞ্চলৰ অনগ্ৰসৰতা দূৰ কৰিবৰ কাৰণে এই দলবিলাকে চেষ্টা চলায় যায়। দলবিলাকৰ নিৰ্দ্দিষ্ট নীতি, কাৰ্য্যপন্থা বা ভাবাদৰ্শ থাকে, কিন্তু প্ৰভাৱশালী চক্ৰবোৰৰ তেনে কোনো ভাবাদৰ্শ বা কাৰ্য্যপন্থা নাথাকে। প্ৰভাৱশালী চক্ৰবিলাকে প্ৰশাসনীয় বা বিধেয়ক সম্বন্ধীয় ব্যৱস্থা বিলাকৰ ওপৰত প্ৰত্যক্ষ বা পৰোক্ষভাৱে হেচা দিবলৈ বিচাৰে, যাতে ইয়াৰ সভ্যসকলৰ স্বাৰ্থ ৰক্ষা হয় বা উৎকৰ্ষ সাধন হয়। এই চক্ৰবিলাকৰ দলীয় চৰিত্ৰও নাই আৰু নিৰ্ব্বাচনত প্ৰচাৰ প্ৰতিদ্বন্দিতা আদিৰ লগতো এইবিলাকৰ সম্বন্ধ নাই। এই চক্ৰবিলাকে 'সৰ্ব্বসাধাৰণতে নিজকে নিৰ্দলীয় লোকৰ সংগঠন বুলি কব খোজে। কিছুমান নিৰ্দ্দিষ্ট নীতিৰ ফলবতীৰ কাৰণে এটা গোটত মিলিত হয় আৰু যাৰ লক্ষ্য নিজৰ প্ৰয়োজনীয় স্বাৰ্থ পূৰণ কৰি নিজ আদৰ্শ আৰু বাস্তৱিক কাম কাজ অটুত ৰখা।' (লেইচাৰচন) প্ৰভাৱশালী চক্ৰবিলাকৰ শ্ৰেণী বিভক্তকৰণ বৰ কঠিন কাম। ভিন্ ভিন্ স্বাৰ্থৰ কাৰণে ভিন্ ভিন্ চক্ৰ গঠিত হব পাৰে। মানৱ সমাজখন যিহেতু বহুত্ববাদী (Pluralistic) আৰু গতিশীল (Dynamic) ইয়াত নানা প্ৰকাৰৰ স্বাৰ্থই গা কৰি উঠা সম্ভৱপৰ। মানুহৰ বাণিজ্যিক উদ্যোগিক, শ্ৰমিক প্ৰধান কৃষি সম্বন্ধীয় ব্যৱসায় সম্বন্ধীয় ধৰ্মমূলক, জাতিগত অৰ্থনৈতিক সাংস্কৃতিক আদি এশ এটা স্বাৰ্থ থাকিব পাৰে। এই প্ৰতিটো স্বাথ ৰক্ষা কৰিবলৈ একো একোটা প্ৰভাৱশালী চক্ৰ গঠিত হ'ব পাৰে। এই প্ৰভাৱশালী চক্ৰবিলাকে চৰকাৰৰ যিকোনো প্ৰশাসনীয় বা বিধায়িনী বিভাগৰ ওপৰত নিজৰ উদ্দেশ্য সিদ্ধিৰ হকে হেঁচা দি যাব পাৰে। এনে কাৰ্য্যত এই চক্ৰবিলাকে একোজন নেতাৰ অধীনত কাম কৰে। চক্ৰবিলাকে দিয়া হেঁচাৰ ভাল বেয়া নিৰ্ভৰ কৰে, ইবিলাকে কৰি যোৱা কাম-কাজৰ ওপৰত। যদিহে এই প্ৰভাৱশালী চক্ৰবিলাকে কৰা কামবোৰ জনহিতকৰ হয়, তেনেহলে ৰাইজৰ লগত এই চক্ৰবিলাকৰ সম্পৰ্ক মধুৰ হৈ উঠিব আৰু গণতান্ত্ৰিকভাৱে সেইবোৰ প্ৰকাশ পাব।

## প্ৰভাৱশালী চক্ৰৰ উৎপত্তিৰ কাৰণ

বাস্তৱিকতে প্ৰভাশালী চক্ৰবোৰৰ উৎপত্তি স্বাভাৱিক। অতীত কালতো গণ-তান্ত্ৰিক চৰকাৰত আৰু মধ্যযুগতো বিভিন্ন চৰকাৰত এনেকুৱা প্ৰভাৱশালী চক্ৰ নথকা

নহয়। অৱশ্যে সেইবোৰক এই নামেৰে জানিবলৈ পোৱা নাযায়। আধুনিক যুগত, প্ৰশাসনীয় কাম-কাজৰ জটিলতা বৃদ্ধিৰ লগে লগে নানা ধৰণৰ অনুষ্ঠানৰ জন্ম হ'ব ধৰিছে। প্ৰতিখন দেশতে এনে ধৰণৰ প্ৰভাৱশালী চক্ৰ বিভিন্ন ৰূপত দেখিবলৈ পোৱা যায়। এই প্ৰভাৱশালী চক্ৰবিলাকৰ জন্ম নানা কাৰণত হ'ব পাৰে। তলত তেনেকুৱা দুই চাৰিটা কাৰণ ডাঙি ধৰা হ'ল।

**১ শিল্প উদ্যোগৰ ক্ৰমবিকাশ ঃ** পশ্চিমীয়া সভ্যতাত শিল্পবিপ্লৱ আৰম্ভ হোৱাৰ পৰাই নানা সমস্যাই মূৰ ডাঙি উঠা দেখা গৈছে। মানুহে কৃষি বিদ্যাতে আৱদ্ধ নাথাকি বেহা বেপাৰ, নানা উদ্যোগ আদিত হাত দিবলৈ আৰম্ভ কৰে। শিল্প বিকাশৰ ফলশ্ৰুতি হিচাপে শ্ৰমিক, পুঁজিপতি মধ্যবিত্ত আদি শ্ৰেণীবিলাক জন্ম হয়। এই সুকীয়া সুকীয়া শ্ৰেণীবিলাকৰ স্বাৰ্থও সুকীয়া সুকীয়া। এই প্ৰতিটো শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰিব'ল বা প্ৰতিনিধিত্ব কৰিবলৈ বিধান সভাবিলাকত সুবিধা নাথাকিবও পাৰে। এনে অৱস্থাত এই ভিন্নসুৰীয়া স্বাৰ্থবিলাকে আত্মৰক্ষাৰ কাৰণে নিজক সংগঠিত কৰি প্ৰভাৱশালী চক্ৰবিলাকৰ জন্ম দিয়ে। চৰকাৰে কোনো প্ৰশাসনীয় বা বিধায়িনী কাম হাতত ললে, যদি এই স্বাৰ্থবোৰ ক্ষুণ্ণ হয় তেনেহলে, প্ৰভাৱশালী চক্ৰবিলাক নিষ্ক্ৰিয় হৈ থাকিব নোৱাৰে। ইবিলাকে চৰকাৰৰ ওপৰত হেঁচা প্ৰয়োগ কৰি নিজৰ স্বাৰ্থ ৰক্ষা কৰে বা তাৰ হৈ কাম কৰে।

**২ গণতান্ত্ৰিক উদ্যমহীনতা ঃ** গণতান্ত্ৰিক ৰাষ্ট্ৰবিলাকৰ লক্ষ্য হল জনকল্যাণ সাধন কৰা। আজিকালি অনেক দেশত নেতাসকলে এই লক্ষ্য পাহৰি যায় আৰু নিজৰ স্বাথ সিদ্ধিৰ ওপৰতহে গুৰুত্ব দিয়ে। এনে অৱস্থাত, গণতান্ত্ৰিক উদ্যম ( Spirit ) নাইকিয়া হৈ গলে জনকল্যাণৰ নামত বিভিন্ন স্বাৰ্থজড়িত মহলৰ কুচকাৱাজ দেখা দিয়ে। জাতীয় লক্ষ্য ভ্ৰষ্ট হৈ গলে ভিন ভিন স্বাৰ্থই নিজৰ আত্মৰক্ষাৰ কাৰণে প্ৰভাৱিত চক্ৰত প্ৰকাশ পোৱা দেখা যায়। এই প্ৰভাৱিত চক্ৰবিলাকে চৰকাৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি নিজৰ কল্পিত উদ্দেশ্য ৰক্ষা কৰি চলে।

**৩ ৰাষ্ট্ৰৰ কাৰ্য্য–কলাপৰ সম্প্ৰসাৰণ ঃ** শিল্প বাণিজ্য বৃদ্ধি পোৱাৰ লগে লগে চৰকাৰী কাম-কাজো অভাৱনীয়ভাৱে বাঢ়ি যাবলৈ ধৰে। আগৰ পুলিচ, ৰাষ্ট্ৰৰ কাম, আইন শৃঙ্খলা ৰক্ষা কৰাতে আৱদ্ধ আছিল কিন্তু ৰাষ্ট্ৰবিলাকে জন-কল্যাণকামী চৰিত্ৰ লাভ কৰাৰ লগে লগে, ইয়াৰ কাৰ্য্যক্ষেত্ৰ বহুপৰিমাণে বৃদ্ধি পায়। ৰাষ্ট্ৰই সকলো শ্ৰেণীৰ নাগৰিকৰ প্ৰতি মনোযোগ দিব লগা হোৱাত,

বিভিন্ন স্বাৰ্থ ক্ষুণ্ণ হোৱাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি। এনে অৱস্থাত এই ক্ষুণ্ণ হোৱা (বা অক্ষুণ্ণ থকা) স্বাৰ্থবিলাকেও নিজকে সংগঠন কৰা প্ৰয়োজন হৈ পৰে। প্ৰভাৱিত চক্ৰবিলাক এনেদৰেও জন্ম হ'ব পাৰে।

**ভৌগোলিক প্ৰতিনিধিত্বৰ অকুলনতা** ঃ সকলো গণতান্ত্ৰিক দেশত ভৌগোলিক প্ৰতিনিধিত্ব মানি চলা হয় যদিও কিছুমান মানুহৰ স্বাৰ্থ সদায় আঞ্চলিক প্ৰধান নহবও পাৰে। এনেস্থলত ভৌগোলিক প্ৰতিনিধিত্বই সকলো স্বাৰ্থ প্ৰতিফলিত নকৰে। উমৈহতীয়া আঞ্চলিক সমস্যাৰ ক্ষেত্ৰত ভৌগোলিক প্ৰতিনিধিত্ব লাভজনক হ'ব পাৰে। কিন্তু শিল্প বাণিজ্য ধৰ্মীয় স্বাৰ্থ এই প্ৰতিনিধিত্বই ৰক্ষা কৰিব নোৱাৰিব পাৰে। এনে অৱস্থাত এই স্বাৰ্থবিলাকে নিজৰ স্বাৰ্থৰক্ষাৰ কাৰণে প্ৰভাৱশালী চক্ৰ গঠন কৰিব'ল বাধ্য হয়।

**ৰাজনৈতিক দলৰ বিফলতা** ঃ অধ্যাপক হাৰমন ফাইনাৰৰ মতে, ৰাজনৈতিক দলবিলাকৰ বিফলতাইও অনেক সময়ত প্ৰভাৱশালী চক্ৰৰ জন্ম দিয়াত সহায় কৰি আহিছে। তেওঁৰ মতে যত ৰাজনৈতিক দলবিলাক দুৰ্ব্বল আৰু ভাবাদৰ্শবিহীন, তেনে ঠাইতে প্ৰভাৱশালী চক্ৰৰ জন্ম হয়। অধ্যাপক ফাইনাৰৰ বক্তব্যত সত্যতা থাকিব পাৰে তথাপি শক্তিশালী ভাবাদৰ্শৰে পুষ্ট হোৱা আৰু কাৰ্য্যক্ষম দলীয় কাৰ্য্যকলাপ থকা সত্বেও যে প্ৰভাৱশালী চক্ৰ গঠিত হ'ব পাৰে, সি অনস্বীকাৰ্য্য। সাধাৰণতে দলীয় কাৰ্যকলাপৰ লক্ষ্যই হ'ল চৰকাৰ গঠন কৰা আৰু ক্ষমতা লাভ কৰা। এনে অৱস্থাত জাতীয় দলবিলাকে কোনো বিশেষ স্বাৰ্থৰ কথা ভাবি কাম কৰিব নোৱাৰে। আৰু কৰিলেও গণ অনুমোদন পাব নোৱাৰে। সকলো লোকৰে উমৈহতীয়া স্বাৰ্থ ৰক্ষা কৰাতোহে জাতীয় দলবিলাকৰ ঘাই কাম। এই দলবিলাকে ক্ষুদ্ৰ স্বাৰ্থৰ প্ৰতি মনোযোগ দিবলৈ খুব কম সময় পায়। প্ৰভাৱশালী চক্ৰ গঠন হলেহে ক্ষুদ্ৰ স্বাৰ্থ ৰক্ষা হোৱা সম্ভব।

## প্ৰভাৱশালীচক্ৰ আৰু কক্ষালাপ ( Pressure group and Lobbies )

প্ৰভাৱশালীচক্ৰ আৰু বিধানসভাৰ প্ৰৱেশ কক্ষত হোৱা ৰাজনৈতিক আলাপৰ মাজত পাৰ্থক্য আছে। কুৰি শতিকাৰ অগ্ৰগতিৰ লগে লগে কক্ষালাপেও প্ৰভাৱশালীচক্ৰৰ সমানে গুৰুত্ব লাভ কৰিছে। প্ৰভাৱশালী চক্ৰবিলাকে সাধাৰণতে বিধানসভা আৰু জনমতৰ ওপৰত ক্ৰিয়া কৰে, কিন্তু কক্ষালাপে আইন প্ৰণয়নৰ

সমন্বত, এখন বিধেয়ক গ্ৰহণ কৰা অগ্ৰাহ্য কৰা আদি কামৰ লগত জড়িত থাকে। প্ৰভাৱশালী চক্ৰবিলাকে আপেক্ষিকভাৱে এখন বহুল ক্ষেত্ৰত নিজকে জড়িত কৰে, কিন্তু কক্ষালাপ কেবল বিধানসভাৰ প্ৰবেশ কক্ষত বা ইয়াৰ সদস্যক প্ৰভাৱিত কৰা কামত ব্যস্ত থাকে। প্ৰভাৱশালী চক্ৰবিলাকে এহাতে জনমত গঠনৰ চেষ্টা কৰে আৰু আনহাতে, কক্ষালাপৰ সহায়ত একোখন আইন গ্ৰহণ কৰা বা অগ্ৰাহ্য কৰাত জোৰ দিয়ে। কক্ষালাপকাৰীসকলে বিধান সভাৰ সমিতিৰ আগত বা ব্যক্তিগত বিধায়কৰ আগত স্বাভিষ্ট সিদ্ধিৰ হকে ওকালতি কৰে বা যুক্তি প্ৰদৰ্শন কৰে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাজনীতিত কক্ষালাপৰ স্থান দিনে দিনে গুৰুত্বপূৰ্ণ হৈ উঠা দেখা যায়।

আজিকালি ভাৰতবৰ্ষতো ঠায়ে ঠায়ে প্ৰভাৱশালী চক্ৰই গা কৰি উঠিছে। অৱশ্যে আমেৰিকাৰ তুলনাত ভাৰতবৰ্ষত প্ৰভাৱশালী চক্ৰ আৰু কক্ষালাপে ৰাইজৰ মনোযোগ আকৰ্ষণ কৰাত কৃতকাৰ্য্য হব পৰা নাই। কিছুমান স্বাৰ্থজড়িতমহলে আমেৰিকাৰ ৰাজনীতিত বিধানসভা গৃহত কক্ষালাপৰ কাৰণে নিজা প্ৰতিনিধি প্ৰেৰণ কৰে আৰু প্ৰয়োজন হলে প্ৰভাৱশালী চক্ৰ গঠন কৰি জনমতৰ ওপৰত হেঁচা দিয়ে। প্ৰভাৱশালী চক্ৰবিলাক আমেৰিকাত যথেষ্ট শক্তিশালী। ইবিলাকে বাতৰি কাগজ আৰু শবাণী বা দূৰদৰ্শনকো হাত কৰি স্বৱক্তব্য প্ৰচাৰ কৰে। প্ৰয়োজন সাপেক্ষে ক্ষমতাশালী চিনেৰ সদস্য বা বিধায়কক ব্যক্তিগতভাৱে লগ ধৰি অথবা প্ৰচাৰ পত্ৰিকা আদি ছাপা কৰি নিজৰ উদ্দেশ্য অৱগত কৰায়।

আমেৰিকা যুক্তৰাষ্ট্ৰত আমেৰিকা ৰেলপথ সংস্থা ( A A R ) আমেৰিকা ইহুদী সমিতি ( American Jewish Committee ) সেইদৰে ইংলণ্ডৰ জাতীয় কৃষক সন্মিলন ( National Farmers Union ) ফ্ৰান্সৰ জেনেৰেল ডু টেভেইল ( General Du Travail ) ভাৰতৰ সৰ্ব্বভাৰতীয় উৎপাদনকাৰী সংগঠন ( All India Manufacturers organization ) মিলিত ব্যৱসায়ী সংস্থা ( Associa ted Chamber of Commerce ) ফৰাম অব ফ্ৰি এণ্টাৰপ্ৰাইজ ( Forum of Free Enterprise ) ইত্যাদি বিখ্যাত প্ৰভাৱশালী চক্ৰ। ভিন্ ভিন্ প্ৰকাৰৰ স্বাৰ্থৰ কাৰণে ভিন্ ভিন প্ৰভাৱশালী চক্ৰ গঠন হব পাৰে। শিল্প, কৃষি শ্ৰমিক ব্যৱসায়ী, দ্ৰব্যভোক্তা, ( consumer ) প্ৰভৃতি বিষয়ৰ নিজা নিজা স্বাৰ্থ ৰক্ষা বা সম্প্ৰসাৰণৰ কাৰণে প্ৰভাৱশালী চক্ৰবিলাকে কাম চলাই যাব পাৰে।

এইবিলাকৰ বাহিৰেও ধৰ্ম্ম বা ধৰ্ম্মীয় শাখাৰ নামতো প্ৰভাৱশালী চক্ৰ গঠন

হব পাৰে। পশ্চিমীয়া গণতন্ত্ৰবিলাকত ৰোমান কেথলিক প্ৰোটেষ্টেন্ট আদিয়েও, নিজ স্বাৰ্থৰক্ষাৰ কাৰণে প্ৰভাৱশালী চক্ৰৰ যোগেদি কক্ষালাপত আগভাগ লৈ কাম কৰা দেখা যায়। 'পলিটিক্স, পাৰ্টি আৰু প্ৰচাৰগ্ৰুপ নামৰ পুথিত লিখকে ধৰ্ম্মীয় প্ৰভাৱশালীচক্ৰৰ কথা উল্লেখ কৰি কৈছে যে গীৰ্জ্জাঘৰৰ যোগেদি বা প্ৰভাৱশালী চক্ৰৰ যোগে পশ্চিমীয়া গণতন্ত্ৰত সংগঠিত ধৰ্ম্মীয় গোটে কাম কৰি যায়।

## কক্ষালাপৰ কৌশল ( Technique of Lobbyists )

আমেৰিকাৰ ৰাজনীতিত, কক্ষালাপীসকলে গ্ৰহণ কৰা কিছুমান কৌশল এনেকুৱা —

১ চৰকাৰৰ বিভিন্ন বিভাগৰ ওপৰত প্ৰাথমিক পৰ্য্যায়ৰ হেঁচা প্ৰদান কৰা, স্বাৰ্থ জড়িত বাৰ্ত্তা সংগ্ৰহ কৰা আদি।

২ বিধানমণ্ডলৰ সমিতিবিলাকৰ যথাযথ ব্যৱহাৰ আৰু মনোযোগ আকৰ্ষণ কৰা।

৩ ব্যক্তিগতভাৱে আইন প্ৰণেতা আৰু প্ৰশাসক সকলক লগ ধৰি নিজ বক্তব্য অৱগত কৰা।

৪ নিৰ্ব্বাচনত আগভাগ লোৱা, শত্ৰু মিত্ৰ নিৰ্বিশেষে প্ৰভাৱিত কৰা।

৫ সম্ভাব্য স্থলত আদালত যোগে হস্তক্ষেপ বিচৰা।

৬ বিভিন্ন মিত্ৰচক্ৰৰ পাৰস্পৰিক সাহাৰ্য্য আৰু মিত্ৰতাযোগে কাম কৰা।

বিভিন্ন সভাবিলাক বহাৰ ভালে দিনৰ আগৰে পৰা কক্ষালাপৰ কৌশল বিলাক প্ৰয়োগ কৰা হয় যাতে সময়মতে আপেক্ষিক ফল লাভ কৰিব পাৰি। কোনো কোনো অৱস্থাত ভাড়াদি অনা লোকৰ যোগেদিও কক্ষালাপৰ প্ৰাথমিক অভিযান আৰম্ভ কৰা হয়। প্ৰভাৱশালী চক্ৰৰ সভ্য বা ভাড়া দি অনা লোক সকলে নিৰ্ব্বাচনত প্ৰাৰ্থীজনক লগ ধৰি তেওঁক নিৰ্ব্বাচনত জয় হোৱাত সহায় কৰে, যাতে নিৰ্ব্বাচনৰ পাছত তেওঁৰ পৰা আশা কৰা ধৰণে ফল পাব পাৰে। কক্ষালাপীসকলে বিধান মণ্ডলৰ সদস্যৰ লগত বন্ধুত্ব সেউজীয়া কৰি ৰখাত গুৰুত্ব দিয়ে আৰু খেলাধূলা চাহমেল, ভোজভাত, আয়োজন কৰি বন্ধুত্ব বঢ়াই তোলে। অৱশ্যে সকলো ক্ষেত্ৰতে ব্যক্তিগত বন্ধুত্বত বেছি মূল্য আৰোপ কৰা হয়।

উপৰোক্ত নিয়মেৰে উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰিলে, অৰ্থাৎ প্ৰশাসনীয় আৰু বিধায়িনী উপায় বিফল হলে, কক্ষালাপী সকলে ন্যায়পালিকালৈ আবেদন কৰে।

পিটাৰ মাৰ্কলে' অৱশ্যে, প্ৰভাৱশালী (Pressure group) চক্ৰৰ পৰিবৰ্ত্তে

অনুৰাগীচক্র (Interest group) শব্দটো ব্যৱহাৰ কৰিছে। তেওঁ এই অনুৰাগ সমূহক ছটা ভাগে ভাগ কৰিছে।

১ অৰ্থনৈতিক অনুৰাগী চক্র, যেনে আমেৰিকাৰ জাতীয় উৎপাদক সংস্থা (National Association of Manufacturer—NAM)

২ বিভিন্ন ধৰণৰ লোক সেৱা সংগঠন সমূহ যেনে, ইউৰোপৰ ব্যৱসায়ী গোষ্ঠী, অৰ্দ্ধবিষয়াৰ গোষ্ঠী বা হস্তশিল্প গোষ্ঠী আদি।

৩ সাধাৰণ পেচা বা বৃত্তিমূলক লোকৰ অনুৰাগীচক্র, যেনে, আমেৰিকা মেডিকেল সংস্থা।

৪ প্ৰতিজন সভ্য সমূহীয়াভাৱে একত্রিত হৈ নিজৰ স্বাৰ্থজড়িত বিষয় লৈ চৰ্ত আৰোপৰ ক্ষমতা থকা অনুৰাগ চক্র, যেনে, শ্রমিক সংগঠন মজদুৰ সংঘ ইত্যাদি।

৫ আনুষ্ঠানিক চৰিত্ৰৰ অনুৰাগীচক্র যেনে, চিভিল চাৰ্ভিছ সংস্থা', 'বিশ্ববিদ্যালয় আৰু কলেজ শিক্ষক সংস্থা আদি।

৬ ভিন্নসুৰৰ অনুৰাগী চক্র। যেনে, 'বাটৰ বিপ্লবী সংঘ', 'বৃদ্ধ সংঘ আদি।

## প্ৰভাৱশালী চক্র আৰু কক্ষালাপৰ কাম

কক্ষালাপী সকলৰ কৌশলৰ প্ৰসঙ্গত যিবিলাক কাম উল্লেখ কৰা হল, সেইবিলাক প্ৰকৃতপক্ষে প্ৰভাৱশালী চক্র বিলাকৰে কাম বুলি কব পাৰি। তথাপি প্ৰভাৱশালী চক্র আৰু কক্ষালাপী কাৰ্য্যকলাপ তলত দিয়া ধৰণে ভগাব পাৰি।

## ১ প্ৰচাৰ আৰু বিস্তাৰ (Publicity and Propaganda)

প্ৰভাৱশালী চক্র সমূহে প্ৰচাৰ আৰু বিস্তাৰ যোগে স্বকীয় উদ্দেশ্য কাৰ্য্যকৰী কৰাৰ চেষ্টা চলাই যায়। এনেদৰে প্ৰচাৰ মাধ্যমত নিজৰ স্বাথ আৰু নীতি কাৰ্য্যকৰী কৰণৰ বাবে চৰকাৰৰ ওপৰত হেঁচা দিয়ে, কোনো সময়ত চৰকাৰৰ বিশেষ আইন গ্ৰহণ কৰিবলৈ বা গ্ৰহণ কৰাৰ পৰা বিৰত থাকিবলৈ বাধ্য কৰে।

## ২ নিৰ্ব্বাচন ইস্তাহাৰ চলোৱা (Electioneering)

যিবিলাক নিৰ্ব্বাচন প্ৰাৰ্থীৰ পৰা স্বাৰ্থসিদ্ধিত সহায় হব বুলি ভবা হয়, তেনে প্ৰাৰ্থীৰ হৈ নিৰ্ব্বাচন প্ৰচাৰ আৰু ইস্তাহাৰ ডাঙি ধৰা।

## ৩ সংযোগ স্থাপন

চৰকাৰৰ লগত বা কর্তৃপক্ষৰ লগত উপযুক্ত ভাৱে যোগাযোগ স্থাপন কৰি স্বার্থজড়িত কাম আদায় কৰি লোৱাটো প্ৰভাৱশালী চক্ৰৰ প্ৰয়োজনীয় কাম।

## ৪ ৰাজনৈতিক দলৰ লগত সহযোগ

ৰাজনৈতিক দলৰ সহায়টো প্ৰভাৱশালীচক্ৰ সমূহে কাম কৰিব পাৰে যদিহে সেইদল তেওঁলোকৰ উদ্দেশ্যৰ প্ৰতি সহানুভূতিশীল হয়।

## ৫ আন্দোলন

প্ৰয়োজন বোধ কৰিলে, প্ৰভাৱশালী চক্ৰ বিলাকে আন্দোলনৰ কাৰণে জড়িত ব্যক্তিসকলক উত্তেজিত কৰি তুলিব পাৰে বা আহ্বান কৰিব পাৰে। ভাৰতবৰ্ষত ধৰ্ম্মঘট, বন্ধ, অনশন, জনসমাবেশ আৰু উগ্ৰতা প্ৰকাশো আন্দোলনৰ অংশ বিশেষ হৈ পৰা দেখা গৈছে ছাত্ৰ সংগঠন, শ্ৰমিক সংগঠন কেন্দ্ৰীয় বা ৰাজ্যিক কৰ্ম্মচাৰী সংস্থা বিলাকে সম্পত্তি ধ্বংস ৰেল বাছত অগ্নিসংযোগৰ দৰে ধ্বংসাত্মক পন্থা লোৱা ভাৰতত পুৰণা কথা হৈ পৰিছে।

## ৬ অৰ্থনৈতিক উপায় অৱলম্বন

কোনো কোনো প্ৰভাৱশালী চক্ৰই পশ্চিমীয়া গণতন্ত্ৰবিলাকত স্বাৰ্থ সিদ্ধিৰ কাৰণে অনৈতিক উপায় উদ্ভাৱন কৰাও দেখা যায়। তেওঁবিলাকে বিধায়ক বা কৰ্ম্মচাৰী বিলাকক ভেটি খুউবা ভোজভাত সুগন্ধী সুৰা নাৰীসঙ্গ আদিৰ প্ৰলোভন দি কাৰ্য্য সিদ্ধি কৰে বুলি ভি অ কি য়ে (V O Key) লিখিছে।

কেতিয়াবা শিল্পপ্ৰধান প্ৰভাৱশালী চক্ৰই প্ৰয়োজনীয় আইনৰ আশাত বিধায়ক বা উচ্চশ্ৰেণীৰ কৰ্ম্মচাৰীক পৰোক্ষ ভাৱেও ভেটি দিয়ে। উদাহৰণ স্বৰূপে শিল্প পতিসকলে বিধায়কৰ লৰা ছোৱালী বা আত্মীয়স্বজনক আশাতীতভাৱে বেছি দৰ্ম্মহা দি নিজৰ প্ৰতিষ্ঠানত চাকৰি দিয়ে আৰু বিধায়কজনক পৰোক্ষভাৱে ভেটি খুৱাই হাত কৰে।

মি কিয়ে (Key) আঙুলিয়াই দিছে যে হেচাদিয়া (Pressure) বুলিয়েই বিধায়ক বা কৰ্ম্মচাৰী এজনক সৎপথ আৰু জনসেৱা মনোভাৱৰ পৰা আঁতৰাই অনাৰ ছবিএখন হ আমাৰ মানস পাটত ভাঁহি উঠে। ১৯৪৬ চনৰ 'ফেডাৰেচন

ৰেগুলেচন অব লবিং এক্ট' খন গ্ৰহণ কৰাৰ পাছত সম্প্ৰতি আমেৰিকা যুক্তৰাষ্ট্ৰত কক্ষালাপ আৰু প্ৰভাৱশালী চক্ৰৰ অনৈতিক কাৰ্য্যকলাপ কিছু অৱৰোধ হোৱা দেখা যায়।

## ৭ জনমত জগাই তোলা ঃ-

প্ৰভাৱশালী চক্ৰবিলাকৰ জনমত গঠন কৰাৰ দায়িত্বও আছে। এই চক্ৰ বিলাকে প্ৰচাৰ সংগঠন সংলাপ আদি কৌশল অবলম্বন কৰি জনমত গঢ়ি তোলাত সহায় কৰে। মি কিয়ে প্ৰভাৱশালীচক্ৰৰ প্ৰয়োজনীয়তা কথা কওতে ব্যাখ্যা কৰি দেখুৱাইছে যে 'ভালৰ কাৰণেই হওঁক বা বেয়াৰ কাৰণেই হওঁক স্পষ্টভাৱে সংগঠিত চক্ৰবিলাকে ৰাজনৈতিক পদ্ধতিত প্ৰতিনিধিত্বৰ কাম কৰে। কক্ষালাপক 'তৃতীয় সদন বুলি অভিহিত কৰা কথাতোৱেই সলসলিয়াকৈ দেখুৱাই দিয়ে যে সংগঠিত চক্ৰবিলাকে ভৌগোলিক প্ৰতিনিধিত্বৰ পৰিপূৰক হৈছে।' জনমত গঠন কৰা ক্ষেত্ৰত জাতীয় দলবিলাকতকৈয়ো প্ৰভাৱশালী চক্ৰবিলাক কেতিয়াবা এখোজ আগবাঢ়ি গলেও পিছ পৰিব নোৱাৰে। ফাইনাৰেও এই চক্ৰবিলাক তৃতীয় সদন আৰু 'সহকাৰী চৰকাৰ' বুলি কব খোজে। তেখেতে দেখুৱাইছে যে আমেৰিকা যুক্তৰাষ্ট্ৰৰ দৰে বিশাল দেশবিলাকত ৰাজনৈতিক দলবিলাকে বিভিন্ন প্ৰকাৰ উদ্দেশ্যৰ প্ৰতিনিধিত্ব কৰিবলৈ সমৰ্থ নহয়। আমেৰিকাৰ নিম্নসদন কংগ্ৰেছে এই কথা উপলব্ধি কৰিয়েই, আইন প্ৰণয়নত সহায় কৰিবলৈ 'সমিতি বিলাকৰ জৰিয়তে প্ৰভাবশালী চক্ৰবিলাকৰ পৰা প্ৰয়োজনীয় উপদেশ গ্ৰহণ কৰে।

## ৮ ভিন্ন স্বাৰ্থৰ প্ৰতিফলন

প্ৰভাবশালী চক্ৰ আৰু কক্ষালাপে দেশৰ ভিন ভিন স্বাৰ্থ আৰু উদ্দেশ্য প্ৰতিফলিত কৰি তোলে জে এ কৰিয়ে লিখি ছ, ৱাছিংটনত থকা ভিন ভিন স্বাৰ্থ বিলাক প্ৰভাৱশালী চক্ৰবিলাকে প্ৰতিফলিত কৰি তোলে। এই স্বাৰ্থবোৰক শ্ৰেণীত ভাগ কৰা সহজ নহয়। তথাপি দেখা যায় ইবিলাকে ব্যৱসায়ী আৰু শিল্পগোষ্ঠী, শ্ৰমিকগোষ্ঠী, খাট পালনৰ স্বাৰ্থ, বৃত্তিমূলক সংগঠন, নাৰীসমাজ জাতিগত খেল, ধৰ্ম্মমূলক অনুষ্ঠান আদিৰ প্ৰকৃত স্বাৰ্থ ডাঙি ধৰিব পাৰে। এই স্বাৰ্থবিলাক জীয়াই ৰাখিবলৈ প্ৰভাৱশালী চক্ৰবোৰে বহুত টকা ব্যয় কৰে আৰু সকলো প্ৰকাৰৰ পৰিকল্পনা বাস্তৱত ৰূপায়ণ কৰাৰ চেষ্টা কৰে।

## জনসম্পৰ্ক ৰক্ষা কৰাৰ কাম

জনসম্পৰ্ক ৰক্ষা কৰা ক্ষেত্ৰত প্ৰভাৱশালী চক্ৰসমূহৰ অৱদান নুই কৰা সম্ভৱ নহয়। ভি, অ, কি ৰ মতে জনসম্পৰ্ক দুইধৰণে ৰক্ষা হব পাৰে। প্ৰথমতে, কম সময়ৰ কাৰণে চলোৱা একোটা তীব্ৰ ৰাজহুৱা অভিযানে, অপ্ৰয়োজনীয় আইনৰ বিপক্ষে ৰাইজক সচেতন কৰি তুলিব পাৰে। দ্বিতীয়তে, দীৰ্ঘম্যাদী একোটা অভিযানৰ সহায়ত কোনো শিল্প উদ্যোগৰ প্ৰতি ৰাইজৰ সহানুভূতি সৃষ্টি কৰা অথবা কোনো বিশেষ প্ৰতিষ্ঠানৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা সম্ভৱ হব পাৰে। জনমানসত সহানুভূতি সৃষ্টি কৰিব পাৰিলেই, প্ৰভাৱশালী চক্ৰৰ স্বাৰ্থ ৰক্ষা হোৱাৰ সম্ভাৱনা থাকে।

সকলো প্ৰভাৱশালী চক্ৰই যে একেধৰণৰ পদ্ধতি মানি চলিব, তাৰ কোনো বাধ্যবাধকতা থাকিব নোৱাৰে, পোনপটীয়াকৈ আইন প্ৰণয়নকাৰীৰ ওপৰত তুলি ধৰা কক্ষালাপ ( Lobby ) বা হেঁচা দিয়াৰ পুৰণা পদ্ধতি আঁতৰি যোৱা নাই যদিও, ইয়াৰ মূল্য কমিছে। আজিকালি আমেৰিকাৰ ৱাচিংটন চহৰত কংগ্ৰেছৰ সভ্য সকলক উৎকৃষ্ট পানীয়, সুৰা আৰু ভোজন কৰাই প্ৰভাৱশালী চক্ৰই চা-চিনাকি হৈ লয়। অৱশ্যে আইন এখন গ্ৰহণ কৰা বা নকৰাৰ লগত এই ব্যৱস্থাৰ প্ৰত্যক্ষ সম্বন্ধ নাই। মুঠতে ই এক পৰোক্ষ ব্যবস্থাহে, যাৰ দ্বাৰা অদূৰ ভৱিষ্যতত আইন প্ৰণয়নৰ সহায় হব পাৰে।

## ভাৰতত প্ৰভাৱশালী চক্ৰ

আমেৰিকা, ইংলেণ্ড প্ৰভৃতি পশ্চিমীয়া গণতান্ত্ৰিক দেশৰ দৰে ভাৰতবৰ্ষতো স্বাধীনোত্তৰ কালত লাহে লাহে প্ৰভাৱশালী চক্ৰই ৰাজনীতিত মূৰ তুলি উঠা দেখা গৈছে। অৱশ্যে আমেৰিকাৰ লগত তুলনা কৰিলে ই অতি নগন্য যেন অনুভৱ হয়। ভাৰতত ভালেমান প্ৰভাৱশালী চক্ৰ আছে যিবিলাক বেৱল বৃত্তিৰ লগত জড়িত।

অধ্যাপক হেনচন আৰু ডগ্‌লাছে ভাৰতৰ প্ৰভাৱশালী চক্ৰসমূহক দুটা ভাগত ভাগ কৰিছে। প্ৰথমটো হল ধৰ্ম্ম, জাত, ভাষা বা গোষ্ঠীক কেন্দ্ৰ কৰি জন্ম হোৱা। দ্বিতীয়টো, আধুনিক শিল্পজগত আৰু বিশ্ববিদ্যালয়সমূহৰ সমস্যালৈ গঠিত।

সমগ্ৰ ভাৰতব্যাপী থকা প্ৰভাৱশালীচক্ৰ এটা হল, 'ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ। চমুকৈ ইয়াকে আৰ এছ এছ বুলি কোৱা হয়। হিন্দুজাতি আৰু সনাতন ধৰ্ম্মৰ সংৰক্ষক হিচাবে আৰ এছ এছৰ কাৰ্য্যকলাপে সুদূৰ প্ৰসাৰী সমৰ্থন লাভ কৰিছে।

এককোটি লোকতকৈয়ো অধিক সভ্য থকা এই সংঘটো নিশ্চয় প্ৰভাৱশালী। প্ৰথমতে এই সংঘটো সৰ্ব্বভাৰতীয় ৰাজনৈতিক দল জনসংঘৰ লগত জড়িত আছিল যদিও বৰ্তমান কোনো ৰাজনৈতিক দলেই ইয়াৰ পৃষ্ঠপোষকতা কৰা দেখা নাযায়। গান্ধীজীয়ে কৈছিল 'ক্ষমতা অধিকাৰকৰা ভাৱ পৰিত্যাগ কৰা, বৰং নিজে ক্ষমতাৰ পথ প্ৰদৰ্শক হৈ ইয়াক শুদ্ধপথে পৰিচালনা কৰাহে নিতান্ত প্ৰয়োজন।

হেনচনৰ মতে হিন্দুৰ জাত ( caste ) ব্যৱস্থায়ো কোনো কোনো প্ৰভাৱশালী চক্ৰৰ জন্ম দিছে। ভাৰতত নানা ঠাইত জাতসম্ভূত প্ৰভাৱশালী চক্ৰ আছে। এইবিলাকে ঘাইকৈ কৰ্ম্ম সংস্থান, অৰ্থনৈতিক উন্নয়ন শিক্ষাগত সা সুবিধা নিশ্চিত কৰাতে আৰদ্ধ থাকে। তামিলনাডুৰ 'নাদাৰ জাতিসংস্থা ৰ ( Nadar caste Association ) বিষয়ে ৰবাৰ্ট হাৰগ্ৰেভ চে তেওঁৰ দি নাদাৰচ অব তামিলনাডু' গ্ৰন্থত বিস্তৃত বিৱৰণ দিছে। ১৯৬৫ চনতে এই সংস্থাৰ সভ্য আছিল কুৰি হাজাৰো অধিক। অসমতো 'আহোম সভা 'চুটিয়া জাতি সন্মিলন বা 'তপচিলভূক্ত জাতি 'অনুন্নত জাতি সন্মিলন' আদি অনুষ্ঠানক গোষ্ঠীগত প্ৰভাৱশালী চক্ৰৰ শাৰীত ধৰিব পাৰি। এই চক্ৰবিলাকে নিজ নিজ জাতৰ বা গোষ্ঠীৰ কাৰণে চাকৰি, আৰ্থিক উন্নয়ন, প্ৰশাসনীয় সা-সুবিধা আদিৰ কাৰণে চৰকাৰক হেঁচা দি আহিছে।

আধুনিক যুগৰ প্ৰভাৱত জন্ম হোৱা প্ৰভাৱশালী চক্ৰ বিলাকৰ ভিতৰত নি সন্দেহে 'কৃষান সভা বা সৰ্ব্বভাৰতীয় কৃষক সংস্থাৰ ( All India Peasant Association ) নাম লব পাৰি। ১৯৩৬ চনতে ভাৰতৰ জাতীয় কংগ্ৰেছে কৃষক সংগঠনৰ উদ্দেশ্য আগত ৰাখি ইয়াৰ জন্ম দিছিল যদিও, কৃষক উন্নয়নৰ কাৰণে সেইকালত কোনো চিন্তা কৰা নহল। কংগ্ৰেছে মাটিগিৰিসকলৰ সন্তুষ্টিৰ কাৰণে কৃষকৰ প্ৰকৃত উন্নয়নত মনোযোগ নিদি ইংৰাজৰ বিৰুদ্ধে, ভাৰত ব্যাপী হোৱা গণ আন্দোলনতহে ইয়াক প্ৰয়োগ কৰিছিল। পাছলৈ কমিউনিষ্ট দলেহে কৃষান সভাক প্ৰকৃত উদ্দেশ্যত নিয়োগ কৰে। তেতিয়াৰে পৰা কংগ্ৰেছ চছিয়েলিষ্ট আদি কিছুমান দলে, কৃষক সংগঠনত মনোনিবেশ কৰি আছে যদিও কৃষকসকলৰ জাত পাত, ধৰ্ম্ম বিশ্বাস আদিৰ তাৰতম্যতাই এই কামত যথেষ্ট বাধা দান কৰিছে।

১৯৪০ ৰ দশকত কমিউনিষ্টদলে ইন্ধন যোগোৱা টেলেঙ্গানা কৃষৰ বিপ্লৱৰ নৃশংস স্বৰূপ বা পশ্চিমবঙ্গৰ নক্সালবাৰী নামে ঠাইত হোৱা প্ৰচণ্ড কৃষক বিপ্লৱক কোনো কোনো লিখকে প্ৰভাৱশালী চক্ৰ বুলি আখ্যা দিব খুজিলেও প্ৰকৃততে ইবিলাক অগণতান্ত্ৰিক অনুষ্ঠান, প্ৰভাৱশালী চক্ৰ পদবাচ্য হব নোৱাৰে। কেৰেলা

ৰাজ্যৰ 'পাহাৰী কৃষক একতা সভা'ক অৰশ্যে গ্ৰাম্য পৰ্য্যায়ৰ প্ৰভাৱশালী চক্ৰৰ শাৰীত ধৰিব পাৰি।

ভাৰতত শিল্প বিপ্লৱে মুৰ ডাঙি উঠাৰ লগে লগে বেহা বেপাৰৰো সম্প্ৰসাৰণ ঘটিল, কলিকতা বোম্বাই আদি বাণিজ্য কেন্দ্ৰবিলাকত বাণিজ্যৰ সুবিধাৰ্থে আধুনিক যুগত অনেক প্ৰভাৱশালী চক্ৰই চৰকাৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ চেষ্টা কৰা দেখা গৈছে। এই প্ৰভাৱশালী চক্ৰবিলাকৰ লক্ষ্য নিঃসন্দেহে লোকায়ত হলেও মাজে মাজে ধৰ্ম, ভাষা আদিৰ ভিত্তিতো গঢ় লোৱা এনেকুৱা প্ৰভাৱশালী চক্ৰ দেখা যায়। বাণিজ্যিক প্ৰভাৱশালী চক্ৰবিলাক ঘাইকৈ চাৰিটা ভাগত ভাগ কৰা হয়। প্ৰথমতে শিল্প সম্বন্ধীয় দ্বিতীয়তে সাম্প্ৰদায়িক অথচ বাণিজ্যমূলক তৃতীয়তে আঞ্চলিক আৰু চতুৰ্থতে সৰ্ব্বভাৰতীয় চৰিত্ৰৰ প্ৰভাৱশালী চক্ৰ কলিকতাৰ ব্যৱসায়ী মুছলমান বিলাকে যিদৰে অৰিয়েণ্টেল চেম্বাৰ অব কমাৰ্চ গঠন কৰিছে, সেইদৰে বঙালী সম্প্ৰদায়ে বেঙ্গল নেচনেল চেম্বাৰ অব কমাৰ্চ পাতি নিজ প্ৰভাৱ বিস্তাৰ কৰাৰ চেষ্টা এৰা নাই। মাৰোৱাৰী সম্প্ৰদায়ৰ দ্বাৰা গঠিত হোৱা অনুষ্ঠান 'ভাৰত চেম্বাৰ অব কমাৰ্চ'। সৰ্ব্বভাৰতীয় ভিত্তিত গঠিত হোৱা ব্যৱসায়ী সন্থা হল—'সংযুক্ত ভাৰতীয় ব্যৱসায়ী সন্থা ( Federation of Indian chambers of commerce and Industry )। এই অনুষ্ঠানৰ কেন্দ্ৰীয় কাৰ্য্যালয় দিল্লীত। ডুকুৰিৰো অধিক বাণিজ্যিক সংগঠনক এই অনুষ্ঠানে প্ৰতিনিধিত্ব কৰে। ভাৰতৰ পৰিকল্পনা আয়োগ আৰু কেন্দ্ৰীয় মন্ত্ৰীসভা বা সংসদী সদস্যক এই সন্থাই প্ৰভাৱিত কৰা দেখা যায়। এনে সন্থাই বাণিজ্যমূলক খা খৰৰ চৰকাৰে বিচৰামতে দাখিল কৰিব পাৰে আৰু অনেক সময়ত চৰকাৰেও কোনো পৰিকল্পনাৰ বাবে এই সন্থাৰ ওপৰত নিৰ্ভৰ নকৰাকৈ নোৱাৰে। আধুনিক যুগত কংগ্ৰেছ দলটো ঘাইকৈ ব্যৱসায়ী প্ৰতিষ্ঠানৰ ওপৰত অৰ্থ সাহাৰ্য্যৰ বাবে নিৰ্ভৰশীল। সেয়েহে কংগ্ৰেছদলৰ কাৰ্য্যকৰী সমিতি বিলাকেও সংস্থাবিলাকৰ প্ৰভাৱমুক্ত হোৱা সম্ভৱ নহয়।

শিল্প সম্বন্ধীয় সংগঠন ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ কথা উল্লেখ নকৰিলে আলোচনা অসম্পূৰ্ণ হৈ ৰব। ১৯২০ চনতে শিল্প প্ৰতিষ্ঠান সমূহৰ শ্ৰমিকক লৈ ট্ৰেড ইউনিয়ন ( T U C ) গঠন হলেও কৃষান সভাৰ দৰে এই সন্থায়ো শ্ৰমিকৰ উন্নয়ন কল্পে ধনাত্মক কাৰ্য্য পন্থা হাতত লব পৰা নাছিল। কমিউনিষ্ট দলৰ প্ৰভাৱত ট্ৰেড ইউনিয়নে বিপ্লৱী কাৰ্য্যপন্থা হাতত লোৱাৰ পৰিপ্ৰেক্ষিতত কংগ্ৰেছদলে ১৯৪৮ চনত 'জাতীয় ট্ৰেড ইউনিয়ন গঠন কৰে। কংগ্ৰেছৰ বাহিৰেও ট্ৰেড ইউনিয়ন

গঠনত চহিয়েলিষ্ট দলেও প্ৰচেষ্টা এৰি দিয়া নাছিল অৱশ্যে যোৰা তাপলি মাৰি কৰা কাম অসাৰ্থক হৈয়ে থাকে। ৰাজনৈতিক দলৰ বহুতীয়া হোৱা বাবে ভাৰতত ট্ৰেড ইউনিয়নে প্ৰকৃত প্ৰভাৱশালী চক্ৰৰ বহুতো বৈশিষ্ট্য হেৰুৱাব লগা হল। আজিকালি প্ৰায়বিলাক ৰাজনৈতিক দলৰ লগত জড়িত একোটা প্ৰভাৱশালী সন্থা দেখা যায়। জনতা দলৰ লগত থকা যুৱ জনতা সেইদৰে কংগ্ৰেছৰ লগত 'যুৱ কংগ্ৰেছ ছাত্ৰ কংগ্ৰেছ আদি অনুষ্ঠান প্ৰভাৱশালী চক্ৰবে নামান্তৰ বুলিব পাৰি। ভাৰতৰ 'কেন্দ্ৰীয় আৰু অৰ্দ্ধ কেন্দ্ৰীয় কৰ্মচাৰী সন্থা ভাৰতীয় বিশ্ববিদ্যালয় আৰু কলেজ শিক্ষক সন্থাৰ দৰে অনুষ্ঠানবিলাক মূলতে বৃত্তিমূলক প্ৰভাৱশালীচক্ৰ। সেইদৰে কোনো কোনো প্ৰভাৱশালী চক্ৰ ৰাজনৈতিক দলৰ লগত জড়িত থকা দেখা যায়। মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ কাৰ্য্যপন্থাৰ লগত খাপ খুৱাই গঢ়ি তোলা কক্ষালাপ অনুষ্ঠান হ'ল চীনা লবি। সেইদৰে অখিল ভাৰত গো হত্যা নিবাৰণী সন্মিলন খনৰ সম্বন্ধ আছিল আগৰ ভাৰতীয় জনসংঘ দলৰ লগত। পুঁজিবাদৰ প্ৰতি সহানুভূতিশীল দৃষ্টিৰে চোৱা প্ৰভাৱশালী চক্ৰ হ'ল ফৰাম অৱ ফ্ৰি এণ্টাৰপ্ৰাইজ আৰু আমেৰিকান লবি।

ভাৰতবৰ্ষৰ শ্ৰমিক সন্থা, ট্ৰেড ইউনিয়ন ছাত্ৰ সন্মিলন প্ৰভৃতি প্ৰভাৱশালী চক্ৰবিলাকে প্ৰায়ে বন্ধ জনসমাবেশ, ধৰ্ম্মঘট শোভাযাত্ৰা আদিৰ মাধ্যমত স্বাৰ্থ ৰক্ষা কৰিবলৈ যত্ন কৰে।

## সমালোচনা

আমি আগতেই দেখুৱাই আহিছো যে প্ৰভাৱশালী চক্ৰবিলাক গণতন্ত্ৰৰ কাৰণে অপৰিহাৰ্য্য ভিন ভিন প্ৰকাৰৰ উদ্দেশ্য আৰু স্বাৰ্থ অক্ষুণ্ণ ৰখাত জাতীয় দলবিলাক প্ৰায়ে বিফল হোৱা দেখা যায় কিয়নো এই দলবিলাকৰ দৃষ্টিভঙ্গী এটা ঠেক গণ্ডিৰ মাজত আৱদ্ধ ৰাখিব পৰা নাযায়। এনে অৱস্থাত প্ৰভাৱশালী চক্ৰবিলাকৰ জড়িয়তে সুকীয়া সুকীয়া স্বাৰ্থ ৰক্ষা কৰিব পৰা হৈছে আৰু আইনবোৰ দোষমুক্ত কৰি প্ৰণয়ন কৰিব পৰা হৈছে। এই ব্যৱস্থাৰ আলমতে সংসদ আৰু বিধান সভাবিলাকতো শুদ্ধ প্ৰক্ৰিয়াত আইন ৰচনা কৰাৰ প্ৰয়াস দেখা গৈছে। আগতেই কোৱা হৈছে যে এজন আমেৰিকান ৰাজনীতি বিজ্ঞানীয়ে প্ৰভাৱশালী চক্ৰক তৃতীয় সদন নামাকৰণ কৰিছে। তথাপি স্বীকাৰ কৰিব লাগিব যে এই প্ৰভাৱশালীচক্ৰ বিলাকৰ এটা আন্ধাৰ দিশো আছে। আমি ওপৰত দেখুৱাই আহিছো যে এই পদ্ধতিয়ে সং

লোকক শুদ্ধ পদ অনুসৰণ কৰাত হেঙাৰ দি আহিছে, আৰু লোক সেৱাৰ মনোভাৱো হ্রাস কৰিছে। আমেৰিকাৰ দৰে সু-সভ্য দেশতো প্ৰভাৱশালী চক্ৰবিলাকে, ভেটি সুৰা, নাৰীসঙ্গ আদিৰ প্ৰলোভন দি সৎলোককো অসৎ পথলৈ টানি নিয়া দেখা গৈছে। অৱশ্যে ১৯৪৬ চনৰ পাছত এইদেশত পৰিস্থিতি কিছু সাল সলনি ঘটিছে।

যেতিয়ালৈকে, প্ৰভাৱশালী চক্ৰবিলাকক অনৈতিক উপায়বিলাক পৰিহাৰ কৰিবলৈ সম্পূৰ্ণকৈ বাধ্য কৰাব নোৱাৰি, তেতিয়ালৈ প্ৰভাৱশালী চক্ৰ আৰু কৰ্মচাৰীবিলাক দোষ মুক্ত বুলি কব নোৱাৰি। নৈতিক চিন্তাৰ পৰিবেশ দি তুলিব নোৱাৰিলে কেৱল আইন কৰি চিৰস্থায়ী সুফল পোৱা নাযায়।

## গণতন্ত্ৰ আৰু জনমত

প্ৰকৃতপক্ষে জনমত শব্দটোৱে কি বুজায় একে উশাহতে কোৱা টান, ইয়াৰ এটা নিৰ্দ্দিষ্ট সংজ্ঞা দিয়াও সম্ভৱ নহয়। এক কথাত জনমতেই হ'ল গণতন্ত্ৰৰ চালিত শক্তি। গণতন্ত্ৰ, গণতান্ত্ৰিক ভাবে পৰিচালিত হ'বলৈ হলে জনমতৰ অৱহেলা কৰাৰ প্ৰশ্ন নুঠে। আজিকালি প্ৰায়ে কোৱা শুনা যায়,—'সজাগ আৰু বোধগম্য জনমত এটাই হ'ল গণতন্ত্ৰৰ প্ৰথম প্ৰয়োজনীয় চৰ্ত।' জনমতৰ সৰল অৰ্থ হ'ল, ৰাইজৰ অত্যাৱশ্যকীয় বিষয়ত দিয়া জনসাধাৰণৰ মত। কিন্তু সকলো জনসাধাৰণে কাচিৎহে এটা বিষয়ত একেমত দিয়ে। প্ৰতিজন মানুহৰ মন সুকীয়া আৰু চিন্তাও সুকীয়া —কথাতে কোৱা হয়, 'কানটোৰে প্ৰতি কনটো মানুহটোৱে প্ৰতি মনটো''। তেনেহলে, জনমতৰ অৰ্থ কি হ'ব পাৰে? এটা জনমতে স্পষ্ট কৰি দেখুৱাব পাৰে,— চৰকাৰ ক্ষমতাত থকা উচিত নে অনুচিত। চৰকাৰৰ কাৰ্য্যকলাপে সকলো সময়তে জনগণক যে সন্তোষ লগাব পাৰে তাৰ কোনো কাৰণ নাই। গণতন্ত্ৰত ৰাইজৰ দ্বাৰা নিৰ্ব্বাচিত চৰকাৰ এটাইও আওঁবাটে যোৱা সম্ভৱ। এনেস্থলত প্ৰতিটো স্পৰ্শকাতৰ সমস্যাৰ ওপৰত জনসাধাৰণে কিছুমান নিৰ্দিষ্ট উপায়ৰ যোগে মতামত ডাঙি ধৰে। এই মতামতবিলাকেই চৰকাৰৰ বিফলতা বা সফলতা সূচাব পাৰে। আনহাতে এই মতামতবিলাকে ৰাজহুৱা অনুমোদন লাভ কৰি জনকল্যাণ সাধন সম্ভৱ কৰি তুলিলে তাকে আমি জনমত বুলি কওঁ। এনেদৰে একোটা জনমতে চৰকাৰৰ কাৰ্য্যকলাপ নিৰ্দ্দিষ্টভাৱে নিয়ন্ত্ৰণ কৰি ৰাখিব পাৰে।

## জনমতৰ প্ৰকৃতি

আগতে কৈ অহা হৈছে যে, জনমতৰ এটা সংজ্ঞা দিয়াতো সম্ভৱ নহয়,

যদিও এই শব্দটো অতি সবল আৰু আত্ম প্ৰকাশক। বিখ্যাত লিখক ল ৱেলে কৈছে —এটা মত জনমতত পৰিণত হ'বলৈ সংখ্যাগৰিষ্ঠলোকৰ অনুমোদনেই যথেষ্ট নহয়, বা ঐক্য মতৰো প্ৰয়োজন নহব পাৰে। যদি মতানৈক্য নাথাকে জনমতৰ মূল্য কমি যায়। সকলো মানুহে একেধৰণৰ মত প্ৰকাশ কৰা সম্ভৱ নহয়। প্ৰকৃতপক্ষে, জনমতৰ কাৰণে আৱশ্যকীয় বিষয়ত মতবিৰোধ হ'ব পাৰে। সংখ্যাগৰিষ্ঠলোকৰ অনুমোদন থাকিলেই জনমত নহব পাৰে। খ্ৰীষ্টক ক্ৰচবিদ্ধ কৰা বা চক্ৰেটিছক বিষ পান কৰাই হত্যা কৰা কাৰ্য্যত সংখ্যা গৰিষ্ঠৰ অনুমোদন আছিল, কিন্তু ইয়াক জনমত বুলি কব নোৱাৰি। গতিকে সীমাহীন গৰিষ্ঠতাই জনমত গঠন নকৰে। এটা প্ৰশ্নত শতকৰা ৪৯% জনে যদি একান্তে শক্তিশালী মত দিয়ে আৰু আনফালে শতকৰা ৫১% জনে দুৰ্বলভাৱে মত দিয়ে, তেনেহলে প্ৰথম মতটোৱে বেছি গুৰুত্ব লাভ কৰিব। দ্বিতীয়তে, বিষয়টোৰ ওপৰত আপেক্ষিক জ্ঞান থকা মানুহখিনি সংখ্যাত তাকৰ হলেও -- তেওঁলোকৰ মতামতৰ মূল্য অধিক। উদাহৰণ স্বৰূপে জনস্বাস্থ্য সম্বন্ধে দুই চাৰিজন চিকিৎসাবিদে দিয়া মতামত, নিশ্চয় শতাধিক সাধাৰণ লোকে দিয়া মতামততকৈ গুৰুত্বপূৰ্ণ আৰু মূল্যবান। মুঠকথা হল, জনমতত জনতাৰ প্ৰভাৱশালী গোটৰ অনুমোদন থকাৰ লগতে এই মতৰ লক্ষ্য জনকল্যাণকামী হোৱা বিধেয়। ফাইনাৰে কৈছে,, জনমতৰ ক্ষেত্ৰত এতিয়াও বিশ্লেষণমূলক সংজ্ঞা দিব পৰা হোৱা নাই। জনমতৰ প্ৰকৃতি সম্বন্ধেও বিভিন্নজনৰ সংগতিহীন ব্যাখ্যা দেখা যায়। তেওঁৰ মতে, কিছুমান কথা এই সন্দৰ্ভত প্ৰণিধান যোগ্য। প্ৰথমতে, জনমত বাক্যাংশই নিৰ্দ্দিষ্ট অৰ্থ প্ৰকাশ নকৰে। দ্বিতীয়তে এই বিষয়ে কোনো সৰ্ব্বজন সমাদৃত সংজ্ঞাও দেখা নাযায়। তৃতীয়তে জনমতৰ গৱেষণা ক্ষেত্ৰত অস্পষ্ট ভাৱেহে ডাঙি ধৰা হৈছে।

গেটেলে কৈছে, "সাধাৰণতে যাক জনমত বুলি কোৱা হয় সি সমালোচনাৰ যোগ্য কিয়নো ইয়াত জনসাধাৰনো (Public) নাই, মতো (Opinion) নাই। মিছিলাৰ মতামতে সাধাৰণতে বিস্তৃতি লাভ কৰে সেইবিলাক হয়, সংখ্যালঘিষ্ঠ লোকৰ মত, নহয় কোনো স্বাৰ্থজড়িত শ্ৰেণীৰ বা লব্ধপ্ৰতিষ্ঠ নেতাৰ মত। জনসমাজ সাধাৰণতে এইবোৰ বিষয়ত অজ্ঞ, উদাসীন আৰু বিপথে চালিত। এই দৃষ্টিভঙ্গীৰে চালে জনমত বাস্তৱিকতে জনসাধাৰণৰ মত নহয়"।

আৰু, এইদৰে, চোলটো'য়ে কৈছে, "জনমত সাধাৰণতে দৈনন্দিন সাধাৰণ

জীৱনত মানুহে কি ভাবে, আৰু কি বিচাৰে তাকেই বুজায়। ৰাজনীতিত জনমতে অৱশ্যে মানুহে সাৰ্থক কি চিন্তা কৰে বা তেওঁলোকৰ ভাৱৰ সেই অংশ যিটো ৰাজহুৱাকৈ প্ৰকাশ কৰে সেইটো নুবুজায় যিটো তেওঁলোকে বাস্তৱ জীৱনত কাৰ্য্যকৰী হোৱাতো বিচাৰে সেইটোহে প্ৰকৃত জনমত।' মানুহে ভালপোৱা আৰু বেয়াপোৱা অনেক কথা থাকে, কিন্তু ৰাজনীতিত সেইটোহে বেছি গুৰুত্বপূৰ্ণ, যিটো তেওঁলোকে দাবি কৰিবলৈ ভাল পায় অথবা অগ্ৰাহ্য কৰিবলৈ সন্তুষ্টি প্ৰকাশ কৰে।

জে এ কোৰিয়েও কৈছে "জনমতক কিছুমান মতামতৰ সমষ্টি বুলি কব পাৰি যিবিলাক আলোচনাৰ কাৰণে সদায় মুকলি কৰি ৰখা হয়। জনমত এনে এটা মত যি চৰকাৰৰ দৃষ্টিভঙ্গী নিৰ্দ্দিষ্ট কৰি তোলে বা প্ৰভাৱিত কৰে অথবা চৰকাৰৰ কাৰ্য্যপন্থা প্ৰভাৱিত কৰিব বুলি আশা কৰা যায়। এজন বা দুই চাৰিজন মানুহে লোৱা মতৰ তৎকালিন প্ৰভাৱ নাথাকিব পাৰে। জনমত এনে এটা মত যিটো চৰকাৰক কেন্দ্ৰ কৰি বলিষ্ঠ ভাবে গ্ৰহণ কৰা হয় যাতে চৰকাৰ সক্ৰিয় হয় অথবা সমস্যা সমাধান কৰে।'

ওপৰৰ আলোচনাৰ পৰা দেখা যায় জনমত সম্বন্ধে এটা নিৰ্দ্দিষ্ট সংজ্ঞা কোনেও ডাঙি ধৰা দেখা নাযায়। পণ্ডিতসকলে বেলেগ বেলেগ দৃষ্টি কোণৰ পৰা আলোচনা কৰি জনমতৰ বিভিন্ন দিশবিলাক আঙুলিয়াই দিছে। মুঠ কথা হল, জনমতৰ এটা কল্যাণকামী দিশ থাকিব লাগিব আৰু তাৰ অনুমোদনৰ কাৰণে এটা প্ৰভাৱশালী সমষ্টিৰ মনোযোগ আকৰ্ষণ কৰিব পাৰিব লাগিব। আগতেই দেখুৱা হৈছে সংখ্যাগৰিষ্ঠতাই জনমতৰ একমাত্ৰ চিন হব নোৱাৰে।

## জনমতৰ আৱশ্যকতা

আধুনিক গণতন্ত্ৰত জনমতৰ আৱশ্যকতা কোনেও নুই কৰিব নোৱাৰে। আব্ৰাহাম লিংকনে গণতন্ত্ৰৰ সংজ্ঞা দিওতে কৈছিল, গণতন্ত্ৰ ৰাইজৰ ৰাইজৰ দ্বাৰা পৰিচালিত, আৰু ৰাইজৰ কাৰণে গঠিত চৰকাৰ। ইয়াত ৰাইজেই ৰজা। এনে চৰকাৰ নিজৰ কাৰ্য্যকলাপৰ কাৰণে ৰাইজৰ ওচৰত দায়বদ্ধ হৈ থাকিব লাগে। ৰাজতন্ত্ৰত ৰজাই ৰাইজৰ ওচৰত দায়বদ্ধ হৈ থকা প্ৰয়োজন নাই, কিয়নো ৰজা ৰাইজৰ প্ৰতিনিধি নহয়। ৰাইজৰ প্ৰতিনিধিৰে গঠিত চৰকাৰে জনমতক অগ্ৰাহ্য কৰি চলিব নোৱাৰে। আগৰ দিনত, চৰকাৰৰ লগত প্ৰজাৰ সম্বন্ধ আছিল প্ৰভু

আৰু দাসৰ নিচিনা সম্বন্ধ। গেটেলেও কৈছে "মানৱ জীৱনৰ বুৰঞ্জীত চৰকাৰক বেছি ভাগ সময়তে ৰহস্যময় উচ্চ স্থানস্থ অনুষ্ঠান আৰু জনগণৰ অনুভৱৰ বাহিৰত বুলি ধৰি লোৱা হৈছিল। প্ৰশাসনীয় কৰ্তৃপক্ষক দৈৱসম্ভূত বুলি ভবা আৰু জনসাধাৰণক এই ঐশ্বৰীক কৰ্তৃত্বক সন্মান আৰু মানি চলিবৰ বাবে কোৱা হৈছিল। এই কৰ্তৃপক্ষৰ কাম কাজৰ সমালোচনা আৰু প্ৰশ্ন কৰাৰ অধিকাৰ কাৰো নাই"। গণতন্ত্ৰ বিকাশৰ লগে লগে চৰকাৰৰ কৰ্তৃত্বৰ ধাৰণা পৰিবৰ্ত্তন হৈ পৰিল। যিহেতু গণতন্ত্ৰ ৰাইজৰ চৰকাৰ ৰাইজৰ মতামতৰ লগত সঙ্গতি ৰাখিহে চৰকাৰ পৰিচালিত হব লাগে। গণতান্ত্ৰিক চৰকাৰ প্ৰকৃতাৰ্থত ৰাইজৰ সেৱক। জনমতেহে এনে চৰকাৰ পৰিচালনা কৰিব লাগে। ৰাইজৰ ইচ্ছা বাস্তৱত ৰূপায়ণ কৰাতোৱেই চৰকাৰৰ উদ্দেশ্য হোৱা বিধেয়।

উনৈশ শতিকাৰ অগ্ৰগতিৰ লগে লগে মানৱসমাজৰ প্ৰভূত পৰিবৰ্ত্তন হবলৈ আৰম্ভ কৰিলে। ৰাজতন্ত্ৰৰ স্বেচ্ছাচাৰিতা জোকাৰি পেলাই, মানুহে লোকতন্ত্ৰক আদৰি ললে আৰু জনমতক কি ৰাজনীতি কি সমাজনীতি সকলো ক্ষেত্ৰতে গুৰুত্ব দিবলৈ ধৰিলে।

বিখ্যাত লেখক ই বি চুলজৰ মতে, জনমতক সাধাৰণতে এটা সামাজিক শক্তি বুলি ভবা হয় যি শক্তিয়ে চৰকাৰী পদ্ধতিত সক্ৰিয় অংশীদাৰ হিচাবে কাম কৰে। এই শক্তিক অৱহেলা কৰা মানে ৰাজনৈতিক দলে বিধানসভাত নিজৰ বিপদ মাতি অনা। আনহাতে বিধানসভাত আসন লাভ কৰিবলৈ বিচৰা বিধায়ক আৰু প্ৰশাসকেও এই শক্তি অগ্ৰাহ্য কৰাৰ সাহস নাই।

কৃতকাৰ্য্যভাৱে গণতন্ত্ৰ পৰিচালিত হবলৈ হলে চৰকাৰে যিবোৰ আইন প্ৰণয়ন কৰিব খোজে বা প্ৰশাসনীয় ব্যৱস্থা হাতত লবলৈ বিচাৰে জনসাধাৰণে সেই ব্যৱস্থাবিলাক ভালদৰে বুজি পাব লাগিব। প্ৰতিটো সমস্যা বা প্ৰস্তাৱিত আইনৰ ভাল বেয়া সকলোবোৰ দিশ বুজিব পাৰিলেহে জনসাধাৰণে সেই ব্যৱস্থাৰ ওপৰত নিজৰ মত ভাঙি ধৰিব পাৰে। জনসাধাৰণ অজ্ঞ আৰু অশিক্ষিত হলে উপযুক্ত জনমত সৃষ্টি হোৱাত বাধা পৰে। আইনৰ লক্ষ্য অৱগত হলেহে বা আইনৰ প্ৰকৃত উদ্যম বোধগম্য হলেহে আইনো স্থায়ী হয়।

সকলো চৰকাৰেই (গণতান্ত্ৰিক) জনমতক নিজৰ কামৰ সমৰ্থনত ব্যৱহাৰ কৰিবলৈ বিচাৰে। জনমতৰ বিৰুদ্ধে কাম কৰিলে পাছৰ নিৰ্ব্বাচনত সেই চৰকাৰ পৰাজয় হোৱাতো নিশ্চিত। এনে অৱস্থাত, জনমতে চৰকাৰৰ দৃষ্টিভঙ্গী আৰু

বাইজৰ ইচ্ছাৰ মাজত সমন্বয়ৰ সেতুৰ দৰে কাম কৰে। মুঠ কথাত জনমতে আইনসন্মত সাৰ্ব্বভৌম আৰু প্ৰকৃত সাৰ্ব্বভৌমৰ মাজত থকা বিৰোধভাৱ আঁতৰ কৰে। আৰ জি গেটেলে লিখিছে. গণতন্ত্ৰৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে জনমতৰ বলিষ্ঠতা, প্ৰসাৰতা আৰু সক্ৰিয়তাৰ কম বেছিৰ ওপৰত খিটোৱে প্ৰকৃততে চৰকাৰৰ কাৰ্য্যকলাপ আৰু নীতি নিয়ন্ত্ৰণ কৰিব পাৰে।

আমেৰিকা আৰু বৃটেইনত আজিকালি জনমতৰ ওপৰত অতি বেছি মূল্য আৰোপ কৰা হয়। সেয়েহে আকাশবাণী, দূৰদৰ্শন বাৰ্ত্তালোচনী কিতাপ প্ৰচাৰ পত্ৰিকা, বাতৰি কাগজ প্ৰভৃতি সকলোবোৰ উপায় জনমত গঠনত সক্ৰিয়-ভাৱে ব্যৱহাৰ কৰা হয়, যাতে প্ৰয়োজনীয়ভাৱে চৰকাৰে নিজৰ সহায়ৰ কাৰণে জনমত সৃষ্টি কৰিব পাৰে। ৰাজনৈতিক দলবিলাকেও জনমতক সুষ্ঠু কৰাৰ পৰা বিৰত থাকে। দলবিলাকেও ভাল দৰে জানে যে এটা ৰাজনৈতিক দল জীয়াই থাকিবলৈ হলে জনতাৰ সমথন এৰাব নোৱাৰা কথা।

জনমতৰ প্ৰয়োজনীয়তা অকল যে গণতান্ত্ৰিক দেশতে আবদ্ধ থাকে এনে নহয়, একনায়কত্ববাদী শাসনতন্ত্ৰতো, জনমতক, নায়কে নিজৰ স্বাথৰক্ষাৰ হকে ব্যৱহাৰ কৰিবলৈ বিচাৰে। একনায়কত্ববাদী দেশবিলাকত চৰকাৰৰ সকলো কামৰ সমৰ্থনত জনমত গঢ়ি তোলা হয়। বেয়া-ভাল সকলো কামতেই জনমতৰ অনুমোদন আছে বুলি দেখুৱাব পাৰিলেই একনায়কত্ববাদী শাসন চলাই যোৱাৰ পথ সুগম হয়। অবশ্যে চৰকাৰী যন্ত্ৰৰ সহায়ত বা শাস্তিৰ ভাবুকিত প্ৰকৃত জনমতৰ সৃষ্টি হব নোৱাৰে। যোৱা মহাযুদ্ধৰ সময়ত জাৰ্ম্মানীৰ নাজী নেতা হিটলাৰে নিজৰ স্বাৰ্থৰক্ষাৰ কাৰণে প্ৰকৃত জনমত জন্ম হবলৈ দিয়া নাছিল। নিজৰ কু কৰ্ম্ম-বিলাক গণ-অনুমোদনৰ সহায়ত সু-কৰ্ম্ম বুলি দেখুৱাবলৈ হিটলাৰ আৰু তেওঁৰ সহকাৰী গোৱেলে কোটি কোটি টকা ভগন কৰিবলৈ কুণ্ঠিত হোৱা নাছিল। এওঁ-লোকে মিছা কথা কৈ চৰকাৰী প্ৰচাৰ যন্ত্ৰৰ সহায়ত সঁচা কথা বুলি বাৰে বাৰে প্ৰচাৰ কৰি জনমতৰ প্ৰবাহ নিজৰ সমৰ্থনত গঢ়ি তুলিছিল। ১৯৭৫ চনৰ পাছত, ভাৰততো একনায়কত্ববাদী শাসনৰ ঢৌৱে স্পৰ্শ কৰা দেখা যায়। তেতিয়াৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে, নিজৰ কু-কৰ্ম্ম ঢাকিবলৈ সমগ্ৰ প্ৰচাৰ যন্ত্ৰটোকে মিছা কথা প্ৰচাৰৰ বাবে ব্যৱহাৰ কৰিছিল। নিজৰ স্বেচ্ছাচাৰিতা লুকুৱাবলৈ বাহিৰত 'ফেচীবাদী বিৰোধী অভিযান বুলি ভুৱা প্ৰচাৰ কৰি জনমতক নিজকলীয়া কৰাৰ প্ৰচেষ্টাৰ কথা ভাৰতবাসীয়ে পাহৰিব নোৱাৰে। সাম্যবাদী ৰাষ্ট্ৰবিলাকত প্ৰকৃত

জনমত গঠন কৰাৰ সুবিধা দিয়া নহয়। ইয়াতো শাসকদলে নিজৰ সমৰ্থনতহে জনমত (?) গঠন কৰিবলৈ চেষ্টা কৰে।

## জনমত কেনেকৈ গঠন হয়

জনমত শব্দটোৱে মধ্যযুগত প্ৰসাৰতা লাভ কৰে। মধ্যযুগত ফৰাচীবাসী সকলে 'ভকচ পপুলি ভকচ ডেই' নামৰ বাক্যাংশ ব্যৱহাৰ কৰিছিল। ইয়াৰ অৰ্থ হল ৰাইজৰ মতেই ঈশ্বৰৰ মত। ৰাইজৰ মত বা জনমতৰ প্ৰাধান্য ইউৰোপ মহাদেশৰ ফ্ৰান্স আৰু ইটালিতে প্ৰথম স্বীকাৰ কৰি লোৱা হয়। ইটালিত মেকিয়া ভেলিয়ে আৰু ফৰাচী বিপ্লৱৰ সময়ত বিখ্যাত লেখক ৰুচইও, ৰাইজৰ মত বা জনপ্ৰিয় সাৰ্ব্বভৌমত্বৰ ধ্বনি তুলিছিল।

এইদৰে ৰাইজৰ মতৰ প্ৰাধান্য মানি লোৱা হলেও প্ৰকৃত জনমত গঠন কৰা বৰ সহজ কথা নহয়। বাস্তৱিকতে এটা জটিল পদ্ধতিৰ মাজেদিহে জনমত সিদ্ধ হব পাৰে। ৰুচই দিয়া জনপ্ৰিয় সাৰ্ব্বভৌমত্ব'ৰ ধ্বনিয়ে, যিদৰে ফৰাচী বিপ্লৱৰ কাৰণে, জনমত গঢ়ি তুলিলে সেইদৰে একোজন নেতা বা একোটা লিখনিয়ে প্ৰথমে জনমত গঠনৰ উৎস হব পাৰে। মহান নেতা সকলৰ লিখনি বা বক্তব্যই জনসাধাৰণৰ প্ৰাণত কোনো চিন্তাৰ হিল্লোল তুলিব পাৰে। বাতৰি কাগজ, ৰেডিঅ' আদিৰ যোগে সেই বাণী প্ৰচাৰ হৈ শেহতীয়াকৈ সেই মতে হাজাৰ হাজাৰ মানুহক আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়। এইদৰেও একোটা জনমত গঠিত হব পাৰে। লিখা পঢ়া কৰিব নজনা মানুহক সাধাৰণতে বক্তৃতাই অনুপ্ৰাণিত কৰে। পাছ পৰা দেশবিলাকত কিতাপ-পত্ৰ বা লেখনীতকৈ নেতাসকলৰ বক্তৃতাই বেচি আকৰ্ষণ কৰে। যিবিলাক দেশ সাধাৰণতে উন্নত, শিক্ষিতৰ হাৰ বেছি, তাত বাৰ্ত্তালোচনী, কিতাপ পত্ৰও জনমতৰ উৎস হব পাৰে।

কেতিয়াবা, কেতিয়াবা মৌলিক চিন্তা বা লেখনি নোহোৱাকৈয়ো, অস্পষ্ট কথা, বিশ্বাস বা একপক্ষীয় ঠেক চিন্তাধাৰাই একোটা জনমতৰ উৎস হব পাৰে। সেইকাৰণে বহুতো সমালোচকে কব খোজে যে, জনমত কোনো ক্ষেত্ৰত শুদ্ধ নহবও পাৰে, উশৃঙ্খল আৰু আবেগময়ী চিন্তাইও একোটা জনমতৰ ভিত্তি হব পাৰে। এনে অৱস্থাত জনমতৰ শুদ্ধতা সন্দেহ জনক। হিন্দুসমাজত যিদৰে সংখ্যাগৰিষ্ঠলোকে অস্পৃশ্যতা অপ্ৰয়োজন বুলি নাভাবে, মুছলমান সমাজতো সেইদৰে বহুপত্নীৰ স্বামীত্ব তত্ত্ব ধাৰণাত প্ৰতিষ্ঠিত আৰু দোষহীন বুলি ভাবে। নিবন্ধুশভাৱে জনমত গঠন

কৰিব পাৰিলেহে এই ধাৰণাবোৰৰ শুদ্ধাশুদ্ধি প্ৰমাণ কৰিব পৰা যাব। গেটেলে, সেয়েহে লিখিছে তথা কথিত অনেক মতামত শুদ্ধ বুলিব নোৱাৰি, কাৰণ এই বিলাকে গণঅনুমোদন পালেও পৰম্পৰা ভাবে মানি অহা গোড়ামী বা পক্ষপাতিত্বৰ হাত সাৰিব নোৱাৰে।

জনমত সাধাৰণতে দুই এজন মানুহে ডাঙি ধৰা মতহে। সৰ্ব্বসাধাৰণে আনে বিলাই দিয়া চিন্তা ধাৰাকে নিজৰ বুলি ঘোষণা কৰে। তেওঁলোকৰ নিজাববীয়াকৈ চিন্তা কৰিবলৈ সময় আগ্ৰহ আৰু যোগ্যতাও নাথাকে। যদিও এইদৰে জন সাধাৰণ নিৰ্বাক আৰু নিষ্ক্ৰিয় যেন দেখা যায় তথাপি বিভিন্নজনে ডাঙি ধৰা বিভিন্ন চিন্তাৰ মাজতো শোধন আৰু পৰিশোধনৰ মাধ্যমত প্ৰকৃত আৰু শুদ্ধ জনমতৰেই সৃষ্টি হব পাৰে।

## জনমত গঠনত প্ৰয়োজনীয় পৰিৱেশ আৰু চৰ্ত

এটা শুদ্ধ আৰু বলিষ্ঠ জনমতৰ কাৰণে কিছুমান চৰ্ত বা পৰিবেশৰ দৰ্কাৰ হয়। এই পৰিবেশতহে বলিষ্ঠ জনমতে গা কৰিব পাৰে। ৱালটাৰ লিপমান নামৰ এজন বিশিষ্ট লিখকে তেওঁৰ জনমত আৰু চায়া জনতা ( Public opinion and the phantom public ) নামৰ কিতাপত জনমত গঠনত পাৰিপাৰ্শ্বিক অৱস্থাৰ সম্পৰ্ক নিৰ্ণয় কৰি দেখুৱাবলৈ যত্ন কৰিছে। তেওঁৰ মতে মানুহে ৰাজনৈতিক ভাৱ বাতৰি আদি পাৰিপাৰ্শ্বিক অৱস্থা অৰ্থাৎ বাতাবৰণৰ পৰা আহৰণ কৰে। এজন মানুহে যেতিয়া কোনো কামত অংশ গ্ৰহণ কৰে তেওঁ, থাওকতে পোৱা সেই সম্বন্ধীয় বাতৰিবোৰ সংগ্ৰহ কৰে কাৰণ তাত তেওঁ প্ৰথমে কিছু বিশ্বাস কৰিবৰ অৱকাশ দেখা পায়। কিন্তু আধুনিক জগতৰ জটিলতাৰ কাৰণে ব্যক্তিয়ে দ্বিতীয় পৰ্য্যায়ৰ খা খবৰ পাবলৈ বাট চায়। দ্বিতীয় পৰ্য্যায়ৰ বাতৰি বিলাকো, যোগাযোগ বা সংগ্ৰহৰ ভুলভ্ৰান্তিৰ কাৰণে সম্পূৰ্ণ বুলি গ্ৰহণ কৰিব নোৱাৰি। এনেস্থলত, প্ৰতিটো সমস্যাৰ লগত চিন্তা, কল্পনা, পক্ষপাতিত্ব, আবেগ, অপূৰ্ণাঙ্গ বাতৰি আদিৰ সমাবেশ হোৱাত যুক্তিযুক্ত ( Rational ) মতামত ডাঙি ধৰা অসম্ভৱ কৰি তোলে। প্ৰত্যক্ষভাৱে ঘটনাৰ বা সমস্যাৰ লগত জড়িত নোহোৱাৰ কাৰণে অসম্পূৰ্ণ বা অশুদ্ধ খা-খবৰ মাজত ব্যক্তিয়ে কাম কৰিব লগা হয়, এনে স্থলত তেওঁৰ মতামতো শুদ্ধ বিচাৰৰ ওপৰত নিৰ্ভৰ নকৰে। এই মতামতে আচলতে তেওঁৰ মূৰৰ ভিতৰৰ প্ৰতিচ্ছবিহে তুলি ধৰে। প্ৰকৃততে তেওঁ

চিন্তাৰ এটা বিশেষ ধৰণ কৰণৰ সহায়ত কাম কৰে যাক লিপপম্যানে গতিশীল ভাৱৰ' সাঁচ (Stereotype) বুলি কৈছে। এই ব্যৱস্থাত বিচাৰৰ প্ৰকৃত লক্ষ্যও হেৰায় যায়।

আধুনিক সমাজ বিজ্ঞানবিদ আৰু মনস তত্ত্ববিদ সকলে, তথাকথিত জনমত পৰিস্থিতিৰ ওপৰত নিৰ্ভৰশীল হোৱাৰ কাৰণে ইয়াৰ যুক্তিবাদী স্বৰূপটোৰ ওপৰত সন্দেহ প্ৰকাশ কৰে। তেওঁবিলাকে তথাকথিত যুক্তিবাদী মানুহ ৰ ধাৰণাটোতো প্ৰশ্ন তুলিব খোজে কিয়নো সকলো মানুহৰ বৌধিক ক্ষমতা ( Intellectual Capacity ) সমান নহয়। এনে অৱস্থাত কোনো এটা সমস্যাৰ ওপৰত প্ৰকৃত জনমত প্ৰকাশ কৰা সম্ভৱ নহয়। লিপপম্যানৰ মতে, শুদ্ধ জনমত সংখ্যালঘিষ্ঠ লোকেহে প্ৰকাশ কৰিব পাৰে।

ওপৰৰ আলোচনাৰ পৰা এইটো সিদ্ধান্তলৈ আহিব পাৰি যে, প্ৰকৃত জনমত পৰিস্থিতিৰ লগত জড়িত থকা বিষয়। তথাপি ৰাজনৈতিকভাৱে আমি জনমত গঠন হবলৈ কিছুমান চৰ্ত্ত বা অৱস্থাৰ প্ৰয়োজন বুলি ভাবো।

## ১ জনগণৰ চিন্তা কৰিব পৰা ক্ষমতা

জনগণৰ যিকোনো সমস্যাৰ ওপৰত চিন্তা কৰিব পৰা যোগ্যতা থাকিলেহে কোনো বিষয়ৰ ওপৰত নিৰ্ভুল মত ডাঙি ধৰা সম্ভৱ হয়। এনে যোগ্যতা নাথাকিলে সমস্যাৰ ভাল বেয়া জানিব নোৱাৰি আৰু জনমতো গঠন হব নোৱাৰে। অশিক্ষিত আৰু অজ্ঞলোকে প্ৰায়ে সমস্যা অধ্যয়ন কৰাত বিফল হয় আৰু কোনো ৰাজনৈতিক প্ৰশ্নৰ ওপৰত ভাল বেয়া মত দিবলৈ অপাৰগতা প্ৰকাশ কৰে। উদাহৰণ স্বৰূপে ভাৰতৰ শতকৰা ৮০% আশীভাগ লোকেই শিক্ষা থাকিলেও ৰাজনৈতিক সমস্যা বিলাকৰ প্ৰতি অধ্যয়নহীন আৰু উদাসীন হোৱা দেখা যায়। প্ৰকৃত সমস্যাৰ লগত জড়িত নহলে সমস্যাও বুজিব নোৱাৰে। ভাৰতত ১৯৭৫ চনৰ জৰুৰী আইন প্ৰয়োগ শুদ্ধ আছিল নে বুলি প্ৰশ্ন কৰিলে প্ৰকৃত উত্তৰ বহুতেই দিব নোৱাৰে। আকৌ যদি প্ৰশ্ন কৰা হয় ১৯৭৯ চনত আৰম্ভ হোৱা অসমৰ বিদেশী বিতাৰন আন্দোলনৰ বাস্তৱমুখী সমাধান আছেনে বুলি, প্ৰকৃত উত্তৰ দিয়াত বহুতেই বিফল হয়। এনেস্থলত চিন্তা কৰিব পৰা যোগ্যতা থাকিলেহে ৰাইজে প্ৰকৃত আৰু শুদ্ধ মত প্ৰকাশ কৰিব পাৰে।

## ৰাজহুৱা সমস্যাত আস্থা

ৰাজহুৱা কাম-কাজবিলাকত অনুৰাগ বা আস্থা নাথাকিলে সমস্যাবোৰ বুজা

সহজ নহয়। সাধাৰণতে, সাধাৰণ মানুহ ৰাজহুৱা সমস্যাৰ প্ৰতি উদাসীন আৰু অমনোযোগী হোৱা দেখা যায়। জনসাধাৰণ সচেতন নহ'লে সুবিধাবাদীলোকে তেওঁলোকক ভুল পথে পৰিচালিত কৰাৰ সম্ভাৱনা থাকে। মিছা বিশ্বাস, উৰা বাতৰি আদিয়েও সচেতন নহ'লে জনসাধাৰণক বিভ্ৰত কৰি তুলিব পাৰে। গতিকে সমস্যাসমূহৰ বিষয়ে জ্ঞাত নাথাকিলে বা অনুৰাগ নাথাকিলে জনমত সৃষ্টি হোৱা টান। সেই কাৰণেই বহুতে কব খোজে জনমত প্ৰকৃততে কেইজনমান অনুৰাগী (Interested) ব্যক্তিৰহে মত।

## সংস্থা বা অনুষ্ঠান গঠন

সকলো সমাজতে কিছুমান সংস্থা বা অনুষ্ঠান থাকিব লাগে। এই অনুষ্ঠানবিলাকে আলোচনা আৰু অধ্যয়নৰ মাধ্যমত সমস্যা বা প্ৰশ্নবিলাক পৰীক্ষা কৰি চাব পাৰে। ৰাজনৈতিক দলবিলাকো কিছুমান সংস্থা। এইবিলাকেও জনমত সৃষ্টি কৰাৰ আগতে সকলো জ্বলন্ত সমস্যাৰে যথাযথ অধ্যয়ন কৰিব লাগে। ব্যক্তিৰ কাৰণে অনেক সময়ত খা-খবৰ বা পৰিসংখ্যা আদি সংগ্ৰহ কৰা সহজ সাধ্য নহবও পাৰে। সমস্যা একোটাৰ সকলো দিশ এজন ব্যক্তিৰ কাৰণে খৰছি মাৰি অধ্যয়ন কৰা সম্ভৱো নহব পাৰে। চিন্তা আৰু ভাবৰ বিনিময়ৰ মাজেদি সৰহীয়ালোকে বিষয় একোটা পৰীক্ষা কৰিলে ভাল বেয়া সকলো দিশ সহজে বুজিব পৰা যায়। এনেস্থলত, সংস্থাবিলাকৰ উপস্থিতিয়ে জনমত গঠন সহজ কৰি তোলে।

## বুদ্ধিজীৱি সকলৰ ভূমিকা

সকলো সমাজতে বুদ্ধিজীৱিসকল প্ৰেৰণাৰ উৎস। গণতন্ত্ৰ বুদ্ধিজীৱিৰ অবিহনে মূল্যহীন। জনমত সাধাৰণতে, বুদ্ধিজীৱি ( Intellectuals ) সকলৰ প্ৰেৰণাতে জন্ম লাভ কৰে। যিবিলাক সমাজত বুদ্ধিজীৱিৰ স্থান নাই, সেই সমাজখনো বুদ্ধিদীপ্ত নহয়। পণ্ডিত, লিখক, বাৰ্ত্তাজীৱি, অধ্যাপক আদি লোকসকলে অক্ষম জনগণক খা-খবৰ, বেয়া ভাল আদি জানিবলৈ দি জনমত সৃষ্টি কৰাত সহায় কৰি আহিছে। বিখ্যাত ফৰাচী লিখক ৰুচ'ৰ লিখনিয়ে ফৰাচী বিপ্লৱত ইন্ধন যোগাইছিল আৰু জনমত সৃষ্টি কৰিছিল। আধুনিক যুগতো ইংৰাজ দাৰ্শনিক বাৰ্টেণ্ড ৰাচেলে, যুদ্ধ বিভীষিকা অৱসান ঘটাই শান্তি স্থাপনৰ কাৰণে জনমত গঠনত অবিহণা যোগায়

গৈছে। বুদ্ধিজীৱিসকলে সকলো কথা বা বিষয়তে পুঙ্খানুপুঙ্খভাৱে আলোচনা আৰু পৰীক্ষা কৰিহে মত দিয়ে। গতিকে বুদ্ধিজীৱিৰ ভূমিকা জনমতৰ কাৰণে এটা প্ৰধান চৰ্ত বুলি কব পাৰি।

## নেতৃত্বৰ ভূমিকা

উপযুক্ত নেতৃত্ব নহলে গণতন্ত্ৰ অৰ্থহীন হৈ পৰে। বিশেষকৈ, প্ৰতিভাশালী নেতাসকলে বাগ্মীতা আৰু জনপ্ৰিয়তাৰ যোগে অতি কম সময়তে জনগণক উদ্বুদ্ধ কৰি তুলিব পাৰে। তেওঁলোকে অবাক জনতাক সচেতন আৰু কাৰ্য্যক্ষম কৰিও তুলিব পাৰে। এই নেতাসকল আন মানুহৰ তুলনাত, সাধাৰণ লোকৰ মাজত বেছি প্ৰিয় আৰু পৰিচিত। তেওঁলোকে জনগণৰ নাড়ীনক্ষত্ৰ ভালদৰে বুজিব পাৰে। গতিকে তেওঁলোকৰ কাৰণে জনগণৰ অভাৱ অভিযোগ, ভাল বেয়া সকলো জনা থাকে। এজন বুদ্ধিদীপ্ত লোকতকৈ এজন নেতাৰ ভূমিকা সদায় বেছি মূল্যবান। যিহেতু তেওঁৰ জনপ্ৰিয়তাই হেজাৰ জনৰ প্ৰাণ চঞ্চল কৰি তুলিব পাৰে। সাধাৰণ মানুহে বুদ্ধিজীৱিসকলক চিনি নাপায় কিন্তু নেতাসকলক জানে। বিশেষকৈ নেতাসকলেই ৰাজহুৱা সমস্যাৰ প্ৰতি ৰাইজৰ মনোযোগ আকৰ্ষণ কৰে, আৰু আলোচনাৰ বাট মুকলি কৰি দিয়ে। জনসাধাৰণে বিপদত বুদ্ধিজীৱি সকলতকৈও নেতাসকলৰহে কাষ চাপিবলৈ বিচাৰে। এনে অৱস্থাত নেতাৰ অৱস্থিতিও জনমতৰ বাবে অপৰিহাৰ্য্য।

## সাম্প্ৰদায়িক অনুৰাগ আৰু একে জাতীয়তাৰ (Community of interests and Homogeneity)

গেটেলৰ মতে, বলিষ্ঠ জনমত গঠনৰ কাৰণে সমাজ একেজাতীয় আৰু একেসম্প্ৰদায়ভূক্ত হোৱা ভাল। ভিন্ ভিন্ জাতি আৰু সম্প্ৰদায়ৰ মাজত একতা স্থাপন কৰা সহজ নহয়, আৰু জনমতো গঠন কৰা কঠিন। জাতি বৰ্ণ আদিৰ পাৰ্থক্য নাথাকিলে, সহজেই ঐক্য মত গঠন কৰিব পাৰি। সামান্য পাৰ্থক্য থাকিলেও উমৈহতীয়া প্ৰশ্ন বা সমস্যাত একে স্বাৰ্থ জড়িত সম্প্ৰদায়ৰ মাজত অনৈক্য কাচিৎহে সম্ভৱ হব পাৰে। সাম্প্ৰদায়িক স্বাৰ্থ আৰু অনুৰাগে একোটা জনসমষ্টিক একেডাল ডোলেৰে গাঠি বান্ধে কাৰণেই, জনমত সহজতে গঠন হব পাৰে।

## জনমত গঠনৰ উপায়

### ১ ৰাজনৈতিক দল আৰু অনুষ্ঠান সমূহ ঃ—

আধুনিক গণতান্ত্ৰিক ৰাষ্ট্ৰবিলাকত ৰাজনৈতিক দলৰ প্ৰাধান্য বেছি। এইদলবিলাকে থাইকৈ জনমত গঠনত উপৰ্যুপৰি অৰিহণা যোগায়। ৰাজনৈতিক দলবিলাকে বিভিন্ন সামাজিক আৰু ৰাজনৈতিক সমস্যাবিলাক অধ্যয়ন কৰিবলৈ যত্ন কৰে আৰু এই সন্দৰ্ভত নিজা মত ব্যক্ত কৰি ৰাইজৰ মনযোগ আকৰ্ষণ কৰে। এনেদৰে মুক্তভাৱে মত প্ৰকাশ কৰিবলৈ লাগে চিন্তা আৰু ভাবপ্ৰকাশৰ স্বাধীনতা। ৰাইজৰ সকলো অভাৱ অভিযোগ আৰু দাবি এই দলবিলাকেই প্ৰকট কৰি তোলে। নিউমানে কৈছে বিশৃঙ্খল জনইচ্ছাক সুনিৰ্দ্দিষ্ট মতলৈ ৰূপান্তৰ কৰাতোৱেই ৰাজনৈতিক দলৰ থাই কাম। নিজৰ কাৰ্য্যপন্থাৰ লগত খাপ খুৱাই দলবিলাকে সিচৰতি হৈ থকা চিন্তাবোৰ শৃঙ্খলাবদ্ধভাৱে সজাই পৰাই ডাঙি ধৰে। তেওঁবিলাকে নিৰ্ব্বাক জনগণক শিক্ষিত আৰু জ্ঞানদীপ্ত কৰি তোলে বা-বাতৰি স গ্ৰহ কৰে আৰু ৰেডিঅ টেলিভিচন বা ৰাজহুৱা সভা প্ৰভৃতিৰ যোগেদি জনসাধাৰণৰ মাজত জ্ঞান বিলায়। সময়ে সময়ে ঘৰে ঘৰে গৈ নিজৰ বক্তব্য ডাঙি ধৰে প্ৰচাৰ পত্ৰিকা ছাপা কৰি উলিয়ায় আৰু ভিন ভিন মত বিচাৰ কৰে।

ক্ষমতা আহৰণ কৰা এই দলবিলাকৰ প্ৰধান কাম। সেয়েহে নিজৰ কাৰ্য্যাৱলী প্ৰকাশ কৰি বক্তৃতা, প্ৰচাৰ আদিৰ মাধ্যমত জনসাধাৰণৰ সহানুভূতি আদায় কৰি জনমত গঢ়ি তোলে। ৰাজনৈতিক দল আৰু অনুষ্ঠানবিলাকৰ সংস্পৰ্শত নহালৈকে জনসাধাৰণ বুদ্ধি দীপ্ত হলেও কাৰ্য্যক্ষম নহয়। দলবিলাকৰ সংস্পৰ্শত হয়তো এটা গোষ্ঠীয়ে কব অমুক কথাটো শুদ্ধ আনটোৱে কব, শুদ্ধ নহয়। এইদৰে চিন্তাৰ বিনিময় ঘটি প্ৰকৃত জনমত গঠন হয়। ভাৰতবৰ্ষত জাতীয় কংগ্ৰেছে ১৯৪২ চনত ইংৰাজৰ বিৰুদ্ধে, গোটেই দেশতে প্ৰবল জনমত গঠন কৰিবলৈ সক্ষম হৈছিল। আমেৰিকাত ৰিপাব্লিকান আৰু গণতান্ত্ৰিক দলে জনমত গঠন কৰাত প্ৰধান ভূমিকা লয়। সেইদৰে ইংলণ্ডতো কনজাৰভেটিভ আৰু শ্ৰমিক দলে সাধাৰণৰ মাজত জনমত গঠন কৰাত আগ ভাগ লৈ আহিছে।

সংস্থা বিলাকেও ৰাজনৈতিক দলৰ দৰে জনমত গঠনত আগ ভাগ লোৱা দেখা যায়। যদিও সংস্থা আৰু প্ৰভাৱশালী চক্ৰবিলাকৰ নিৰ্দ্দিষ্ট স্বাৰ্থ থাকে, তথাপি জনমত গঠন কৰাতো ইহঁতবিলাকৰ অৱদান নুই কৰিব পৰা নাযায়। আমেৰিকাত

'আমেৰিকান ফেডাৰেল অব লেবাৰ', দি কংগ্ৰেছ অব্ ইনডাষ্ট্ৰিয়েল অৰগেনাইজেচন, সেইদৰে পলিটিকেল একচন কমিটি, নেচনেল এডুকেচন এচোচিয়েচন্ বা 'আমে-ৰিকান লেজিয়ন' প্ৰভৃতি অত্যন্ত প্ৰভাৱশালী সংস্থা। আমেৰিকাত নিৰ্দ্দিষ্ট একোটা বিষয়ত এই সংস্থাবিলাকে জনমত গঠন কৰি আহিছে।

## ২ ৰাজহুৱা সভা সমিতি (Public platform)

দেশৰ নেতা, সংবাদসেবী আৰু বুদ্ধিজীৱি সকলে নিজ নিজ মত প্ৰকাশ কৰাৰ উপযুক্ত স্থান হল ৰাজহুৱা সভা সমিতি। সভা সমিতিবিলাক জনমত গঠনৰ অতি পুৰণা অনুষ্ঠান। যিকোনো ৰাজহুৱা সমস্যা অভাৱ অভিযোগ, আদিৰ বিষয়ে আলোচনা কৰাৰ কাৰণেই সভা সমিতিবোৰ পতা হয়। যি সময়ত বাতৰি কাগজ আলোচনী আদি নাছিল, সেই সময়ত ৰাজহুৱা সভা সমিতিয়েই আছিল মত বিনময়ৰ একমাত্ৰ মাধ্যম। আধুনিক যুগত নিৰ্ব্বাচনৰ সময়ত সভা সমিতি বিলাক সক্ৰিয় হৈ উঠে। বিভিন্ন বক্তা সংবাদসেবী আৰু অধ্যয়ন পুষ্ট ব্যক্তি সকলে সভা সমিতিৰ জড়িয়তে নিজৰ নিজৰ বক্তব্য ডাঙি ধৰে, তাৰ দ্বাৰা বিশেষ একোটা সমস্যাৰ প্ৰতি জনগণৰ মনোযোগ আকৰ্ষণ কৰে। এই ব্যৱস্থাৰ প্ৰথম সুবিধা হল, বক্তাজনে পোনপটীয়াকৈ ৰাইজক লগ পাই আৰু ৰাইজৰ নাড়ী নক্ষত্ৰ বুজি উঠে। যিসকল বক্তাৰ পাণ্ডিত্য বাগ্মীতা আৰু ব্যক্তিত্ব থাকে, তেওঁলোকে অতি সহজে লোক দৃষ্টি আকৰ্ষন কৰিব পাৰে। দলবিলাকেও ৰাজহুৱা সভা সমিতিৰ সুযোগ হেৰুৱাব নোখোজে। নিৰ্ব্বাচনৰ বা-বতাহ বলিবলৈ আৰম্ভ কৰাৰ লগে লগে ৰাজনৈতিক দলৰ বক্তৃতাৰে সভা-সমিতি মুখৰিত হৈ উঠে। প্ৰতিটো দলে নিজৰ দৃষ্টি ভঙ্গী ডাঙি ধৰি সেই দৃষ্টি ভঙ্গীৰ আলমত জনমত গঠন কৰিবলৈ যত্ন কৰে। এইদৰে ৰাজহুৱা সভা সমিতি বিলাকে জনমত গঠনত উপযুক্ত পৰিবেশৰ সৃষ্টি কৰে।

## ছপাশাল, বাতৰি কাগজ

ছপাযন্ত্ৰ আবিষ্কাৰ হোৱাৰে পৰা ছপাশালৰ উপযোগীতাও অসম্ভৱভাৱে বৃদ্ধি পাইছে। আজিকালি ছাপাশালত প্ৰকাশ হোৱা বাতৰি কাগজ, সংবাদ পত্ৰ, আলোচনী আদিয়ে জনমত গঠনত প্ৰধান ভূমিকা গ্ৰহণ কৰিছে। পশ্চিমীয়া গণতন্ত্ৰ বিলাকত দিনে দুবাৰকৈ বাতৰি কাগজ ওলায়। নানা দেশৰ খা খবৰৰ বাহিৰেও সংবাদ

পত্ৰবিলাকে বিশিষ্ট ব্যক্তি, দল আৰু অনুষ্ঠান আদিৰো দৃষ্টি ভঙ্গী, মতামত আদি প্ৰকাশ কৰে। এই পত্ৰবিলাকে জ্বলন্ত সমস্যা সমূহৰ ওপৰত নিজা নিজা মন্তব্য ডাঙি ধৰি, সেইবিলাকৰ ভাল বেয়া সকলো দিশ অৱলোকন কৰে। সময়ে সময়ে বাতৰি কাগজে সমস্যা বিলাকৰ নিজাববীয়াকৈ সমাধানো আগবঢ়াই। গোটেই দেশৰ চুকে কোণে প্ৰচাৰ হোৱা বাবে, সংবাদ পত্ৰ আৰু বাতৰি কাগজে হাজাৰ হাজাৰ মানুহৰ মনযোগ আকৰ্ষন কৰিব পাৰে আৰু জনমত গঠনত সক্ৰিয় ভূমিকা লয়। আজিকালি বিশ্বজুৰি খ্যাতি অৰ্জন কৰা কিছুমান বাতৰি কাগজ আছে যিবিলাকে আন্তৰ্জাতিক ৰাজনীতিৰ প্ৰশ্নবিলাক যুক্তিযুক্ত ভাৱে পৰ্য্যালোচনা কৰে। সেই পৰ্য্যালোচনা বিলাকে সকলো দেশৰে, সকলো মানুহৰে চিন্তা দীপ্তিমান কৰি তুলিব পাৰে। একোটা সমস্যাৰ দিশবোৰ এই পৰ্য্যালোচনাবে ডাঙি ধৰে, উমৈহতীয়া মত গ্ৰহণৰ কাৰণে ৰাইজক সাজু কৰি তুলিব পাৰে। বাতৰি কাগজবিলাকে জাতীয় আৰু আন্তৰাষ্ট্ৰীয় সকলো বাতৰি যোগান দি সকলো সমস্যাৰ প্ৰতি জনসাধাৰণক সচেতন কৰি তোলে।

বাতৰি কাগজ, সংবাদ পত্ৰ, আদিয়ে নিভিকভাৱে মত পৰিবেশন কৰিবলৈ হলে, এইবিলাক চৰকাৰী প্ৰশাসন যন্ত্ৰৰ আক্ৰোশৰ পৰা মুক্ত হব লাগিব। যিবিলাক সংবাদ পত্ৰ চৰকাৰৰ দ্বাৰা পৰিচালিত বা নিয়ন্ত্ৰিত, সেই সংবাদ পত্ৰবিলাকে নিৰপেক্ষ বাতৰি আৰু পৰ্য্যালোচনা দিয়াতো সম্ভৱ নহয়। সেই কাৰণেহে আজি কালি অগ্ৰগতি লাভ কৰা দেশবিলাকত বাতৰি প্ৰতিষ্ঠানবিলাক নিয়ন্ত্ৰণ মুক্ত কৰি ৰখা হয়। ভাৰতবৰ্ষত যোৱা ত্ৰিশদশকৰ ভিতৰত কিছুমান বাতৰি কাগজে গোটেই দেশত খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হৈছে। এই কাগজ বিলাকৰ ভিতৰত কিছুমানে শতাধিক বছৰ সেৱা আগবঢ়াই আহিছে। দি ষ্টেটছ মেন, টাইমছ অব্ ইণ্ডিয়া' 'দি হিন্দু' দি ইন্দিয়ান এক্সপ্ৰেছ' দি হিন্দুস্থান ষ্টেণ্ডাৰ্ড, অমৃত বাজাৰ পত্ৰিকা,' 'যুগান্তৰ,' দি ডেক্কান হেৰাল্ড, 'ব্লিটজ দি কাৰেণ্ট প্ৰভৃতিৰ নাম উল্লেখযোগ্য। এইবিলাকৰ বাহিৰেও আঞ্চলিক ভাষাত আৰু বহুতো বাতৰি কাগজে খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হৈছে।

কোনো কোনো সময়ত বাতৰি কাগজৰ একোটা অনিষ্টকৰ ভূমিকাও নথকা নহয়। যিহেতু বাতৰি কাগজকে সকলো শ্ৰেণীৰ লোকেই বিশ্বাস কৰে, ইয়াৰ প্ৰভাৱো দিগন্ত প্ৰসাৰী। এনে অৱস্থাত, কোনো বাতৰি কাগজে পক্ষপাত দুষ্ট মনোভাৱেৰে বাতৰি পৰিবেশন কৰি জনগণক বিপথে লৈ যোৱাৰ দৃষ্টান্তও আছে। আধুনিক পুঁজি,

আৰু নিৰপেক্ষলোকৰ দ্বাৰা পৰিচালিত কাগজেহে গভীৰভাৱে জনগণৰ মনত ৰেখাপাত কৰিব পাৰে। জনগণৰ সুপ্ত মনত ন ন চিন্তাৰ প্ৰবাহ আনি দি গণতন্ত্ৰৰ প্ৰকৃত প্ৰহৰী হোৱাত সহায় কৰে। এনে কাগজে চৰকাৰৰ কোপ দৃষ্টিলৈ ভ্ৰূক্ষেপ নকৰে, ন্যায়পৰায়ণভাৱে প্ৰকৃত সত্য উদঙাই দিয়ে। এনে নিৰ্ভীক আৰু সত্য অন্বেষণকাৰী বাতৰি কাগজ থাকিলেহে জনমত গঠনত সহায় হব পাৰে। গণতান্ত্ৰিক চৰকাৰে ভাব প্ৰকাশৰ স্বাধীনতা দিয়াৰ কাৰণে গণতন্ত্ৰত ব্যক্তিপূজা কৰা, কোনো বিশেষদলৰ প্ৰশস্তিৰে ভৰি থকা বা চৰকাৰৰ জয়ধ্বনি দিয়া চৰিত্ৰ হনন কৰা, আৰু ক্ষমতাশালী সকলক প্ৰশংসাৰে মুখৰিত কৰা কাগজো চলি থাকিব পাৰে; কিন্তু এনে কাগজে প্ৰকৃত জনমত গঠন কৰাত বিফল হয়। এনেধৰণৰ বাতৰি পৰিবেশন দেশৰ কাৰণে ক্ষতিকৰ, ইংৰাজীত এনেকুৱা বাতৰি পৰিবেশনক 'পীতবৰ্ণ বাতৰি' (yellow Journalism) বুলি কোৱা হয়। প্ৰকৃত জনমত গঠনত এনেকুৱা বাতৰিয়ে অন্তৰায় হে দেখা দিয়ে।

বাতৰি কাগজৰ যিদৰে উপযোগীতা আছে, সেইদৰে কিছুমান দোষো নথকা নহয়। প্ৰকৃতাৰ্থত কোনো বাতৰি কাগজেই সম্পূৰ্ণ নিয়ন্ত্ৰণ মুক্ত বুলি কব নোৱাৰি। প্ৰত্যক্ষ বা পৰোক্ষভাৱে চৰকাৰ বা অন্য কোনো ক্ষমতা সম্পন্ন লোকৰ দ্বাৰা বাতৰি কাগজ প্ৰভাৱিত হব পাৰে। ভাৰতত বহুতো বাতৰি কাগজৰ প্ৰতিষ্ঠানে চৰকাৰী সাহায্য লোৱা কাৰণে, চৰকাৰৰ বিপক্ষে মত দিবলৈ টান পায়। আমেৰিকাৰ দৰে দেশত কোটিপতি কিছুমানে বাতৰি প্ৰতিষ্ঠান চলোৱাত সেই কাগজৰ সংবাদসেৱী সকলে পুঁজিবাদৰ প্ৰশস্তি গাবলৈ বাধ্য হয়। এই পুঁজিপতি সকলৰ বা চৰকাৰৰ কোপদৃষ্টিত পৰাৰ ভয়ত, সম্পাদক সকলে অনেক সময়ত নিৰপেক্ষ বাতৰি পৰিবেশন নকৰি মালিকে ভাল পোৱা নীতি বা বাতৰি দিব লগা হয়। যিবিলাক কাগজে চৰকাৰৰ সমালোচনা কৰে, সেইবিলাকে চৰকাৰৰ বিজ্ঞাপন বা অন্যপ্ৰকাৰ কৃপাৰ পৰা বঞ্চিত হব লগা হয়। ভাৰতবৰ্ষত চৰকাৰী প্ৰশস্তি নোগোৱা বাতৰি প্ৰতিষ্ঠানে ছপাৰ উপযোগী কাগজৰ আবন্টন নাপায়।

দ্বিতীয়তে, বাতৰি প্ৰতিষ্ঠান সমূহৰ অভাৱ অভিযোগৰ কাৰণে উপযুক্ত মানদণ্ড ৰক্ষা কৰিব নোৱাৰে, প্ৰয়োজনীয় বাতৰি সংগ্ৰহত ব্যৰ্থ হয় আৰু বুদ্ধিদীপ্ত কৰ্মীৰ অভাৱত নিম্নমানবিশিষ্ট পৰ্য্যালোচনাহে সম্ভৱ হয়।

তৃতীয়তে, বহুতো বাতৰি প্ৰতিষ্ঠানে উন্নত বাতৰি পৰিবেশন নকৰি অন্য খাপৰ আলোচনা, চৰিত্ৰ হনন, বা বিশেষ গোটৰ অহেতুকী জয়ধ্বনিত ব্যস্ত থাকে।

চতুৰ্থতে, বহুক্ষেত্ৰত ( শক্তি প্ৰয়োগৰ দ্বাৰাও ) বিৰুদ্ধ মতামত দি বা কোনো দলৰ তোষণ নীতিৰ সহায়ত দেশত বিভাজন সৃষ্টি কৰাত বাতৰিয়ে সহায় কৰা দেখা যায়।

## শিক্ষানুষ্ঠান আদিৰ ভূমিকা

শিক্ষানুষ্ঠানবিলাকে আধুনিক যুগত জনমত গঠন কৰাত প্ৰধান ভূমিকা গ্ৰহণ কৰে। প্ৰকৃতপক্ষে শিক্ষানুষ্ঠানবিলাকে প্ৰথম শ্ৰেণীৰ নাগৰিক সৃষ্টি কৰাত যি অৰিহনা যোগায়, আন কোনো অনুষ্ঠানেই তেনে অৰিহনা যোগাব নোৱাৰে। ৰাজনৈতিক ক্ষেত্ৰত এই অনুষ্ঠানবিলাকৰ পোনপটীয়া সংযোগ নাথাকিব পাৰে তথাপি শিক্ষাদান আৰু আলোচনা আদিৰ মাধ্যমত, ছাত্ৰ-ছাত্ৰীৰ ওপৰত সুদূৰ প্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰে। আজিকালি প্ৰায়বিলাক দেশতে উচ্চ শিক্ষাক স্বয়ং চালিত হোৱা আৰু চৰকাৰী প্ৰভাৱ মুক্ত কৰি ৰখাৰ চেষ্টা কৰা হয়। ৰাজনৈতিক দল চৰকাৰ, প্ৰভাৱশালী চক্ৰ, আটায়ে নিজ ধ্যান ধাৰণাৰ সমৰ্থনত শিক্ষানুষ্ঠান বিলাক গঢ়ি তুলিবলৈ যত্ন কৰে। মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী বিলাকক কোনো ভাৱাদৰ্শৰ প্ৰতি আকৃষ্ট কৰাব পাৰিলে, বিশেষ দল উপকৃত হয় আৰু সেই ভাৱাদৰ্শৰ সমৰ্থনত জনমতো সহজে সৃষ্টি হব পাৰে। আনহাতে শিক্ষানুষ্ঠানবিলাকত, সকলো ধৰণৰ দৰ্শন, ভাবাদৰ্শ ৰাজনৈতিক পদ্ধতি আদিৰ বিষয়ে মুক্ত আলোচনা আৰু শিক্ষা প্ৰদান কৰা হয়। এনে শিক্ষাৰ প্ৰভাৱত ছাত্ৰ-ছাত্ৰীসকলে ভাল বেয়া সকলো নিৰ্ণয় কৰিব পৰা ক্ষমতা লাভ কৰে আৰু সহজেই কোনো এটা বিষয়ত মতামত ডাঙি ধৰিব পাৰে। সং শিক্ষাই অকল সু-নাগৰিকেই সৃষ্টি নকৰে চিন্তাশীল আৰু বুদ্ধিদীপ্ত নাগৰিকো জন্ম দিয়ে। এজন সৰ্ব্বসাধাৰণ লোকৰ ৰাজনৈতিক সমস্যাৰ প্ৰতি থকা দৃষ্টিভঙ্গী আৰু শিক্ষিত-লোকৰ দৃষ্টিভঙ্গীৰ মাজত পাৰ্থক্য থাকে।

সৰ্বাত্মকবাদী ( Totalitarian ) ৰাষ্ট্ৰবিলাকত শিক্ষানুষ্ঠানবিলাকক পোন-পটীয়াকৈ প্ৰচাৰৰ মাধ্যমৰূপে ব্যৱহাৰ কৰা হয়, যাতে ছাত্ৰ-ছাত্ৰীসকলে চৰকাৰী ভাবাদৰ্শৰ ব্যতিৰেকে অন্য কোনো ভাবাদৰ্শৰ প্ৰতি সমৰ্থন দিব নোৱাৰে। সাম্যবাদী ৰাষ্ট্ৰবিলাকত বিদ্যালয় আৰু মহাবিদ্যালয়ত সাম্যবাদী সংস্কৃতি আদৰ্শৰ শিক্ষা প্ৰদান কৰা হয়। পশ্চিমীয়া গণতান্ত্ৰিক দেশবিলাকত বিদ্যালয়ৰ বাহিৰেও ভিন্ ভিন সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠান গঠন কৰা হয়। এনেবিলাকৰ ভিতৰত,

ৰাজনৈতিক বিজ্ঞান, অৰ্থনীতি আদিৰ কেন্দ্ৰ কৰিও অনুষ্ঠান বা সংস্থা থাকে। এই অনুষ্ঠান সমূহে এটা বা আনটো ভাবাদৰ্শ, চিন্তাধাৰা আদিৰ ওপৰত আলোচনা চক্ৰ, কৰ্মশালা আদি আয়োজন কৰে আৰু প্ৰচাৰ কাৰ্য্যত ব্ৰতী হয়। এনে অনুষ্ঠান বিলাকৰ মাজেদি অতি সহজতে জনমত গঠন হব পাৰে। সাম্যবাদী দেশবিলাকত অৱশ্যে সাম্যবাদী দৰ্শন আৰু চিন্তাধাৰা প্ৰচাৰ কৰা বা চৰ্চা কৰা অনুষ্ঠানৰ বাহিৰে অন্য কোনো সংস্থা বা অনুষ্ঠানক সহ্য কৰা নহয়। সেইবিলাক দেশত 'অক্টোবৰিয়ান' 'কমচোমল আদি শিশু আৰু ডেমনীয়াৰ অনুষ্ঠানৰ যোগে সাম্যবাদী চিন্তাধাৰা প্ৰচাৰ কৰা হয়।

## কথাছবি, আকাশবাণী আৰু দুৰদৰ্শন

এই যুগত কথাছবি, আকাশবাণী আৰু দূৰদৰ্শনৰ নাম নুশুনা মানুহ খুব কম। এই তিনিওটাই জনমত গঠনত প্ৰধান ভূমিকা গ্ৰহণ কৰি আহিছে। পৃথিৱীৰ চুকে কোণে থকা হাজাৰ বিজাৰ নৰনাৰীৰ লগত পোনপটীয়া যোগাযোগ স্থাপন কৰিব পাৰে বুলিয়েই কথাছবি আৰু আকাশবাণীয়ে জনমত গঠনত অভূতপূৰ্ব্ব সাফল্য লাভ কৰিব পাৰিছে। দূৰদৰ্শনত একেধাৰে চকুৰে দেখা আৰু কাণে শুনা দুয়োটাই সম্ভৱ হয় কাৰণে জনজীৱনত প্ৰচাৰ মাধ্যম ৰূপে ইয়াৰ মূল্য কথাছবিৰ দৰেই অতি উচ্চ। এই তিনিওটা প্ৰচাৰ যন্ত্ৰকে পশ্চিমীয়া গণতন্ত্ৰবিলাকে ৰাজনৈতিক মতবাদ প্ৰচাৰৰ আলম কৰি লৈছে। প্ৰচাৰ আৰু বিস্তাৰত আকাশবাণীৰো অৱদান বা ভূমিকা গুৰুত্বপূৰ্ণ। ভিন ভিন মতামত প্ৰচাৰ আলোচনা আৰু সমালোচনাৰ যোগে আকাশবাণীয়ে জনমত গঠনত সহায় কৰে। প্ৰদৰ্শন আৰু আলোচনাৰ যোগে দূৰদৰ্শনে পাছ পৰি থকা অঞ্চলত ৰাজনৈতিক চেতনা প্ৰদীপ্ত কৰি তুলিব পাৰে। ঘটনাপ্ৰৱাহ, সংলাপ আৰু অভিনয়ৰ মাজেদি কথাছবিয়েও নিৰ্দ্দিষ্ট ভাৱধাৰা পোষণ কৰিব পাৰে।

আজিকালি অৱশ্যে বেছিভাগ দেশতে এইধৰণৰ প্ৰচাৰ যন্ত্ৰৰ ওপৰত চৰকাৰী নিয়ন্ত্ৰণ থকাত নিৰপেক্ষভাৱে জনমত গঠন কৰা টান হৈ পৰিছে। ভাৰতৰ দৰে উন্নয়নশীল দেশত বৰ্তমান যুগত আকাশবাণী বা বেতাৰ যন্ত্ৰৰ প্ৰচাৰ ধাৰে-কুয়ে বিয়পী পৰিছে। ইয়াৰ দ্বাৰা অশিক্ষিত সমাজত শিক্ষাৰ প্ৰচাৰ হৈছে সঁচা, কিন্তু ভাৰতত আকাশবাণী আৰু দূৰদৰ্শন সম্পূৰ্ণভাৱে চৰকাৰী প্ৰচাৰ যন্ত্ৰৰ দৰে ব্যৱহাৰ কৰা হয়। এনেস্থলত বেতাঁৰ যন্ত্ৰই ভাৰতত কেৱল একপক্ষীয় ভাৱেহে জনমত

সৃষ্টিত সহায় হ'ব পাৰিছে। বিলাতৰ বি বি চি, বা বেতাঁৰ বাতৰি প্ৰতিষ্ঠান, চৰকাৰৰ নিয়ন্ত্ৰণ মুক্ত বাবে নিৰ্ভিক আৰু স্পষ্টবাদী বাতৰি আৰু মন্তব্য দিয়াত কৃতকাৰ্য্য হৈছে। বেতাঁৰ বাতৰি আৰু দূৰদৰ্শনক চৰকাৰী বা কোনো বিশেষ গোষ্ঠীৰ নিয়ন্ত্ৰণ মুক্ত কৰিব পাৰিলেহে প্ৰকৃত জনমত গঠনত সহায় হ'ব।

## বিধান সভা আৰু সংসদ

যদিও বিধানসভা আৰু সংসদবিলাকৰ প্ৰথম কাম আইন প্ৰণয়ন কৰা আৰু চৰকাৰৰ প্ৰশাসনীয় ব্যৱস্থাৰ ওপৰত নজৰ ৰখা, তথাপি গণতান্ত্ৰিক দেশত সংসদ বিলাক বিভিন্ন মত প্ৰকাশৰ উৎকৃষ্ট মাধ্যম। যিবিলাক দলে সংসদত প্ৰতিনিধিত্ব লাভ কৰে সেই দলবিলাকে সংসদৰ মজিয়াত চৰকাৰৰ নীতিৰ সমালোচনা ডাঙি ধৰিব পাৰে। সংসদৰ মজিয়াত চৰকাৰৰ সমালোচনা কৰাৰ কাৰণে কোনো সভ্যকে জগৰীয়া কৰিবৰ অধিকাৰ কাৰো নাথাকে।

বিধায়কসকলে নিৰঙ্কুশভাৱে নিজৰ দৃষ্টিভঙ্গী প্ৰকাশ কৰাৰ লগতে চৰকাৰী ত্ৰুটি বিলাকো উদঙাই দিয়ে। আন ঠাইত এনেদৰে চৰকাৰৰ সমালোচনা কৰিলে বিচাৰৰ সন্মুখীন হোৱাৰ সম্ভাৱনা থাকে। আজিকালি গোটেই পৃথিৱীতে বিধায়কসকলে অকল সংসদৰ সভ্যসকলৰ উদ্দেশ্যে কথা নকয়, প্ৰকৃতপক্ষে, তেওঁলোকে বাহিৰৰ জনসাধাৰণকো তেওঁলোকৰ বক্তব্যৰ শ্ৰোতা বুলি ধৰি লয়। বিধায়কসকলৰ বক্তৃতাবিলাক বেতাঁৰ, বাতৰি কাগজ আদিৰ যোগে চাৰিওফালে প্ৰচাৰ কৰা হয়। সংসদৰ মজিয়াত উঠা প্ৰশ্ন, উত্তৰ আৰু পৰিপূৰক প্ৰশ্নবোৰেও নিৰ্বোধ ৰাইজক সচেতন কৰি তোলাত সহায় কৰে। বহুত সময়ত জনসাধাৰণে পাব নোৱাৰা গুপুত খবৰবিলাকো সংসদৰ মজিয়াত বিৰোধী আৰু শাসক দলৰ কথাৰ কটাকটিৰ মাজত ওলাই পৰে। এনেবিলাক বাতৰি পঢ়ি ৰাইজৰ এটা বিষয় বা সমস্যাৰ ওপৰত নিজাববীয়া মন্তব্য দিবলৈ সুবিধা হয়। এইদৰেও আজিকালি জনমত গঠন হ'ব পাৰিছে।

ভাৰতৰ সংসদতো, পণ্ডিত নেহেৰু, পেটেল, কামাথ বা ৰাজগোপালাচাৰীৰ দৰে নেতাৰ বক্তৃতায়ো বহুলোকক আকৰ্ষণ কৰা দেখা যায়।

## ভাৰতীয় পটভূমিত জনমত

ওপৰত আমি জনমত গঠন কৰাৰ কৌশলবিলাক আলোচনা কৰিলো। কৌশল

বা উপায় বৃদ্ধি কৰিব পাৰিলেহে প্ৰকৃতপক্ষে জনমত গঠন হ'ব পাৰে বুলি কব নোৱাৰি। অশিক্ষিত আৰু নিৰ্বোধ লোকৰ মাজত জনমত গঠন কৰা টান কাম। পশ্চিমীয়া গণতন্ত্ৰবিলাকত স্বাক্ষৰ লোকৰ সংখ্যা সৰহ সেই দেশবিলাকত অশিক্ষিত লোক নাই বুলিলেও হয়। এনেকুৱা জ্ঞানদীপ্ত সমাজৰ লোকসকলে অতি সহজে সকলো সমস্যাৰে ভাল বেয়া দিশবোৰ বুজি উঠে। কিন্তু ভাৰত পাকিস্থান সিংহল আদি প্ৰাচ্যৰ উন্নয়নশীল দেশবিলাকত শিক্ষিতৰ হাৰ খুব কম। প্ৰায়বিলাক লোকেই নিৰক্ষৰ আৰু গাৱঁত বাস কৰে। যোগাযোগৰ মাধ্যম নিম্ন খাপৰ। ভাৰতত নিৰক্ষতা, অজ্ঞতা আৰু দৰিদ্ৰতাই প্ৰকৃত জনমত সৃষ্টিত অন্তৰায় হৈ থিয় দিছে। জনমত বুলি ক'লে ভাৰতত মুষ্টিমেয় শিক্ষিত আৰু আগবঢ়া শ্ৰেণী এটাৰ মত বুলিহে বুজিব লাগিব। এই দেশৰ বেছি ভাগ মানুহ খেতিয়ক আৰু গাৱঁত বাস কৰে। ৰাজনীতি দল দলৰ লক্ষ্য আদি কথা তেওঁলোকে একো বুজি নাপায়। চাহ আৰু কফি বাগানৰ বনুৱাবিলাকেও শিক্ষাৰ পোহৰ নাপায় পিছ পৰি আছে। তেওঁলোকৰ বাবে ৰাজনীতি লবাৰ ধেমালি। আচৰিত হলেও সত্য যে এইবিলাক মানুহকে ভাৰতত ভোটাধিকাৰ দিয়া হৈছে। কিছুমান প্ৰভাৱশালী আৰু স্বাৰ্থান্বেষী লোকৰ স্বাৰ্থসিদ্ধিৰ হকে এই অশিক্ষিত শ্ৰেণীটোক ক্ষমতা লাভৰ হাথিয়াৰৰ দৰে ব্যৱহাৰ কৰা হৈছে। যি দেশত বাট-পদূলি বোকা পানীৰে ভৰপূৰ, আহাৰৰ অভাৱ, বাতৰি কাগজ গ্ৰন্থাগাৰ নগৰতে আৱদ্ধ, স্কুলৰ চাল আছে, বেৰ নাই, তেনেঠাইত মানুহৰ জীয়াই থকাৰ চিন্তাই, প্ৰথম চিন্তা।

শাসনত অধিষ্ঠিত দলবিলাকৰ এটাই লক্ষ্য কেনেকৈ ক্ষমতা হাতত ৰাখিব পাৰি। যিবিলাক প্ৰচাৰ মাধ্যমে পশ্চিমীয়া গণতন্ত্ৰ বিলাকত স্বতন্ত্ৰভাৱে কাম চলাব পাৰে, ভাৰতত সেইবিলাক চৰকাৰৰ কঠোৰ নিয়ন্ত্ৰণত ৰেডিঅ' আৰু দূৰদৰ্শনে চৰকাৰৰ ভুলনীতি, বিফলতা আদি প্ৰচাৰ কৰিব নোৱাৰে। এই প্ৰচাৰ যন্ত্ৰবিলাকক কেৱল চৰকাৰৰ বা মন্ত্ৰীৰ প্ৰশস্তি গোৱাতে আৱদ্ধ ৰখা হয়।

নিৰ্ব্বাচনৰ বাহিৰে আনসময়ত ৰাজনৈতিক দলবিলাক গাওঁ কিয়, সৰু সৰু নগৰলৈকে নাযায়। নিৰ্ব্বাচনত জয়লাভৰ আশাতহে ৰাজনৈতিক দল গাওঁবিলাকত সোমায়। বাস্তৱিকতে, ভাৰতত জনমত বুলি কোনো কথা নাই। দিল্লী, বোম্বাই বা মাদ্ৰাজে যি পথ দেখুৱাই, দেশৰ অন্যান্য প্ৰান্তত তাকে অন্ধভাৱে অনুসৰণ কৰা হয়। বাগিচাৰ বনুৱাশ্ৰেণীক মদপানী খুৱাই ভোট গ্ৰহণ কৰিলেই গণতন্ত্ৰ হব নোৱাৰে। আনহাতে ভাৰতত, জাতি, ধৰ্ম, বৰ্ণ জনজাতি, গোষ্ঠী; উপগোষ্ঠীৰ

প্ৰভাৱেও জনমত গঠনত বাধা দি আহিছে। স্বাৰ্থান্বেষী দল আৰু চক্ৰবিলাকে, এনে অৱস্থাত জনমতক একপক্ষীয় ব্যাখ্যা দিব খোজে। মুঠ কথা হ'ল, সাৰ্বজনীন শিক্ষা আৰু ৰাজনৈতিক চেতনা নহ'লে, ভাৰতত গণতন্ত্ৰও সফল নহয় আৰু প্ৰকৃতাৰ্থত জনমতো হ'ব নোৱাৰে।

## জনমত আৰু দায়বদ্ধতা

সংসদী গণতন্ত্ৰই হওঁক বা ৰাষ্ট্ৰপতি প্ৰধান গণতন্ত্ৰই হওঁক, চৰকাৰ জন-সাধাৰণৰ ওচৰত নিজ কামৰ কাৰণে দায়বদ্ধ হৈ থাকিব লাগে। এই দায়বদ্ধতাই প্ৰকৃতপক্ষে গণতন্ত্ৰক জীয়াই ৰাখে। জনগণে নিজৰ নিয়ন্ত্ৰণ সাধাৰণতে জনমতৰ সহায়ত ৰাখিবলৈ যত্ন কৰে। জনমতৰ গুৰুত্ব সেয়েহে সকলোপ্ৰকাৰৰ গণতন্ত্ৰতে অনুভৱ কৰা যায়। সংসদী গণতন্ত্ৰত মন্ত্ৰীসভাখনেই প্ৰকৃতপক্ষে ক্ষমতাশালী চৰকাৰ। সংসদৰ সংখ্যাগৰিষ্ঠ দলৰ পৰা এই চৰকাৰ গঠন হ'লেও নীতি আৰু প্ৰশাসনীয় কামৰ বাবে, চৰকাৰ সমগ্ৰ সংসদখনৰ ওচৰতে দায়বদ্ধ হৈ থাকিব লাগে। সংসদ আকৌ নিৰ্বাচক মণ্ডলীৰ ওচৰত নিজকামৰ কাৰণে দায়বদ্ধ হৈ থাকিব লাগে। সংসদে প্ৰশ্ন পৰিপূৰক প্ৰশ্ন বা অনাস্থা প্ৰস্তাৱ আদিৰ যোগে চৰকাৰৰ স্বেচ্ছাচাৰীতা অৱবোধ কৰি ৰাখে। সংসদী গণতন্ত্ৰত চৰকাৰৰ দায়বদ্ধতা সকলো সময়তে অটুত ৰাখিব পৰা যায় কিয়নো সংসদী সদস্যসকলে সদনৰ মজিয়াত জনমতকে প্ৰতিফলন কৰে। জনমত অৱজ্ঞা কৰিলে চৰকাৰ পতন হোৱাৰ আশংকা থাকে। অৱশ্যে অনেক সময়ত চৰকাৰে সদনত সংখ্যাগৰিষ্ঠতাৰ সুযোগ লৈ স্বেচ্ছাচাৰীতাক প্ৰশ্ৰয় দিয়াও দেখা যায়। এনে অৱস্থাত প্ৰৱল জনমতৰ ব্যতিৰেকে চৰকাৰ ওফৰাই দিয়াৰ বাহিৰে গত্যন্তৰ নাথাকে। জনমত অৱজ্ঞা কৰা চৰকাৰ বেছি দিন টিকি থকা অসম্ভৱ। যিবিলাক সংবিধানত প্ৰত্যাৱৰ্তনৰ (Recall) ব্যৱস্থা নাথাকে তাত সংসদৰ কাৰ্য্যকালৰ ভিতৰত চৰকাৰ পতন ঘটোৱা সম্ভৱ ন'হবও পাৰে, কিয়নো সদনত সংখ্যাগৰিষ্ঠতা থকা কাৰণে মন্ত্ৰীসভা এটা সম্পূৰ্ণ কাৰ্য্যকাল টিকি থাকিব পাৰে। জনগণে প্ৰৱল জনমত গঠন কৰিব পাৰিলে, এনে চৰকাৰক দ্বিতীয়বাৰ ক্ষমতা লোৱাৰ পৰা বঞ্চিত কৰিব পাৰি। নিৰ্বাচনৰ সময়ত জনসমৰ্থন হেৰুৱাই এনে চৰকাৰ পুনৰ ক্ষমতালৈ যাব নোৱাৰে। পাছ পৰা দেশ হ'লেও ভাৰতত জনমত গঠন কৰি ১৯৭৭ চনৰ মাৰ্চ মাহত শ্ৰীইন্দিৰা গান্ধীৰ স্বেচ্ছাচাৰী চৰকাৰক পুনৰ ক্ষমতাৰ পৰা বঞ্চিত কৰা কথা সকলোৰে

বিদিত। ১৯৭৫ চনৰ জুন মাহৰ ২৫ তাৰিখে এচা কু-চক্ৰৰ পৰামৰ্শত ৺ইন্দিৰা গান্ধীয়ে ক্ষমতাত বলিয়ান হৈ আভ্যন্তৰীণ জৰুৰী আইন প্ৰবৰ্ত্তন কৰে। ইয়াৰ ফলশ্ৰুতি হিচাবে দেশৰ বিখ্যাত নেতা মুক্তিযোদ্ধা ৰাজনীতিজ্ঞ আদি সকলোকে গ্ৰেপ্তাৰ কৰি এক ভয়ানক বিভীষিকাৰ সৃষ্টি কৰে। বিনাকাৰণত গ্ৰেপ্তাৰ, শাস্তি, অতিচাৰ আৰু স্বেচ্ছাচাৰে সীমা চেৰাই যায়। নাগৰিকৰ সংবিধান প্ৰদত্ত অধিকাৰ ৺ৰিবে মোহাৰি পেলোৱা হল। কুচক্ৰৰ ইচ্ছাই আইনত পৰিণত হল। দিল্লীত শ শ দৰিদ্ৰ মুছলমান নাগৰিকক ঘৰ ভাঙি খেদি দিয়া হল। জৰুৰীকালিন আইন চলি থকা অবস্থাতে আইনৰ কঠোৰতা কিছু লাঘব কৰি ১৯৭৭ চনৰ মাৰ্চ মাহত লোকসভাৰ নিৰ্ব্বাচন অনুষ্ঠিত কৰা হল। এই নিৰ্ব্বাচনত জন সাধাৰণে অভূতপূৰ্ব্ব ৰায় দি ৺ইন্দিৰা গোষ্ঠীক ধৰাশায়ী কৰিলে।

১৯৭৭ চনৰ নিৰ্ব্বাচনত ৺ইন্দিৰা গান্ধীৰ পতন হোৱাৰ ঘাই কাৰণেই হল প্ৰবল জনমত। নিৰ্ব্বাচনত চৰকাৰে দায়বদ্ধতা পাহৰি যেতিয়া ক্ষমতাৰ লালসাত, আওঁবাটে যায়, নাগৰিকৰ প্ৰতি কৰিব লগা কৰ্ত্তব্য আওঁকাণ কৰে, তেনে চৰকাৰ জনমতৰ প্ৰচণ্ড শক্তিৰ আগত সৰহ দিন থাওৰিব নোৱাৰে। ৺ইন্দিৰা গান্ধীৰো একে দশাই হল। ১৮ জানুৱাৰীত নিৰ্ব্বাচন ঘোষণা কৰাৰ লগে লগে, জনমতৰ প্ৰচণ্ড প্ৰবাহে ভাৰতৰ ইমূৰ সিমূৰ লগ লগাই দিলে বিৰোধী দলবিলাক গণতন্ত্ৰ ৰক্ষাৰ কাৰণে মাৰবান্ধি উঠিল। মাউথে উটিলে গুৰি পকৰাবো মৰণ নাই এই নীতি সাৰোগত কৰি, চি এফ ডি ভাৰতীয় লোকদল জনসংঘ, সাংগঠনিক কংগ্ৰেছ আদি দলবিলাকে 'জনতা দল নাম দি নতুন দলত মিলিত হল। সমগ্ৰ-দেশৰে বাতৰি প্ৰতিষ্ঠান আলোচনী আদিত ৺ইন্দিৰাৰ স্বেচ্ছাচাৰিতাৰ স্বৰূপ প্ৰকাশ পালে। বাতৰি কাগজে স্বাধীনতা কাঢ়ি নিয়াৰ প্ৰতিশোধত ৺ইন্দিৰা গান্ধীৰ বিৰুদ্ধে টোকা লিখনি আদি প্ৰকাশ কৰি কু-চক্ৰটোৰ কু কৰ্ম্মবিলাক উদঙাই দিলে। প্ৰবল জনমতৰ জোৱাৰত ১৯৭৭ চনৰ নিৰ্ব্বাচনত ৺ইন্দিৰা গান্ধী উটি গল তেওঁক মন্ত্ৰনা দিয়া ৰথী মহাৰথী নিৰ্ব্বাচন যুদ্ধত ধৰাশায়ী হল। জনতা দল ক্ষমতালৈ আহিল। যিবিলাকে এবাৰ নিৰ্ব্বাচন হোৱাৰ পাছত গণতন্ত্ৰত সংসদী চৰকাৰৰ ৰাইজৰ ওচৰত দায়বদ্ধতা নাই বুলি ভাবিছিল সেইসকলে নিজৰ ভুল বুজি পালে। জনমত আৰু দায়বদ্ধতাৰ সম্পৰ্ক এবাৰ নোৱাৰা বুলি প্ৰমাণিত হল।

ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰ বিলাকত জনতাৰ ওচৰত চৰকাৰৰ দায়বদ্ধতা নাই বুলি ভাবিলে ভুল হব। ক্ষমতাৰ বিভাজন নীতি মানি চলাৰ কাৰণে

এনে চৰকাৰত কাৰ্য্যপালিকা ( ৰাষ্ট্ৰপতি ) আইনপালিকাৰ ওচৰত নিজকামৰ কাৰণে দায়বদ্ধ হৈ থাকিব নালাগে। আমেৰিকাত থকা ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰত ৰাষ্ট্ৰপতিজনক গোটেই দেশৰ নাগৰিকে নিৰ্ব্বাচন কৰে। আইনপালিকাৰ সদস্যসকলকো নিৰ্ব্বাচন কৰা হয় কিন্তু ৰাষ্ট্ৰপতিক আইনপালিকা অৰ্থাৎ সংসদে অনাস্থা প্ৰস্তাৱ গ্ৰহণ কৰি আতঁৰ কৰিব নোৱাৰে। মহাঅভিযোগ কৰি ( Impeachment ) তাকো বিশেষ কাৰণতহে ৰাষ্ট্ৰপতিক আতঁৰ কৰিব পাৰি। ১৮০০ চনৰ পাছত দলীয় ৰাজনীতি বলবান হৈ উঠাত ৰাষ্ট্ৰপতি নিৰ্ব্বাচনত গোটেই দেশৰ নাগৰিকসকল পোনপটীয়াকৈ জড়িত হব লগা হল। এনে অৱস্থাত আইনপালিকাই অনাস্থা প্ৰস্তাৱ যোগে ৰাষ্ট্ৰপতিক আতঁৰ কৰিব নোৱাৰিলেও জনমতৰ প্ৰভাৱ তেওঁ হেয় প্ৰতিপন্ন কৰিব নোৱাৰে। ৰাষ্ট্ৰপতিৰ মন্ত্ৰীমণ্ডলীয় কাৰ্য্যৱলীও চিনেটৰ দ্বাৰা অগ্ৰাহ্য হব পাৰে। অথ সংক্ৰান্ত ক্ষেত্ৰতো ৰাষ্ট্ৰপতি চিনেটৰ মুখাপেক্ষী হৈ থাকিব লাগে। চিনেট আৰু প্ৰতিনিধি সদনেও ( House of Representative ) অথসংক্ৰান্ত কামবোৰত জনমতক উলংঘা কৰিব নোৱাৰে। ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰ যদিও পোনপটীয়াকৈ বিধান মণ্ডলৰ ওচৰত নিজ কামৰ কাৰণে দায়বদ্ধ নহয় জনমতৰ সহায়ত জনসাধাৰণৰ ওচৰত দায়বদ্ধতা প্ৰতিপন্ন কৰা যায়। আমেৰিকাৰ গণতন্ত্ৰত জনমতৰ প্ৰভাৱ আৰু ক্ষমতা দেখিলে বিস্ময় মানিব লাগে। আমেৰিকা আৰু ইংলণ্ডত ৰাজনৈতিক দলবিলাকে দলীয় স্বাৰ্থতকৈ জাতীয় স্বাথক বেছি মূল্য দিয়ে। সেইকাৰণে এনে বিলাক দেশত বাতৰি প্ৰতিষ্ঠান (প্ৰেছ) আকাশবাণী আদি জনমত গঠনৰ উপায় বিলাক চৰকাৰী নিয়ন্ত্ৰণৰ বাহিৰত ৰখা হয়। আমেৰিকাৰ ৱাটাৰ গেট নামে জনাজাত বিখ্যাত ৰাজনৈতিক কেলেংকাৰী ঘটনা অধ্যয়ন কৰিলেই এই দেশত জনমতৰ প্ৰাধান্য অনুভৱ কৰিব পাৰি। ১৯৭২ চনত আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি ৰিচাৰ্ড মিলহউচ নিক্সন দ্বিতীয়বাৰৰ বাবে ৰাষ্ট্ৰপতি নিৰ্ব্বাচনত প্ৰতি-দ্বন্দিতা কৰে। প্ৰৱল আৰু জনপ্ৰিয় প্ৰতিদ্বন্দীসকলক আতঁৰ কৰিবৰ অভিপ্ৰায়ে নিক্সনে কিছুমান মানুহক নিয়োগ কৰে। এই সকলোকে গুপ্তভাৱে বিনা অনুমতিৰে ১৯৭১ চনৰ চেপ্তেম্বৰ মাহত ৱাচিংটন চহৰত থকা গণতান্ত্ৰিক দলৰ ৱাটাৰগেট কাৰ্য্যালয়ত প্ৰৱেশ কৰি প্ৰয়োজনীয় কাগজ পত্ৰ লণ্ডভণ্ড কৰে আৰু উদ্দেশ্য প্ৰণোদিতভাৱে বহুতো দলিল পত্ৰ হাত কৰে। নিক্সনৰ ঘাই উদ্দেশ্য আছিল, জনপ্ৰিয় চিনেটৰ সদস্য মাস্কিক বিৰত কৰা। এই উদ্দেশ্যেৰে তেওঁ

ৰাষ্ট্ৰৰ অত্যন্ত ক্ষমতাশালী ৰাষ্ট্ৰপতিৰ কাৰ্য্যালয় আৰু তাৰ প্ৰভাৱৰ অসৎ প্ৰয়োগ কৰে। ৱাচিংটন পষ্টৰ দুজন নিৰ্ভীক সংবাদসেৱীয়ে ১৯৭২ চনৰ জুন মাহত নিক্সনৰ সহকৰ্মীসকলৰ কু-কৰ্ম্ম আৰু অসৎ উদ্দেশ্য মুকলিকৈ প্ৰকাশ কৰি, আমেৰিকাৰ ৰাজনীতিত শিপাব ধৰা বিষবৃক্ষ জোপাত প্ৰথম কুঠাৰৰ কোব মাৰে। আমেৰিকাৰ বাতৰি প্ৰতিষ্ঠান আৰু ভিন ভিন প্ৰচাৰ যন্ত্ৰবিলাকে 'ৱাটাৰ গেটত ঘটা কেলেংকাৰি কাহিনীৰ স্বৰূপ নিৰ্ভীক আৰু মুকলিভাৱে প্ৰকাশ কৰি, বিশ্ববাসীক বাতৰি কাগজৰ ক্ষমতা দেখুৱাই দিলে। নিক্সনৰ কু-কৰ্ম্মৰ বিৰুদ্ধে আমেৰিকাৰ জলে স্থলে প্ৰবল জনমতৰ ঢৌ বিয়পি পৰিল। নিৰ্ভীক সংবাদসেৱী সকলে নানা বাধা বিঘিনি অতিক্ৰম কৰি দুৰ্নীতি ক্ষমতাৰ অপব্যৱহাৰ অকৰ্মণীয় চক্ৰান্ত আদি আমেৰিকাবাসী আৰু বিশ্ববাসীক জনাই দিলে। হাজাৰ হাজাৰ ডলাৰ খৰছ কৰিও নিক্সনে নিজৰ কু কৰ্ম্ম আৰু কলঙ্ক ঢাকিব নোৱাৰিলে।

১৯৭৪ চনৰ লগে লগে নিক্সনৰ কু কৰ্ম্ম কৰ ফাঁকি দিবলৈ কৰা বিভিন্ন প্ৰচেষ্টা ভাবুকি অন্যায় আদিৰ বিৰুদ্ধে গণতান্ত্ৰিক দলৰ আৰু বাতৰি কাগজৰ প্ৰেৰণাত গোটেই দেশবাসী থিয় দিলে চিনেট আৰু প্ৰতিনিধি সদনে মহা অভিযোগৰ কাৰণে যো জা কৰোঁতেই নিক্সনে আগন্তুক বিপদৰ পৰা ৰক্ষা পাবলৈ পদত্যাগ কৰিব লগা হয়। আমেৰিকাৰ হোৱাইট হাউচ ৰ ১৮৫ বছৰীয়া ইতিহাসত এই ঘটনাই এহাতে যিদৰে মুছিব নোৱাৰা কলঙ্ক সানিলে আনহাতে জনমতৰ শক্তি যে কি দুৰ্বাৰ আৰু অপ্ৰতিৰোধ্য গতিৰে কাম কৰিব পাৰে তাকেই প্ৰমাণ কৰি দেখুৱালে। ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰত এইদৰেই দায়বদ্ধতা প্ৰতিপন্ন কৰা হয়।

প্ৰায়বিলাক পাশ্চাত্য গণতান্ত্ৰিক দেশতে চৰকাৰৰ স্বেচ্ছাচাৰিতা আৰু এক নায়কত্ববাদী ইচ্ছাক প্ৰতিৰোধ কৰিবৰ কাৰণে বিধানমণ্ডলতকৈয়ো জনমতক বেছি প্ৰাধান্য দিয়া হয়। প্ৰকৃতপক্ষে ইংলণ্ড বা আমেৰিকাৰ দৰে দেশত ৰজাঘৰ প্ৰজাঘৰ সকলো ক্ষেত্ৰতে জনমতে স্বীকৃতি লাভ কৰি আহিছে। জনমত সৃষ্টিৰ কাৰণে লাগতিয়াল পৰিবেশ সেইবিলাক দেশত চৰকাৰেই গঢ়ি তোলে। ৰাজনৈতিক দল চৰকাৰ আৰু কৰ্ম্মচাৰী সকলোৰে মনত জনমতে অতি ওখ স্থান লাভ কৰে। দেশৰ নেতাসকলে বাতৰি কাগজ পঢ়িব নজনা সকলৰ মাজত খোলা খুলিকৈ সমস্যা বিলাকৰ দোষ-গুণ আঙুলিয়াই দিয়ে। বেতাঁৰবাণী দূৰদৰ্শন আদিৰ সহায়তো চৰকাৰ বা দলৰ নীতি আদি প্ৰচাৰ কৰা হয়। আমেৰিকাৰ নাগৰিকৰ মৌলিক অধিকাৰ বাস্তৱিকতে মৌলিক, ভাৰতত এনে অধিকাৰ নিৰঙ্কুশ নহয়। সকলো নাগৰিকে

সেই দেশত, ৰাজনৈতিক আৰু ব্যক্তিগত স্বতন্ত্ৰতা বিনাবাধাই ভোগ কৰিব পাৰে। এনে অৱস্থাত নেতাসকলৰ কু কৰ্ম্ম বা দুৰ্নীতি খোলাখুলিভাৱে সমালোচনা হব পাৰে আৰু ক্ষমতাৰ অপব্যৱহাৰো বন্ধ হয়। যিসকল নেতাই জনমতক প্ৰাধান্য দিব নোখোজে সেই সকল নেতাই নিজৰ মৈদাম নিজেই সাজি লব লাগে।

আমি আগতেই উল্লেখ কৰি আহিছো যে গণতন্ত্ৰত দল প্ৰভাবশালী চক্ৰ বা কক্ষালাপমূলক কাম কাজৰ বিশেষ গুৰুত্ব আছে। অৱশ্যে এনে সংস্থা বা অনুষ্ঠান আদি স বিধানৰ চাৰিকোণৰ ভিতৰত নপ'ৰে। এই অনুষ্ঠানবিলাকে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জনগণৰ লগত যোগাযোগ ৰক্ষা কৰি চলে। অনেক সময়ত জন সাধাৰণে অনুষ্ঠানবিলাকৰ যোগেদি দুৰ্লভ খা খবৰ লাভ কৰিবলৈ সক্ষম হয়। জনমত গঠন কৰাত এই স স্থা বিলাকৰ ভূমিকা গুৰুত্বপূৰ্ণ। চৰকাৰৰ গুৰিয়াল সকলে মইমতীয়া ভাব পোষণ কৰিলে ৰাজনৈতিক দল আৰু স‌ংস্থাবিলাকে সকলো প্ৰকাৰে প্ৰতিৰোধৰ চেষ্টা কৰে। এই অনুষ্ঠানবিলাকে খা খবৰ সংগ্ৰহ কৰাৰ অত্যাধুনিক কৌশলবিলাক সহজেই আয়ত্ব কৰি কামত খটুৱাই।

ভাৰততো দল আৰু প্ৰভাৱশালী চক্ৰবিলাকে চৰকাৰৰ দায়বদ্ধতা প্ৰতিপন্ন কৰা বা জনমত গঠন কৰা কামত ইতিমধ্যে কিছু আগবঢ়া দেখা গৈছে যদিও পাশ্চাত্য গণতান্ত্ৰিক দেশৰ তুলনাত নগন্য। ভাৰতীয় ৰাজনৈতিক পৰিবেশেও দল আৰু সংস্থাবিলাকক ইংলেণ্ড বা আমেৰিকাৰ দৰে দূৰদৰ্শন, বেতাঁৰ আদিৰ সুযোগ দিয়া নাই। ভাৰতত দূৰদৰ্শন, আকাশবাণী আদি প্ৰায়বোৰ জনমতৰ উপায়, চৰকাৰৰ কঠোৰ নিয়ন্ত্ৰণত থাকে। বিৰোধী দলবিলাকৰ নীতি বা কাৰ্য্যপন্থাৰ কেৱল সমালোচনা বিলাকহে এই মাধ্যমবিলাকৰ যোগে প্ৰকাশ কৰা হয়। তথাপি স বাদসেবী বিৰোধীদল আৰু গোষ্ঠীবিলাকে ক্ষমতাধিস্থ দলৰ দোষত্ৰুটি আঙুলিয়াই দিয়াত আৰু জনমত গঠনত উৎকৃষ্ট ভূমিকা গঠন কৰি আহিছে। ১৯৭৭ চনত বিৰোধী দলে জনতা চৰকাৰৰ প্ৰতিশ্ৰুতি বিফল হোৱাত যিদৰে সমালোচনাৰ জাউৰি তুলিছিল সেইদৰে ১৯৮৪ চনৰ ৰাজ্যৰ মন্ত্ৰীসভাৰ ভৰা প্ৰতিশ্ৰুতি বিৰুদ্ধেও জনমত গঠনৰ চেষ্টা চলাবলৈ এৰা নাই।

একনায়কত্ববাদী অথবা চৰম ৰাজতন্ত্ৰ প্ৰধান ৰাষ্ট্ৰবিলাকত জনমত ভৰিৰে মোহাৰি পেলোৱা দেখা যায়। সেইবিলাক প্ৰশাসনত, একনায়কৰ ইচ্ছাই আইন। তেওঁৰ কোনো ৰাইজৰ ওচৰত দায়বদ্ধতা নাই, থাকিবও নোৱাৰে। তেওঁৰ কাৰ্য্যকাল সংবিধানৰ দ্বাৰা নিয়ন্ত্ৰিত নহয়। নাজী বা ফেচী একনায়কত্ববাদী শাসনত

দায়বদ্ধতা আৰু জনমতৰ কোনো স্থান নাছিল। হিটলাৰে শক্তি প্ৰয়োগৰ দ্বাৰাহে দেশ শাসন কৰিছিল তাত জনমত আৰু সংবিধান মোহাৰি পেলোৱা হৈছিল। মুছলিনিয়েও হিটলাৰৰ একে পথকে অনুসৰণ কৰা দেখা যায়। আধুনিক সাম্যবাদী ৰাষ্ট্ৰবিলাকতো পাশ্চাত্য গণতন্ত্ৰৰ দৰে জনমত গঠনৰ অৱকাশ নাই। অৱশ্যে ইয়াত একনায়কজনে এটা সৰু দলীয় চক্ৰৰ ওচৰত কাম কাজৰ কাৰণে দায়বদ্ধ হৈ থাকিব লাগে। ছোভিয়েত একনায়কত্ববাদত ব্যক্তিত্বৰ প্ৰাধান্যই এনে চক্ৰকো অবহেলা কৰা দেখা যায়। জোচেফ ষ্টেলিনে দলীয় চক্ৰৰ উৰ্দ্ধত কাম কৰিব পাৰিছিল। তেওঁৰ দায়বদ্ধতাৰ প্ৰশ্ন তেওঁ জীৱদ্দশাত কোনেও তুলিবলৈ সাহস কৰা দেখা নাযায়। চীনদেশৰ মাও চে টুঙৰ বিষয়েও একে কথাকে কব পাৰি। চৰম ৰাজতন্ত্ৰতো জনমতৰ কোনো স্থান নাই। ৰজাৰ ইচ্ছা হলে সকলো কাম কৰিব পাৰে। ইয়াৰ বিৰুদ্ধাচৰণ সহ্য কৰা নহয়।

# ষষ্ঠ অধ্যায়

## নিৰ্ব্বাচন আৰু নিৰ্ব্বাচক মণ্ডলী

পৰোক্ষ গণতন্ত্ৰ জন্ম হোৱাৰ লগে লগে নিৰ্ব্বাচন ব্যৱস্থাৰো প্ৰয়োজন হ'ল। প্ৰত্যক্ষ গণতন্ত্ৰত প্ৰতিনিধি নিৰ্ব্বাচনৰ প্ৰয়োজন নাথাকে। নিৰ্ব্বাচক মণ্ডলীৰ অধ্যয়ন নহ'লে গণতন্ত্ৰৰ অধ্যয়ন সম্পূৰ্ণ হ'ব নোৱাৰে। আধুনিক যুগৰ গণতন্ত্ৰ হ'ল পৰোক্ষ গণতন্ত্ৰ। এনে গণতন্ত্ৰত ভোটদাতাসকলে প্ৰতিনিধি নিৰ্ব্বাচন কৰি সংসদ গঠন কৰে। এই প্ৰতিনিধিসকলেই আইন কানুন ৰচনা কৰি দেশ শাসন কৰে। এই প্ৰতিনিধিসকলক জনসাধাৰণে নিৰ্ব্বাচন কৰি পঠাব লাগে আৰু প্ৰতিনিধিসকলো জনসাধাৰণৰ ওচৰত নিজ কামৰ কাৰণে দায়বদ্ধ হৈ থাকিব লাগে। প্ৰাচীন গ্ৰীকসকলে ভাগ্য পৰীক্ষা বা চিঠিখেলৰ দৰে পদ্ধতিত শাসন কৰ্ত্তা নিৰ্ব্বাচন কৰিছিল। আজিকালি সেই ব্যৱস্থা উঠি গৈছে। আজিকালি গোটেই পৃথিৱীতে ভোটদান বা মতদানৰ যোগেদি প্ৰতিনিধি নিৰ্ব্বাচন কৰা ব্যৱস্থা স্বীকাৰ কৰি লোৱা হৈছে।

## নিৰ্ব্বাচকমণ্ডলী (Electorate)

নিৰ্ব্বাচকমণ্ডলী ( Electorate ) শব্দটো অপেক্ষাকৃতভাৱে অৰ্ব্বাচীন। চৰম ৰাজতন্ত্ৰ স্বৈৰতন্ত্ৰ বা একনায়কত্ববাদী প্ৰশাসনত নিৰ্ব্বাচকমণ্ডলী বিচৰামানে পৰ্ব্বতত কাছকণী বিচৰাৰ দৰে। এনেকুৱা শাসনত সামাজিকভাৱে অনগ্ৰসৰ, পাছপৰা, মুনিহ-তিৰোতা সকলোৱে ৰাজনীতিত নীৰৱ দৰ্শকৰ ভূমিকা লোৱাৰ বাদে আন বাট নাই। চতুৰ্দ্দশ লুইৰ (ফ্ৰান্সৰ ৰজা) মইয়েই ৰাষ্ট্ৰ বুলি কোৱা বাণীয়েই দেখুৱাই দিয়ে নিৰ্ব্বাচকমণ্ডলী' সেই যুগৰ সৃষ্টি নহয়।

ৰাজনৈতিক চেতনা বৃদ্ধিৰ লগে লগে প্ৰতিনিধি নিৰ্ব্বাচনৰ প্ৰশ্নটো আহি পৰে। গণতন্ত্ৰই জনপ্ৰিয় সাৰ্ব্বভৌমত্বত গুৰুত্ব দিয়া বাবে চৰকাৰ ৰাইজৰ বস্তু হৈ দেখা দিয়ে। আগতে ৰাইজৰ ক্ষমতাক স্বীকৃতি দিয়া হোৱা নাছিল। ৰাইজৰ ক্ষমতা আৰু অস্তিত্বই প্ৰাধান্য লাভ কৰাৰ লগতে প্ৰতিনিধি নিৰ্ব্বাচনৰ বাবে এটা নিৰ্ব্বাচকমণ্ডলীৰো প্ৰয়োজন হ'ল। নিৰ্ব্বাচকমণ্ডলী বুলিলে সেইকাৰণে

আমি জনসমষ্টিৰ সেই অংশকে বুজো যি অংশৰ লোকসকল প্ৰাপ্তবয়স্ক আৰু যাক কোনো প্ৰকাৰে অযোগ্য বুলি ভবা নহয়, আৰু আধুনিক ৰাষ্ট্ৰৰ জীৱনত প্ৰতিনিধি নিৰ্ব্বাচন কৰি উপযুক্ত ভূমিকা গ্ৰহণ কৰে। নিৰ্ব্বাচক মণ্ডলীৰ যোগ্যতাৰ ওপৰত ৰাষ্ট্ৰৰ কাৰ্য্যাৱলীৰ সফলতা নিৰ্ভৰ কৰে। প্ৰকৃততে দেখা যায় 'নিৰ্ব্বাচক মণ্ডলী শব্দকেইটাই আবাল বৃদ্ধ বনিতা সকলোকে সামৰি নলয়। কেৱল, ভোটাধিকাৰ পাবৰ যোগ্য প্ৰাপ্তবয়স্ক লোকসকলকহে ধৰা হয়।

নিৰ্ব্বাচক মণ্ডলীৰ প্ৰথম কাম হ'ল, বিধান মণ্ডল আৰু প্ৰয়োজন সাপেক্ষে, কাৰ্য্যপালিকাৰ সদস্য বাছি দিয়া নিৰ্ব্বাচক মণ্ডলীৰ এইটোৱেই আটাইতকৈ প্ৰয়োজনীয় কাম। এই নিৰ্ব্বাচন নিখুঁট হ'লেই গণতন্ত্ৰৰ চৰিত্ৰ ৰক্ষা পৰে, আৰু নিৰ্ব্বাচনত ত্ৰুটি থাকিলে, গণতন্ত্ৰৰ বিপৰ্য্যয়ৰ সম্ভাৱনা থাকে। উপযুক্ত আৰু দায়িত্ববোধ থকা শাসক আৰু বিধায়ক নিয়োগ কৰিব পাৰিলে গণতন্ত্ৰ ৰক্ষা পৰিব।

দ্বিতীয়তে, নিৰ্ব্বাচক মণ্ডলীয়ে সদায় চাব লাগিব যাতে চৰকাৰ স্বৈৰাচাৰীতন্ত্ৰ বা স্বল্পতন্ত্ৰলৈ (Oliqurchy) ৰূপান্তৰ নহয়। জনমতক উপেক্ষা নকৰাকৈ বিধায়ক আৰু শাসকসকলে যাতে সংবিধান প্ৰদত্ত উপায়েৰে কাম কৰি যায় তাৰ বাবেও চকু ৰখা নিৰ্ব্বাচক মণ্ডলীৰ কৰ্ত্তব্য। নিৰ্ব্বাচক মণ্ডলীয়ে সাময়িক নিৰ্ব্বাচন, প্ৰত্যাবৰ্ত্তন (Recall) গণনিৰ্দ্দেশ (Referendum) আৰু গণপ্ৰস্তাৱ (Initiative) আদিৰ জৰিয়তে নিজৰ ক্ষমতা প্ৰয়োগ কৰিব পাৰে। পৰোক্ষভাৱে, সভাসমিতি পাতি বা সংবাদ পত্ৰৰ যোগেদি বা বিপ্লৱৰ সহায়ত নিজৰ ইচ্ছা প্ৰকাশ কৰিব পাৰে।

তৃতীয়তে আধুনিক গণতন্ত্ৰত দলীয় ৰাজনীতিৰ ভূমিকা বেছিহৈ অহাৰ পৰিপ্ৰেক্ষিতত নিৰ্ব্বাচক মণ্ডলীৰো দায়িত্ব বাঢ়িছে। নিৰ্ব্বাচক মণ্ডলীয়ে দল বিলাকৰ নীতি আৰু কাৰ্য্যপন্থা বিচাৰ কৰি চোৱা আৱশ্যক কিয়নো যিবিলাক নীতিয়ে জাতিৰ অনিষ্ট কৰিব পাৰে তেনে নীতিৰ প্ৰতি সমৰ্থন নিদিয়াটোৱেই হ'ব নিৰ্ব্বাচক মণ্ডলীৰ কৰ্ত্তব্য। নিৰ্ব্বাচক মণ্ডলী সচেতন নহ'লে ৰাষ্ট্ৰৰ বিপৰ্য্যয় সম্ভৱ হৈ পৰে।

আগতে নিৰ্ব্বাচক মণ্ডলী নিৰ্দ্দিষ্ট লোকৰ মাজতে আবদ্ধ আছিল অৰ্থাৎ, সকলো শ্ৰেণীৰ লোকৰ দ্বাৰা নিৰ্ব্বাচক মণ্ডলী ৰচনা কৰা হোৱা নাছিল। ভালেমান, বিপ্লৱৰ আৰু জীৱন উৎসৰ্গাৰ পাছতহে, নিৰ্ব্বাচক মণ্ডলী সম্প্ৰসাৰণ ঘটিব'ল পালে। বিশ্বাত

লিখক ভিক্টৰ হুগোয়ে কৈছিল প্ৰাপ্তবয়স্ক ভোটাধিকাৰেই মানুহক নাগৰিক স্বৰূপে মুকুট পিন্ধালে। বাস্তৱিকতে ভোটাধিকাৰ নীতি সম্প্ৰসাৰণ ঘটা বৰ বেছিকালি হোৱা নাছিল। মধ্যযুগত গীৰ্জাঘৰৰ কাম কাজত প্ৰতিনিধিত্ব ব্যৱস্থা কৰা হৈছিল যদিও, ধাৰ্মিক ৰজাসকলে অৰ্থসংক্ৰান্ত বিষয় আলোচনা কৰিবলৈ নিৰ্ব্বাচন আৰু প্ৰতিনিধিৰ সহায় ল'ব লগা হৈছিল। চতুৰ্দ্দশ শতিকাত ইউৰোপৰ ঠায়ে ঠায়ে প্ৰতিনিধি সভা গঠিত হোৱা দেখা যায়। ইংলণ্ডৰ পাৰ্লিয়ামেণ্ট মহাসভা ফ্ৰান্সত ইষ্টেট-জেনেৰেল স্পেইনত কোৰ্টিচ' সেইদৰে, জাৰ্ম্মানীত 'ডায়েট' নিৰ্ব্বাচিত প্ৰতিনিধিত্ব-মূলক সভা হিচাবে বিখ্যাত হৈ উঠিছিল। এই সভাবিলাকে অৰ্থসংক্ৰান্ত বিষয়বিলাকৰ বাহিৰেও কোনো কোনো নীতিও নিৰ্দ্ধাৰণ কৰি দিছিল। এইবিলাক প্ৰতিনিধিত্বমূলক সভা হ'ব পাৰে যদিও জনপ্ৰিয় সভা বুলিব নোৱাৰি কিয়নো আজিকালিৰ দৰে সকলো শ্ৰেণীৰ প্ৰজাক নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰিব'লৈ দিয়া হোৱা নাছিল। সম্ভ্ৰান্ত পৰিয়াল গীৰ্জ্জাঘৰৰ পুৰোহিত শ্ৰেণী ৰাজঅনুগ্ৰহ লাভ কৰা ব্যক্তি আদিয়েহে নিৰ্ব্বাচকমণ্ডলী গঠন কৰিছিল।

ঊনৈশ শতিকাৰ অগ্ৰগতিয়ে জনপ্ৰিয় চিন্তাৰ জোৱাৰ আনি দিলে। ইংলণ্ডৰ ৰাজনীতিয়ে এই বিষয়ত সৰ্ব্বপ্ৰধান নেতৃত্ব গ্ৰহণ কৰে। শিক্ষা আৰু শিল্পবিপ্লৱে জনপ্ৰিয় নিৰ্ব্বাচনত অৰিহণা যোগায়। ইংলণ্ডত সময়ে সময়ে গ্ৰহণ কৰা বিভিন্ন আইনবিলাকে, বিশেষকৈ, ১৮৩২ ১৮৬৭ ১৮৮৪, ১৯১৮ আৰু শেহতীয়াকৈ ১৯২৮ চনৰ আইনে এই ক্ষেত্ৰত নতুন দিগন্তৰ সূচনা কৰিলে। ইংলণ্ডৰ নিম্নসদনত, জনপ্ৰিয় প্ৰতিনিধিত্ব মানি লোৱা হ'ল। তেতিয়াৰ পৰাহে নিৰ্ব্বাচক মণ্ডলীৰো সম্প্ৰসাৰণ ঘটিল। ইতিহাসৰ পাতে পাতে নিৰ্ব্বাচক মণ্ডলীৰ ক্ৰমবিকাশ আৰু সম্প্ৰসাৰণৰ স্তৰ অংকিত হৈ আছে। বৰ্ত্তমান নিৰ্ব্বাচকমণ্ডলীৰ ক্ষেত্ৰত কোনো ধৰ্ম্ম লিংগ বা অৰ্থনৈতিক বাধা থিয় দিব নোৱাৰে। সাৰ্ব্বজনীন ভোটাধিকাৰ নীতিয়ে নিৰ্ব্বাচক মণ্ডলীৰ দায়িত্ব বঢ়াই তুলিছে। বাস্তৱিকতে আধুনিক যুগৰ গণতন্ত্ৰত নিৰ্ব্বাচক মণ্ডলী মূলাধাৰ ৰূপে পৰিগণিত হৈছে। সেয়েহে ডব্লিউ এফ উইলবিয়ে লিখিছে

প্ৰতিনিধিত্বমূলক, জনপ্ৰিয় চৰকাৰত নিৰ্ব্বাচক শাখাক, চৰকাৰৰ ভেটিৰূপে গণ্য কৰিব পাৰি,—কিয়নো ইয়াৰ ওপৰতে চৰকাৰৰ সম্পূৰ্ণ অঙ্গবিলাকৰ ভাবনাও যুক্তিসঙ্গতভাৱে ইয়াৰ পৰাই উদ্ভৱ হয়।"

নিৰ্ব্বাচক মণ্ডলীৰ কৰ্ত্তব্য সম্বন্ধে উল্লেখ কৰোঁতে, এছ লিকককে, ভোটদাতা ৰাইজক অন্য ৰাইজৰ পৰা পৃথক কৰিবলৈ ৰাজনৈতিক মানব' ( Political people)

শব্দ কেইটা ব্যৱহাৰ কৰিছে। ১৭৯১ চনৰ ফৰাচী সংবিধানেও ভোটদাতা বাইজক সক্ৰিয় নাগৰিক (Active) আৰু ভোট দিব নোৱাৰা সকলক নিষ্ক্ৰিয়—নাগৰিক' (Passive citizen) আখ্যা দিছিল।

## প্ৰতিনিধিত্ব আৰু দায়বদ্ধতা (Representation & Responsibilities)

প্ৰতিনিধিত্বৰ কাৰণে হাতত লোৱা বিভিন্ন প্ৰকাৰৰ আঁচনি বিলাকৰ উদ্দেশ্যই হ'ল চৰকাৰৰ দায়বদ্ধতা বৃদ্ধি কৰা। দায়িত্বপূৰ্ণ চৰকাৰ আৰু প্ৰতিনিধিত্বমূলক চৰকাৰ—দুয়োটা শব্দই আজিৰ যুগত প্ৰায় এক অৰ্থতে ব্যৱহাৰ হৈ আহিছে। তথাপি বাস্তব অভিজ্ঞতাৰ পৰা দেখা যায় প্ৰতিনিধিমূলক চৰকাৰো নিজৰ কাৰ্য্যাৱলীৰ বাবে কাৰো ওচৰত দায়বদ্ধ নহব পাৰে। নিৰ্ব্বাচক মণ্ডলীৰ দ্বাৰা সংবিধানিক উপায়েৰে নিৰ্ব্বাচিত হৈয়ো জাৰ্ম্মানীত নাজী দল আৰু ইটালীৰ 'ফেচি দলে দায়বদ্ধতা পালন কৰা নাছিল। বৰং নিৰ্ব্বাচক মণ্ডলীৰ কণ্ঠৰোধ কৰাৰ অভিযান চলাই নিছিল। প্ৰত্যক্ষ গণতন্ত্ৰত বাইজ স্বয় ৰজা, তাত প্ৰতিনিধিত্বৰ ব্যৱস্থা নাই, অথচ, চৰকাৰৰ দায়িত্ববোধ আছে। গতিকে দেখা গল প্ৰতিনিধিত্বমূলক চৰকাৰ হ'লেও দায়বদ্ধতা নাথাকিব পাৰে। অৱশ্যে, আজিকালি প্ৰতিনিধিত্বৰ জৰিয়তেই দায়বদ্ধতা প্ৰতিপন্ন কৰা হয়। প্ৰতিনিধি সকলক এই বাবেই কম সময়ৰ কাৰণে নিৰ্ব্বাচন কৰা হয়, যাতে, তেওঁলোকে একনায়কত্ববাদী মনোভাব গ্ৰহণ নকৰি ৰাজহুৱা কল্যাণত ব্ৰতী হয়। এই কাৰ্য্যকালত নিৰ্ব্বাচক মণ্ডলীয়ে প্ৰতিনিধি সকলৰ কাৰ্য্যকলাপ নিৰীক্ষণ কৰিব লাগে। যদি কোনো প্ৰতিনিধিয়ে নিজৰ বিফলতা প্ৰমাণ কৰে পাছৰ নিৰ্ব্বাচনত তেওঁ নিৰ্ব্বাচিত হব নোৱাৰে। নিৰ্ব্বাচন প্ৰতিজন প্ৰতিনিধিক জনসেৱাৰ কাৰণে নিশ্চিতভাৱে দায়িত্ব দিয়ে। এই দায়িত্ব পালন কৰাৰ ওপৰতে প্ৰতিনিধিত্বমূলক চৰকাৰ টিকি থাকে। যিসকল সদস্যই দায়বদ্ধতা এৰাই চলিব'ল বিচাৰে তেওঁলোক সমালোচনাৰ হাতসাৰি থাকিব নোৱাৰে। ফাইনাৰে কবৰ দৰে,— নিৰ্ব্বাচিত চৰকাৰ এটাই, গণসমালোচনাত মনোযোগ দিয়া বা ভোট লোৱাটোত'ক ইয়াক অনিচ্ছা স্বত্বেও ক্ষমতাচ্যুত কৰিব পৰা বা কোনো ব্যৱস্থা মানি চলিবলৈ বাধ্য কৰাব পৰাটোৱেহে, প্ৰতিনিধিত্বৰ মূল কথা। ভাৰাৰ্পণ (Delegation) আৰু প্ৰতিনিধিত্ব কৰা (Representation) একে অৰ্থ নহয়। প্ৰতিনিধিত্বৰ অৰ্থ বহল। প্ৰতিনিধিত্বত

নিজৰ বিচাৰ বিবেচনা আৰু কর্তৃত্ব পৰিহাৰ কৰা নুবুজায়। যেক ইভাবে কয় ভাবাৰ্পণত (Delegation) মানুহৰ বাচনিহে থাকে, কিন্তু প্রতিনিধিত্বত সব লগা ব্যৱস্থাবো (measure) বাচনি থাকে। সম্পূর্ণ অর্থত ভাবাৰ্পণ, কোনো কার্য্যকাল থিক কৰি নিদিয়ে আৰু ক্ষমতা প্রয়োগতো কোনো চর্ত্ত নাথাকে। আনহাতে, প্রতিনিধিত্বত নির্দ্দেশ আৰু নিয়ন্ত্রণ দুয়োটাই থাকে। ভাবাৰ্পণত শাসিতৰ মত'হে লাগে, কিন্তু প্রতিনিধিত্বত ইচ্ছা ৰূপায়ণ কৰাৰ দায়িত্ব থাকে। আধুনিক গণতন্ত্র বিলাকত ভাবাৰ্পণৰ আন এটা নাম প্রতিনিধিত্বকৰণ বুলিলে ভুল হব। প্রতিনিধিত্বৰ দ্বাৰা চৰকাৰৰ নিয়ন্ত্রণ সম্ভব হয়।

## প্রতিনিধিত্বৰ প্রকৃতি

অতীতৰ গ্রীক আৰু ৰোমানসকলৰ গণতান্ত্রিক ব্যৱস্থা সম্বন্ধে আমি স্থানান্তৰত আলোচনা কৰিছো। এই চৰকাৰ বিলাক প্রত্যক্ষ গণতন্ত্র হোৱা কাৰণে প্রতিনিধিত্বৰ ইয়াত প্রশ্ন নাই। কিন্তু ৰোমান সাম্রাজ্যৰ যুগতো প্রতিনিধিত্ব মানি নচলাৰ কাৰণে বিশাল ৰাজ্য চলাবলৈ টান হৈ পৰিল। জনপ্রিয় প্রতিনিধিত্বৰ অবিহনে একোখন বিশাল সাম্রাজ্য শাসন কৰা বৰ টান কাম। ঐতিহাসিকভাৱে প্রতিনিধিত্ব ব্যৱস্থা খ্রীষ্টীয় ১৩ শ আৰু ১৪ শ শতাব্দীত জন্ম লাভ কৰে। আগতেই কৈ অহা হৈছে যে গীর্জ্জা ঘৰৰ কাম কাজ চলাবলৈ প্রথমে ভিন ভিন ঠাইৰ প্রতিনিধি একেলগ কৰি নতুন কার্য্যপন্থা হাতত লোৱাৰ চিন্তা কৰোঁতে, প্রতিনিধিত্ব কৰা ব্যৱস্থাই এটা নিজস্ব ৰূপ লাভ কৰিলে। যেতিয়া ইউৰোপ মহাদেশৰ ঠায়ে ঠায়ে 'ফিউডেল প্রথা গা কৰি উঠিল তেতিয়া অর্থসংক্রান্ত বিষয় আলোচনা কৰিবলৈ বা কৰ প্রৱর্ত্তন কৰিবলৈ বিভিন্ন সম্প্রদায় বিলাকৰ প্রতিনিধি আহবান কৰাত ৰজাই আগ ভাগ লোৱা দেখা যায়। আঞ্চলিক প্রতিনিধি সকলে কৰ প্রৱর্ত্তনৰ ক্ষেত্রত, কোনো সা-সুবিধাৰ কাৰণে আবেদন আৰু পাছলৈ দাম দৰ কৰাবো নিয়ম হল। এইবিলাকক কোনো পধ্যেই জাতীয় প্রতিনিধিত্ব বুলি ক ব নোৱাৰি তথাপি প্রতিনিধিত্ব ব্যৱস্থা ইয়াতে অঙ্কুৰিত হোৱাতো সত্য। এনেধৰণৰ প্রতিনিধিত্বতো কোনো সময়ত, জাতীয় স্বার্থ ৰক্ষাৰ প্রচেষ্টাও নথকা নহয়। ৰজা আৰু সামন্ত প্রতিনিধিৰ মাজত প্রায়ে জাতীয় স্বার্থ ৰক্ষা কৰাৰ সিদ্ধান্তও লোৱা হৈছিল। এনে ব্যৱস্থাত, এনেকুৱা প্রতিনিধিত্ব জাতীয় প্রতিনিধিত্ব বুলি আখ্যা দিলে ভুল নহব।

ইংলণ্ডত, মধ্য যুগত প্রতিনিধিসকল নির্ব্বাচিত হৈছিল, একোখন চায়াৰ

(Shire) অথবা 'বো'ৰ ৰ (Borough) পৰা। এই প্ৰতিনিধিসকল ৰাজসভাত উপস্থিত থাকিব লগা হৈছিল। মাজে মাজে একোটা সম্প্ৰদায়েও প্ৰতিনিধি নিৰ্ব্বাচন কৰি ৰাজসভালৈ পঠাইছিল। এনে ব্যৱস্থাত প্ৰতিনিধি সকলৰ জাতীয় চৰিত্ৰ নাথাকে তেওঁলোকে সম্প্ৰদায় বা ব্যৱসায়ৰহে স্বাৰ্থ ৰক্ষাত গুৰুত্ব দিয়ে। জাতীয় স্বাৰ্থত বো ৰ বা 'চায়াৰ বিলাকক সমষ্টি আখ্যা দিব নোৱাৰি। কিয়নো এইবিলাকে বিশেষ স্বাৰ্থ ৰক্ষাৰ কাৰণেহে প্ৰতিনিধি প্ৰেৰণ কৰে। প্ৰকৃত প্ৰতিনিধি হবলৈ হ'ল সঙ্কীৰ্ণ সম্প্ৰদায় বা ধৰ্ম্ম বা ব্যৱসায়ৰ উৰ্দ্ধত কাম কৰিব লাগিব। আঞ্চলিকতাবাদ ধৰ্ম্ম ভাষাৰ ভিত্তিত হোৱা প্ৰতিনিধিত্ব জাতীয় স্বাৰ্থৰ পৰিপন্থী। আদৰ্শ প্ৰতিনিধিত্ব বুলিলে, জাতীয় দায়বদ্ধতা পৰিহাৰ কৰিব নোৱাৰি। বাৰ্কে কৈছিল – স সদ কিছুমান পৰস্পৰ বিৰোধী স্বাৰ্থৰ হৈ ওকালতি কৰা আৰু সেই স্বাৰ্থবোৰ ৰক্ষা কৰি চলা সদস্য সকলৰ সমাবেশ হ ব নোৱাৰে। সংসদ হ'ল বিতৰ্ক প্ৰধান এটা জাতিৰ জন সমাবেশ যাৰ স্বাৰ্থ এটা আৰু সেইটো হ ল সমগ্ৰ জাতিৰ স্বাৰ্থ। ইয়াত আঞ্চলিক উদ্দেশ্য আৰু স্থানীয় কু স স্কাৰ থাকিব নোৱাৰে।

আধুনিক যুগত ব্যৱসায় ভিত্তিক ভাষা ভিত্তিক বা ধৰ্ম্মভিত্তিক প্ৰতিনিধিত্বক মূল্য দিয়া নহয়। এই যুগত অনেক স্বাথ বা অনেকবিধৰ লোক একেলগে বাস কৰা ভৌগোলিক ভূ-সমষ্টি একোটাকে নিৰ্ব্বাচনৰ কাৰণে সমষ্টি বুলি গণ্য কৰা হয়। এই সমষ্টিসমূহৰ সীমা মাজে সময়ে নতুনকৈ নিৰ্দ্ধাৰণ কৰি জনগণৰ প্ৰতিনিধিত্বত সহায় কৰা হয়। আধুনিক যুগত প্ৰতিনিধিত্বৰ লক্ষ্য হ ল কোনো ধৰ্ম্মীয় বা সাম্প্ৰদায়িক স্বাৰ্থ প্ৰতিফলিত কৰা নহয় বৰং এনে প্ৰতিনিধিত্বৰ লক্ষ্য হ ল লোক সমষ্টিৰ উমৈহতীয়া স্বাৰ্থ ৰক্ষা কৰা।

এই নতুন ভৌগোলিক সমষ্টি গঠন কৰাৰ ক্ষেত্ৰত বহুতো প্ৰতিবন্ধক দেখা গৈছে। প্ৰথমতে যিবিলাক সামাজিক গোটে অতীতৰ পৰা প্ৰাধান্য লাভ কৰি সংসদত স্বাৰ্থৰক্ষা কৰি আহিছে, সেইবিলাক ৰাতিৰ ভিতৰতে লুপ্ত কৰি দিব নোৱাৰি। দ্বিতীয়তে ভিন্ ভিন্ জাতিৰ লোকসকলৰ স্বাৰ্থৰক্ষা কৰাটোও গণতন্ত্ৰৰ কাম। এনেস্থলত, প্ৰকৃত প্ৰতিনিধিত্ব এটা সমস্যাত পৰিণত হোৱা দেখা গৈছে। এই সমস্যা সমাধানৰ কাৰণে যিবিলাক উপায় উদ্ভাৱন কৰা হৈছে সেইবিলাকে বিশেষ ফল দিছে বুলি ক'ব নোৱাৰি। অৱশ্যে ৰাজনৈতিক দলবিলাক জন্মহোৱাৰ পাছৰে পৰা এইদিশত কিছু সুফল আশা কৰিব পৰা গৈছে। যিহেতু ৰাজনৈতিক দলবিলাকে ভাষা ধৰ্ম্ম, স্থানীয় কু-সংস্কাৰ আদিৰ উৰ্দ্ধত কাম কৰে, আৰু জাতীয় স্বাৰ্থভিত্তি

সৃষ্টিত অবিহণা যোগায়। ৰাজনৈতিক দলবিলাকে জাতীয় স্বাৰ্থ ৰক্ষা কৰাৰ লগতে, বিভিন্ন স্বাৰ্থৰো সমন্বয় ঘটায়। অনেক সময়ত, দলবিলাকেও সকলো স্বাৰ্থ প্ৰতিফলিত কৰিব নোৱাৰে কিয়নো প্ৰতিনিধিত্ব কৰাৰ ক্ষেত্ৰত নানা বাধা আহি পৰে। এটা দলে এটা সমষ্টিত থিয় কৰোৱা এজন প্ৰাৰ্থীয়ে সকলো সময়তে সেই সমষ্টিৰ বিশেষ স্বাৰ্থ ৰক্ষা কৰাত বিফল হয় অথচ গণতন্ত্ৰত ভিন ভিন স্বাৰ্থৰ প্ৰতিনিধিত্ব উলাই কৰিও দিব পৰা নাযায়। এই উদ্দেশ্যে সমানুপাতিক প্ৰতিনিধিত্ব, ব্যৱসায়িক প্ৰতিনিধিত্ব আদিৰ প্ৰস্তাৱো দিয়া হৈছে। ভৌগোলিক সমষ্টিবিলাকেও জাতিগত স্বাৰ্থৰক্ষা কৰিব নোৱাৰে। নগৰ অঞ্চলত ভিন ভিন জাতিৰ সহ অৱস্থান হোৱাৰ কাৰণে ভৌগোলিক প্ৰতিনিধিত্বইও সুফল দিব পৰা নাই। এই ক্ষেত্ৰত সকলোৰে গ্ৰহণযোগ্য উপায়ো উদ্ভাৱন নৌ এথোন।

## ভোটাধিকাৰ স্বত্ব সম্বন্ধীয় তত্ত্ব

ভোটদান কৰা অধিকাৰক ৰাজনৈতিক অধিকাৰৰ ভিতৰত ধৰা হৈছে। এই বিধৰ ৰাজনৈতিক অধিকাৰ সম্বন্ধে কিছুমান তত্ত্বও প্ৰচলিত আছে। থোৰতে এই তত্ত্ববিলাক ডাঙি ধৰা হ'ল।

১ **প্ৰাকৃতিক অধিকাৰ** ঃ প্ৰাকৃতিক অধিকাৰ সাব্যস্ত কৰা সকলৰ মতে ভোটদানৰ অধিকাৰ হ'ল প্ৰকৃতিৰ দান। সামাজিক চুক্তিৰ আলমলৈ এদল লিখকে ক'ব খোজে প্ৰকৃতিৰ ৰাজ্যই মানৱ সভ্যতাৰ আদিম অৱস্থা। প্ৰকৃতিৰ ৰাজ্যত বাস কৰা লোকসকল স্বাধীন আৰু সমজীৱনৰ অধিকাৰী। তেওঁলোক প্ৰকৃতিৰ আইনৰ দ্বাৰা পৰিচালিত। ৰাষ্ট্ৰ মানৱ চুক্তিৰ ফলশ্ৰুতি সকলো মানুহৰে চুক্তি অনুযায়ী চৰকাৰ পৰিচালনাত হাত থাকিব লাগে। এনে অৱস্থাত ভোটাধিকাৰো প্ৰাকৃতিক অধিকাৰৰ অন্তৰ্ভুক্ত। কিন্তু এই তত্ত্ববাদীসকলে পাহৰি গৈছে যে, অধিকাৰবিলাক আইনৰ দ্বাৰা অনুমোদিত। ৰাষ্ট্ৰ নাথাকিলে আইন নাথাকে আৰু আইনৰ অবিহনে অধিকাৰো সম্ভৱ নহয়।

২. **আইনগত তত্ত্ব** ঃ আন এদল লিখকৰ মতে ভোটদানৰ অধিকাৰ এটা ৰাজনৈতিক অধিকাৰহে। প্ৰাকৃতিক অধিকাৰ নহয়। এনে অধিকাৰ আইন বা ৰাষ্ট্ৰৰ অৱস্থিতিতহে সম্ভৱ হয়। নিৰ্বাচক মণ্ডলী চৰকাৰৰ সৃষ্টি, আৰু

ভোট দিয়াৰ উদ্দেশ্যও ৰাজহুৱা কল্যাণ। নিৰ্ব্বাচক মণ্ডলীৰ ক্ষমতা আৰু কৰ্ত্তব্যও আইনৰ দ্বাৰা নিৰ্দ্দেশিত। কোনে ভোট দিব পাৰিব আৰু তেওঁলোকৰ কৰ্ত্তব্য কেনে হোৱা উচিত, সকলো আইনৰ দ্বাৰা সীমিত।

৩ **নৈতিক তত্ত্ব** ঃ ভোটাধিকাৰ সম্বন্ধীয় এটা নৈতিক তত্ত্বও আছে। ভোটদান হ'ল, ৰাজনৈতিক কাৰ্য্যকলাপত ব্যক্তিৰ আত্ম প্ৰকাশ। এনে অধিকাৰে যিহেতু ব্যক্তিত্ব বিকাশত সহায় হয়, ইয়াক নৈতিক অধিকাৰৰ শাৰীত থ'ব পাৰি। বহুতেই অৱশ্যে ইয়াক নৈতিক অধিকাৰ বুলি ক'ব নোখোজে।

৪ **জনজাতীয় তত্ত্ব** ঃ প্ৰাচীন গ্ৰীক্, জাৰ্ম্মান আৰু ৰোমানসকলে ভাবিছিল ৰাষ্ট্ৰৰ সকলো প্ৰজাই নাগৰিক হ'ব নোৱাৰে। সীমিত লোকহে নাগৰিক হ'ব পাৰে ভোটাধিকাৰ থকা সকলহে নাগৰিক হ'ব পাৰে। আনহাতে নাগৰিকত্ব হ'ল ভোটদিয়াৰ যোগ্যতা। এই যোগ্যতা সেই জনজাতীয় যুগৰ সৃষ্টি ই আধুনিক সভ্যতাৰ ফলশ্ৰুতি হ'ব নোৱাৰে।

৫ **'ফ্ৰিউডেল' তত্ত্ব** ঃ মধ্যযুগত, মাটিবাৰী 'ফিউডেল পদ্ধতিত প্ৰজাই উপভোগ কৰিছিল। এই পদ্ধতিত মাটিবাৰীৰ অধিকাৰ ব্যক্তিক সুকীয়া সুকীয়া স্তৰৰ সামাজিক পদমৰ্য্যাদা দান কৰিছিল। ভোটাধিকাৰ সেইকালত নিৰ্দিষ্ট সীমাৰ খেতিৰ মাটি ৰাখিব পৰা যোগ্যতাৰ ওপৰত প্ৰদান কৰা হৈছিল। আধুনিক যুগতো সম্পত্তিৰ ওপৰতহে ভোটাধিকাৰ দিয়াৰ দাবীটো ফ্ৰিউডেল' যুগৰ অৱশিষ্ট বুলিব পাৰি।

উপৰোক্ত তত্ত্ববিলাক বিশ্লেষণ কৰিলে দেখা যায় 'ফ্ৰিউডেল তত্ত্ব', আইনগত তত্ত্ব আদিয়ে সকলো লোকক ভোটদানৰ অধিকাৰ দিব খোজা নাই। কিছুমান বাধা আৰোপৰ মাজতহে ভোটাধিকাৰ সম্ভৱ হ'ব পাৰে। আনহাতে, প্ৰাকৃতিক অধিকাৰ তত্ত্ব আৰু নৈতিকতত্ত্বই সকলো নাগৰিকৰে ভোটাধিকাৰ থকাটো বিচাৰে, আধুনিক যুগত সংখ্যাগৰিষ্ঠ লোকক ভোটাধিকাৰ দিয়াৰ ওপৰত প্ৰায় সকলো দেশৰ ৰাজনীতিবিদ আৰু পণ্ডিতসকলে যুক্তি দৰ্শায়। ড° গাৰ্ণাৰে অৱশ্যে ভোটাধিকাৰক এটা প্ৰাকৃতিক অধিকাৰ বুলি মানি ল'ব নোখোজে। সকলো মানুহে ভোটাধিকাৰ পাব পৰাটো উচিত নহয়। ভোটাধিকাৰ এটা ৰাজনৈতিক সুযোগ। যিসকলে, ইয়াৰ উপযোগিতা অনুভৱ কৰিব বা বুজিব নোৱাৰে, তেওঁলোকক এই অধিকাৰ

দিয়াৰ অৰ্থ থাকিব নোৱাৰে। বহুতো লেখক অৱশ্যে যোগ্যজনকহে ভোটাধিকাৰ দিয়াৰ পক্ষপাতী। তেওঁলোকৰ মতে যোগ্যতাহে ভোটাধিকাৰৰ মাপকাঠি হোৱা উচিত।

ভোটাধিকাৰ প্ৰকৃতপক্ষে নৈতিক কৰ্ত্তব্যনে নাই আইনানুগ পালনীয় কাম সেই সম্বন্ধে মতানৈক্য আছে। বহুতে কয় যে, নিৰ্ব্বাচক মণ্ডলীৰ ইচ্ছা প্ৰকাশৰ কাৰণে ভোটদান বাধ্যতামূলক হোৱা উচিত। আনহাতে ভোটদান যদি এটা অধিকাৰ বুলি ভবা হয় তেনেহলে ভোট দান দিয়া নিদিয়া ভোটদাতাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিব। কিছুমান পাশ্চাত্য গণতন্ত্ৰত ভোট দিয়া বাধ্যতামূলক নোহোৱা নহয় কমানিয়া বেলজিয়াম আৰ্জেন্টিনা আৰু কোনো কোনো কেন্টনত (আঞ্চলিক চৰকাৰ) ভোটদান বাধ্যতামূলক কৰা দেখা গৈছে। গণতন্ত্ৰত ব্যক্তি স্বতন্ত্ৰতা যদি মানি লোৱা হয় তেনেহলে ভোটদান বাধ্যতামূলক কৰাৰ যুক্তি নাই। এই সন্দৰ্ভত ভোটদাতাক মূৰ্খ অদূৰদৰ্শী আদি আখ্যা দিব পাৰিলেও তেওঁক ভেটদান দিবলৈ বাধ্য কৰোৱাৰ প্ৰশ্ন নুঠে।

## বিভিন্নদেশত প্ৰতিনিধিত্ব আৰু নিৰ্ব্বাচন

আজিকালি প্ৰাচ্য আৰু পাশ্চাত্য সকলো দেশতে প্ৰতিনিধিত্বমূলক অনুষ্ঠান প্ৰতিষ্ঠিত হৈছে। গণতন্ত্ৰৰ কথাই নাই একনায়কত্ববাদী চৰকাৰ বিলাকতো প্ৰতিনিধিত্ব অনুষ্ঠানক স্থান দিয়া হৈছে। উদাহৰণ স্বৰূপে, নাজী শাসিত জাৰ্ম্মানী বা ফেচিদলৰ শাসনত ইটালীত প্ৰতিনিধিত্বমূলক সংসদ আছিল, অৱশ্যে এই সংসদবিলাক সম্পূৰ্ণ নায়কৰ বসবৰ্ত্তী আৰু আজ্ঞাধীন অনুষ্ঠানৰূপে ব্যৱহাৰ কৰা হৈছিল। এনে অনুষ্ঠানৰ প্ৰয়োজনীয়তা সম্পৰ্কে ইয়াকে কব পাৰি যে জনগণক ভালকৈ লগাবলৈ আৰু তেওঁলোকৰ ভাৱভঙ্গী অনুভৱ কৰিবলৈ এনে অনুষ্ঠান নায়কৰ কাৰণে অপৰিহাৰ্য্য।

আধুনিক যুগত চোভিয়েত চীন আদি সাম্যবাদী ৰাষ্ট্ৰত একনায়কত্ব শাসন প্ৰতিষ্ঠা কৰা হৈছে। তথাপি সেইবিলাক দেশতো প্ৰতিনিধিত্বমূলক অনুষ্ঠান উৎসাহিত কৰা হৈছে। চোভিয়েত দেশত লেনিন আৰু ষ্টেলিনে যি কঠোৰতা আৰু দমন নীতিৰ সহায়ত শাসন কৰি গ'ল সেই কথা ভাবিলে এইবিলাক ৰাষ্ট্ৰত প্ৰতিনিধিত্বমূলক অনুষ্ঠানৰ প্ৰকৃতাৰ্থত কিবা কাম আছে বুলি ভাবিব নোৱাৰি। অৱশ্যে, ষ্টেলিনৰ পাছত চোভিয়েত দেশত গণ-প্ৰতিনিধিত্বৰ মূল্য বাঢ়িছে।

গণতন্ত্ৰ গ্ৰহণ কৰা ৰাষ্ট্ৰবোৰত জনগণৰ ইচ্ছা প্ৰকাশ কৰিবলৈ সময়ে সময়ে নিৰ্ব্বাচন অনুষ্ঠিত কৰা হয়। আজিকালি প্ৰাচ্য আৰু পাশ্চাত্যৰ অনেক ৰাষ্ট্ৰত গণতন্ত্ৰই গা কৰি উঠিছে। অৱশ্যে এচিয়াৰ আৰু আফ্ৰিকাৰ বহুতো ৰাষ্ট্ৰত গণতন্ত্ৰক ভৰিৰে মোহাৰি বিকৃত কৰাত দেখা গৈছে। এচিয়া আৰু আফ্ৰিকা মহাদেশৰ গণতান্ত্ৰিক ৰাষ্ট্ৰবিলাকত নিৰ্ব্বাচন পতা দেখা গৈছে। ভাৰতবৰ্ষতো ১৯৪৭ চনৰ পৰা নিৰঙ্কুশভাৱে নিৰ্ব্বাচন চলাই যাব পৰা হৈছে। জনগণৰ অজ্ঞতা আৰু শিক্ষাহীনতাৰ কাৰণে জনগণৰ প্ৰকৃত ইচ্ছা প্ৰকাশত প্ৰতিবন্ধক থাকিলেও, নিৰ্ব্বাচিত অনুষ্ঠানবোৰ ভাৰতত স্তব্ধ হৈ যোৱা নাই। ১৯৫২, ১৯৫৭, ১৯৬২ ১৯৬৭ চনৰ সাধাৰণ নিৰ্ব্বাচনত ভাৰতবাসীয়ে গণতান্ত্ৰিক আদৰ্শ ৰক্ষা কৰি নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰি আহিছে। ১৯৭৭ চনৰ লোকসভাৰ মধ্যকালিন নিৰ্ব্বাচনত ভাৰতৰ নাগৰিকে স্বৈৰাচাৰী শাসন ধ্বংস কৰি পুনৰ গণতন্ত্ৰ প্ৰতিষ্ঠা কৰা কাৰ্য্য দেশৰ ইতিহাসত স্বৰ্ণাক্ষৰে লিখা থাকিব। ইউৰোপৰ সাম্যবাদী আৰু অসাম্যবাদী সকলো চৰকাৰতে গণতান্ত্ৰিক নিৰ্ব্বাচন সমাদৰ কৰি লোৱা হৈছে। প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতি প্ৰায় ৰাষ্ট্ৰই অনুসৰণ কৰিলেও, ঠায়ে ঠায়ে বয়সৰ পাৰ্থক্য পৰিলক্ষিত হয়। ছোভিয়েত আৰু চীন দেশত ১৮ বছৰ আৰু ভাৰতত ২১ বছৰ, ভোটাধিকাৰৰ কাৰণে প্ৰাপ্ত বয়স বুলি ধৰা হৈছে। ভাৰত লঙ্কা, ঘানা নাইজেৰিয়া আদি ৰাষ্ট্ৰত প্ৰতিনিধিত্ব আৰু নিৰ্ব্বাচন কৃতকাৰ্য্য হোৱা বুলি ক'ব পাৰি। চুডান, মালয় চিৰিয়া লিয়ন জাঞ্জিবাৰ আদি সৰু ডাঙৰ অনেক ৰাষ্ট্ৰই নিৰ্বিঘ্নে নিৰ্ব্বাচন চলাই যাব পাৰিছে। গণতন্ত্ৰৰ কাৰণে এইটো গৌৰৱৰ বিষয়। অৱশ্যে, প্ৰতিজন ৰাষ্ট্ৰতে স্থানীয় প্ৰয়োজনীয়তা অনুসৰি নিৰ্ব্বাচন ব্যৱস্থাৰ কিছু সালসলনি হোৱা স্বাভাৱিক।

## সাৰ্ব্বজনীন প্ৰাপ্ত বয়স্ক ভোটাধিকাৰ

সাৰ্ব্বজনীন ভোটাধিকাৰৰ অৰ্থ হ'ল প্ৰাপ্তবয়স্ক ভোটাধিকাৰ। পুৰুষ আৰু নাৰী নিৰ্ব্বিশেষে উপযুক্ত বয়সত নিৰ্ব্বাচনত ভোট দিব পৰা অধিকাৰ পালে প্ৰাপ্ত বয়স্ক ভোটাধিকাৰ পোৱা বুলি কোৱা হয়। যেতিয়া ধনী, নিৰ্ধনী, ধৰ্ম, জাতি, বৰ্ণ, লিঙ্গ, শিক্ষিত, অশিক্ষিত নিৰ্বিশেষে সকলো শ্ৰেণীৰ প্ৰজাই এটা নিৰ্দ্দিষ্ট বয়সত ভোটাধিকাৰ পায়, তাক সাৰ্ব্বজনীন ভোটাধিকাৰ বুলি কোৱা হয়। ১৯৫০ চনত ভাৰতৰ সংবিধানে সাৰ্ব্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতি গ্ৰহণ কৰিছে। সকলো ২১ বছৰীয়া নৰ নাৰীকেই ভাৰতৰ সংবিধানে ভোটাধিকাৰ

প্ৰদান কৰিলেও, সেউজিয়া বিদেশী বলিয়া আৰু আদালতে দোষী সাব্যস্ত কৰা সকলে ভোটাধিকাৰ পাব নোৱাৰে।

বৃটিছ 'কমন ওৱেলথ ত থকা প্ৰায়বিলাক ৰাষ্ট্ৰই স্বাধীনতা লাভ কৰাৰ পাছত সাৰ্ব্বজনীন প্ৰাপ্তবয়স্ক নীতিৰ প্ৰতি সমাদৰ দেখুৱা দেখা গৈছে।

চিবিয়াত ১৯৪৯ চনৰ নিৰ্ব্বাচন আইন অনুসৰি নৰনাৰী উভয়ে ভোটাধিকাৰ পালেও, নাৰীৰ ক্ষেত্ৰত প্ৰাথমিক শিক্ষাৰ প্ৰমাণ পত্ৰৰ প্ৰয়োজন হয়। চুইজাৰ-লেণ্ডত নাৰীয়ে ১৯৫৯ চন পৰ্য্যন্ত ভোটাধিকাৰ পোৱা নাছিল আৰু পুৰুষসকলে সেই বছৰ নাৰী ভোটাধিকাৰৰ বিৰুদ্ধে ভোট দিছিল। ইংলণ্ডতো ১৯২৮ চনতহে নাৰীয়ে ভোটাধিকাৰ লাভ কৰে। পাশ্চাত্য প্ৰোটেষ্টেন্ট দেশ কিছুমানত বহু বছৰ ধৰি ইহুদীবিলাকেও ভোটাধিকাৰ পোৱা নাছিল। সেইদৰে, আজিকালিও আফ্ৰিকাৰ ৰোডেচিয়া ন্যাসালেণ্ড, কেনিয়া চাইবালিয়ন, জাম্বীয়া উগাণ্ডা আৰু টাঙ্গানিকাত সম্পত্তিৰ ওপৰত ভিত্তি কৰি বা শিক্ষাৰ ওপৰত নিৰ্ভৰ কৰিহে ভোটাধিকাৰ দিয়া হয়। জাঞ্জিবাৰ, উত্তৰ নাইজেৰিয়া, ইৰাক টান্সজৰ্দান আৰু চুডান দেশত তিৰোতাক ভোটাধিকাৰ দিয়া হোৱা নাই।

সাৰ্ব্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতিৰ দোষ গুণ দুয়োটাই দেখা যায়। শিক্ষাৰ প্ৰচাৰ বাঢ়িলেহে ভোটাধিকাৰে প্ৰকৃত গণইচ্ছা প্ৰকাশত সহায় কৰে।

## সাৰ্ব্বজনীন ভোটাধিকাৰৰ গুণ

**১. ভোটাধিকাৰৰ প্ৰাকৃতিক অধিকাৰঃ** নাগৰিকসকলৰ ভোটাধিকাৰ এটা প্ৰাকৃতিক অধিকাৰ। মধ্যযুগৰ প্ৰাকৃতিক আইনসূত্ৰৰ লগত প্ৰাকৃতিক অধিকাৰ জড়িত। এই অভিমত দ্ৰষ্টাসকলে কয় যিহেতু সকলো মানুহেই ৰাষ্ট্ৰৰ সভ্য, সকলো মানুহে ভোট দিবলৈ পোৱাটোও প্ৰাকৃতিক অধিকাৰ। ১৯শ শতিকাত কিছুমান তত্ত্ববিদে কৈছিল, প্ৰতিজন ব্যক্তিৰ আইন ৰচনাত হাত থাকিব লাগে, কিয়নো আইনে সকলোকে স্পৰ্শ কৰে। যি সকলোকে স্পৰ্শ কৰে, তাক সকলোৱে নিৰ্ণয় কৰিব লাগে। এই নীতি অনুসৰি ভোটাধিকাৰ সকলোৱে পোৱা উচিত। চৰকাৰ আৰু আইন সকলো লোকৰ দ্বাৰা গঠিত আৰু ৰচিত হ'ব লাগিব।

**গণতন্ত্ৰৰ ভেটি জনপ্ৰিয় সাৰ্ব্বভৌমত্ব ঃ** গণতন্ত্ৰৰ ভেটি হ'ল জনপ্ৰিয় সাৰ্ব্বভৌমত্ব। ১৮শ আৰু ১৯শ শতিকাত, প্ৰাপ্তবয়স্ক ভোটাধিকাৰ সন্দৰ্ভত

কোৱা হৈছিল যে জনপ্রিয় সাৰ্বভৌমত্ব ৰাষ্ট্ৰৰ সকলো লোকৰ হাতত থাকে, গতিকে ভোটাধিকাৰো সকলোৰে হাতত থকা উচিত। ভোটাধিকাৰ সকলো লোকৰে হাতত নাথাকিলে সাৰ্বভৌমত্ব সকলোৱে প্ৰয়োগ কৰিব নোৱাৰে। গতিকে ভোটাধিকাৰ এটা প্ৰাকৃতিক অধিকাৰ। চৰকাৰ ৰচনা কৰা ক্ষেত্ৰত সকলোৰে হাত থকা উচিত। ফৰাচী বিপ্লৱৰ পটভূমিত নেতাসকলে সাৰ্বজনীন ভোটাধিকাৰ দাবি তুলিছিল। তেওঁলোকে কৈছিল — আইন গণসম্প্ৰদায়ৰ ইচ্ছাৰ অভিব্যক্তি। সকলো মানুহেই আইন ৰচনাত নিজে বা প্ৰতিনিধি যোগে অংশগ্ৰহণ কৰিব লাগে। ভোটাধিকাৰৰ দ্বাৰাহে এইটো সম্ভৱ হ'ব পাৰে।

২ **বিপ্লৱ নিৰাকৰণ ঃ** ভোটাধিকাৰ যদি এটা শ্ৰেণীৰ মাজত সীমিত কৰি ৰখা হয় তেনেহলে শাসকশ্ৰেণীৰ ইচ্ছাতে ৰাষ্ট্ৰত সকলো কাম হ'ব। বিশেষশ্ৰেণীটোৰ স্বাৰ্থত আইন কানুন ৰচিত আৰু জনকল্যাণ সাধন হ'ব নোৱাৰে। যিসকলে ভোটাধিকাৰৰ পৰা বঞ্চিত হয়, সেইসকল চৰকাৰৰ সুফলৰ পৰাও বঞ্চিত হয়। লাস্কিয়ে কয়—'ক্ষমতাৰ পৰা আঁতৰত ৰখাৰ অৰ্থ, ক্ষমতাৰ সুফলৰ পৰাও আঁতৰত ৰখা। ইতিহাসৰ পৰা দেখা যায় এবাৰ জনতাক বিশ্বাসৰ পৰা আঁতৰত থলে সামাজিক বিপৰ্য্যয় অনিবাৰ্য্য। যিসকল লোকক ভোটাধিকাৰৰ পৰা বঞ্চিত কৰা হয়— সেইসকলে তেওঁলোকৰ প্ৰতি কৰা অন্যায় মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰে। তেওঁলোকৰ সংবিধানিক ব্যৱস্থাত আস্থাও কমি যায়। কোনো সময়ত এনেলোকে ভয়ানক বিপ্লৱেৰে ৰাষ্ট্ৰ কঁপাই তুলিব পাৰে। ইউৰোপৰ নানা ঠাইত এনেদৰে বিপ্লৱ হোৱা দেখা যায়। পাকিস্তান আৰু বাংলাদেশতো ভোটাধিকাৰৰ পৰা বঞ্চিত হৈ বিপ্লৱৰ আহ্বান দিয়া দেখা গৈছে। বিপ্লৱ অৱৰোধ কৰাৰ কাৰণে সাৰ্বজনীন ভোটাধিকাৰ উত্তম উপায়।

৩ **ব্যক্তিত্ব বিকাশ ঃ** সাৰ্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ ব্যক্তিত্ব বিকাশৰ কাৰণেও অপৰিহাৰ্য্য। ব্যক্তিৰ আত্মমৰ্যাদা আৰু সন্মান ভোটাধিকাৰে বৃদ্ধি কৰে। ভোটাধিকাৰ পালে ব্যক্তিয়ে চৰকাৰ গঠনত সহযোগ কৰিব পাৰে আৰু ৰাষ্ট্ৰৰ সকলো কামতে আত্মনিয়োগ কৰি সুখী অনুভৱ কৰে। গণতান্ত্ৰিক দৰ্শনেও সম সুযোগ, সুবিধাৰ কথা কৈ আহিছে। এনেস্থলত ভোটাধিকাৰ সীমিত কৰিলে, কোনো কোনো শ্ৰেণীয়ে একেবাৰে আইন কানুন বুজিকে নাপাব আৰু ৰাজহুৱা কামত আস্থা হেৰুৱাই পেলাব। ভোটাধিকাৰে আত্মনিয়ন্ত্ৰন, বুদ্ধি, আৰু ৰাজহুৱা কামলৈ আগ্ৰহ আৰু প্ৰেৰণা বৃদ্ধি কৰে।

৪ **গণতন্ত্ৰৰ কৃতকাৰ্য্যতা ঃ** প্ৰাপ্তবয়স্ক ভোটাধিকাৰ গণতন্ত্ৰ ৰক্ষা কৰিবৰ কাৰণে অত্যন্ত প্ৰয়োজন। সকলো নাগৰিকে ভোটাধিকাৰ লাভ কৰিলে, গণতন্ত্ৰৰ আস্থা বাঢ়ি যায় আৰু সকলোৰে গণতন্ত্ৰ ৰক্ষাৰ কথা চিন্তা কৰে। সকলোৱে ভাবে চৰকাৰটো তেওঁলোকৰ নিজা গতিকে ইয়াক ৰক্ষণাবেক্ষণ দিয়াও তেওঁলোকৰ কৰ্ত্তব্য বুলি ধৰি লোৱা হয়। প্ৰাপ্তবয়স্ক আৰু সাৰ্ব্বজনীন ভোটাধিকাৰ নীতিৰ কাৰণে ধৰ্ম্মীয়, জাতিগত ভাষিক আদি স্বাৰ্থৰো প্ৰতিনিধিত্ব সম্ভৱ হয় আৰু সামগ্ৰিকভাৱে জাতীয় চৰিত্ৰই বিকাশ লাভ কৰে।

৫ **সমতাৰ ভিত্তি ঃ** ৰাজনৈতিক আৰু অৰ্থনৈতিক সমতাক আজিকালি গণতন্ত্ৰৰ ভিত্তি বুলি ধৰি লোৱা হয়। ভোটাধিকাৰ সীমিত কৰিবলৈ বিচাৰিলে, ৰাজনৈতিক সমতা প্ৰতিষ্ঠা কৰিব নোৱাৰি। কিছুমান মানুহক ভোটাধিকাৰৰ পৰা বঞ্চিত কৰাৰ অৰ্থ হ'ব গণতন্ত্ৰৰ সঙ্কোচন। এনে ব্যৱস্থাই অসমতাৰো জন্ম দিব পাৰে বা অন্যান্য ক্ষেত্ৰতো বৈষম্য সৃষ্টি কৰা সম্ভাৱনা থাকে। এনে অৱস্থাত গণতন্ত্ৰ বৰ্তি থকাও টান। সমতা প্ৰতিষ্ঠা কৰিবলৈ হ'লে সাৰ্ব্বজনীন ভোটাধিকাৰ মানি ল'ব লাগিব।

৬ **স্বাৰ্থৰক্ষাৰ প্ৰয়োজনীয়তা ঃ—** যিবিলাক মানুহক ভোটাধিকাৰ দিয়া নহয়, তেওঁলোকৰ বিশেষ স্বাৰ্থ ৰক্ষাৰ উপায়ো নাথাকে। চৰকাৰত থকা সকলে এইবিলাক মানুহৰ স্বাৰ্থ বা অস্তিত্ব ধ্বংস কৰাৰো সম্ভাৱনা নুই কৰিব নোৱাৰি। জে এচ মিলেও কৈছে —

"শাসক আৰু শাসকশ্ৰেণীয়ে ভোটাধিকাৰ পোৱা সকলৰ ইচ্ছা আৰু স্বাৰ্থ অটুত ৰখাটো প্ৰয়োজন বুলি ধৰে। কিন্তু, যিসকলৰ ভোটাধিকাৰ নাই সেই সকলৰ বিষয়ে ভৱাটো তেওঁলোকৰ ইচ্ছাধীনতাৰ কথা যিমানেই সাধুতাৰে কাম নকৰক, তেওঁলোক সাধাৰণতে কৰিব লগা কামত ইমান ব্যস্ত থাকে যে তেওঁলোকৰ চিন্তা ভাৱনাত দ্বিধাহীন ভাৱে ইবিলাক কথাক ঠাই নিদিয়াকৈ ৰাখিব পাৰে।'

৭ **জনশিক্ষাৰ ভিত্তি ঃ—** প্ৰাপ্তবয়স্ক সাৰ্ব্বজনীন ভোটাধিকাৰৰ এটা শিক্ষামূলক ভিত্তিও আছে। ৰাজনৈতিক শিক্ষা প্ৰদানত সাৰ্ব্বজনীন ভোটাধিকাৰ নীতিৰ অৱদান অতুলনীয়। নিৰ্ব্বাচনৰ লগে লগে দলীয় কাৰ্য্যকলাপ বৃদ্ধি পাবলৈ ধৰে। সভা সমিতি আদিৰ মাধ্যমত দলবিলাকে ভোটদাতা নাগৰিকসকলক নানা সমস্যা অৱগত কৰায়। দেশৰ বা-বাতৰি শাসন ব্যৱস্থা আদিৰ অনেক কথা

নির্ব্বাচনে ৰাইজক বুজাই দিয়ে। প্ৰতিজন ভোটদাতাই বিনাখৰচত ৰাজনৈতিক কাৰ্য্যকলাপৰ প্ৰশিক্ষণ লোৱাৰ সুযোগ পায়।

**সার্ব্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰৰ দোষঃ** যিদৰে প্ৰশ সাবাদ সাৰ্ব্ব-জনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতিত দেখিবলৈ পোৱা যায় সেইদৰে এদল লিখকে ইয়াৰ বিৰুদ্ধে তীব্ৰ সমালোচনাও আগবঢোৱা পৰিলক্ষিত হৈছে। মেকলে লিকি, ব্লাণ্টচিলি মিল হেনৰী মেইন প্ৰভৃতি লিখকে কঠোৰ সমালোচনা আগবঢাবলৈকো কুণ্ঠাবোধ কৰা নাই। সেই সমালোচক সকলৰ আক্ৰমণ আমি তলত দিয়া দৰে মোটামুটিকৈ আলোচনা কৰিব পাৰো।

**১ অজ্ঞ জনসমষ্টিৰ হাতত ক্ষমতাঃ** সার্ব্বজনীন ভোটাধিকাৰ নীতিয়ে অজ্ঞ আৰু অনভিজ্ঞ লোকৰ হাতত ৰাষ্ট্ৰশাসনৰ ক্ষমতা তুলি দিবে। ইয়াৰ ফলশ্ৰুতি অত্যন্ত ভয়ানক হ'ব পাৰে। মেকলেই ভাবিছিল এনে ভোটাধিকাৰে ইংলণ্ডত মহা বিপৰ্য্যয়ৰ সৃষ্টি কৰিব। কেইটামান অৰ্দ্ধনগ্ন মাছমৰীয়াই ফেচাঁ আৰু শিয়ালেৰে মিলি ইউৰোপৰ সৰ্ব্বশ্ৰেষ্ঠ নগৰৰ ধ্বংসাৱশেষ বিতৰণ কৰিব লব লিকিয়েও গণতন্ত্ৰ আৰু স্বতন্ত্ৰতা নামৰ গ্ৰন্থত সাৰ্ব্বজনীন ভোটাধিকাৰ নীতিৰ ভয়াবহ পৰিণাম লক্ষ্য কৰিছে। তেওঁ শিক্ষা আৰু সম্পত্তি ভিত্তিত, ভোটাধিকাৰ পোষণ কৰে। তেওঁৰ মতে বুদ্ধিদীপ্ততাহীন কিছুমান অজ্ঞলোকৰ হাতত চৰকাৰ পৰিলে, উন্নতি ব্যাহত হ'ব। চাৰ হেনৰী মেইনেও সাৰ্ব্বজনীন ভোটাধিকাৰক বৈজ্ঞানিক চৰ্চা আৰু উন্নয়নৰ পথত হেঙাৰ বুলি ভাবে। তেওঁ কয় মানৱ জাতিৰ ভাগ্যৰ ফলতহে সার্ব্বজনীন ভোটাধিকাৰ গ্ৰহণৰ আগতেই ডাঙৰ ডাঙৰ বৈজ্ঞানিক আবিষ্কাৰ বিলাক হৈ গল। আমেৰিকা যুক্তৰাষ্ট্ৰত মুক্ত ব্যৱসায় সাৰ্ব্বজনীন ভোটাধিকাৰেই আতঁৰ কৰিছে। হয়তো সূতাৰ কল আৰু শক্তিচালিত তাতঁশিল্পও বন্ধ হৈ গল হেতেন।

ওপৰৰ সমালোচনাত কিছু সত্যতা নথকা নহয়। যদি জনগণক চৰকাৰ পৰিচালনা কৰিবলৈ দিয়া হয় তেওঁলোকক উপযুক্ত শিক্ষা আৰু জ্ঞানেৰে যোগ্য কৰি গঢ়ি তুলিব লাগিব, নহলে ভোটাধিকাৰ অথলে যাব। কিন্তু এইটোও সত্য যে, ভোটাধিকাৰৰ কাৰণে প্ৰগতি বাধাপ্ৰাপ্ত হোৱা নাই। বিজ্ঞানৰ নন আবিষ্কাৰ হৈয়ে আছে। মিলে কবৰ দৰে সাৰ্ব্বজনীন ভোটাধিকাৰৰ লগতে সার্ব্বজনীন শিক্ষা দিলেহে সেই নীতি ফলৱতী হ'ব।

**২ সম্পদশালী লোকৰ প্ৰতি অন্যায়ঃ**—জে এছ মিলৰ মতে যিসকলে

ৰাষ্ট্ৰত কৰ দিয়ে, সেইসকলকহে ভোটাধিকাৰ দিয়া উচিত। যিসকলে কৰ নিদিয়ে, তেওঁলোকে ভোটাধিকাৰ লাভ কৰি অমিতব্যয়ীভাৱে আনৰ ধন খৰচ কৰে, কেতিয়াও মিতব্যয়ীতা অৱলম্বন কৰিব নোখোজে। ই এটা দেখদেখকৈ সম্পদশালী শ্ৰেণীটোৰ প্ৰতি কৰা অন্যায়। সম্পত্তিক ভোটাধিকাৰ দিয়াৰ মাপকাঠি হিচাবে কাইনাৰেও ধৰি লৈছে। তেওঁৰ মতে দুটা কাৰণত সম্পত্তিক ভোটাধিকাৰ প্ৰাপ্তিৰ মানদণ্ড বুলি ধৰিব পাৰি। প্ৰথম কথা হ'ল সম্পত্তি থকা কথাটোৰ পৰা মানুহজন আস্থাভাজন আৰু শিক্ষিত বুলি বুজিব পাৰি। ৰাজহুৱা সা সম্পত্তি অৰ্থনৈতিক যোগ্যতাৰ সহায়তহে পৰিচালনা কৰিব পাৰি। দ্বিতীয়তে, সম্পত্তি নাইকিয়া লোকক ৰাষ্ট্ৰীয় সম্পত্তি পৰিচালনা কৰিবলৈ দিলে সেই সম্পত্তি ধ্বংসহে হ'ব পাৰে।

উপৰোক্ত যুক্তিৰ ওপৰতে নিৰ্ভৰ কৰি, ১৯ শ শতিকাত ইংলণ্ডত সম্পত্তিৰ ওপৰতে ভিত্তি কৰি ভোটাধিকাৰ দিয়া হৈছিল। ফিউডেল যুগৰ মাটি সম্পত্তিৰ ভিত্তিত, ভোটাধিকাৰ লাভ কৰা নীতিৰ পৰাই সম্পত্তিৰ যোগ্যতা বিবেচনা কৰা হৈছিল। ১৮৩২ চনৰ বিখ্যাত সংস্কাৰ আইনৰ পাছত কাউণ্টি সমষ্টিত বছৰেকত ৪০ চিলিং সম্পত্তি অৰ্জ্জন কৰা সকলক ভোটাধিকাৰ দিয়া হৈছিল। ১৯২৫ চনত জাপানতো কৰ দিব লগা যোগ্যতা গণ্য কৰা হৈছিল। তাৰ ফলত বহুতলোকে ভোটাধিকাৰ হেৰুৱাব লগাত পৰিছিল। আজিকালিও আফ্ৰিকাৰ ৰাষ্ট্ৰকিছুমানত (আগতে উল্লেখ কৰা হৈছে) সম্পত্তিৰ ওপৰত ভোটাধিকাৰ দিয়া হয়।

আজিকালি, সম্পত্তিক যোগ্যতাৰ মাপকাঠি বুলি ধৰাতো অন্যায় বুলি ভৰা হৈছে, কিয়নো দুৰ্ভাগ্যবসত বহুতো মানুহৰ সম্পত্তি নাথাকিব পাৰে, আৰু সৌভাগ্যবসত অনেক মানুহে ধনীৰ ঘৰত জন্ম লৈ কোটি টকাৰ সম্পত্তি হঠাৎ আহৰণ কৰিব পাৰে। এনেস্থলত অৰ্থনৈতিকভাৱে বলবান শ্ৰেণীটোৱে সমাজত সুবিধা লাভ কৰিবলৈ পোৱা আৰু দুৰ্ব্বলটোৱে নোপোৱা কথাতো দুখজনক আৰু গ্ৰহণযোগ্যও হ'ব নোৱাৰে। অৱশ্যে, কৰ দিব লগা বা নলগাৰ পৰীক্ষাটোত একেবাৰে যুক্তি নথকা নহয়, ৰাষ্ট্ৰই যেতিয়া ব্যক্তিক সুৰক্ষা দিব লগা হয়, ব্যক্তিৰো ৰাষ্ট্ৰৰ প্ৰতি কৰ্ত্তব্য থকা উচিত হ'ব। আনহাতে আৰ্থিকভাৱে ৰাষ্ট্ৰ শক্তিশালী হলেহে কল্যাণকামী পৰিকল্পনা হাতত ল'ব পাৰে, বা আইন শৃঙ্খলা ৰক্ষা কৰিব পাৰে। এইখিনিতে অৱশ্যে মনত ৰখা উচিত হ'ব যে, কৰ পৰিশোধ কৰাৰ যোগ্যতা থাকিলেহে নাগৰিকে কৰ দিব পাৰে, আৰু ৰাষ্ট্ৰই উপাৰ্জ্জনৰ কাৰণে সকলোকে সুযোগ প্ৰদান কৰাও আৱশ্যক। ৰাষ্ট্ৰই যদি ব্যক্তিক অৰ্থোপাৰ্জ্জনৰ কাৰণে শ্ৰম কৰিবলৈ সুযোগ নিদিয়ে, তেতিয়া

ৰাষ্ট্ৰইও ব্যক্তিৰ পৰা কৰ দাবি কৰা উচিত নহ'ব। গতিকে দৰিদ্ৰতাক ভোটাধিকাৰৰ অন্তৰায় বুলি গণ্য কৰা যুক্তিসঙ্গত নহ ব।

৩ **স্বাৰ্থৰক্ষাৰ বাবে সীমিত ভোটৰ উপযোগীতা ঃ** যি সকল লোকে ক'ব খোজে যে সীমিত ভোটত সকলোৰে স্বাৰ্থৰক্ষা নহয়, তেওঁলোকৰ যুক্তি ভুল। অনেক সময়ত পৰিয়ালৰ স্বামীৰ ভোট থাকিলে তিৰোতা, ককাই-ভাই বা সম্বন্ধীয় সকলৰ স্বাৰ্থও স্বামীৰ জৰিয়তে ৰক্ষা পায়। এনেস্থলত সীমিত ভোটাধিকাৰ সাৰ্ব্বজনীন ভোটাধিকাৰতকৈ বেছি লাভজনক হ'ব।

৪ **ঘৰুৱা অশান্তিৰ উৎস ঃ** সাৰ্ব্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰে পাৰিবাৰিক শান্তি নষ্ট কৰাৰ সম্ভাৱনা আছে বুলি বহুতেই ভাবে। প্ৰথম কথা হ'ল, এনে ব্যৱস্থাত স্ত্ৰী পুৰুষ, উভয়ে ভোটাধিকাৰ পোৱা বাবে পৰিয়ালৰ শান্তি নাথাকে। স্ত্ৰীসকলৰ প্ৰধান দায়িত্ব হ ল গৃহৰক্ষা আৰু সন্তানক মানুহ কৰি গঢ়া। কিন্তু তেওঁলোকে, ৰাজনৈতিক প্ৰক্ৰিয়াত অংশ গ্ৰহণ কৰিবলৈ গ'লে সন্তানসকল পথ ভ্ৰষ্ট হ'ব পাৰে আৰু স্ত্ৰী পুৰুষৰ স্বাভাৱিক প্ৰেম প্ৰীতি বা সাংসাৰিক সুখ লোপ পাব পাৰে। গতিকে স্ত্ৰী ভোটাধিকাৰ উচিত হ'ব নোৱাৰে।

জে এছ মিলৰ মতে লিখিব পঢ়িব আৰু গণনা কৰিব জনাসকলকহে ভোটাধিকাৰ দিয়া উচিত। মিলৰ অভিমতত সত্যতা নথকা নহয়। যিহেতু ভোটদাতাসকলে নিৰ্ব্বাচন কৰোঁতে নিজৰ চিন্তা আৰু যুক্তিৰ প্ৰয়োগ কৰিব লগা হয়। এনেস্থলত শিক্ষা নাপালে, বুদ্ধি আৰু চিন্তাৰ বিকাশ হ'ব নোৱাৰে। পাশ্চাত্য জগতত বহুত ৰাষ্ট্ৰই এই কথা চিন্তা কৰিয়েই ভোটদাতাসকলৰ শিক্ষাগত অৰ্হতাত গুৰুত্ব দিয়া দেখা গৈছে। উদাহৰণ স্বৰূপে ক'ব পাৰি ব্ৰাজিল আৰু চিলিদেশে নিৰক্ষৰ সকলৰ ভোটদান অধিকাৰ ৰহিত কৰিছে। আমেৰিকাৰ ৰাষ্ট্ৰবিলাকেও চহী কৰিব জনা আৰু সংবিধান খনৰ ব্যৱস্থাবিলাক বুজাব পৰা যোগ্যতাক ভোটাধিকাৰৰ প্ৰয়োজনীয় শিক্ষা বুলি ধৰি লৈছে।

মিলে কৈছে, সাৰ্ব্বজনীন ভোটাধিকাৰ নীতি গ্ৰহণ কৰিবলৈ হ'লে, সাৰ্ব্বজনীন শিক্ষাৰো ব্যৱস্থা কৰিব লাগিব। শিক্ষাৰ কাৰণে যথোপযুক্ত সা-সুবিধা সৃষ্টি কৰাতো ৰাষ্ট্ৰৰ কৰ্ত্তব্য হ'ব লাগে। এই বিষয়ত আমাৰ বক্তব্য হ'ল, অকল নাম লিখিব জানিলেই বিবেচনা আৰু জ্ঞান বৃদ্ধি হয় বুলি কোৱাটো, যুক্তি নাই। গ্ৰাহাম ওৱালছৰ মতে, ৰাজনৈতিক আচৰণত যিটোকৈ প্ৰয়োজন হয়, আবেগ,

ইচ্ছা আৰু স্বাভাৱিক জ্ঞান। গতিকে ইয়াত স্কুলীয়া শিক্ষাৰ প্ৰয়োজন কিমান সন্দেহজনক। স্বাক্ষৰতাৰ ওপৰত ভোটাধিকাৰ মঞ্জুৰ কৰাৰ গোপন উদ্দেশ্যও নুই কৰিব নোৱাৰি। উদাহৰণ স্বৰূপে ফাইনাৰে কয় আমেৰিকা যুক্তৰাষ্ট্ৰত দক্ষিণ ফালৰ ৰাজ্যবিলাকে পঢ়াশুনা নকৰা নিগ্ৰোসম্প্ৰদায়ক ভোটাধিকাৰ নুই কৰিবৰ উদ্দেশ্যে এই ব্যৱস্থাতো অনুমোদন কৰা বুলি ভাবিব পাৰি। বাস্তবিকতে শিক্ষাগত অৰ্হতা নিৰ্ব্বাচনৰ ক্ষেত্ৰত যোগ্যতাৰ মাপকাঠি হিচাবে ব্যৱহাৰ কৰাৰ যুক্তি বৰ বেছি সবল বুলি ক'ব নোৱাৰি। বহুতো ৰাষ্ট্ৰত শিক্ষাগত অৰ্হতা নথকা সত্ত্বেও, নিৰ্ব্বাচনত নিৰ্ব্বাচকমণ্ডলীয়ে উচিত ভাবেই কাম কৰি আহিছে। ভাৰতৰ সৰহভাগ নাগৰিক নিৰক্ষৰ। সেইবুলি আমি সকলো ভাৰতীয় প্ৰজাকে অজ্ঞ বুলি ক'ব নোৱাৰো। বহুতো ৰাজ্যত ভাৰতীয় প্ৰজাই হৈ যোৱা নিৰ্ব্বাচন বিলাকত অভাৱনীয়ভাৱে, উপযুক্ত প্ৰাৰ্থীকে নিৰ্ব্বাচিত কৰা দেখা গৈছে।

## স্ত্ৰীভোটাধিকাৰৰ প্ৰতিকুল যুক্তি বা দোষ

১ **ৰাজনীতিৰ কাৰণে অনুপযুক্ত** ঃ স্ত্ৰীজাতি স্বাভাৱিকতে ৰাজনীতিৰ কাৰণে অনুপযুক্ত, কিয়নো তেওঁলোক বেছি আবেগপ্ৰৱন। পুৰুষৰ দৰে সমভাৱে তেওঁলোকে কোনোকথা চিন্তা কৰিব নোৱাৰে। ৰাজনীতিৰ কূট কৌশলত অংশ গ্ৰহণ কৰি তেওঁলোকৰ স্ত্ৰীসুলভ গুণবোৰ নাশ হৈ যোৱা সম্ভৱ। ৰাজনীতিৰ পঙ্কিলতাত সোমাই পৰিলে নাৰীসকলৰ সতকাই উদ্ধাৰ হ'ব নোৱাৰে। তেওঁলোকৰ কাৰণে ঘৰ সংসাৰ উপযুক্ত ঠাই।

২ **পাৰিবাৰিক অশান্তিৰ সম্ভাৱনা** ০ দ্বিতীয়তে স্ত্ৰীসকলে ৰাজনীতিত অংশ গ্ৰহণ কৰিলে বা ভোটৰ লীলাখেলাত সোমাই পৰিলে পাৰিবাৰিক জীৱনৰ মধুৰতা আৰু শৃঙ্খলা সম্পূৰ্ণ হেৰাই যাব। সন্তান জন্ম দিয়া আৰু প্ৰতিপালন কৰা তেওঁলোকৰ এৰাব নোৱাৰা কৰ্ত্তব্য। ব্লান্টচিলিৰ মতে, ৰাজনীতি আৰু ভোটাধিকাৰে নাৰীসকলৰ সৰ্ব্বশ্ৰেষ্ঠ কৰ্ত্তব্য সন্তান জন্ম দিয়াত প্ৰতিবন্ধক হ'ব পাৰে। সৃষ্টিৰ প্ৰথম পুৰাত পুৰুষ আৰু নাৰীৰ কৰ্ত্তব্য ভাগ কৰি দিয়া আছে আৰু নাৰীয়ে স্ব কৰ্ত্তব্যৰ পৰা আতঁৰত থকাৰ অৰ্থ হ'ব সৃষ্টিক অস্বীকাৰ কৰা। এনে অৱস্থাত সন্তান জন্ম হলেও, লালন পালনৰ অভাৱত প্ৰকৃত নাগৰিক হ'ব নোৱাৰে। আনহাতে, স্বামীয়ে যাক নিৰ্ব্বাচন কৰিব, স্ত্ৰীয়ে যদি তাৰ বিৰোধী

প্ৰাৰ্থীক সমৰ্থন কৰে যকৰা জীৱনত কন্দলৰ সৃষ্টি হোৱাৰ সম্ভাৱনা থাকে। যদি স্বামীৰ ইচ্ছানুযায়ী একেজন প্ৰাৰ্থীকে নিৰ্বাচন কৰে, তেনেহলে নাৰী ভোটাধিকাৰৰ অৰ্থই নাথাকে। অনেক সময়ত অশিক্ষিতা নাৰীয়ে স্বামীৰ নিৰ্দ্দেশ মানি প্ৰাৰ্থী নিৰ্ব্বাচন কৰিব পাৰে। সেয়েহে গাৰ্ণাৰে লিখিছে যদি স্ত্ৰীয়ে স্বামীৰ নিৰ্দ্দেশত ভোটদান কৰে তেতিয়াহলে তেওঁৰ ভোটভোৱে স্বামীৰ ভোটকে দোহাৰিব আৰু সেই ভোটাধিকাৰে কোনো ফল নিদিয়ে।'

৩ **নাৰী সৈনিক কামৰ বাবে অনুপযুক্ত ঃ** সমতাৰ ভিত্তিত নাৰীক ভোটাধিকাৰ দিয়াৰ দাবি তোলা হয়। কিন্তু প্ৰকৃতপক্ষে, বহুতো ক্ষেত্ৰত নাৰী পুৰুষৰ সমকক্ষ হোৱা দেখা নাযায়। নাৰী ভোটাধিকাৰৰ বিৰুদ্ধাচৰণ কৰা সকলে কয় যে পুৰুষৰ দৰে নাৰীয়ে যান্ত্ৰিক বা সৈনিক বিভাগত কঠোৰ শাৰীৰিক শ্ৰম কৰিব নোৱাৰে। এনেস্থলত নাৰীয়ে পুৰুষৰ দৰে সমানে ভোটাধিকাৰ দাবি কৰিব নোৱাৰে।

৪ **ৰক্ষণশীল স্বভাৱ ঃ** চতুৰ্থতে নাৰীসকল স্বাভাৱিকতে ৰক্ষণশীল স্বভাৱৰ। তেওঁলোক পুৰণা ৰীতিৰ সেৱক। প্ৰগতি বা পৰিবৰ্ত্তন তেওঁলোকে ভাল নাপায়। কেথলিক্ প্ৰধান দেশবিলাকত নাৰী ভোটাধিকাৰে ৰক্ষণশীলতাৰ কাৰণে পথ মুকলি কৰিব পাৰে, কিয়নো এনেদেশত গীৰ্জাৰ পুৰুহিতবিলাকে ভোট নিয়ন্ত্ৰণ কৰা সম্ভৱ।

৫ **ৰাজহুৱা জীৱন দোষমুক্ত হ'ব পাৰে ঃ** নাৰী ভোটাধিকাৰে ৰাজহুৱা জীৱন কলুষিত কৰাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি। পুৰুষ আৰু স্ত্ৰী একেলগে কাম কৰিলে পৰস্পৰ লগ লগাৰ সম্ভাৱনা থাকে আৰু ৰাজহুৱা উদ্দেশ্যৰ সাৰ্থকতাতকৈও সৌন্দৰ্য্যৰ পূজা আৰু প্ৰণয় প্ৰৱনতা তেওঁলোকৰ বাঢ়ি যায়। ইয়াৰ ফলশ্ৰুতি হ'ল ৰাজহুৱা জীৱনৰ কলঙ্ক বৃদ্ধি আৰু উদ্দেশ্যৰ অসাৰ্থকতা।

## স্ত্ৰীভোটাধিকাৰৰ অনুকূল যুক্তি বা গুণ ঃ

জন ষ্টুৱাৰ্ট মিল, চিডউইক প্ৰভৃতি লিখকে নাৰী ভোটাধিকাৰৰ সপক্ষে সবল যুক্তি প্ৰদৰ্শন কৰিছে। তেওঁলোকে আগবঢোৱা যুক্তিবোৰ তলত দিয়াৰ দৰে আলোচনা কৰিব পাৰি।

১ প্ৰথম কাৰণ হ'ল ভোটাধিকাৰৰ ভিত্তি শাৰীৰিক নহয়, নৈতিক বা বৌদ্ধিকহে। লিঙ্গভেদৰ লগত ভোটাধিকাৰৰ সম্বন্ধ কি থাকিব পাৰে যদি

নাৰীসকল অন্য প্ৰকাৰে উপযুক্ত হয়। যুদ্ধ ক্ষেত্ৰলৈ যোৱাটো বাধ্যতামূলক নহ'লে নাৰীৰ শাৰীৰিক গঠনৰ লগত ভোটাধিকাৰৰ কোনো সম্বন্ধ থাকিব নোৱাৰে। নাৰীক ভোটাধিকাৰ নুই কৰাৰ অৰ্থ হ ব নাৰীৰ ক্ষেত্ৰত কোনো সুৰক্ষা দিয়াৰ বাবে ৰাষ্ট্ৰৰ অবহেলা। যোগ্য নাগৰিক এজনে প্ৰশাসনৰ কাৰণে আন এজন নাগৰিকক বাচি লোৱাত কোনো আপত্তি থাকিব নোৱাৰে।

২ দ্বিতীয়তে ভোটাধিকাৰে নাৰীক সুৰক্ষা দিয়াত সহায় কৰে। পুৰুষ প্ৰধান ৰাষ্ট্ৰত নাৰীয়ে প্ৰায়ে অন্যায় আৰু শোষণমুখী আইনৰ কবলত পৰিব লগা হয়। নাৰীৰ ভোটাধিকাৰ থাকিলে তেওঁলোকে উপযুক্ত প্ৰতিনিধি নিৰ্ব্বাচন কৰি নিজকে শোষণমুক্ত কৰি তুলিব পাৰে। তিৰোতাৰ অধিকাৰ সম্বন্ধীয় আইন অকল পুৰুষে ৰচনা কৰাৰ কোনো যুক্তি থাকিব নোৱাৰে। ন্যায়ৰ খাটিৰত পুৰুষ আৰু নাৰীৰ উভয়ৰে চৰকাৰ এটা অকল পুৰুষৰ দ্বাৰা পৰিচালিত হ'ব নোৱাৰে আধুনিক যুগৰ শিল্প উদ্যোগ, কল কাৰখানা সকলোতে নাৰীৰ সহযোগ বাঢ়ি যোৱাৰ লগে লগে সামাজিক অৱস্থাই নাৰী, পুৰুষ দুয়োকো ৰাজনৈতিক অধিকাৰ পোৱাৰ উপযুক্ত কৰি তোলে। আধুনিক যুগৰ নাৰীয়ে বেহা বেপাৰ অফিচ, আদালত সকলোতে পুৰুষৰ লগে লগে কাম কৰি যোৱাৰ অৰ্হতা অৰ্জ্জন কৰাত তেওঁলোকক ভোটাধিকাৰৰ পৰা বঞ্চিত কৰাব কাৰণ থাকিব নোৱাৰে।

৩ ৰাজনৈতিক ভোটাধিকাৰ বাস্তৱিকতে নাৰীৰ কাৰণে পৌৰ অধিকাৰৰ ফলশ্ৰুতি। আজিকালি প্ৰতি ক্ষেত্ৰতে আগৰদৰে নাৰীৰ নাগৰিক আৰু আইনগত অযোগ্যতা নাইকিয়া হৈ আহিছে। আজিকালি নাৰীয়ে অৰ্থোপাৰ্জ্জন কৰিব পাৰে, মাটি সম্পত্তি কিনিব পাৰে ঠিকা বা ব্যৱসায় কৰিব পাৰে, শিক্ষা গ্ৰহণ আৰু দান কৰিব পাৰে। এনে অৱস্থাত নাৰীৰ ভোটাধিকাৰ কাঢ়ি নিয়া যুক্তি সঙ্গত হ'ব নোৱাৰে। এজন কৰ দিব নলগা কৰ্ম্মহীন পুৰুষে আইন প্ৰণয়নত মাত দিব পাৰে, কিন্তু মাটি সম্পত্তি থকা আৰু চৰকাৰক কৰ কাটল দিয়া নাৰীৰ আইন প্ৰণয়নত হাত নথকাটো অন্যায়ৰ পৰিচায়ক।

৪ প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতি সমৰ্থন কৰা হয় প্ৰাকৃতিক অধিকাৰৰ ভিত্তিত। যদি ভোটাধিকাৰ এটা প্ৰাকৃতিক অধিকাৰেই হয় তেনেহ'লে, এই অধিকাৰ নাৰীক উপভোগ কৰিবলৈ নিদিয়াৰ কোনো কাৰণ থাকিব নোৱাৰে। প্ৰাপ্তবয়স্ক ভোটাধিকাৰৰ আন এটা ভিত্তি হ'ল যে, সাৰ্ব্বভৌমত্ব জনগণৰ হাতত্হে থাকে । যদি দেশৰ

হয়, তেনেহলে জনগণ বুলিলে নাৰী সকলকো ধৰিব লাগিব। এনে অৱস্থাত, নাৰী সকলক ভোটাধিকাৰৰ পৰা বাদ দিব নোৱাৰি।

৫ নাৰী ভোটাধিকাৰ দাবি কৰোতাসকলে কয়, নাৰী পুৰুষতকৈ যোগ্যতাত হীন হ ব নোৱাৰে। বহুক্ষেত্ৰত নাৰীয়ে পুৰুষক চেৰপেলাই যোৱাৰ উদাহৰণ আছে। তেওঁলোকক চৰকাৰ গঠনত সুযোগ নিদিয়াকৈ ৰখাটো উচিত হ'ব নোৱাৰে। ডাইচিয়ে সেয়েহে প্ৰশ্ন তুলিছে,— ফ্লোৰেঞ্চ নাইটিংগেলক ভোটাধিকাৰ নিদিয়াটো যুক্তিসঙ্গত হ'লহেতেন নে? যি সময়ত তেওঁৰ লগত যোৱা সাৰথিজন বা গাড়ীচালক জন দুই পাউণ্ড বা চল্লিশ চিলিং সম্পত্তিৰ গৰাকী হৈয়ো ভোটাধিকাৰ পাব পাৰে?'

৬ নাৰী ভোটাধিকাৰৰ হৈ ওকালতি কৰা সকলে ক'ব খোজে, নাৰীক ৰাজনীতি আৰু ৰাজহুৱা জীৱনত সহযোগ কৰিবলৈ দিলে, তেওঁলোকে পৰিস্থিতি শান্ত, শোধন আৰু পবিত্ৰ কৰি তুলিব। নৈতিকতাবোধ বৃদ্ধি পাব আৰু উপযুক্ত চৰকাৰৰ কাৰণে, অনুকূল বাতাৱৰণ গঢ়ি তুলিব।

৭ মিলে ভাবে, যদি নাৰীসকলে পুৰুষৰ অধীনতো ভোট দিয়ে তাতো কোনো ক্ষতি হ'ব নোৱাৰে। থিক কথা, বহুতো নাৰীয়ে স্বামীৰ ইচ্ছাতে হয়তো ভোটদান কৰিব, সেয়ে হ'লেনো সমাজৰ ক্ষতি ক'ত। যদি নাৰীয়ে নিজৰ কাৰণে ভাবে, তেওঁলোকৰ মহৎ উপকাৰ হ'ব নাভাবিলেও অপকাৰ নহ'ব। তেওঁলোকে প্ৰগতিৰ লগত খোজ মিলাই যাব নুখুজিব পাৰে, তথাপি তেওঁলোকক বান্ধি ৰখা উচিত হ'ব নোৱাৰে। আইনে ইতিমধ্যেই মুক্তভাৱে মত প্ৰকাশ কৰাত তেওঁলোকৰ যোগ্যতা থকাতো প্ৰতিপন্ন কৰিছে। যিবিলাক কাম পুৰুষে কৰিব পৰা নাই, তেনেকাম কৰি, স্ত্ৰীসকলে স্বামীৰ ঘৰ সংসাৰত সুখৰ সোৱাদহে বিলাব পাৰিব। ভোটদান কৰাৰ ক্ষেত্ৰত যদি স্বামী আৰু স্ত্ৰীৰ মাজত আলাপ আলোচনাৰে কাম হয়, তেনেহ'লে ইয়াৰ ফল ভালহে হ'ব, বেয়া হ'ব নোৱাৰে।

## নিৰ্ব্বাচন পদ্ধতি আৰু ভোটদান ঃ

নিৰ্ব্বাচন দুই প্ৰকাৰে সম্ভৱ হ'ব পাৰে। প্ৰথমতে প্ৰত্যক্ষ আৰু দ্বিতীয়তে, পৰোক্ষভাৱে নিৰ্ব্বাচন হ'ব পাৰে। প্ৰত্যক্ষ নিৰ্ব্বাচনক পোনপটীয়া নিৰ্ব্বাচন বুলি ক'ব পাৰি। ভাৰতৰ লোকসভা আৰু বিধানসভাৰ সদস্যসকলক নিৰ্ব্বাচকমণ্ডলীয়ে পোনপটীয়াকৈ নিৰ্ব্বাচন কৰে। পৰোক্ষ নিৰ্ব্বাচনত নিৰ্ব্বাচক মণ্ডলীয়ে পোনপটীয়াকৈ

নিৰ্ব্বাচনত অংশগ্ৰহণ কৰিব নোৱাৰে। নিৰ্ব্বাচক মণ্ডলীয়ে এনে নিৰ্ব্বাচনত প্ৰথমে কেইজনমানলোকৰ এটা সৰু গোট নিৰ্ব্বাচন কৰি দিয়ে। পাছত, এই সৰু নিৰ্ব্বাচিত গোটটোৱে প্ৰকৃত প্ৰাৰ্থীবিলাকৰ মাজৰ পৰা প্ৰয়োজনীয় সংখ্যক লোক নিৰ্ব্বাচন কৰে। ভাৰতৰ ৰাজ্যসভাৰ সদস্যসকল, আৰু ৰাষ্ট্ৰপতি এই পৰোক্ষ পদ্ধতিত নিৰ্ব্বাচিত হয়। প্ৰত্যক্ষ নিৰ্ব্বাচনত, গণতন্ত্ৰৰ উদ্যম পূৰ্ণমাত্ৰাই ৰক্ষা কৰা হয়, কিন্তু পৰোক্ষ নিৰ্ব্বাচনত এই উদ্যম সেমেকি যায়। প্ৰত্যক্ষ নিৰ্ব্বাচনত প্ৰাৰ্থী আৰু নিৰ্ব্বাচকৰ মাজত থকা বুজাবুজিৰ ভাবে গণতান্ত্ৰিক চিন্তাৰ প্ৰৱাহ সজীৱ কৰি ৰাখে। অৱশ্যে, সাৰ্ব্বজনীন ভোটাধিকাৰ নীতি গ্ৰহণ কৰাৰ কাৰণে প্ৰত্যক্ষ নিৰ্ব্বাচনত অনেক সময়ত যোগ্যতাসম্পন্ন লোক নিৰ্ব্বাচিত হ ব নোৱাৰে। এনেস্থলত, পৰোক্ষ নিৰ্ব্বাচনত সুফল নুই কৰিব পৰা নাযায়। সাধাৰণ ভোটদাতাসকলৰ প্ৰায়ে বিচাৰবুদ্ধি কম থকাৰ কাৰণে উপযুক্ত প্ৰাৰ্থী নিৰ্ব্বাচিত হ ব নোৱাৰে। এনে নিৰ্ব্বাচন প্ৰায়ে আবেগ আৰু অনুভূতিৰ দ্বাৰাহে চালিত হয়। এনেস্থলত নিৰ্ব্বাচিত ব্যক্তিজনৰ গুণ আৰু প্ৰতিভাত কোনো গুৰুত্ব দিয়া নহয়। তেওঁৰ জনপ্ৰিয়তাই গুণ আৰু প্ৰতিভাৰ কথা চিন্তা কৰিবলৈ নিদিয়ে। পৰোক্ষ নিৰ্ব্বাচনত এনেধৰণৰ অনুপযুক্ত প্ৰাৰ্থী নিৰ্ব্বাচিত হোৱাৰ আশঙ্কা কম থাকে। কিন্তু এই পদ্ধতি খৰচ বহুল। দুয়োটা নিৰ্ব্বাচনত সময় আৰু অৰ্থ বিপুলভাৱে ব্যয় কৰিব লগা হয়। তথাপি নিৰ্ব্বাচিত সৰু গোটটো দায়িত্বপূৰ্ণ। আৱেগৰ দ্বাৰা চালিত নোহোৱা বাবে প্ৰত্যক্ষ নিৰ্ব্বাচনতকৈ পৰোক্ষ নিৰ্ব্বাচনত যোগ্যলোক নিৰ্ব্বাচিত হয়। অৱশ্যে, এনেবিলাক সুফল পোৱা সত্ত্বেও পৰোক্ষ পদ্ধতি গণতন্ত্ৰসন্মত নোহোৱা বুলি সমালোচনা কৰা হয়। নিৰ্ব্বাচিত প্ৰতিনিধি আৰু প্ৰাথমিক ভোটদাতা সকলৰ মাজত পোনপটীয়া সম্বন্ধ পৰোক্ষ নিৰ্ব্বাচনত দেখা নাযায়। এনে নিৰ্ব্বাচনত মধ্যৱৰ্ত্তী ভোটদাতা সকলে গণতান্ত্ৰিক প্ৰৱাহ বন্ধ কৰি দিয়ে। অনেক সময়ত এই মধ্যৱৰ্ত্তী নিৰ্ব্বাচিত গোটটোৱে দুৰ্নীতি উৎসাহিত কৰা দেখা যায়। বিশেষ স্বাৰ্থৰ দ্বাৰা এটা সৰু গোটক প্ৰলোভনৰ সহায়ত সহজেই প্ৰভাৱিত কৰিব পাৰি। আনহাতে, পৰোক্ষ নিৰ্ব্বাচনত ৰাজনৈতিক শিক্ষাৰো কোনো সুযোগ নাই। প্ৰাৰ্থীসকল, নিৰ্ব্বাচনী প্ৰচাৰ সভাসমিতি আদিৰ লগত জড়িত হৈ পৰিব নালাগে। তেওঁলোক নিৰ্ব্বাচিত হোৱাৰ পাছতো প্ৰাথমিক ভোটদাতাৰ ওচৰত দায়বদ্ধ নহয়। আধুনিক যুগত, আমেৰিকা যুক্তৰাষ্ট্ৰত, দলীয় ৰাজনীতিৰ উথল মাথলে, আমেৰিকাৰ ৰাষ্ট্ৰপতি নিৰ্ব্বাচন, প্ৰত্যক্ষ নিৰ্ব্বাচনত পৰিণত কৰিলে, যদিও সংবিধানৰ পিতৃ সকলে,

আমেৰিকাৰ ৰাষ্ট্ৰপতি পৰোক্ষভাৱেহে নিৰ্ব্বাচন হোৱাতো বিচাৰিছিল। দলৰ প্ৰাৰ্থীসকল আৰু প্ৰাথমিক ভোটদাতা সকলৰ মাজত বুজা বুজি থকাৰ বাবে পৰোক্ষ নিৰ্ব্বাচনো প্ৰত্যক্ষ নিৰ্ব্বাচনত পৰিণত হৈছে।

## নিৰ্ব্বাচনী সমষ্টি ( Electoral Constituencies )

ভোটদাতাসকলে যাতে নিজৰ পচন্দ অনুসৰি উপযুক্ত প্ৰাৰ্থী নিৰ্ব্বাচন কৰিব পাৰে তাৰ কাৰণে নিৰ্ব্বাচনী সমষ্টি বিলাক উপযুক্তভাৱে গঠন কৰি লোৱা বিধেয়। এনে সমষ্টিৰ পৰাই ভোটদাতা নিৰ্ব্বাচকসকলে প্ৰাৰ্থী নিৰ্ব্বাচন কৰিব লাগে। নিৰ্ব্বাচক বিচৰা প্ৰাৰ্থীসকলৰ অৰ্হতা নিৰ্ণয় কৰা দিশত নিৰ্ব্বাচনী সমষ্টিবিলাকৰ গঠন আৰু চৰিত্ৰই বহুতো সহায় কৰে। প্ৰাৰ্থীসকল আৰু নিৰ্ব্বাচক মণ্ডলীৰ মাজত যোগাযোগ আদান প্ৰদান আৰু বুজাবুজি নাথাকিলে নিৰ্ব্বাচনত সুফল পাব নোৱাৰি। নিৰ্ব্বাচনী সমষ্টি গঠনৰ ওপৰত গুৰুত্ব দিয়া অত্যন্ত প্ৰয়োজন দুটা পদ্ধতিৰে সমষ্টিবোৰ গঠন কৰিব পাৰি। এজন সদস্যৰ সমষ্টি আৰু বহুতো সদস্যৰ সমষ্টিও হ'ব পাৰে। প্ৰথম ব্যৱস্থামতে দেশখনত যিমান প্ৰতিনিধিৰ প্ৰয়োজন সেই সংখ্যামতে ভৌগোলিক সমষ্টিত ৰাষ্ট্ৰখন খণ্ড খণ্ডকৈ ভাগ কৰি লোৱা হয় আৰু প্ৰতি সমষ্টিৰ পৰা এজনকৈ সদস্য নিৰ্ব্বাচিত হয়। প্ৰতিজন ভোটদাতাৰ এই ব্যৱস্থাত এটাহে ভোট থাকিব পাৰে। গ্ৰেটবৃটেইন ভাৰত আৰু আমেৰিকা যুক্তৰাষ্ট্ৰত এই পদ্ধতি গ্ৰহণ কৰা হৈছে। ফৰাচী দেশত আন এটা পদ্ধতি আছে। ইয়াক স্ক্ৰুটিন ডি' এৰনডিজেমেণ্ট ( Scrutin d arrondissement ) বুলি কোৱা হয়। এই পদ্ধতিতো গোটেই ৰাষ্ট্ৰখন ভৌগোলিক সমষ্টিত ভাগ কৰা হয় কিন্তু নিৰ্ব্বাচনৰ প্ৰয়োজনীয় প্ৰতিনিধিৰ সমানে নহয়। বাস্তৱিকতে নিৰ্ব্বাচন কৰিব লগা প্ৰতিনিধিৰ তুলনাত সমষ্টি তাকৰ। প্ৰতিটো সমষ্টিৰ পৰা কিমান প্ৰতিনিধি নিৰ্ব্বাচন কৰা হ'ব সেইটো নিৰ্ভৰ কৰে সমষ্টিৰ পৰিমাণৰ ওপৰত। ভোটদাতাসকলৰ ভোটো প্ৰাৰ্থীৰ সংখ্যাৰ ওপৰত নিৰ্ভৰ কৰে। ইয়াকে সাধাৰণ টিকট প্ৰথা বুলিও কয়। বহু প্ৰতিনিধি থকা এই ব্যৱস্থাটো বৰ্ত্তমান ফ্ৰান্স আৰু আমেৰিকায়ো পৰিহাৰ কৰিছে।

## এজন সদস্যৰ সমষ্টি ঃ ইয়াৰ গুণ আৰু দোষ

১ প্ৰথমতে এই ব্যৱস্থাত জটিলতা নাই। একোজন সাধাৰণ জ্ঞান বুদ্ধি

থকা ভোটদাতাই কোনো অসুবিধা নোহোৱাকৈ বিশেষ প্ৰাৰ্থীৰ নামত তেওঁৰ নিজা ভোটটো সহজেই দিব পাৰে।

২ দ্বিতীয়তে এই ব্যৱস্থাত সমষ্টিবিলাক সৰু হোৱা বাবে, ভোটদাতা-সকল নিৰ্ব্বাচন কৰিব লগা প্ৰাৰ্থীৰ একেবাৰে সান্নিধ্য লাভ কৰিবলৈ সক্ষম হয়। পৰস্পৰে বুজাবুজি হ'ব পৰা সুবিধা থকাৰ কাৰণে প্ৰাৰ্থী নিৰ্ব্বাচনত কোনো আউল লগাৰ সম্ভাৱনা দেখা নাযায়। ভোটদাতাসকলে নিজা পচন্দ মতে প্ৰাৰ্থী নিৰ্ব্বাচন কৰাত কোনো অসুবিধাত নপৰে।

৩ যিবিলাক সমষ্টি সংখ্যালঘু সম্প্ৰদায়ৰ দ্বাৰা গঠিত, সেই সমষ্টি বিলাকত সংখ্যালঘুসকলে নিজা প্ৰাৰ্থীও সহজে নিৰ্ব্বাচন কৰিব পাৰে। বহুসংখ্যক প্ৰাৰ্থী থকা সমষ্টিবিলাকত সংখ্যাগৰিষ্ঠৰ সমৰ্থন পোৱা দলবিলাকে প্ৰায় সকলো আসন লাভ কৰিবলৈ সমৰ্থ হয় আৰু সংখ্যালঘু সম্প্ৰদায় প্ৰায়ে প্ৰতিনিধিত্ব নোহোৱাকৈ থাকে বুলি ক'ব পাৰি।

অৱশ্যে এই ব্যৱস্থাত কিছুমান দোষো পৰিলক্ষিত হয়। প্ৰথমতে, প্ৰতিটো সমষ্টিত এজন প্ৰাৰ্থীহে নিৰ্ব্বাচন কৰিব লগা হোৱা কাৰণে ভোটদাতা সকলে উপযুক্ত প্ৰাৰ্থীৰ অভাৱত অনুপযুক্ত প্ৰাৰ্থীকে ভোট দিব লগা হয়। দ্বিতীয়তে এজন প্ৰাৰ্থীৰ সমষ্টিত সামান্য বেছি ভোট পোৱা জনেই সাধাৰণতে বাচনিত উঠে। এখন আসনৰ কাৰণে তিনি চাৰিজন প্ৰাৰ্থীয়ে প্ৰতিদ্বন্দ্বিতা কৰিলে ভোটবিলাক তিনি চাৰিজনৰ ভিতৰত ভাগ ভাগ হৈ যায়। সামান্যভাৱে বেছি ভোট পোৱাজনেই নিৰ্ব্বাচিত হয় কিন্তু প্ৰকৃতপক্ষে বিজয়ী প্ৰাৰ্থীজন সমষ্টিটোৰ আধা সংখ্যক ভোটও নাপাব পাৰে। গতিকে এই ব্যৱস্থাত প্ৰতিনিধিমূলক চৰিত্ৰ দেখা নাযায়। তৃতীয়তে এটা দলে যিমান আসন নিৰ্ব্বাচনত লাভ কৰে তাৰ তুলনাত শতকৰা বহুতো কম ভোট পাব পাৰে। উদাহৰণ স্বৰূপে ১৯৫২ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছ দলে শতকৰা ৭০% খন আসন লাভ কৰিবলৈ সক্ষম হয়। কিন্তু প্ৰকৃতপক্ষে এইদলে শতকৰা চল্লিছ ভাগতকৈ সামান্য বেছি ভোটহে পাবলৈ সমৰ্থ হয়। এনে অৱস্থাত এই দলৰ নিৰ্ব্বাচিত প্ৰাৰ্থীসকল প্ৰতিনিধি পদবাচ্য হব নোৱাৰে। চতুৰ্থতে, এই ব্যৱস্থাত ক্ষমতাত থকা দলে নিজৰ লাভৰ কাৰণে সমষ্টিবিলাক, সামাজিক আৰু অৰ্থনৈতিক জীৱনত প্ৰতিপত্তি থকা লোকক লৈ সঘনাই পুনৰ নিৰ্দ্ধাৰণ কৰে। ফলত এটাদলে বহু বছৰ ধৰি ক্ষমতাত থাকি যোৱাৰ পথ সুগম হয়। শেহতীয়াকৈ, দেখা যায়, এই ব্যৱস্থাত, সমষ্টিবিলাক

সক হোৱাত প্ৰাৰ্থীসকলৰ দৃষ্টিভঙ্গীও ঠেক হৈ পৰে। প্ৰায়ে এনে প্ৰতিনিধিয়ে ক্ষুদ্ৰ সমষ্টিতে আৱদ্ধ থাকি জাতীয় স্বাৰ্থ অৱহেলা কৰা দেখা যায়।

## বহুসদস্যৰ সমষ্টি ঃ ইয়াৰ গুণ আৰু দোষ

বহু সদস্যৰ সমষ্টিবিলাকৰ কিছুমান গুণ আছে। প্ৰথমতে, এনে ব্যৱস্থাত সমষ্টিবিলাক কিছু ডাঙৰ। ভোটদাতাসকলৰ বাচনিত যথেষ্ট স্বাধীনতা দেখা যায়। ভালেমান প্ৰাৰ্থী থকাৰ কাৰণে ভোটদাতাসকলে, প্ৰাৰ্থী বাচিবলৈ সুবিধা হয়। দ্বিতীয়তে সমষ্টিত থকা ভিন্ ভিন্ স্বাৰ্থবিলাকেও প্ৰতিনিধি পাব পাৰে।

কিন্তু এনে ব্যৱস্থাত সুবিধাবিলাকতকৈ অসুবিধাহে বেছি দেখা যায়। সমষ্টি বিলাক ডাঙৰ হোৱাৰ কাৰণে ভোটদাতাসকলে প্ৰাৰ্থীসকলৰ তুলনামূলক অধ্যয়ন কৰিবলৈ টান হয় আৰু উপযুক্ত প্ৰাৰ্থীও নিৰ্ব্বাচন কৰিব নোৱাৰে। প্ৰাৰ্থীসকলৰ যোগ্যতা বা অযোগ্যতা একো নাজানিলে নিৰ্ব্বাচন নিখুঁট বুলি ক'ব পৰা নাযায়। দ্বিতীয়তে, প্ৰাৰ্থীসকলেও, ডাঙৰ সমষ্টিত ভোটদাতাসকলৰ সান্নিধ্য লাভ কৰিবলৈ টান হয়। ফলস্বৰূপে, নিৰ্ব্বাচকমণ্ডলীৰ প্ৰকৃত ইচ্ছা বা অনুভূতি প্ৰাৰ্থীসকলে বুজি নাপায়। ভোটদাতা আৰু প্ৰাৰ্থীসকলৰ মাজত বুজাবুজিৰ অভাৱ হ'লে গণতন্ত্ৰৰ মূল লক্ষ্য হেৰাই যোৱাৰ সম্ভাৱনা থাকে। তৃতীয়তে এই পদ্ধতিটো গণতান্ত্ৰিক বুলি ক'ব পৰা নাযায় কিয়নো, সামান্য সংখ্যাগৰিষ্ঠতা থকা দলবিলাকে অতি কম ভোটৰ ব্যৱধানত জয় লাভ কৰা দেখা যায়। সংখ্যালঘু সমৰ্থন পোৱা দলবিলাকে সমানুপাতে প্ৰাৰ্থী জিকাব নোৱাৰে। শেহতীয়াকৈ, এই ব্যৱস্থাই সংসদত দলৰ সংখ্যা বৃদ্ধি কৰাতহে সহায় কৰে। এনেকুৱা অৱস্থাত সংযুক্ত দলীয় চৰকাৰ গঠন হোৱাৰ সম্ভাৱনা বেছি থাকে। সংযুক্ত দলীয় চৰকাৰ অন্তৰ্দ্বন্দ্বৰ কাৰণে প্ৰায়ে দুৰ্ব্বল হয় আৰু জাতীয়স্বাৰ্থ ৰক্ষা কৰাত বিফল হয়।

একজন আৰু বহু সদস্যৰ সমষ্টিবিলাকৰ তুলনামূলক অধ্যয়ন কৰিলে দেখা যায় দুয়োটা ব্যৱস্থাকে দোষমুক্ত বুলি ক'ব নোৱাৰি। দুয়োটা পদ্ধতিৰ উপযুক্ত প্ৰয়োগ সমিলমিলভাবে কৰিব পাৰিলে উপকৃত হ'ব পাৰি বুলি ডা গাৰ্ণাৰে কয়। ইংলেণ্ড আমেৰিকা আৰু ভাৰতত সাধাৰণভাৱে একজন সদস্যৰ সমষ্টি গ্ৰহণ কৰা হয় যদিও, প্ৰয়োজন সাপেক্ষে বহু সদস্যৰ সমষ্টিও গ্ৰহণ কৰাৰ সুবিধাও ৰখা হৈছে। ভাৰতত হৈ যোৱা নিৰ্ব্বাচনবিলাক অধ্যয়ন কৰিলে দেখা যায় অনুসূচীত জাতিৰ প্ৰাৰ্থীক সুবিধা দিয়াৰ অভিপ্ৰায়ে, বহু প্ৰাৰ্থীৰ সমষ্টি সৃষ্টি কৰা হৈছে।

লোকসভা আৰু বিধান সভা সমষ্টিতো এই ব্যবস্থা সাৰ্থক ভাৱে ভাৰতত প্ৰয়োগ হৈছে।

## ভোটদানৰ প্ৰণালী

ভোটদানৰ কেইবাটাও প্ৰণালী আছে। প্ৰণালীবিলাক তলত দিয়াদৰে আলোচনা কৰিব পাৰি।

### ১ মুকলি আৰু গোপন ভোট

ভোট ৰাজহুৱা অৰ্থাৎ সকলোৱে জানিব পৰাকৈ বা গোপনীয়ভাবে দিব পাৰি। এই দুয়োটা ভোট দানৰ প্ৰণালীয়েই স্বীকৃতি লাভ কৰি আহিছে। মুকলি বা ৰাজহুৱাভাবে দিয়া ভোটৰ প্ৰণালী আজিকালি প্ৰায়ে গ্ৰহণ কৰা নহয়। মণ্টেস্কু আৰু মিলৰ দৰে লব্ধপ্ৰতিষ্ঠ লিখক সকলেও একালত মুকলি-ভোটৰ হৈ ওকালতি কৰা দেখা যায়। তেওঁবিলাকে ভাবে যে ভোটদান মুকলিকৈ ৰাজহুৱাভাৱে সকলোৰে সমালোচনা হোৱাকৈ দিয়া উচিত। ইংলণ্ডত ১৯শ শতিকাৰ মাজভাগলৈকে মুকলি ভোটে ও গা অনুমোদন লাভ কৰিব পাৰিছিল। অলপদিনৰ আগলৈকে পশ্চিম আফ্ৰিকাৰ ৰাষ্ট্ৰ কিছুমানতো মুকলিভোটক উৎসাহিত কৰা হৈছিল। ১৯৫৯ চনৰ অসম পঞ্চায়তীৰাজ আইনতো মুকলি ভোটৰ ব্যৱস্থা কৰা হৈছিল। অৱশ্যে পাছত ইয়াৰ সংশোধন কৰা হয়।

মুকলি ভোটৰ পৰা উদ্ভৱ হোৱা অসুবিধাবিলাক সুবিধাৰ তুলনাত বেছি। মুকলি ভোটদান সবহীয়া নিৰ্ব্বাচক থাকিলে গ্ৰহণ যোগ্য হব নোৱাৰে। এনে ভোটদান ব্যৱস্থাই প্ৰাৰ্থীজনৰ বা ভোটদাতাজনৰ জীৱন সঙ্কটজনক কৰি তুলিব পাৰে। ১৯৬০ চনত অসমত হোৱা পঞ্চায়তৰ মুকলি ভোটদানে এই পদ্ধতিৰ ব্যৰ্থতা প্ৰতিপন্ন কৰে। এনে নিৰ্ব্বাচনত ভোটদাতাৰ প্ৰতি প্ৰাণনাশৰ ভাবুকি টনা আজোৰা আদিয়ে মুক্তভাৱে প্ৰাৰ্থী বাচনিত বাধা প্ৰদান কৰে। এনে কাৰণতে এই পদ্ধতি পৰিহাৰ কৰি বেলট ব্যৱস্থাৰ দ্বাৰা গোপনীয়ভাৱে ভোট গ্ৰহণ নীতি আদৰি লোৱা হল।

### ২ ডাক যোগে ভোট আৰু হস্তান্তৰ ভোট

প্ৰতিজন ভোট দাতাই সশৰীৰে নিৰ্ব্বাচন কক্ষত প্ৰৱেশ কৰি ভোটদান কৰাৰ নিয়ম। কোনো এবাৰ নোৱাৰা কাৰণত কোনো কোনো দেশত ডাক যোগে

ভোট দিয়া আৰু অন্য ব্যক্তিৰ যোগে ভোট দিয়াৰ নিয়মো দেখা যায়।

বৃটেইন, আমেৰিকা যুক্তৰাষ্ট্ৰ, ৰোডেচিয়া, ন্যাসালেণ্ড আৰু মালয় যুক্তৰাষ্ট্ৰত এবাৰ নোৱাৰা কাৰণ বসত ডাক যোগে ভোট দানৰ ব্যৱস্থাত অনুমোদন দিয়া হৈছে। সৈন্যবাহিনী আৰু আৰক্ষী বাহিনীৰ ক্ষেত্ৰত ডাক যোগে ভোটদান কৰা পদ্ধতি অব্যাহত ৰখা হয়। ভাৰততো ১৯৫২ চনৰ সাধাৰণ নিৰ্ব্বাচনত পোন প্ৰথম এই পদ্ধতি প্ৰয়োগ কৰা হয়। ১৯৬৭ চন পৰ্য্যন্ত সেনাবাহিনীৰ কৰ্ম্মীৰ ক্ষেত্ৰত ডাক যোগে ভোট দিয়া ব্যৱস্থা অনুমোদিত হৈ আহিছে।

## ৩ বহুত্ব ভোট আৰু গুৰু ভোট (Plural and weighted Voting)

গণতন্ত্ৰৰ নিয়ম অনুযায়ী সকলো নাগৰিকে এটাকৈ ভোট দিয়াৰ ক্ষমতা পাব লাগে। এই ক্ষমতা কাৰ্য্যত ৰূপায়ণ কৰিবলৈকো সুযোগ ভোটদাতা সকলক দিয়া উচিত। কোনো কোনো দেশত অৱশ্যে ব্যক্তিক একাধিক ভোট দিবলৈ সুযোগ দিয়াৰ ব্যৱস্থাও নথকা নহয়। এনে ব্যৱস্থাক বহুত্ব ভোট (Plural voting) বুলি কোৱা হয়।

১৮৯৩ চনত বেলজিয়াম দেশত বহুত্ব ভোট বা একাধিক ভোটদানৰ ব্যৱস্থা প্ৰৱৰ্ত্তন কৰা হৈছিল, কিন্তু ১৯২১ চনত কিছুমান অসুবিধাৰ কাৰণে এই ব্যৱস্থা উঠাই দিয়া হ'ল। শিক্ষাগত অৰ্হতা সম্পত্তি বা ব্যৱসায়ী ভিত্তিত ভোটাধিকাৰ কম বেছি কৰা অতীতত অনেক দেশত প্ৰচলিত আছিল। যিবিলাক নাগৰিকে ২০০০ 'ফ্ৰাঙ্ক মূল্যৰ সম্পত্তি ৰাখিব পাৰিছিল তেনে লোকক বেলজিয়ামত দুটাকৈ ভোট দিয়াৰ নিয়ম কৰা হৈছিল। (ফ্ৰান্স আৰু ছুইজাৰলেণ্ডতো যাশ্ব চল) কিন্তু কোনো অৱস্থাতে ভোট দাতা সকলে তিনিটাৰ বেছি ভোট দিব নোৱাৰে। প্ৰুচিয়া দেশতো ভোটদাতা বাইজক সম্পত্তিৰ ভিত্তিত চাৰিটা শ্ৰেণীত ভাগ কৰা হৈছিল। ইংলণ্ডতো এজন ব্যক্তিৰ একাধিক সমষ্টিত সম্পত্তি থাকিলে একাধিক ভোট দিয়াৰ সুযোগ পাইছিল। যি সকল বিশ্ববিদ্যালয়ৰ উপাধিধাৰী তেওঁলোকেও এটা বেছি ভোট দিব পাৰিছিল। ১৯৪৮ চনৰ জনপ্ৰতিনিধিত্ব আইনৰ দ্বাৰা ইংলণ্ডত এই ব্যৱস্থা বিলোপ কৰা হ'ল। আজিকালি প্ৰায় সকলো গণতান্ত্ৰিক দেশতে এজন ব্যক্তিৰ বাবে এটা ভোটৰহে সুবিধা দিয়া হৈছে।

বহুত্ব ভোটৰ প্ৰধান যুক্তি হ'ল বুদ্ধিদীপ্তসকলৰ মতামতৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন

কৰা। যিসকলে বহুত্ব ভোটাধিকাৰ সমৰ্থন কৰে, তেওঁলোকৰ মতে ভোট গণনা হ'ব নালাগে, ইয়াৰ ওজন বা গুৰুত্বহে ল'ব লাগে। মিলৰ মতে অসংখ্য অশিক্ষিত লোকৰ বিপৰীতে ল'ব পৰা এইটো এটা ব্যৱস্থা।

মেটাৰলিঙ্কৰ দৰে লিখকে বহুত্ব ভোটাধিকাৰ নীতিৰ ওপৰত মতামত দি কয় যে সাৰ্ব্বজনীন ভোটাধিকাৰ নীতিক এই ব্যৱস্থাই যুক্তিযুক্ত ভাবে নাশ কৰে। ভোটাধিকাৰ নীতি ব্যক্তিৰ কোনো যোগ্যতাৰ স্বীকৃতি ৰূপে দিয়া হয়। এনেস্থলত কোনো লোকক একে কামৰ কাৰণে এটা ওখ খাপৰ ক্ষমতা বা কৰ্ত্তৃত্ব দিয়াৰ কোনো কাৰণ থাকিব নোৱাৰে। মাটি বা সম্পত্তিৰ মানদণ্ডেৰে এজন মানুহৰ বিশেষ ক্ষমতাৰ জোখ ল'ব নোৱাৰি। প্ৰকৃতপক্ষে মানুহৰ যোগ্যতাৰ জোখ মাখ লোৱাৰ কোনো উপযুক্ত মানদণ্ডও পোৱা নাযায়। টি ই স্মিথে কয়, যদি বহুত্ব ভোটাধিকাৰ মানি চলা হয় ভাগ্যবান গোটটোৱে একেটা সমষ্টিতে কেইবাটাকৈ ভোট পাব পাৰে নতুবা তেওঁলোকে প্ৰতি দুটা বা ততোধিক সমষ্টিত এটাকৈ ভোট পাব পাৰে। প্ৰথম প্ৰকাৰৰ ভাল উদাহৰণ হ'ল উত্তৰ আয়াৰলেণ্ড। চুডান আৰু গ্ৰেট ব্ৰিটেইনতো পূৰ্ব্বে এই ব্যৱস্থা আছিল। কেনিয়াত আফ্ৰিকান ভোটাৰ সকলক যোগ্যতা অনুসৰি দুটা বা ততোধিক ভোটৰ ক্ষমতা দিয়া হয়। এই ভোটদাতা জনে সকলো ভোট তেওঁৰ নাম থকা সমষ্টিতে দিব পাৰে।

আজিকালি বহুত্ব ভোটাধিকাৰ সময়ৰ লগত খাপ নোখোৱা কথা বুলি প্ৰায় দেশতে বৰ্জন কৰা হৈছে।

## প্ৰাৰ্থীসকলৰ যোগ্যতা

যদিও প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতি অনুযায়ী সকলো লোকেই নিৰ্দ্দিষ্ট বয়সত ভোট দিব পাৰে তথাপি নিৰ্ব্বাচনত সকলোৱে প্ৰাৰ্থী হিচাবে থিয় দিব নোৱাৰে। নিৰ্ব্বাচনত প্ৰাৰ্থী হ'বলৈ কিছুমান সাধাৰণ যোগ্যতা ৰাষ্ট্ৰৰ দ্বাৰা বান্ধি দিয়া হয় এই যোগ্যতাসমূহ থাকিলেহে যিকোনো লোকে নিৰ্ব্বাচনত প্ৰাৰ্থীৰূপে থিয় দিব পাৰে।

১ **বয়স** ঃ সকলো ৰাষ্ট্ৰতে প্ৰাৰ্থীসকলৰ বয়স প্ৰাপ্তবয়সতকৈ কিছু বেছি ধৰা হয়। অৱশ্যে সকলো ৰাষ্ট্ৰতে প্ৰাৰ্থীৰ সমান বয়স ধৰা নহয়। নিম্ন সদনৰ সদস্যৰ বাবে সাধাৰণতে ২১ বছৰৰ পৰা ২৫ বছৰৰ ভিতৰত বয়স নিৰ্দ্দিষ্ট কৰা হয়। উচ্চ সদনৰ বাবে হ'ব খোজা প্ৰাৰ্থীসকল বয়সত আগবঢ়া বিধৰ হ'ব লাগে। ভাৰতত

৩০ বছৰৰ তলৰ লোকে ৰাজ্য সভাৰ প্ৰাৰ্থী হ'ব নোৱাৰে। আনহাতে, লোক-সভালৈ ২৫ বছৰ হোৱা সকলেই প্ৰাৰ্থীৰূপে থিয় দিব পাৰে। টি ইং স্মিথে কয়, কোনো ৰাষ্ট্ৰতে প্ৰাৰ্থী এজনৰ বয়স ভোটদাতাসকলৰ বয়সতকৈ কম হ ব নোৱাৰে। যেতিয়া প্ৰাপ্তবয়স্ক ভোটাধিকাৰ নীতি গ্ৰহণ কৰা হয়, তেতিয়া বহু ৰাষ্ট্ৰতে ভোটদাতাসকল আৰু প্ৰাৰ্থীৰ বয়স একে সমানতে ৰখা হৈছিল। ইংলণ্ড, মালয়, যুক্তৰাষ্ট্ৰ প্ৰভৃতি পশ্চিমীয়া গণতন্ত্ৰত ভোটদাতা নাগৰিক আৰু নিৰ্ব্বাচন প্ৰাৰ্থীৰ বয়স একে সমান কৰি ৰখা হৈছে। লঙ্কাদ্বীপতো একেধৰণৰ ব্যৱস্থা আছে।

২ **নাগৰিকত্ব** ঃ নিৰ্ব্বাচনত প্ৰাৰ্থী হ'ব খোজা লোকসকল নাগৰিক হ ব লাগিব। বিদেশীলোকক কোনো দেশতে নিৰ্ব্বাচনৰ প্ৰাৰ্থী হ'বলৈ দিয়া নহয়। বিদেশীলোকসকলৰ দেশৰ প্ৰতি আনুগত্য নাথাকে। তেওঁলোকে, নিজৰ দেশৰ প্ৰতিহে চিন্তা কৰে। আনহাতে, নাগৰিকসকল নিজ দেশৰ প্ৰতি শ্ৰদ্ধাবান আৰু তেওঁলোকৰ ৰাষ্ট্ৰৰ প্ৰতি আনুগত্যও থাকে।

৩ **নিবাস** ঃ কোনো কোনো ৰাষ্ট্ৰত নিৰ্ব্বাচনৰ প্ৰাৰ্থীজন নিজা সমষ্টিৰ নিবাসী হ ব লাগে নহ লে তেওঁৰ প্ৰাৰ্থীত্ব বলবৎ থাকিব নোৱাৰে। আমেৰিকাৰ নিম্নসদন 'হাউচ অব ৰিপ্ৰেজেণ্টেটিভ'ৰ সদস্য হবলৈ হ'লে প্ৰাৰ্থীজন সেই সমষ্টিৰ নিবাসী হোৱাটো আইন সন্মত নহ লেও পৰম্পৰাভাৱে সকলোৱে বিচাৰে। আনহাতে কিন্তু ৰাজ্য বিধানসভাৰ সদস্য হ বলৈ হ লে, প্ৰাৰ্থীজন সমষ্টিৰ সদস্য হোৱাটো আইন সন্মত।

৪ **সম্পত্তি** ঃ আধুনিক যুগত প্ৰায়বিলাক গণতন্ত্ৰত সম্পত্তিক ভোটদাতা বা নিৰ্ব্বাচনৰ প্ৰাৰ্থীসকলৰ যোগ্যতাৰ মাপকাঠি হিচাবে ব্যৱহাৰ কৰিবলৈ এৰি দিছে। আধুনিক গণতন্ত্ৰত এজন মানুহৰ এটা ভোট নীতিকে মানি চলা হৈছে। সম্পত্তিৰ মালিকসকলক কোনো বিশেষ সুবিধা দিয়া নহয়। যিহেতু আজিকালি সকলো বিধায়ককে দৰমহা দিয়াৰ ব্যৱস্থা হৈছে 'সম্পত্তি নাথাকিলে জিৰণি নহয় আৰু জিৰণি নহ লে ৰাজহুৱা কাম নহয় বোলা কথাৰো কোনো মূল্য নাই।

৫ **সাক্ষৰতা আৰু শিক্ষা** ঃ মিলে লিখা পঢ়া আৰু গণনা কৰা যোগ্যতা থকা জনক ভোটাধিকাৰ দিয়াৰ ওপৰত গুৰুত্ব দিছিল কিন্তু আজিকালি প্ৰাপ্তবয়স্ক ভোটাধিকাৰ হোৱাৰ পৰা ভোটদাতাৰ এনে যোগ্যতা অপ্ৰয়োজন বুলি বিবেচিত হৈছে। আনহাতে, অৱশ্যে প্ৰাৰ্থীৰ ক্ষেত্ৰত কিছুমান শিক্ষাগত অৰ্হতাত

সদায়ে গুৰুত্ব দি অহা হৈছে। প্ৰাৰ্থীজনৰ বিধানসভাৰ আলোচনাত যোগ দিব পৰা অহৰ্তা নাথাকিলে, তেওঁ কোনো বক্তব্য ডাঙি ধৰিব নোৱাৰে। আজিকালি সামান্য এটা শিক্ষাগত যোগ্যতাৰ আৱশ্যকতা প্ৰাৰ্থীসকলৰ ক্ষেত্ৰত থকাটো বিচাৰে। কেনিয়া, উগাণ্ডা ঘানা টাঙ্গানিয়া প্ৰভৃতি ৰাষ্ট্ৰত প্ৰাৰ্থীৰ পাৰদৰ্শিতা বেছি প্ৰয়োজনীয় বুলি কোৱা হৈছে।

৬ **আমানতৰ প্ৰশ্ন** ঃ আমানত স্বৰূপে টকা জমা দিব পৰাটো যোগ্যতাৰ ভিতৰতে ধৰা হৈছে। কিছুমান প্ৰাৰ্থীয়ে অপ্ৰয়োজনীয়ভাৱে নিৰ্ব্বাচনত নামি আহুকলীয়া পৰিস্থিতি সৃষ্টি কৰাতো বন্ধ কৰিবৰ অভিপ্ৰায়ে আমানত ধন জমা দিয়াৰ ব্যৱস্থা কৰা হয়। নিৰ্দ্দিষ্ট পৰিমাণ ভোট পাব নোৱাৰিলে প্ৰাৰ্থীজনে এই ধন হেৰুৱাব লগা হয়।

ভাৰততো মুঠ ভোটৰ ছভাগৰ এক অংশ নাপালে আমানতৰ ধন বাজেয়াপ্ত কৰাৰ নিয়ম আছে। প্ৰথম সাধাৰণ নিৰ্ব্বাচনৰ পৰা এই নিয়ম চলি আহিছে।

## প্ৰাৰ্থীৰ অযোগ্যতাসমূহ ঃ

প্ৰাৰ্থীসকলৰ অযোগ্যতা সম্বন্ধে কোনো নিৰ্দ্দিষ্ট নিয়ম বান্ধি দিয়া হোৱা নাই। তথাপিতো কিছুমান দেশত তলত উল্লেখ কৰা কাৰণত এজন প্ৰাৰ্থী অযোগ্য বুলি বিবেচিত হ ব পাৰে।

১ **চৰকাৰী চাকৰি কৰা লোক** ঃ ভাৰতৰ সংবিধান মতে লোক-সভা বা বিধানসভাৰ প্ৰাৰ্থী হ'ব খোজা সকল চৰকাৰী চাকৰি কৰা লোক হ'ব নোৱাৰে। প্ৰাৰ্থী হোৱাৰ পূৰ্ব্বেই তেওঁলোকে তেনে চাকৰি থাকিলে ইস্তফা দিব লাগিব।

২ **ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰত কাৰ্য্যপালিকা** ঃ—আমেৰিকাত ৰাষ্ট্ৰপতি প্ৰধান চৰকাৰত কাৰ্য্যপালিকাৰ সদস্যসকল আইন সভাৰ সদস্য হ'ব নোৱাৰে। তেওঁলোকে আমেৰিকাৰ সংসদত উপস্থিত থাকিবও নোৱাৰে।

৩ প্ৰতি ৰাষ্ট্ৰৰে নিৰ্ব্বাচন সম্বন্ধীয় আইন থাকে। এই আইনবিলাক সংবিধানৰ আওঁতাৰ ভিতৰতে প্ৰণয়ন কৰা হয়। নিৰ্ব্বাচন ভালদৰে সম্পন্ন কৰিবলৈ হ'লে এই আইনবিলাক মানি চলিব লাগে। এনে আইন ভঙ্গ কৰি কাম কৰা সকলে প্ৰাৰ্থী হোৱাৰ যোগ্যতা হেৰুৱায়। তেওঁক পুনৰ নিৰ্ব্বাচনত প্ৰাৰ্থী হ'বলৈ দিয়া নহ'ব পাৰে।

## প্ৰতিনিধিসকলৰ কাৰ্য্যাৱলী

প্ৰতিনিধিসকলৰ প্ৰকৃত কাম কেনে হোৱা উচিত এই সম্বন্ধে নানা মত আছে। প্ৰথম কথা হ'ল, প্ৰতিনিধিসকল যি সমষ্টিৰ পৰা নিৰ্ব্বাচিত হয় আৰু তেওঁলোকক সমষ্টিৰ পৰা যি নিৰ্দ্দেশ দিয়া হয়, সেইমতে কাম কৰা উচিত হ'বনে নাই, সামাজিক কল্যাণ হোৱা বুলি যিকোনো কামকে কৰি যোৱা তেওঁলোকৰ কৰ্ত্তব্য এই দুটা মতৰ সপক্ষে আৰু বিপক্ষে বহুতো যুক্তি ডাঙি ধৰা হয়। তৃতীয় মত এটাও আছে। কিছুমানৰ মতে দলৰ পৰা যোৱা প্ৰাৰ্থীসকল দলৰ কাৰ্য্যপন্থাৰ লগত জড়িত। তেওঁৰ দলৰ নিৰ্দ্দেশতহে কাম কৰিব লাগে। তেওঁ দেশৰ বা সমষ্টিৰ প্ৰতি আনুগত্য প্ৰকাশ কৰাতকৈ, দলৰ প্ৰতিহে আনুগত্য প্ৰকাশ কৰা কৰ্ত্তব্য। এনেধৰণৰ মতানৈক্য থকা কাৰণে প্ৰতিনিধি সকলৰ প্ৰকৃত কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰাত বহুতো অসুবিধা আহি পৰিছে।

আজিকালি প্ৰতিনিধি সকলৰ কৰ্ত্তব্য সম্বন্ধে দৃষ্টিভঙ্গী বহল হ'ব ধৰিছে। ভাৰাৰ্পন ( Delegation ) আৰু প্ৰতিনিধিত্ব কৰণৰ ( Representation ) মাজত থকা পাৰ্থক্য স্থানান্তৰত আমি দেখুৱাই আহিছো। ভাৰাৰ্পনে শাসিতৰ ইচ্ছানুযায়ী কাম কৰিব লাগে কিন্তু প্ৰতিনিধিত্বকৰণে শাসিতৰ ইচ্ছাহে ৰূপায়ণ কৰিব লাগে। প্ৰতিনিধি সকল ব্যক্তিগত ইচ্ছাৰ কাৰণে নিৰ্ব্বাচিত নহয় তেওঁলোক নিৰ্ব্বাচিত হয় নিৰ্দ্দিষ্ট নীতিৰ ওপৰত। এনেস্থলত প্ৰতিনিধিসকলে নীতি ৰক্ষাৰ কাৰণে কাম কৰি যাব লাগে। তেওঁ সমষ্টিৰ নিৰ্দ্দেশত কাম কৰাৰ প্ৰশ্ন নুঠে। আধুনিক যুগত প্ৰতিনিধিসকলৰ প্ৰকৃত কৰ্ত্তব্য তলত দিয়া দৰে আলোচনা কৰিব পাৰি।

১ সাধাৰণ জ্ঞানৰ দ্বাৰা পৰিচালনা সকলো প্ৰতিনিধিয়ে সাধাৰণ সংবদ বিচাৰ কৰি আগবঢ়া উচিত। সাধাৰণ জ্ঞান প্ৰয়োগ কৰি কোনবিলাক কাম হাতত ল'লে ভাল তাক প্ৰতিনিধিজনে নিজে বাচি লোৱা বিধেয়। তেওঁক এই সম্বন্ধে কোনো নিৰ্দ্দেশাৱলী দিয়াৰ প্ৰয়োজন নাই।

২ জাতীয় স্বাৰ্থৰক্ষা সাধাৰণ জ্ঞান প্ৰয়োগ কৰি কাম কৰিব লগা হলেও, কোনো প্ৰতিনিধিয়ে জাতীয় স্বাৰ্থক অৱহেলা কৰিব নোৱাৰে। আধুনিক যুগত সকলো সমষ্টিৰ প্ৰতিনিধিকে জাতিৰ প্ৰতিনিধি বুলি গণ্য কৰা হয়। তেওঁ এটা নিৰ্দ্দিষ্ট সমষ্টিৰ পৰা নিৰ্ব্বাচিত হলেও, অকল সমষ্টিৰ স্বাৰ্থতে কাম কৰাটো উচিত নহ'ব। যেতিয়া সমষ্টিৰ স্বাৰ্থৰ লগত জাতীয় স্বাৰ্থৰ সংঘাট আহি পৰে, প্ৰতিনিধিজনে জাতীয় স্বাৰ্থক প্ৰাধান্য দিব লাগিব। অৱশ্যে প্ৰতিনিধি গৰাকীয়ে

সমষ্টিৰ লোকসকলৰ লগত ভাব বিনিময় কৰা নিতান্ত প্ৰয়োজন। কোনো অৱস্থাতে তেওঁ, নিজা বিচাৰ বুদ্ধি পৰিত্যাগ কৰা উচিত নহ'ব। যিহেতু তেওঁ জাতীয় পুঁজিৰ পৰা নিজা ভৰণ পোষণ পায়, তেওঁৰ সৰ্ব্বপ্ৰধান কৰ্ত্তব্যই হ'ব জাতীয় স্বাৰ্থ ৰক্ষা। ১৭৮০ চনত একমাত্ৰ বাৰ্কে ব্ৰিষ্টলৰ ভোটদাতাসকলক প্ৰতিনিধি সন্দৰ্ভত কৈছিল—"আপোনালোকে বাস্তৱিকতে এজন প্ৰতিনিধি বাচি দিছে কিন্তু যেতিয়াই আপোনালোকে তেওঁক নিৰ্ব্বাচিত কৰিলে, তেওঁ ব্ৰিষ্টলৰ সদস্য হৈ থকা নাই তেওঁ কিন্তু সংসদৰহে সদস্য হ'ল।' প্ৰকৃত পক্ষে সকলো প্ৰতিনিধিয়ে জাতীয় স্বাৰ্থৰক্ষাৰ ওপৰতহে গুৰুত্ব দিব লাগিব। তেওঁ এনে কৰোতে পাছলৈ নিৰ্ব্বাচিত নোহোৱাৰ ভয় থাকিব পাৰে। তথাপি তালৈ ভ্ৰূক্ষেপ কৰা অনুচিত।

৩ উপস্থিতি প্ৰতিনিধিজনে নিয়মিতভাৱে সংসদত যোগ দিয়া দৰ্কাৰ। ইয়াৰ সকলো বিতৰ্কতে তেওঁ অংশ গ্ৰহণ কৰিব লাগে।

৪ চৰকাৰৰ সমালোচনা প্ৰতিনিধিজন ক্ষমতাধিষ্ঠিত দলৰে হওঁক বা বিৰোধী দলৰে হওঁক, চৰকাৰৰ কুকৰ্ম্ম আৰু কু-আচৰণৰ প্ৰতি চকু মুদি থকা তেওঁৰ উচিত নহয়। তেওঁ সকলো অন্যায়ৰ বিৰুদ্ধে সমালোচনা আগবঢ়াব লাগে।

৫ গঠনমূলক উপদেশ গঠনমূলক উপদেশ আৰু সহযোগ। প্ৰতিজন সদস্যৰ প্ৰয়োজনবোধে চৰকাৰক সমালোচনা কৰিব লগা হ'লেও গণিমূলক দৃষ্টিভঙ্গীলৈ সময়ে সমায় জাতীয় সমস্যা সমাধানৰ বাবে চৰকাৰৰ লগত সহযোগ কৰিও যাব লাগিব।

৬ নৈতিক দৃঢ়তা প্ৰকাশ প্ৰতিজন প্ৰতিনিধি সদস্যই নৈতিকভাৱে দৃঢ়তা ৰক্ষা কৰি চলা বিধেয়। তেওঁ অকল নিজা সমষ্টিৰ বাবেই নহয় গোটেই দেশৰ কাৰণে অনুকৰণীয় আদৰ্শ দেখুৱা উচিত। বহুতো প্ৰতিনিধিয়ে নিৰ্ব্বাচনৰ পাছত নিজৰ অদূৰদৰ্শিতা আৰু অকৰ্ম্মন্যতা প্ৰমাণ কৰে। তেওঁলোকে কোনো প্ৰতিশ্ৰুতি ৰক্ষা কৰিবও নোৱাৰে। সদস্যসকল দৃঢ় চৰিত্ৰবান আৰু কৰ্ম্মকুশল হ'ব নোৱাৰিলে, গণতন্ত্ৰ ৰক্ষা কৰিব নোৱাৰে। তেওঁলোকে দৃঢ়তা আৰু কৌশলেৰে জাতীয় স্বাৰ্থ আৰু আঞ্চলিক স্বাৰ্থ দুয়োটাকে ৰক্ষা কৰি চলিব পাৰিব লাগিব।

## ভৌগোলিক প্ৰতিনিধিত্ব

প্ৰতিনিধিত্বমূলক চৰকাৰ থকা সকলোবোৰ দেশতে ভৌগোলিকভাৱে প্ৰতিনিধি নিৰ্ব্বাচন পদ্ধতি মানি চলা হয়। এই পদ্ধতিৰ বিষয়ে আগতে কোৱা হৈছে।

সমান সমান জনসমষ্টি ৰাখি গোটেই দেশখনক কিছুমান খণ্ডত ভাগ কৰি লোৱা হয় আৰু প্ৰতিটো খণ্ডকে একোটা সমষ্টি বুলি কোৱা হয়। এনেকুৱা ভৌগোলিক প্ৰতিনিধিত্ব মানি চলা দেশবিলাকত মাজে মাজে সীমা সাল-সলনি কৰি জনসমষ্টি সকলো খণ্ডতে সমানে ৰখাৰ চেষ্টা কৰা হয়।

গুণ ঃ ভৌগোলিক প্ৰতিনিধিত্বৰ কিছুমান গুণ আছে। প্ৰথমতে, এই পদ্ধতিত জটিলতা কম আৰু সুবিধাজনক। এই পদ্ধতিত ভোটদাতাজনে এটা সমষ্টিত এজন প্ৰতিনিধিৰ বাবে এটা ভোট দিব লাগে। দ্বিতীয়তে, সীমিত এলেকা হোৱা কাৰণে ভোটদাতা আৰু প্ৰাৰ্থীজনৰ মাজত সহজে ভাব বিনিময় হ'ব পাৰে। প্ৰতিনিধি জনেও বাইজৰ লগত যোগাযোগ ৰাখি কাম কৰিব পাৰে। তৃতীয়তে, সীমিত এলেকা হোৱা কাৰণে নিৰ্ব্বাচনৰ খৰচ পাতিও কম হয়। চতুৰ্থতে, বহুতো দেশত, এই পদ্ধতিত স্থায়ী চৰকাৰ গঠন কৰা দেখা গৈছে আৰু গৰিষ্ঠতাও লাভ কৰিছে।

দোষ ঃ এই পদ্ধতিৰ গুণ যিদৰে দেখা যায় সেইদৰে দোষো নথকা নহয়। প্ৰথমতে প্ৰতিনিধিজন স্থানীয় স্বাৰ্থৰ লগতহে জড়িত হৈ পৰে, তেওঁ প্ৰায়ে জাতীয় স্বাৰ্থলৈ পিঠি দিয়ে। প্ৰতিনিধিজনে আঞ্চলিক সা-সুবিধাবিলাকৰ প্ৰতি যিমান সজাগ জাতীয় স্বাৰ্থৰ প্ৰতি সিমান উদাসীন। দ্বিতীয়তে সমষ্টিৰ এলেকাটো সৰু হোৱা কাৰণে চৰকাৰে টকা পইচাৰ বলত সহজে প্ৰভাৱ বিস্তাৰ কৰি নিজা প্ৰাৰ্থী নিৰ্ব্বাচন কৰি ল'ব পাৰে। তৃতীয়তে এই পদ্ধতিত স্থানীয় লোকে সুবিধা পোৱাৰ কাৰণে প্ৰাৰ্থীৰ তালিকাত ভাল লোকৰ নাম নাথাকে বাচনিও ভাল নহয়। চতুৰ্থতে, এই পদ্ধতিত ক্ষমতাধিষ্ঠিত দলে জবৰদস্ত সমষ্টিৰ সীমা পুণৰ নিৰ্ণয় কৰি সহজে নিজ প্ৰাৰ্থী নিৰ্ব্বাচিত কৰি ল'ব পাৰে। পঞ্চমতে সামান্যভাৱে সংখ্যা গৰিষ্ঠতা লাভ কৰিলেই এই পদ্ধতিত প্ৰাৰ্থীয়ে জয়লাভ কৰিব পাৰে। যিমানেই প্ৰাৰ্থী নাথাকক যিজনে সামান্য সংখ্যাগৰিষ্ঠতা পাব পাৰে তেৱেঁ নিৰ্ব্বাচিত হ'ব পাৰে। ফাইনাৰে এনে পদ্ধতি সম্পূৰ্ণ অসমতাৰ ওপৰত ভিত্তি কৰা বুলি ক'ব খোজে। দুই এটা বেছি ভোট পাই নিৰ্ব্বাচিত হোৱাৰ উদাহৰণও পাবলৈ আছে। এনে পদ্ধতিয়ে কিছুমান প্ৰাৰ্থীৰ প্ৰতি দোৰ্ঘোৰ অন্যায় কৰে। সংখ্যালঘিষ্ঠসকলৰ চিৰদিনৰ বাবে সুবিধা হেৰায়।

লাস্কিয়ে কয় সমান সমান নিৰ্ব্বাচনী সমষ্টি, প্ৰতিটোৱে একোজন সদস্য বিধান সভালৈ নিৰ্ব্বাচন কৰা ব্যৱস্থা ঐতিহাসিক অভিজ্ঞতাৰ শিক্ষা বুলিব পাৰি। এই নিৰ্ব্বাচন যন্ত্ৰৰ উন্নয়ন কল্পে লাস্কিয়ে তিনিটা উপায় ডাঙি ধৰিছে। প্ৰথমতে, নিৰ্ব্বাচন

নিৰ্ব্বাচকসকলৰ বাচনি সমষ্টিত বাস কৰা প্ৰাৰ্থীসকলৰ এজনৰ ওপৰতে থকাটো উচিত নহ'ব। ৰাজনীতিত প্ৰকৃততে অভিজ্ঞতাসম্পন্ন নেতৃত্বহে প্ৰয়োজন আঞ্চলিকতা পোষণকাৰী নহয়। লাস্কিয়ে লিখিছে, 'গ্লেডষ্টোন অক্সফৰ্ডত পৰাজিত হৈ দক্ষিণ লাঙ্কেচাৰত আশ্ৰয় বিচৰা বা চাৰ্চিল মানচেষ্টাৰৰ পৰা ডাণ্ডিলৈ যোৱাটো ভাল কথা। দ্বিতীয়তে, এটা সমষ্টিৰ পৰা নিৰ্ব্বাচিত হোৱা প্ৰাৰ্থীজন কেৱল ভাৰাৰ্পিত লোক হ'ব নালাগিব, তেওঁ স্থানীয় স্বাৰ্থতে আৱদ্ধ থাকিলে নচলিব। অৱশ্যে, তেওঁ সমষ্টিত থকা সংখ্যাগৰিষ্ঠ আজ্ঞাবহ হ'ব নালাগিব। প্ৰাৰ্থীজনে জ্ঞান বুদ্ধিৰে সকলোৰে ভাল চিন্তা কৰিব লাগিব। তৃতীয়তে, দুটা নিৰ্ব্বাচনৰ মাজত, নিৰ্ব্বাচকসকলে নিজৰ অসন্তুষ্টি চৰকাৰ বা প্ৰাৰ্থীৰ আগত প্ৰকাশৰ সুবিধা পাব লাগিব। এই উদ্দেশ্যে এটা সীমিত প্ৰত্যাবৰ্তন ( Recall ) নীতি প্ৰবৰ্ত্তন কৰাও বেয়া নহ'ব।

## সংখ্যালঘুৰ প্ৰতিনিধিত্ব

সংসদবিলাকত যথেষ্ট সংখ্যক সংখ্যালঘুৰ প্ৰতিনিধিত্ব দিয়াটো গণতান্ত্ৰিক চৰকাৰ বিলাকৰ সমস্যা হৈ পৰিছে। সংখ্যাগৰিষ্ঠক শাসন কৰিবলৈ দিয়া হয় যদিও সংখ্যালঘিষ্ঠৰো মতামতক অগ্ৰাহ্য কৰিলে প্ৰকৃত গণতন্ত্ৰৰ ৰূপায়ণ হ'ব নোৱাৰে। আধুনিক গণতান্ত্ৰিক চৰকাৰ বিলাকত এই দিশটোৰ প্ৰতি যথেষ্ট মনোযোগ দিয়া দেখা গৈছে। সংখ্যালঘুক প্ৰতিনিধিত্ব দিয়াৰৰ কাৰণে ভালেমান ব্যৱস্থা উদ্ভাৱন কৰাও হৈছে। মিলে, এই সন্দৰ্ভত সমানুপাতিক প্ৰতিনিধিত্বৰ কথা কৈছে। এই ব্যৱস্থামতে সংখ্যালঘু সকলে সংসদত নিজা স্বাৰ্থৰক্ষা কৰিব পৰাকৈ প্ৰতিনিধি বাচিব পাৰে।

সমানুপাতিক প্ৰতিনিধিত্ব সকলো ৰাষ্ট্ৰতে একে ধৰণেৰে লাভ কৰা হয়। নিৰ্ব্বাচকসকলৰ মাজত থকা সুকীয়া সুকীয়া ভাগ বা স্বাৰ্থবিলাকক সংসদত প্ৰতিফলিত কৰিবলৈ এই ব্যৱস্থা লোৱা হয়। ইয়াত ভোটদাতাসকলৰ পৰিবৰ্ত্তে ভোটবিলাকহে দিয়া হয়। ৰাজনৈতিক দলবিলাকে সংসদত, সেইদলৰ উদ্দেশ্যে দিয়া ভোটৰ অনুপাতে আসন লাভ কৰে। এই আঁচনি ৰূপায়ণৰ কাৰণে দুটা পদ্ধতি লোৱা হয়। প্ৰথমটো একক হস্তান্তৰ যোগ্য ভোট ( Single transferable vote ) ইয়াকে হেয়াৰ ( Hare ) প্ৰণালী বুলিও কোৱা হয়। দ্বিতীয়তো হ'ল তালিকা প্ৰণালী ( List system ) এই প্ৰণালী ইউৰোপৰ নানা দেশত প্ৰয়োগ কৰা

হয়। আয়াৰলেণ্ডত একক হস্তান্তৰ যোগ্য ভোট লোৱা হয়। দক্ষিণ আফ্ৰিকা, কানাডা প্ৰভৃতি ৰাষ্ট্ৰতো চিনেট আৰু পৌৰসভাৰ নিৰ্ব্বাচনত এই পদ্ধতি প্ৰয়োগ কৰা হয়। ভাৰতত ৰাজ্য সভাৰ সদস্য নিৰ্ব্বাচনত এই একে পদ্ধতিৰে অনুকৰণ কৰা হয়। তালিকা পদ্ধতি জাৰ্ম্মানীৰ ৱেমাৰ প্ৰজাতন্ত্ৰত ব্যৱহাৰ কৰা হৈছিল। বেলজিয়াম, নৰৱে, চুইডেন আৰু চুইজাৰলেণ্ডতো দ্বিতীয়টো পদ্ধতি গ্ৰহণ কৰা দেখা যায়।

## হেয়াৰ পদ্ধতি (Hare system)

একক হস্তান্তৰ যোগ্য বা হেয়াৰ পদ্ধতি ১৮৫৭ চনত ইংৰাজ ভদ্ৰলোক থমাছ হেয়াৰ চাহাবে উদ্ভাৱন কৰে। ১৮৫৯ চনত, হেয়াৰে নিৰ্ব্বাচন আচনিখন, তেওঁৰ 'প্ৰতিনিধিত্বৰ যন্ত্ৰ নামৰ পুস্তিকাত প্ৰকাশ কৰি উলিয়ায়। জন ষ্টুৱাৰ্ড মিলে এই ব্যৱস্থাটো তেওঁৰ বিখ্যাত গ্ৰন্থ—প্ৰতিনিধিত্বমূলক চৰকাৰ ত অতি শ্ৰদ্ধা আৰু প্ৰশংসাৰে অনুমোদন কৰিছে। এনড্ৰো (Androe) নামৰ লোক এজনে ডেনমাৰ্কত প্ৰথমে প্ৰয়োগ কৰা কাৰণে ইয়াক এনড্ৰো পদ্ধতি বুলিও কোৱা হয়।

এই পদ্ধতিত্ৰ একোটা সমষ্টিত পোন্ধৰজন পৰ্য্যন্ত প্ৰাৰ্থী নিৰ্ব্বাচিত হব পাৰে। এজন প্ৰাৰ্থীয়ে নিৰ্ব্বাচিত হ'বলৈ ভোটৰ নিৰ্দ্দিষ্ট 'থূল (Quota) পাব লাগিব। এই 'থূল' নিৰ্ণয় কৰাৰ দুটা উপায় আছে। যিমান ভোট গ্ৰহণ কৰা হয় সেই ভোটৰ সংখ্যাক নিৰ্ব্বাচিত হ ব লগা প্ৰতিনিধিৰে ভাগ কৰিব লাগে। উত্তৰ ফলটো বেছি শুদ্ধ হ বলৈ হ লে প্ৰতিনিধি আৰু উত্তৰফলৰ লগত এক বেছি ধৰি যোগ কৰিব লাগে। তলত দিয়া সূত্ৰটোৰ সহায়ত থূল নিৰ্ণয় হ ব পাৰে।

## বলবৎ হোৱা ভোটৰ সংখ্যা

প্ৰাৰ্থীৰ স খ্যা + ১ + ১ — থূল

প্ৰতিজন ভোটদাতাই এটা ভোট দিব পাৰে, কিন্তু তেওঁ অন্যান্য প্ৰাৰ্থী বিলাকৰ ক্ষেত্ৰতো ১,২,৩,৪ এনেদৰে পছন্দৰ চিন দিব লাগে। প্ৰথমতে, ভোটদাতা সকলৰ প্ৰথম পছন্দৰ ভোটবিলাকৰ গণনা কৰি উলিওৱা হয়, আৰু থূল পোৱা সকলক নিৰ্ব্বাচিত বুলি ধৰা হয়। তেওঁলোকৰ কাৰণে পুনৰ গণনা কৰা নহয়। যি কেইখন আসন খালি থাকিব, সেই আসন পূৰাবলৈ, নিৰ্ব্বাচিত হৈ যোৱা প্ৰাৰ্থী থূলৰ ওপৰঞ্চি ভোটখিনিত থকা দ্বিতীয় পছন্দৰ ভোটখিনি যোগ দি থূল সম্পূৰ্ণ কৰি খালি থকা

আসন পূৰোৱা হয়। তেতিয়াও কোনো আসন খালি হৈ ৰ'লে তৃতীয় পছন্দৰ ভোট যোগ দি 'থূল হ'লে খালি আসনবিলাক পূৰোৱা হয়। প্ৰয়োজনীয় সংখ্যক প্ৰাৰ্থী নিৰ্ব্বাচন নোহোৱালৈকে ভোট হস্তান্তৰ চলি থাকে। এইদৰে অকল পছন্দ অনুসৰি থূলতকৈ বেছি ভোট পোৱা সকলৰ ভোটবিলাককে হস্তান্তৰ কৰিয়ে এৰি দিয়া নহয়, যি সকল প্ৰাৰ্থীয়ে মাত্ৰ এমুঠিমান ভোট পায় আৰু নিৰ্ব্বাচনৰ আশা নাথাকে, তেওঁ-লোকৰো ভোট হস্তান্তৰ কৰ' হয়।

এই ব্যৱস্থাৰ জড়িয়তে সংখ্যালঘিষ্ঠ সকলৰ প্ৰাৰ্থীও নিৰ্ব্বাচিত হ ব পাৰে। এইদৰে এজন ভোটদাতা নিশ্চিত হ ব পাৰে, যদি তেওঁৰ প্ৰথম পছন্দৰ ভোট কামত নাহে দ্বিতীয় বা তৃতীয় পছন্দই তেওঁৰ ভোটটোৰ উচিত ব্যৱহাৰ কৰে। কোনো ক্ষেত্ৰতে তেওঁৰ ভোটটো অথলে যাব নোৱাৰে।

এই ব্যৱস্থাৰ ডাঙৰ দোষ হ'ল জটিলতা বেছি আৰু সাধাৰণ লোকৰ এই ব্যৱস্থা বোধগম্য নহয়।

## তালিকা পদ্ধতি

আন এটা পদ্ধতি হ ল তালিকা পদ্ধতি। এই পদ্ধতি প্ৰয়োগ কৰিও সমানুপাতিক প্ৰতিনিধিত্ব পাব পৰা যায়। ইউৰোপৰ বহুতো দেশত এই পদ্ধতি বাহাল থকা দেখা যায়। এই পদ্ধতিত বান্ধি ৰখা' (Bound) আৰু মুক্ত তালিকা (Frec) নামৰ দুবিধ ৰূপ আছে। এই দুয়োটা ৰূপতে দলবিলাকে সমষ্টি বিলাকৰ কাৰণে নিজা প্ৰাৰ্থীৰ তালিকা প্ৰস্তুত কৰে। যদি কোনো সমষ্টিৰ পৰা ৮ জন সদস্য নিৰ্ব্বাচিত হ'ব লাগে, প্ৰতিটো দলে সেই সমষ্টিৰ কাৰণে ৮ জন প্ৰাৰ্থীৰ তালিকা প্ৰস্তুত কৰি উলিয়ায়। ভোটদাতা সকলে তালিকাৰ প্ৰাৰ্থী সকলক ভোট দিব লাগে। যদি তালিকাখন 'বান্ধিৰখা বিধৰ হয়, তেনেহ'লে বুজিব লাগিব দলে বেলট কাগজত প্ৰাৰ্থীসকলৰ নামৰ আগপিছ ক্ৰম থিক কৰি থোৱা থাকে। এই ক্ষেত্ৰত ভোটদাতা সকলে বেলটত পছন্দ অনুযায়ী প্ৰাৰ্থীৰ নম্বৰ দিয়াৰ প্ৰয়োজন নাই। ভোটদাতাই দলে দি থোৱা ক্ৰম ( Order ) ভঙ্গ কৰিব নোৱাৰে তেওঁ এই মতেই পছন্দৰ নম্বৰ দিব। 'মুক্ত' তালিকাত ভোট দাতা সকলৰ নিজৰ পছন্দৰ ক্ৰমিক নম্বৰ তালিকাত থকা দলৰ যিকোনো প্ৰাৰ্থীকে দিব পাৰে। চুইজাৰলেণ্ডত ভোটদাতাই নিজৰ পছন্দৰ নতুন নামো তালিকাত সন্নিৱিষ্ট কৰিব পাৰে। হেয়াৰ পদ্ধতিৰ দৰে ইয়াতো 'থূল ৰ ব্যৱস্থা ৰখা হয়। এই পদ্ধতিত যিমান আসন থাকে, ভোটদাতা জনে সিমান

ভোট প্ৰদান কৰিব পাৰে, কিন্তু এজন প্ৰাৰ্থীৰ ক্ষেত্ৰত এটাতকৈ বেছি ভোট দিব নোৱাৰে। এটা দলে লাভ কৰা সমুদায় ভোটক, প্ৰয়োজনীয় সংখ্যক আসনেৰে ভাগ কৰিলে আমি, ভাগফলৰ পৰা দলে লাভ কৰা আসন গণনা কৰিব পাৰো। কেতিয়াবা যদি সকলো আসন পূৰণ নহয়, তেতিয়া যিটো দলৰ বাহি ভোটৰ সংখ্যা বেছি দেখা যায়, সেইদলেই অপূৰণ আসন লাভ কৰিব পাৰে। আন এটা কৌশলৰ সহায়ত থূল গঠন নহ'লে ওচৰৰ সমষ্টিত দ'লে লাভ কৰা অধিক ভোট যোগ দি থূল পূৰা কৰা হয়। এই উদাহৰণ ললে বুজিবলৈ সহজ হ ব। এটা সমষ্টিত, জয়লাভ কৰা ৮ জন প্ৰাৰ্থীয়ে মুঠ ৮০,০০০ ভোট পালে। তিনিটা দলৰ তালিকাই তলৰ দৰে সমথন পালে। জনতা দলৰ ৪২,০০০ কংগ্ৰেছ ৩১,০০০, প্ৰজা চচিয়েলিষ্ট ৭,০০০। যদি সম্পূৰ্ণ ভোটক আসনেৰে ভাগ কৰো আমি ভাগফল ১০,০০০ পাওঁ। ১০,০০০ ক থূল বুলি ধৰিলে জনতাদলে ৪ খন আসন পায়, কংগ্ৰেছে ৩ খন আৰু প্ৰজা চচিয়েলিষ্টে এখনো নাপায়। এনে অৱস্থাত জনতা দলৰ ২০০০ বাহি ভোট হোৱা কাৰণে (যিটো সবাতোকৈ সৰহ) বাকী থকা আসনো জনতা দলেই লাভ কৰিব। যদি কাষৰীয়া সমষ্টিৰ পৰা বাহি ভোট আনি যোগ কৰা হয় তেনেহ লে প্ৰজা চচিয়েলিষ্ট দলটোৱে কাষৰীয়া সমষ্টিত লাভ কৰা ৩০০০ বাহি ভোট লৈ (৭০০০+৩০০০) =১০ ০০০ ভোট পায়। এই বাৰ এই দলে এখন আসন পাব। সেইদৰে জনতা দলৰ ২০০০ বাহি ভোটো, অন্য সমষ্টিলৈ নি সেইদলৰ প্ৰাৰ্থী জিকাব পাৰে। তালিকা পদ্ধতি ১৯২৭ চনত ফ্ৰান্সত প্ৰথমবাৰৰ কাৰণে গ্ৰহণ কৰা হৈছিল যদিও বেছি দিন নিটিকিল।

দলীয় ৰাজনীতি নহ লে এই ব্যৱস্থা অৰ্থহীন। দ্বিতীয়তে, স্বতন্ত্ৰ প্ৰাৰ্থীৰ ক্ষেত্ৰত তালিকা ব্যৱস্থাই সহায় কৰিব নোৱাৰে। দলৰ অবিহনে এই ব্যৱস্থা প্ৰয়োগ কৰিবলৈ টান। অৱশ্যে এই পদ্ধতিত জটিলতা আৰু ব্যয় বহুলতা নাই।

## সমানুপাতিক প্ৰতিনিধিত্বৰ অনুকুলে যুক্তি

একক প্ৰতিনিধিত্ব ব্যৱস্থাত এটা সমষ্টিৰ এজন প্ৰতিনিধি নিৰ্ব্বাচিত হয়। এই ব্যৱস্থাৰ কাৰণে সংখ্যালঘিষ্ঠ সম্প্ৰদায়বিলাক প্ৰায়ে প্ৰতিনিধিত্ব পোৱাত বিফল হয়। ৰাজনৈতিক বিজ্ঞানীসকলে এনেবিলাক কাৰণতে সমানুপাতিক প্ৰতিনিধিত্বৰ হৈ ওকালতি কৰা দেখা যায়। সমানুপাতিক প্ৰতিনিধিত্ব ব্যৱস্থা গ্ৰহণ কৰিলে সকলো শ্ৰেণীৰ লোকেই সংসদত স্থান পাব পাৰিব। গণতন্ত্ৰত সংখ্যাগৰিষ্ঠৰ

শাসন মানি চলিলেও সংখ্যালঘিষ্ঠক অৱহেলা কৰা নহয়। সমানুপাতিক প্ৰতিনিধিত্বৰ হৈ ওকালতি কৰা সকলে কয় যে সংখ্যাগৰিষ্ঠ নীতি দ্বিদলীয় প্ৰথাৰ ওপৰত বৰ্তি থাকে। এনে প্ৰথাত সংখ্যাগৰিষ্ঠ দলে শাসন কৰে আৰু সংখ্যালঘিষ্ঠই শাসনৰ দোষ ত্ৰুটি আঙুলিয়াই দি চৰকাৰৰ সমালোচনা কৰে। আমি জানো যে সমাজ বহুতো স্বাৰ্থৰ দ্বাৰা গঠিত। প্ৰতিটো স্বাৰ্থৰ সমস্যা আৰু মতামত সুকীয়া সুকীয়া। সংসদক প্ৰকৃততে জনতাৰ ইচ্ছা প্ৰতিফলনৰ উপায় বুলি ধৰিবলৈ হ'লে সৰু বৰ সকলো স্বাৰ্থই প্ৰতিনিধিত্ব পাব লাগিব। জন ষ্টুৱাৰ্ড মিলৰ মতে, সকলো স্বাৰ্থৰে যথাযথ প্ৰতিনিধিত্ব নাথাকিলে, সংসদক জনপ্ৰিয় অনুষ্ঠান বুলি ক'ব নোৱাৰি। সমান প্ৰতিনিধিত্বক মিলে সমাদৰ কৰিব খোজা নাই, তেওঁ সমানুপাতিক প্ৰতিনিধিত্বৰ ওপৰতহে গুৰুত্ব দিছে। সংখ্যাগৰিষ্ঠ সকলে গৰিষ্ঠ সংখ্যক প্ৰতিনিধি নিৰ্ব্বাচন কৰিব, সেইদৰে, সংখ্যালঘু সকলে লঘিষ্ঠ সংখ্যক প্ৰতিনিধি নিৰ্ব্বাচন কৰিব। আজি কালি অনেক ঠাইত শ্ৰমিক কৃষক আদিৰ বিদ্ৰোহ প্ৰবল ভাৱে হ'ব ধৰিছে। ইয়াৰ কাৰণ অনুসন্ধান কৰিলে দেখা যায় প্ৰধান কাৰণ হ'ল, প্ৰশাসনীয় অনুষ্ঠানত অংশ গ্ৰহণ কৰাৰ পৰা ইবিলাকক বিৰত ৰখাটো। এনে কাৰণতে গণতন্ত্ৰৰ বিপৰ্য্যয় সম্ভৱ হৈ উঠিছে। সকলো লোকৰে যথাযথ প্ৰতিনিধিত্ব নাথাকিলে, গণতন্ত্ৰ সফল হ'ব নোৱাৰে। সমানুপাতিক প্ৰতিনিধিত্বৰ হৈ ওকালতি কৰা সকলে ক'ব খোজে এই ব্যৱস্থা ভালদৰে প্ৰবৰ্ত্তন কৰিব পাৰিলে সময়ে সময়ে নিৰ্ব্বাচনি সমষ্টিৰ সীমা পুনৰ নিৰ্ণয়ৰ দৰে সমস্যা এৰাই যাব পাৰি।

## সমানুপাতিক প্ৰতিনিধিত্বৰ প্ৰতিকূল যুক্তি

সমানুপাতিক প্ৰতিনিধিত্বৰ যিদৰে কিছুমান সুবিধা আছে সেইদৰে, ইয়াৰ অপকাৰিতাও নথকা নহয়। সংখ্যাগৰিষ্ঠ শাসনৰ পৰা উদ্ভৱ হ'ব পৰা দোষবোৰ এই ব্যৱস্থাই নিবাৰণ কৰে আৰু সংখ্যালঘিষ্ঠৰ প্ৰতিনিধিত্ব সংসদ বা বিধান সভাত নিশ্চিত কৰে। চি এফ ষ্ট্ৰং য়ে ক'বৰ দৰে তাত্ত্বিক ভাৱে সকলো কথাই ইয়াৰ অনুকূলত, কিন্তু বাস্তৱ ক্ষেত্ৰত তেনে নহয়। কোনো কোনো লব্ধপ্ৰতিষ্ঠ ৰাজনীতি বিজ্ঞানীয়ে এই ব্যৱস্থাৰ সমালোচনাও কৰা দেখা যায়। এই সমালোচনা তত্ত্বগতভাৱে বাস্তৱিক কাৰণতো ভাঙি ধৰা হৈছে। প্ৰথম কথা হ'ল এনে প্ৰতিনিধিত্বই, চিদ্‌জউইকৰ মতে ভুৱা নেতৃত্ব আৰু শ্ৰেণীপ্ৰধান আইন প্ৰণয়নত সহায় কৰিব। অন্যান্য লিখক সকলৰ মতেও দ্বিসদন বিধান মণ্ডলে সুচিন্তিত আইনৰ বাবে যিবিলাক

উপায় উদ্ভাৱন কৰিব, সেই সকলো বিলাক সংখ্যালঘিষ্ঠৰ প্ৰতিনিধিত্বই নষ্ট কৰি পেলাব পাৰে। এই ব্যৱস্থাই সমাজত বিকেন্দ্ৰীকৰণ শক্তিসমূহক ইন্ধন যোগাব আৰু সামাজিক বিভাজন সম্ভৱ কৰি তুলিব। সমাজৰ বিচ্ছিন্নতাবাদী শক্তিসমূহৰ সম্প্ৰসাৰণ আৰু ধৰ্ম্মীয় বা সাম্প্ৰদায়িক চিন্তাৰ প্ৰভাৱ প্ৰকট কৰি তুলিব, প্ৰতিটো বিসম্বাদী কাৰ্য্যকলাপে সামাজিক বান্ধোন দুৰ্ব্বল কৰি তুলিব পাৰে। বিসম্বাদী বিলাক নানা দলত বিভক্ত হৈ জাতীয় ভাব বিলোপ কৰাৰ আশঙ্কাও নুই কৰিব নোৱাৰি। গণতন্ত্ৰৰ সংখ্যালঘু কাৰ্য্য কলাপ বা চিন্তাধাৰাই গণতান্ত্ৰিক উদ্যম বৃদ্ধি নকৰি ধ্বংসহে কৰিব বুলি ভাবিব পাৰি, যি যুক্তিৰ ওপৰত গণতন্ত্ৰ থিয় থাকে, সেইটো হ'ল, বিভিন্ন ভাব আৰু স্বাৰ্থৰ সমন্বয়। কিন্তু সংখ্যালঘু চিন্তাই সমন্বয় গঢ়ি তোলাৰ পৰিবৰ্ত্তে ব্যৱধান বঢ়াইহে তুলিব।

ৰাজনৈতিক দলৰ সাধাৰণতে থাকে জাতীয় লক্ষ্য আৰু সাৰ্ব্বজনীন উদ্দেশ্য। কিন্তু সঙ্কীৰ্ণ সাম্প্ৰদায়িক চিন্তাই গা কৰিলে, ৰাজনৈতিক দলটো জাতীয় চৰিত্ৰ হেৰাই যাব পাৰে। ৰাজনৈতিক দলবিলাক সাৰ্ব্বজনীন আৰু শক্তিশালী হ'ব পাৰিলেহে চৰকাৰ শক্তিশালী হ'ব পাৰে। ৰাজনৈতিক দলবিলাক যিমানে বেছি আৰু সৰু হ'ব, সংসদ সেই দলবিলাকৰ ৰণক্ষেত্ৰত পৰিণত হ'ব। সংখ্যা লঘুৰ প্ৰতিনিধিত্বই সংসদত বিভিন্ন স্বাৰ্থৰ সৰু সৰু গোটৰ জন্ম দিয়ে। এনে অৱস্থাত কোনো দলেই নিৰঙ্কুশ সংখ্যাগৰিষ্ঠ লাভ কৰিব নোৱাৰে। সংযুক্ত চৰকাৰ হলেই পতন হোৱাৰ আশঙ্কা বাঢ়ে। বেলজিয়াম, আয়াৰলেণ্ড আদি দেশত সমানুপাতিক প্ৰতিনিধিত্ব মানি চলাৰ পৰিপ্ৰেক্ষিতত দায়িত্বপূৰ্ণ চৰকাৰ গঠন কৰা, আৰু গৰিষ্ঠতা সমৰ্থন লাভ কৰা সম্ভৱ হোৱা নাছিল। যোৱা চাৰিটামান দশকত ইউৰোপৰ নানা ঠাইত সংখ্যালঘুৰ প্ৰতিনিধিত্বই অকল চৰকাৰ দুৰ্ব্বল কৰি তোলাই নহয়, বাস্তৱত এক প্ৰকাৰ নৈৰাজ্যবাদৰ (Anarchism) প্ৰবাহ আনি দিছিল। কোনো কোনোৱে কয় যোজে, সমানুপাতিক প্ৰতিনিধিত্বৰ ফলশ্ৰুতি হ'ল, নাজীদলৰ ৰাজনীতিত প্ৰৱেশ আৰু হিটলাৰৰ আবিৰ্ভাৱ। সেয়েহে হিটলাৰৰ আবিৰ্ভাৱ আৰু সমানুপাতিক প্ৰতিনিধিত্বৰ দুৰ্গুণ বুজিব পাৰি পাছলৈ, ফ্ৰান্স, ইটালী প্ৰভৃতি দেশত সমানুপাতিক প্ৰতিনিধিত্বৰ প্ৰতি বক্ৰোক্তি কৰা দেখা যায়। এইবিলাক দেশত, নিৰ্ব্বাচন আইন ৰচনা কৰি, নিৰ্ব্বাচনী মিত্ৰতাৰ পথ সুগম কৰা, আৰু এই দিশত নতুন ব্যৱস্থা গ্ৰহণ কৰাও চৰকাৰে গুৰুত্ব দিয়াটো মন কৰিব লগা কথা। বেগহটে ক'ব খোজে, অন্য ক্ষেত্ৰত আমাৰ যিমানে লাভ নহওক, সকলো গোষ্ঠীৰ সমানুপাতিক প্ৰতিনিধিত্বই

যদি চৰকাৰ দুৰ্ব্বল কৰি তোলে তেনেহ'লে এই ব্যৱস্থা অগ্ৰাহ্য কৰিবই লাগিব।

সমালোচক সকলে আঙুলিয়াই দিয়ে যে বিভিন্ন দলৰ প্ৰশাসন আৰু কেন্দ্ৰীকৰণৰ উৎস বিচাৰিলে আমি সমানুপাতিক প্ৰতিনিধিত্বৰ কথাই ক'ব লাগিব। এই সন্দৰ্ভত 'তালিকা পদ্ধতি' একক হস্তান্তৰ যোগ্য ভোট পদ্ধতিতকৈ বেছি ক্ষতিকৰ। যিমানেই নিৰ্ব্বাচন সমষ্টি বিলাকৰ সম্প্ৰসাৰণ ঘটিব সিমানেই ৰাজনীতিত দলৰ নিয়ন্ত্ৰণ বাঢ়ি যাব। একক সদস্যৰ পৰিবৰ্ত্তে যদি বহুসদস্যৰ সমষ্টি গ্ৰহণ কৰা হয় সমষ্টিবিলাক আকৃতিত ডাঙৰ হ'ব লাগে, আৰু এনে বৃহৎ আকৃতিৰ সমষ্টি বিলাকত দলৰ কেন্দ্ৰীয় শাসন যন্ত্ৰই আঞ্চলিক সংগঠনটোৰ ওপৰত সহজে প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। এজন সদস্য পোৱা অসংখ্য সমষ্টিত এনে প্ৰভাৱ পেলোৱা সহজ নহয়। সাধাৰণতে দলৰ শীৰ্ষস্থানত থকা প্ৰভাৱশালী নেতাসকলে নিজৰ নাম 'তালিকা পদ্ধতি' থাকিলে বিনা আয়াসে শীৰ্ষস্থানত সুমুৱাই ল'ব পাৰে। এইদৰে দলীয় ৰাজনীতিত একপ্ৰকাৰ আমোলাতান্ত্ৰিক শাসন গা কৰি উঠাৰ আশঙ্কা থাকে। স্বাধীন মনোভাবেৰে কাম কৰিবলৈ বিচৰা সকলে হয় আঁতৰি যাব লাগিব নহয় শীৰ্ষস্থানীয় নেতা সকলক প্ৰাধান্য দি, নিজ স্বাধীনতা পৰিহাৰ কৰিব লাগিব। সমানুপাতিক প্ৰতিনিধিত্ব পদ্ধতিত এই কাৰণেই দায়িত্বশীল আৰু বুদ্ধিদীপ্তলোকৰ স্থান নাইকিয়া হয়।

সমালোচকসকলে ক'ব খোজে, বৃহৎ নিৰ্ব্বাচন সমষ্টি গঠন কৰিলে (যিটো সমানুপাতিক প্ৰতিনিধিত্বত কৰা হয়) ওপৰত উল্লেখ কৰা আলৈ আহুকালখিনিৰ বাহিৰেও বহুতো অসুবিধাই দেখা দিয়ে। সমষ্টিৰ ভোটদাতাৰ লগত প্ৰাৰ্থীৰ সম্বন্ধ ক্ষীণ হৈ পৰে পৰস্পৰ পৰস্পৰৰ লগত যোগাযোগ কৰা অসম্ভৱ হয়। এনে অৱস্থাত প্ৰাৰ্থীৰ দায়বদ্ধতা প্ৰতিপন্ন কৰিব পৰা নাযায়। প্ৰাৰ্থীজন দলৰ তালিকাৰ এটা বস্তু হৈ পৰে তেওঁ ভোট লাভ কৰে দলৰ সভ্যভিত্তিত। আনহাতে একক সদস্যৰ সমষ্টিত প্ৰাৰ্থী আৰু ভোটদাতা সকলৰ সম্পৰ্ক মধুৰ হৈ পৰে। বুজা-বুজিৰ মাজেদি কাম কৰা বাবে প্ৰাৰ্থীসকলে নিৰ্দ্দিষ্ট নীতিৰে ৰাইজৰ সেৱা কৰিব পাৰে। বহু সদস্যৰ সমষ্টিত কোনো প্ৰাৰ্থীয় ভোটদাতা ৰাইজক লগ ধৰি ভাবাবেগ উপলব্ধি কৰাৰ অৱকাশ নাথাকে। দ্বিতীয় মহাযুদ্ধৰ আগেয়ে বেলজিয়ামত একোটা সুবৃহৎ সমষ্টিত একুৰি দুজন পৰ্য্যন্ত প্ৰাৰ্থীৰ নাম তালিকাত দেখা গৈছিল। এনে অৱস্থাত প্ৰাৰ্থী নিৰ্ব্বাচন কৰাটোৱেই জটিল হৈ পৰে। প্ৰতিটো

দলৰ সুবিস্তৃত তালিকাৰ পৰা প্ৰাৰ্থী নিৰ্ব্বাচন কৰিবলৈ গৈ ভোটদাতা ৰাইজ বিবুদ্ধিত পৰে।

এই পদ্ধতিত আন এটা মাৰাত্মক কথা হ'ল নিৰ্ব্বাচকমণ্ডলী আৰু চৰকাৰৰ মাজত যোগাযোগ একেবাৰে নাইকিয়া হৈ যায়। যিমানেই সুস্থ বাতাবৰণ সৃষ্টি কৰিবলৈ যত্ন কৰা নহওঁক, তথাকথিত ব্যৱধান কিছু বৈ যায়। দ্বিদলীয় প্ৰথাত, দলে সাধাৰণতে একোটা প্ৰস্তাৱিত কাৰ্য্যপন্থাক কেন্দ্ৰ কৰি নিৰ্ব্বাচন যুদ্ধত অৱতীৰ্ণ হয়। বিজয়ীদলে ঘোষিত কাৰ্য্যপন্থা বাস্তৱত ৰূপায়ণ কৰাৰ চেষ্টা পৰিহাৰ নকৰে। ভোটদাতা ৰাইজে সদায় চৰকাৰৰ নীতিৰ বিচাৰ কৰি আগবাঢ়ে। যদি চৰকাৰে লোৱা নীতিটো ক্ষতিকৰ হয় তেওঁলোকে ভৱিষ্যত সেইদলক ভোট দিয়াৰ পৰা বিৰত থাকে। অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ দলৰ ক্ষেত্ৰত এনে ধৰণৰ বলিষ্ঠ ব্যৱস্থা লোৱা সম্ভৱ নহয়। এই দলবিলাকৰ দুৰ্ব্বলতাই এনে নীতি লোৱাত বাধা দিয়ে। পৰস্পৰৰ মাজত দেখা দিয়া কলহ আৰু বিপৰীত আচৰণৰ কাৰণে সংযুক্ত চৰকাৰ গঠিত হ'লেও বেছি স্থায়ী হ'ব নোৱাৰে। সংযুক্ত চৰকাৰৰ পতনৰ কাৰণ বিশ্লেষণ কৰিলে দেখা যায় এনে চৰকাৰৰ কোনো বলিষ্ঠ নীতি নাই আৰু তাৰ কাৰণে এটা দলে আন দলৰ ওপৰত দোষ জাপি দিব খোজে। ইয়াৰ ফলশ্ৰুতি হ'ল ভোটদাতা ৰাইজৰ উদাসীনতা আৰু স্পৃহাহীনতা। তেওঁলোক গোটেই ব্যৱস্থাটোত কোন দায়বদ্ধ আৱিষ্কাৰ কৰিবলৈ অক্ষম হৈ পৰে।

উপনিৰ্ব্বাচনৰ ক্ষেত্ৰত এই পদ্ধতি সম্পূৰ্ণ অনুপযুক্ত বুলি বিবেচিত হৈছে। উপনিৰ্ব্বাচনবিলাকে বহু সময়ত ৰাইজৰ নাড়ী নক্ষত্ৰ বুজাত সহায় কৰি আহিছে। সমানুপাতিক প্ৰতিনিধিত্ব থাকিলে উপনিৰ্ব্বাচন পতাত অসুবিধাই দেখা দিয়ে। আনহাতে নিৰ্ব্বাচন যন্ত্ৰৰও জটিলতা দেখা যায়। ভোট গণনা কৰা বিশেষকৈ হেয়াৰ পদ্ধতিত গণনা অতি জটিল বিধৰ সাধাৰণ ভোটদাতাই অনেক কথা বুজিব নোৱাৰে আৰু কৰ্ত্তৃপক্ষৰ ইচ্ছাৰ ওচৰতে মূৰ দোৱাই থাকিব লাগে। লাস্কিয়ে ভাবে কথাবোৰ দোৰ্বোধ্য হৈ উঠিলে নাগৰিকৰ ৰাজনৈতিক কাৰ্য্যকলাপত ৰাপ নাইকিয়া হৈ যাব। ই এটা অস্বস্তিকৰ পৰিবেশ উদ্ভৱ কৰিব পাৰে। তেওঁ কয় সংখ্যালঘুৰ দিগবলয় সমষ্টিৰ সীমাৰ দ্বাৰা সীমিত হ'ব নোৱাৰে। দিয়া আৰু লোৱা ব্যৱস্থাৰ জড়িয়তে যেতিয়া বিধান সভাই কাম চলায় সংখ্যালঘুসকলে আনুষ্ঠানিকভাৱে প্ৰভাৱ বিস্তাৰ কৰাত বাধা থাকিব নোৱাৰে। লাস্কিৰ মতে আইন প্ৰণয়নত ভোটৰ গণনাত্মকৈ অৰ্থাৎ সংখ্যাত্মক, ভোটৰ প্ৰকৃত ওজন লোৱাৰ ব্যৱস্থাৰ প্ৰয়োজন।

শেহতীয়াকৈ ক'ব পাৰি যে এই ব্যৱস্থাই সংসদক ক্ষুদ্ৰ গোটত ভাগ কৰিব খিবিলাক গোটৰ কোনো বাস্তব দৃষ্টিভংগী নাই আৰু সংযুক্ত চৰকাৰ গঠন কৰিব পাৰিলেও তাঁয়াই বখাৰ বাবে ধনাত্মক নীতি লবলৈ অপাৰগ। প্ৰতিনিধিত্ব মূলক চৰকাৰৰ এটাৰ বহুত্ববাদী জঠৰতা বা অসুস্থতা এৰাব নোৱাৰা কথা। এনেকুৱা বহুত্ববাদী প্ৰতিনিধিত্বই গণতন্ত্ৰৰ চকৰি অচল কাৰ দিয়াৰ সম্ভাৱনা বেছি।

ওপৰোক্ত সমালোচনাৰ পৰিপ্ৰেক্ষিতত ক'ব পাৰি যে বহুতো ৰাষ্ট্ৰত এই পদ্ধতিয়ে কোনো আলৈ আহুকাল সৃষ্টি নকৰাকৈ চলি থকা দেখা গৈছে। অৱশ্যে কিছুমান ৰাষ্ট্ৰত জটিলতাৰো সৃষ্টি নকৰাকৈ থকা নাই। ইউৰোপৰ কিছুমান গণতন্ত্ৰ যেনে নৰৱে, চুইডেন আৰু বেলজিয়ামত এই পদ্ধতিয়ে নিয়াৰিকৈ কাম চলায় যোৱা দেখা গৈছে। আনহাতে, ৱেমাৰ সংবিধানৰ অধীনত জাৰ্মানীয়ে 'তালিকা পদ্ধতি' প্ৰবৰ্ত্তন কৰি নানা অশান্তি ভোগ কৰি গ'ল। প্ৰকৃত কথা হ'ল নিৰ্ব্বাচন ব্যৱস্থাত সংখ্যালঘুৰ স্বাৰ্থৰক্ষা কৰিবলৈ সমানুপাতিক প্ৰতিনিধিত্বতকৈ প্ৰয়োজন হয়—এটা পৌৰ বা নাগৰিক সভ্যতা যিটাৰ সহায়ত সকলো স্বাৰ্থই নিৰাপত্তা অনুভৱ কৰিবলৈ সমৰ্থ হয়।

## কৰ্ম্মভিত্তিক প্ৰতিনিধিত্ব (Functional or occupational Representation)

সংখ্যালঘুৰ প্ৰতিনিধিত্বই যিদৰে আধুনিক যুগত প্ৰাধান্য লাভ কৰিছে, সেইদৰে, কৰ্ম্মভিত্তিক প্ৰতিনিধিত্বৰ মূল্যও বাঢ়ি আহিছে। বহুতো দেশে কৰ্ম ভিত্তিক প্ৰতিনিধিত্বক গুৰুত্ব দিয়া দেখা গৈছে। এখন দেশৰ অৰ্থনৈতিক গাঠনিৰ ওপৰত ভিত্তি কৰি কিছু স্বাৰ্থৰ সৃষ্টি হয়। ৰাজনৈতিকভাৱে কিছুমান মানুহ সংখ্যালঘু বুলি স্বীকৃত হ'ব পাৰে কিন্তু সেইয়া অৰ্থনৈতিক স্বাৰ্থৰ স্বীকৃতি হ'ব নোৱাৰে। আজিকালি অৰ্থনৈতিক ভিত্তিত অৰ্থাৎ কৰ্ম্মভিত্তিত প্ৰতিনিধিত্বৰ দাবি উঠিব ধৰিছে। বিধানসভা বিলাক অকল জাত বা গোষ্ঠীৰ প্ৰতিনিধিয়ে সম্পূৰ্ণ কৰিব নোৱাৰে। থিক কথা বিধান সভাই ধৰ্মীয় সামাজিক সাংস্কৃতিক অৰ্থনৈতিক বৃত্তিমূলক আদি সকলো স্বাৰ্থকে প্ৰতিফলিত কৰা উচিত। যিহেতু উৎপাদনৰ আধাৰতেই দেশৰ উন্নয়ন নিৰ্ভৰ কৰে ভৌগোলিক প্ৰতিনিধিত্বই উৎপাদনৰ লগত জড়িত সকলৰ স্বাৰ্থৰক্ষা কৰা সম্ভৱ নহয়। ভৌগোলিক প্ৰতিনিধিত্বৰ মূলকথা হ'ল আঞ্চলিক স্বাৰ্থৰক্ষা। প্ৰতিটো সমষ্টি বা ৱাৰ্ডৰ স্থানীয় সমস্যা ভৌগোলিক

প্ৰতিনিধিত্বই সমাধান কৰিব পাৰে, তেহেলৈ সেই সমষ্টিবিলাকৰ বাসিন্দাসকলৰ জীৱিকা যিয়েই নহওক। অসম বিধান সভাৰ যোৰহাট সমষ্টিৰ প্ৰতিনিধিজনে, সেই অঞ্চলৰ শিক্ষক, অধ্যাপক কৃষক চিকিৎসক, বনুৱা সকলোৰে হৈ বিধান সভাত প্ৰতিনিধিত্ব কৰে। এই অৱস্থাত ভোটদাতাজন আঞ্চলিক স্বাৰ্থৰ লগতহে জড়িত, তেওঁ ব্যক্তিগত স্বাৰ্থক প্ৰতিনিধিত্ব কৰিব নোৱাৰে। একোটা সমষ্টিত বাস কৰা সুকীয়া সুকীয়া অৰ্থনৈতিক গোটবোৰ, যেনে—কৃষক, বেপাৰী, শিল্পী, উদ্যোগ বনুৱা আদি সকলো লোকৰ স্বাৰ্থৰক্ষা ভৌগোলিক প্ৰতিনিধিত্বৰ দ্বাৰা সম্ভৱ নহয়। কিন্তু এনে অৱস্থাতো প্ৰতিনিধিজনে সেইসকল লোকৰ স্বাৰ্থজড়িত আইন প্ৰণয়নত ব্যস্ত থাকে। যিবিলাক আইন প্ৰণয়ন কৰা হয়, সেইবিলাকে প্ৰায়ে শিল্পী বনুৱা আদি লোকৰ স্বাৰ্থত আঘাতহে দিব পাৰে। জে এ কৰিয়ে দেখুৱাইছে যে জাহাজত থাকিব লগা জীৱন তৰনি ( Lifeboat ) দুই প্ৰকাৰৰ হ'ব লাগে বুলি আইন আছে। এক প্ৰকাৰ যাত্ৰীৰ জীৱন ৰক্ষাৰ বাবে, আৰু আন প্ৰকাৰ চৰকাৰৰ কঠোৰ নিৰ্দ্দেশনা অনুযায়ী ৰখা হয়। এনেবোৰ আইনে ভিন ভিন স্বাৰ্থৰ লোকক সুৰক্ষা দিয়াত বিফল হয়।

ছোভিয়েত দেশে, ভৌগোলিক প্ৰতিনিধিত্বৰ পৰিবৰ্ত্তে কৰ্ম্ম ভিত্তিক প্ৰতিনিধিত্বৰ উদ্বোধন কৰি দেখুৱাইছে। সেই দেশত একে বৃত্তি থকা লোকসকল বেলেগ বেলেগ অঞ্চলত বাস কৰিলেও একে প্ৰতিনিধি বাচিব পাৰে। আন ভাষাত ক'বলৈ গ লে বেলেগ বেলেগ ব্যৱসায়ৰ লোক একে অঞ্চলত বাস কৰিলেও, প্ৰতিনিধি নিৰ্ব্বাচন ক্ষেত্ৰত সুকীয়াকৈ অংশ গ্ৰহণ কৰিব। ছোভিয়েত দেশত কমাৰ শিল্পী সকলৰ প্ৰতিনিধিজনে, বাস কৰা নগৰখনৰ প্ৰতিনিধিত্ব নকৰে, তেওঁ বিভিন্ন ঠাইৰ কমাৰ শিল্পীসকলৰহে প্ৰতিনিধিত্ব কৰিব পাৰে। ছোভিয়েত দেশৰ কৰ্ম্মভিত্তিক প্ৰতিনিধিত্ব তত্ত্বৰ মূল বক্তব্য হ'ল মানুহৰ শ্ৰেণী চেতনা সদায় আঞ্চলিক চেতনাতকৈ বেছি প্ৰয়োজনীয়। এনে অৱস্থাত ভোটদাতাজনৰ দৃষ্টিভঙ্গী সদায় তেওঁৰ অৰ্থনৈতিক অৱস্থা আৰু শ্ৰেণী চেতনাৰ দ্বাৰা নিৰ্ম্মিত হয়। এই তত্ত্বানুসৰি, এজন শিক্ষক বা অধিবক্তা, কাৰখানাত কামকৰা শ্ৰমিকৰ প্ৰতিনিধি হ ব নোৱাৰে। এইটো অস্বীকাৰ কৰাৰ উপায় নাই যে, মানুহৰ কাৰণে বৃত্তিগত আকৰ্ষণ সদায়েই শক্তিশালী।

যিসকলে কৰ্ম্মভিত্তিক প্ৰতিনিধিত্বৰ হৈ ওকালতি কৰে, তেওঁলোকে কয় যে প্ৰতিটো কৰ্ম্ম বা বৃত্তিকে প্ৰতিনিধিত্বৰ কাৰণে একোটা একক ( Unit ) বুলি ধৰি ল'ব লাগিব। এইদৰে নিৰ্ব্বাচন হ'লে, বিধান সভা বা সংসদ সংগঠিত স্বাৰ্থৰ

প্ৰতিনিধিৰে গঠিত হ'ব। ইয়াত ভৌগোলিক সমষ্টিৰ কোনো প্ৰতিনিধি নাথাকিব। ক'লৰ ( cole ) মতে প্ৰকৃত গণতন্ত্ৰত, যিমানবিলাক বৃত্তি থাকিব, সেই বৃত্তি-বিলাকৰ ভিত্তিত গঠিত হোৱা গোটবিলাকৰ যিমান যিনি প্ৰতিনিধি থাকিব লাগিব।

কৰ্মভিত্তিক প্ৰতিনিধিত্বৰ যুক্তিটো অৰ্বাচীন নহয়। ফৰাচী বিপ্লৱৰ সময়তো এনে প্ৰতিনিধিত্বৰ প্ৰতি মীৰাবু ( Mirabeau ) আৰু চাইজৰ ( Sieyes ) দৰে লোকে সমৰ্থন আগ বঢ়াইছিল। পাছৰ যুগতো ডুগুইটৰ ( Duguit ) দৰে বিখ্যাত লেখকে কৰ্মভিত্তিক প্ৰতিনিধিত্বৰ বাবে সুকীয়া সুকীয়া আঁচনি প্ৰস্তুত কৰা দেখা যায়। ডুগুইটে লিখিছে "জাতীয় জীৱনৰ সকলোবোৰ বৃহৎশক্তি, শিল্পউদ্যোগ সম্পত্তি, বাণিজ্য উৎপাদন চাকৰি-বাকৰি আনকি বিজ্ঞান আৰু ধৰ্মইও প্ৰতি নিধিত্ব পোৱা উচিত।

বৃত্তিগোষ্ঠী সমাজবাদী ( guild socialist ) সকলে একালত ইংলণ্ডত কৰ্ম ভিত্তিক প্ৰতিনিধিত্বৰ চিন্তা কৰিছিল। ফেচী নেতা মুছলিনিয়েও 'কৰ্পোৰেটিভ চেম্বাৰ' নামৰ অৰ্থনৈতিক গোষ্ঠীৰ সৃষ্টি কৰিছিল। নাজী প্ৰশাসনত জাৰ্মানীতো অৰ্থনৈতিক স্বাৰ্থ জড়িত 'প্ৰতিষ্ঠান' ( Estates ৰ জন্ম হৈছিল। ইংলণ্ডত শিক্ষাগত স্বাৰ্থত বিশ্ববিদ্যালয়ে বিধান সভাত বিশেষ প্ৰতিনিধিত্ব লাভ কৰিছিল। ভাৰততো ইংৰাজ শাসন কালত কৰ্মভিত্তিক প্ৰতিনিধিত্বই ভাৰতীয় বিধানসভাবিলাকত স্থান পাইছিল। মাটিগিৰি, শ্ৰমিক বাণিজ্যিক গোষ্ঠী শিল্প উদ্যোগ প্ৰভৃতিক সুকীয়া সুকীয়া প্ৰতিনিধিত্ব দিয়া হৈছিল। ভাৰতীয় ৰাজনীতিত সঙ্কীৰ্ণ সাম্প্ৰদায়িকতাৰ ওৰ পেলাবলৈ এই পদ্ধতি উৎকৃষ্ট হ'ব বুলি ভাবিবলৈ থল আছে।

## সমালোচনা

কৰ্মভিত্তিক প্ৰতিনিধিত্বৰ সপক্ষে অনেক যুক্তি প্ৰদৰ্শন কৰিব পাৰি সঁচা, তথাপি সুবিজ্ঞ লিখকসকলে ইয়াক সমালোচনাও নকৰাকৈ থকা নাই। এই পদ্ধতিৰ প্ৰধান দোষ হ'ল, ইয়াত জাতীয় সাধাৰণ স্বাৰ্থৰ বিনিময়ত, বিশেষ স্বাৰ্থ ৰক্ষা কৰা হয়। লাস্কিয়ে কয়, কৰ্মভিত্তিক সদনে বিশেষ স্বাৰ্থৰক্ষা কৰিব পাৰে, বা ইয়াৰ মূল্য নথকা নহয়, কিন্তু জাতীয় স্বাৰ্থ জড়িত সমস্যা নিষ্পত্তিৰ কাৰণে এইবোৰ গঠন কৰা নহয়। সমাজৰ বা জাতিৰ উমৈহতীয়া সমস্যাৰ ক্ষেত্ৰত এনে সদনৰ বিফলতা স্বীকাৰ্য্য। এই ব্যৱস্থাত, জাতীয় স্বাৰ্থ জড়িত সমস্যাবিলাকৰ

সমাধানৰ কাৰণে কোনো শক্তিশালী কেন্দ্ৰীয় অনুষ্ঠান নাই। জে এ কৰ্বিয়ে কয়, এই ব্যৱস্থাত কৰ্মক ইমান বেছি গুৰুত্ব দিয়া হয় যে ব্যক্তিত্ব প্ৰায়ে বুজিব নোৱাৰা হয়, আৰু সমাজ বা সম্প্ৰদায়িক ভাব লোপ পায়। এজন জাতীয় সংসদে বিস্তৃত জাতীয় স্বাৰ্থজড়িত কাৰ্য্যপন্থা হাতত লয়। এনে অৱস্থাত, বৃত্তিগত স্বাৰ্থত নিৰ্ব্বাচিত হোৱা সকলে উমৈহতীয়া বা জাতীয় স্বাৰ্থৰ উন্নয়নত মনোযোগ দিব নোৱাৰে।

দ্বিতীয়তে, প্ৰতিনিধিত্বৰ ভিত্তি হ'ল বৃত্তি বা ব্যৱসায়, এনেস্থলত কৰ্মঅনুযায়ী ভিন ভিন গোষ্ঠী উদয় হ'ব পাৰে। দলীয় ৰাজনীতিয়ে গোষ্ঠী স্বাৰ্থ আঁতৰ কৰিবলৈ যত্ন কৰোতে, নিজেই দুৰ্ব্বল হৈ পৰা স্বাভাৱিক। সংসদ বিলাকো, বেলেগ বেলেগ স্বাৰ্থৰ কণথলি হৈ পৰা স্বাভাৱিক। প্ৰতিটো গোষ্ঠীয়ে নিজ স্বাৰ্থৰ হৈ কাম কৰোতে আনৰ স্বাৰ্থত বিঘিনি পথালি দি ধৰিব পাৰে। ভিন্ন ভিন্ন স্বাৰ্থৰ উৎকৰ্ষ সাধন কৰিবলৈ যাওঁতে দেশৰ মৌলিক সমস্যা সমাধান নোহোৱাকৈ থাকিব, লগে লগে আহি পৰিব তিক্ততা ঘৃণা আৰু সঙ্কীৰ্ণতা।

তৃতীয়তে ভৌগোলিক প্ৰতিনিধিসকল কোনো জিলা বা সমষ্টিৰ পৰা নিৰ্ব্বাচিত হলেও তেওঁলোকক সমগ্ৰ দেশৰ প্ৰতিনিধি বুলি ধৰা হয়। যিহেতু তেওঁলোকে জাতীয় পুঁজিৰ পৰা দৰ্ম্মহা পায় তেওঁলোক কোনো বিশেষ স্বাৰ্থৰ প্ৰতিনিধি হব নোৱাৰে। তেওঁলোকৰ যাই কৰ্তব্যই হ'ল, জাতিৰ উন্নতি কামনা কৰা। কৰ্মভিত্তিক প্ৰতিনিধিত্বই প্ৰতিনিধি সকলৰ চিন্তাৰ দিগন্ত ঠেক কৰি তোলে আৰু শ্ৰেণী সংঘৰ্ষৰ কাৰণে প্ৰেৰণা যোগায়।

চতুৰ্থতে, সমানুপাতিক প্ৰতিনিধিত্বত যিদৰে বহু প্ৰতিনিধিত্বই চৰকাৰ নিষ্ক্ৰিয় কৰি তোলে, ইয়াতো একেদৰে বহুতো বৃত্তি ভিত্তিক প্ৰতিনিধিৰ সমাগমে চৰকাৰ কাৰ্য্যক্ৰম হোৱাত বাধা দিয়ে।

পঞ্চমতে লাস্কিৰ মতে, এই প্ৰতিনিধিত্বৰ ভেটি দুৰ্ব্বল। তেওঁ কয়, কিয়, ঠিক ঔষধৰ দৰে এটা কৰ্মক বিধান সভাৰ উদ্দেশ্যত লগাব লাগে? বৈদেশিক নীতি খনি আৰু ব্যৱসায় জাতীয়কৰণ আদিৰ কোনো চিকিৎসা দৃষ্টি থাকিব নালাগে। বাস্তৱিকতে, সৰ্ব্বশক্তিমান সংসদৰ লগত কৰ্মভিত্তিক প্ৰতিনিধিৰ কোনো সম্বন্ধ নাই।

ষষ্ঠতে, কৰ্মভিত্তিত জনসমষ্টি ভাগ কৰা বৰ সহজ কথা নহয়। যিবিলাকে মানুহে সঘনে নিজৰ বৃত্তি বা ব্যৱসায় সলাই ফুৰে, তেনে লোকৰ ক্ষেত্ৰত প্ৰতিনিধিত্ব

কেনেকুৱা হ'ব, ঠিক কৰিব পৰা নাযায়। আনহাতে, যিবিলাক দেশত সকলো মানুহৰে চাকৰি থাকৰি, বা ব্যৱসায় নাথাকে, তেনেক্ষেত্ৰত সেইবিলাক মানুহক কৰ্ম্মহীন বুলি ভোটাধিকাৰ বঞ্চিত কৰাটো অগণতান্ত্ৰিক হ'ব।

সমালোচকসকলে পুনৰ আঙুলিয়াই দিয়ে যে জনসংখ্যাৰ ভিত্তিত যদি প্ৰতিনিধি বাচিবলৈ দিয়া হয়, তেনেহলে বুদ্ধিদীপ্ত আৰু ওখথাপৰ বৃত্তি বিলাকৰ স্বাৰ্থত আঘাট দিয়া হব কিয়নো কাৰখানাৰ বনুৱা আৰু মাটিহীন খেতিয়কৰ প্ৰতিনিধিয়ে, সংখ্যাধিক্যৰ হেতু সংসদত প্ৰভাৱশালী হৈ দেখা দিব পাৰে।

শেহতীয়াকৈ, সমালোচকসকলে কয়, বৃত্তিমূলক স্বাৰ্থতকৈ নাগৰিকত্বৰ টান বা এনাজৰীতাল বেছি শক্তিশালী। একালত গ্ৰীক দাৰ্শনিক এৰিষ্টটোলে কৈছিল ৰাষ্ট্ৰৰ জন্ম ব্যক্তিতকৈ আগৰ বা পুৰণা। যদি সেয়ে হয়, নাগৰিকত্ব সকলো স্বাৰ্থৰ ওপৰত হ'ব লাগিব। এজন উকীল, চিকিৎসক বা গেলামালৰ দোকানীৰ স্বাৰ্থ নাগৰিকৰ স্বাৰ্থতকৈ নিশ্চয় কম গুৰুত্বপূৰ্ণ। যি সকলে কৰ্ম্মভিত্তিক প্ৰতি-নিধিত্বৰ হৈ ওকালতি কৰে সেইসকলে কমাৰ, চমাৰ, শ্ৰমিক বা উকীলৰ স্বাৰ্থক নাগৰিক স্বাৰ্থতকৈ বেছি প্ৰাধান্য দিয়ে।

আধুনিক যুগত কৰ্ম্মভিত্তিক প্ৰতিনিধিত্বৰ পৰিবৰ্ত্তে চৰকাৰৰ বিভাগ বিলাকৰ লগত বিভিন্ন স্বাৰ্থ স্পৰ্শ কৰিব পৰা আইন বা প্ৰশাসনীয় ব্যৱস্থা পৰ্য্যালোচনা কৰিবলৈ একোটা সমিতি নিয়োগ কৰা হয়। এই সমিতিবিলাকত স্বাৰ্থজড়িত মহলক প্ৰতিনিধিত্ব কৰিবলৈ সুযোগ দিয়া হয়। মাজে মাজে প্ৰশাসনীয় বিভাগত প্ৰশাসনীয় কাম চলাই যাবলৈ বিশেষ বিশেষ স্বাৰ্থজড়িত মহলৰ লোককহে সুবিধা দিয়া হয় যাতে, তেওঁলোকৰ স্বাৰ্থত কোনো ধৰণে বাধা প্ৰদান কৰা নহয়। উদাহৰণ স্বৰূপে দৰ্ম্মহা নিৰ্দ্ধাৰণ কৰোতে আজিকালি 'দৰ্ম্মহা সমিতি বিলাকত স্বাৰ্থজড়িত মহলৰ প্ৰতিনিধি লোৱা হয়। নতুবা তেওঁলোকৰ বক্তব্যবিলাক পৰ্য্যালোচনা কৰি চোৱা হয় যাতে কোনো প্ৰকাৰে স্বাৰ্থত আঘাত কৰা নহয়। কৰ্ম্মভিত্তিক প্ৰতিনিধিত্বত কৈ এই ব্যৱস্থাৰ সুফল বেছি উপলব্ধি কৰিব পৰা গৈছে।

## সংখ্যালঘু প্ৰতিনিধিত্বৰ অন্যান্য উপায়

সংখ্যালঘু সম্প্ৰদায়বিলাকৰ সংসদত উপযুক্ত প্ৰতিনিধিত্বৰ বিষয়টো আগতে উল্লেখ কৰি অহা হৈছে। 'হেয়াৰ পদ্ধতি আৰু তালিকা পদ্ধতিৰ বাহিৰেও আৰু কেইটামান উপায় উদ্ভাৱন কৰা হৈছে। তলত সেইবিলাক আলোচনা কৰা হ'ল।

## ১ সংগৃহীত ভোট পদ্ধতি

এই পদ্ধতিত ভোটদাতাসকলক, সমষ্টিত যিমান আসন খালি দিয়া থাকে, সিমানটা ভোট দিবলৈ দিয়া হয়। তেওঁ এই ভোটবিলাক ইচ্ছানুযায়ী ভগাই দিব পাৰে। তেওঁ সমুদায় ভোট এজন প্ৰাৰ্থীৰ নামত দিব পাৰে, নতুবা এজনক দুটা দি আন এজনক এটা এনেকৈয়ো দিব পাৰে। এই ব্যৱস্থাত সংখ্যালঘু সম্প্ৰদায়ে নিজৰ সমুদায় ভোট নিজৰ প্ৰাৰ্থীৰ নামত দি, সেই প্ৰাৰ্থীক নিৰ্ব্বাচিত কৰিব পাৰে। অৱশ্যে, এই পদ্ধতিত সমানুপাতিক প্ৰতিনিধিত্ব হব নোৱাৰে। বহুতো ভোট অপচয় হোৱাৰ আশংকাও নুই কৰিব নোৱাৰি। কিয়নো জনপ্ৰিয় নেতাসকলে প্ৰয়োজনতকৈ বহুতো বেছি ভোট পাব পাৰে, আনহাতে সাধাৰণ প্ৰাৰ্থীয়ে প্ৰয়োজনীয় সংখ্যক ভোট নাপাই নিৰ্ব্বাচিত হবও নোৱাৰে।

## ২ সীমিত ভোট পদ্ধতি

এই পদ্ধতিত ভোটদাতাসকলক প্ৰতিটো সমষ্টিত আসনৰ তুলনাত ভোটৰ সংখ্যা মাত্ৰ কেইটামান দিয়া হয়। এইদৰে যদি সমষ্টি এটাত তিনিখন আসন থাকে, প্ৰতিজন ভোটদাতাই এজন বা দুজন প্ৰাৰ্থীৰ বাবে ভোট দিব লাগে। সংখ্যালঘিষ্ঠ দলবিলাকক এইদৰে বিধান সভাত কিছু ভোট নিশ্চিত কৰা হয়। এই পদ্ধতিৰ ডাঙৰ দোষ হ'ল ইয়াত সমানুপাতিক প্ৰতিনিধিত্ব হব পাৰে কিন্তু যথেষ্ট পৰিমাণৰ সংখ্যালঘুৰ প্ৰতিনিধিত্ব পাব পৰা নাযায়। সংখ্যালঘুৰ মাজত থকা দুৰ্ব্বল অংশটো একেবাৰে বাদ পৰি যাব পাৰে।

## ৩ সাম্প্ৰদায়িক প্ৰতিনিধিত্ব

মাজে সময়ে, সংখ্যালঘু সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব দিবৰ কাৰণে বিশেষ ব্যৱস্থা কৰা হয়। বেলেগ বেলেগ সম্প্ৰদায়ৰ নিৰ্ব্বাচকৰ কাৰণে বেলেগ বেলেগ নিৰ্ব্বাচন প্ৰাৰ্থী ৰখা হয়। ইংৰাজৰ শাসন কালত ভাৰততো সাম্প্ৰদায়িক প্ৰতিনিধিত্ব ব্যৱস্থা গ্ৰহন কৰা হৈছিল। এনেকুৱা প্ৰতিটো সমষ্টিত ভোটদাতাসকলে নিজৰ সম্প্ৰদায়ৰ কাৰণে ভোট দিব পাৰে। হিন্দু সকলে হিন্দু প্ৰাৰ্থী আৰু মুছলমান সকলে মুছলমান প্ৰাৰ্থীক ভোট দিব পাৰে। সাম্প্ৰদায়িক প্ৰতিনিধিত্ব অন্য ধৰণেও ৰক্ষা কৰিব পাৰি। যুটীয়া নিৰ্ব্বাচকমণ্ডলীত আসন সংৰক্ষণ কৰিও প্ৰতিনিধিত্ব

ৰক্ষা কৰিব পৰা যায়। এনে ব্যৱস্থাত সংৰক্ষণ কৰা আসনত একে সম্প্ৰদায়ৰ প্ৰাৰ্থীসকলৰ ভিতৰত গৰিষ্ঠ সংখ্যক ভোট পোৱা জন নিৰ্ব্বাচিত হয়। অন্য সম্প্ৰদায়ৰ প্ৰাৰ্থীয়ে ইয়াতকৈ বেছি ভোটো পাব পাৰে।

বৃটিছ চৰকাৰে ভাৰতত সাম্প্ৰদায়িক প্ৰতিনিধিত্ব ব্যৱস্থা, প্ৰথমবাৰৰ কাৰণে ১৯০৯ চনত মৰ্লে মিন্টো সংস্কাৰ আইন অনুযায়ী প্ৰৱৰ্তন কৰে। সেই সময়ত এই ব্যৱস্থা কেৱল হিন্দু আৰু মুছলমান সকলৰ কাৰণে প্ৰবৰ্তন কৰা হৈছিল। ১৯১৯ চনত মন্টেগু চেমচ্ ফোৰ্ড আইন ৰ তলত সাম্প্ৰদায়িক প্ৰতিনিধিত্বৰ ব্যৱস্থাত শিখ, ভাৰতীয় খ্ৰীষ্টান আৰু অন্যান্য ক্ষুদ্ৰ ধৰ্ম্মীয় গোষ্ঠীৰ ক্ষেত্ৰতো উপৰোক্ত ব্যবস্থা সম্প্ৰসাৰণ কৰা হয়। ১৯৩৫ চনৰ ভাৰত চৰকাৰৰ আইন গ্ৰহণ কৰি বৃটিছ প্ৰধান মন্ত্ৰী ৰামসে মেক্‌ডনেল্ডে হিন্দু জাতিৰ মাজত বিভাজন আনিবৰ বাবে পাছ পৰি থকা হিন্দু সকলকো সুকীয়াকৈ প্ৰতিনিধিত্ব দিয়াৰ প্ৰস্তাৱ কৰে। অৱশ্যে মহাত্মা গান্ধীৰ আমৰণ অনশন ব্ৰত আৰু কংগ্ৰেছ দলৰ আপ্ৰাণ চেষ্টাত এই ব্যৱস্থা সংশোধন কৰা হয়।

সুকীয়া সাম্প্ৰদায়িক নিৰ্ব্বাচকমণ্ডলীৰ ব্যবস্থা ভাৰতৰ বাহিৰে পৃথিবীৰ আন ঠাইত দেখা নাযায়। জাতি সংঘইও ইউৰোপৰ কোনো কোনো সংখ্যালঘুক প্ৰথম মহাযুদ্ধৰ পাছত সুকীয়া প্ৰতিনিধিত্ব দিয়াৰ বিৰোধীতা কৰিছিল।

এই পদ্ধতিৰ কিছুমান দোষ আছে। প্ৰথমতে, ই অগণতান্ত্ৰিক, আৰু জাতীয়তা বিৰোধী। এই ব্যৱস্থাই জাতীয়তাবাদৰ গুৰিত কুঠাৰ আঘাত কৰে, কিয়নো ক্ষুদ্ৰ ক্ষুদ্ৰ গোষ্ঠীবোৰক উৎসাহিত কৰিবলৈ গৈ জাতীয় জীৱনৰ সংহতি বিনষ্ট কৰা হয়। দ্বিতীয়তে সমানুপাতিক প্ৰতিনিধিত্বৰ দৰে ইয়াতো ক্ষুদ্ৰ ক্ষুদ্ৰ গোষ্ঠী বা ধৰ্ম্মীয় গোষ্ঠীবিলাক দলত পৰিণত হৈ সংসদত অৰাজকতা সৃষ্টি কৰিব পাৰে। কোনো দলেই সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে মন্ত্ৰীসভা গঠন নহয়। এনে অৱস্থাত সংযুক্ত চৰকাৰৰ বাহিৰে গত্যন্তৰ নাই। এনে মন্ত্ৰীসভা সাধাৰণতেই দুৰ্ব্বল আৰু অস্থায়ী হয়। তৃতীয়তে সাম্প্ৰদায়িক সম্প্ৰীতিও নষ্ট হয় আৰু দলাদলিভাৱে মূৰ ডাঙি উঠে। চৰকাৰী নিযুক্তিবিলাকো সম্প্ৰদায় অনুপাতেহে সিদ্ধ হয়। অপদাৰ্থ বা অকৰ্ম্মন্য লোকৰ শাসনত দেশত বিভ্ৰাত হোৱাৰ সম্ভাৱনা নুই কৰিব পৰা নাযায়। চতুৰ্থতে এই পদ্ধতি দায়িত্বপূৰ্ণ চৰকাৰ গঠন কৰাৰ সম্পূৰ্ণ পৰিপন্থী। দেশৰ নীতি বা বৈদেশিক নীতি সুস্থভাৱে এনে চৰকাৰে কেতিয়াও উদ্ভাৱন কৰিব নোৱাৰে। যিকোনো, ৰাজহুৱা নীতি আলোচনা আৰু

সমালোচনাৰ মাজেদি বলবৎ কৰাৰ পৰিবেশ এনে চৰকাৰত থাকিব নোৱাৰে। গণতন্ত্ৰত সাধাৰণ ইচ্ছাৰ যি প্ৰতিপত্তি থাকে সেই প্ৰতিপত্তি এনেধৰণৰ স্থায়িত্বহীন চৰকাৰত সম্ভৱ নহয় কিয়নো সংখ্যালঘুৰ সঙ্কীৰ্ণ দৃষ্টিত, সকলো কথাই বক্ৰ হৈ দেখা দিয়ে।

মুঠ কথা হ'ল সংখ্যালঘুৰ প্ৰতিনিধিত্ব পদ্ধতি এটা সম্প্ৰসাৰণ কৰিলেই প্ৰতিনিধিত্ব বিষয়ৰ মৌলিক সমস্যা এটা সমাধান কৰিব নোৱাৰি। সংখ্যালঘু সম্প্ৰদায়বিলাকক, সংসদৰ কাৰ্য্যাৱলী সন্দৰ্ভত স্ব-অভিমত প্ৰকাশ কৰিবলৈ সুবিধা দিব পৰাটোহে আচল কথা। প্ৰতিনিধি বৃদ্ধি কৰিলেই সমস্যা সমাধান হ'ব বুলি ভাবিব নোৱাৰি।

১৯৫০ চনত স্বাধীন ভাৰতৰ সংবিধানখন উদ্বোধন হোৱাৰ পাছত, সুকীয়া নিৰ্ব্বাচকৰ যোগেদি সাম্প্ৰদায়িক প্ৰতিনিধি নিৰ্ব্বাচন পদ্ধতি বিলোপ কৰা হ'ল। সংবিধানৰ ৩৩০ আৰু ৩৩২ অনুচ্ছেদৰ অধীনত অনুসূচীত জাতি আৰু জনজাতিৰ ক্ষেত্ৰত যুগ্ম নিৰ্বাচক ব্যৱস্থা প্ৰৱৰ্তন কৰি সংসদ আৰু বিধান সভা উভয় ক্ষেত্ৰতে আসন সংৰক্ষণ কৰা হয়। প্ৰথমতে এই ব্যৱস্থা দহ বছৰলৈ বলবৎ কৰা হৈছিল যদিও বৰ্ত্তমান স্বাধীনতাৰ আঠত্ৰিশ বছৰৰ পিছতো বাহাল থকাটো মন কৰিব লগা বিষয় হৈ পৰিছে।

## দ্বিতীয় বেলট আৰু বিকল্প ভোট ( Second Ballot and Alternative Vote )

নিৰ্ব্বাচনত একক সংখ্যাগৰিষ্ঠতা লাভ কৰাৰ ( সংখ্যা গৰিষ্ঠতা নথকাটো ) আন এটা উপায় হ'ল দ্বিতীয় বেলট। সংখ্যাগৰিষ্ঠতা নথকাটো একক সদস্যযুক্ত সমষ্টিৰ এটা ডাঙৰ সমস্যা। তিনি চাৰিজন প্ৰাৰ্থীয়ে প্ৰতিদ্বন্দ্বিতা কৰা নিৰ্ব্বাচন এটা প্ৰায়ে বিজয়ী প্ৰাৰ্থীজনে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ অক্ষম হোৱা দেখা যায়। কোনো কোনো ক্ষেত্ৰত বিজয়ী প্ৰাৰ্থীজনে আধাতকৈও কম ভোটহে পায়। ৬০০০ ভোটদাতা থকা সমষ্টি এটাত বিজয়ী প্ৰাৰ্থীজনে যদি সৰ্ব্বমুঠ ২০০০ ভোট লাভ কৰে, আন দুজনে ক্ৰমাৎ ১৭০০ আৰু ০০০ ভোট পায় এনে অৱস্থাত বিজয়ী প্ৰাৰ্থীজনে আধাতকৈ কম ভোটহে লাভ কৰিব। তেওঁ মুঠ ⅓ অংশ ভোট পাব অৰ্থাৎ এই নিৰ্ব্বাচনত সংখ্যাগৰিষ্ঠৰ সমৰ্থন নাথাকে। আনকথাত ক'বলৈ গ'লে তেওঁ সংখ্যা-লঘুৰ প্ৰতিনিধিহে হ'ব পাৰিব। এই সমস্যা দূৰ কৰিবলৈ দ্বিতীয় পৰ্য্যায়ৰ নিৰ্ব্বাচন

এটা গ্ৰহণ কৰা হয়। প্ৰথম আৰু দ্বিতীয় স্থান লাভ কৰা প্ৰাৰ্থী দুজনৰ নাম ৰাখি বাকী প্ৰাৰ্থী বিলাকৰ প্ৰাৰ্থীত্ব উঠাই ল'বলৈ কোৱা হয়। প্ৰথম আৰু দ্বিতীয় প্ৰাৰ্থীৰ মাজত, দ্বিতীয় পৰ্য্যায়ৰ ভোটত একক সংখ্যাগৰিষ্ঠতা লাভ কৰাজনক বিজয়ী ঘোষনা কৰা হয়। জাৰ্ম্মানী আৰু ফ্ৰান্সত কিছুদিনৰ বাবে এই পদ্ধতি চলিছিল।

বিকল্প ভোটৰ পদ্ধতিটোক পছন্দমূলক 'ভোট গ্ৰহণ বুলি' ক'ব পাৰি। ইয়াত দ্বিতীয় পৰ্য্যায়ৰ ভোট লোৱা নহয়। নিৰ্ব্বাচনত ভোটদাতাই সমৰ্থিত উঠা সকলো প্ৰাৰ্থীকে পছন্দ অনুযায়ী ১ ২ ৩ আদি চিন দিব লাগে। এই চিন তেওঁৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় পছন্দ বুজাব। নিৰ্ব্বাচনৰ পাছত ভোট গণনা কৰোতে যদি দেখা যায় কোনো প্ৰাৰ্থীয়ে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ সমৰ্থ হোৱা নাই তেতিয়া একেবাৰে নিম্নতম ভোট পোৱা প্ৰাৰ্থীজনৰ নাম বাদ দি তেওঁৰ হৈ ভোটদিয়া সকলৰ দ্বিতীয় পছন্দৰ ভোটবোৰ প্ৰাৰ্থী কিজনৰ মাজত ভাগ কৰি দিয়া হয়। এইদৰে প্ৰথম আৰু দ্বিতীয় পছন্দ লাভ কৰা প্ৰাৰ্থীসকলৰ ভোট গণনা কৰাৰ পাছত যিজনে একক সংখ্যাগৰিষ্ঠতা লাভ কৰে তেওঁকেই নিৰ্ব্বাচিত বুলি ধৰা হয়। যদি তেতিয়াও কোনো প্ৰাৰ্থীয়ে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰে পুনৰ নিম্নতম ভোট লাভ কৰা প্ৰাৰ্থীৰ নাম বাদ দি দ্বিতীয় পছন্দৰ ভোট গণনা কৰিব লাগিব। এইদৰে যিজনে একক সংখ্যাগৰিষ্ঠ ভোট লাভ কৰিব তেৱেঁই নিৰ্ব্বাচিত হয়।

ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্ব্বাচনত প্ৰয়োজন হ'লে বিকল্প ভোটৰ সহায় লোৱাৰ অৱকাশ সংবিধানত ৰখা হৈছে। ১৯৭১ চনত ৰাষ্ট্ৰপতি নিৰ্ব্বাচনৰ প্ৰাৰ্থী ভি ভি গিৰিক একক সংখ্যাগৰিষ্ঠ ভোট নোপোৱাৰ কাৰণে বিকল্প ভোটৰ সহায়ত নিৰ্ব্বাচন কৰা হৈছিল।

ফাইনাৰে এই পদ্ধতি জনপ্ৰিয় সংখ্যাগৰিষ্ঠতাৰ ওপৰত প্ৰতিষ্ঠিত বুলি স্বীকাৰ কৰিছে যদিও দ্বিতীয় বেলট, বা বিকল্প ভোট পদ্ধতি এটাকো সৰ্ব্বশ্ৰেষ্ঠ বুলি নকৈ দ্বিতীয় প্ৰধান স্থানহে দিছে।

## প্ৰতিনিধিত্বৰ ক্ষেত্ৰত নিৰ্দ্দেশ

নিৰ্ব্বাচিত প্ৰতিনিধিসকলে সমষ্টিৰ পৰা বা নিৰ্ব্বাচকমণ্ডলীৰ নিৰ্দ্দেশত কাম কৰা উচিত নে অনুচিত এই বিষয়ে মতভেদ দেখা যায়। জেৰিমী বেনথাম

প্ৰমুখ্যে কিছুমান লিখকে ভাবে প্ৰতিনিধি সকলে, ভোটদাতা সকলৰ নিৰ্দ্দেশ মানি চলা উচিত। এইসকলৰ বক্তব্য হ'ল প্ৰতিনিধিত্বমূলক চৰকাৰত যাতে কোনো ধৰণৰ বাহ্যিক আৰু অসৎ প্ৰভাৱ আহিব নোৱাৰে। আইন প্ৰণেতা সকলক যদি কোনো ধৰণৰ নিৰ্দ্দেশ দিয়া নাথাকে, দৰিদ্ৰ আৰু পাছপৰি থকা নিৰ্ব্বাচক মণ্ডলীৰ ইচ্ছা ৰূপায়ণ সম্ভৱ হৈ নুঠে। কিছুমান লিখকে অৱশ্যে এই যুক্তি মানি ল'ব নোখোজে। সেই সকলৰ ভিতৰত জন ষ্টুৱাৰ্ট মিল অন্যতম। মিলৰ মতে নিৰ্ব্বাচকমণ্ডলী প্ৰায়ে অশিক্ষিত, আৰু অৰ্দ্ধ শিক্ষিত। এনে ধৰণৰ জন সাধাৰণৰ নিৰ্দ্দেশৰ কোনো মূল্য নাই। শিক্ষিত আগবঢ়া গোষ্ঠীটোৰ চিন্তা আৰু নীতি সদায় ওখখাপৰ আৰু কল্যাণকামী। গতিকে শিক্ষা-দিক্ষা লাভ কৰা প্ৰতিনিধি এজনক নিৰ্দ্দেশ দিয়াৰ কোনো অৰ্থ থাকিব নোৱাৰে।

নিৰ্দ্দেশ সন্দৰ্ভত সাধাৰণতে দুটা মতামত দেখা যায়। প্ৰথমতে ভোটদাতা ৰাইজে প্ৰতিনিধি সকলৰ কাৰ্য্যকলাপ বিচাৰ কৰাৰ ক্ষমতা নাথাকে। তেওঁলোকৰ মতামতৰ লগত প্ৰতিশ্ৰুতিবদ্ধ হ'লেহে প্ৰতিনিধিত্বই সুফল দিব পাৰে। দ্বিতীয়তে বিধায়ক সকলক যদি কোনো নিৰ্দ্দশ দিয়া নহয় তেনহ'লে তেওঁলোকৰ (ভোটদাতা সকলৰ) স্বাৰ্থৰ বিপৰীতে কাম হ'ব বা তেওঁলোকৰ স্বাৰ্থ হানি হোৱাৰ সম্ভাৱনা থাকে। জে এছ মিলৰ মতে উপৰোক্ত দুয়োটা মতেই শুদ্ধ চিন্তাৰ ওপৰত প্ৰতিষ্ঠিত নহয়। তেওঁৰ মতে বিধায়ক সকলক নিৰ্ব্বাচন কৰা ক্ষেত্ৰত প্ৰতিশ্ৰুতিয়ে একমাত্ৰ বিচাৰৰ মানদণ্ড নহয়। বিধায়কজনৰ স্বভাৱ চৰিত্ৰ অতীত কাৰ্য্যাৱলী তেওঁৰ দৃঢ়তা বা কৰ্তব্যপৰায়ণতা আদিও এই সন্দৰ্ভত প্ৰণিধানযোগ্য। ভোটদাতা ৰাইজৰ চোকা নিৰ্দ্দেশনা থাকিলে কোনো বিধায়কেই স্বাধীনভাৱে সংসদত নিজা মতামত তুলি ধৰিব নোৱাৰে। প্ৰতিনিধি হৈ নিৰ্ব্বাচিত হোৱা ব্যক্তিজন সাধাৰণতেই কিছু অভিজ্ঞতা পুষ্ট ব্যক্তি। তেওঁ ব্যক্তিগত সুচিন্তা পৰিত্যাগ কৰাৰ প্ৰশ্ন উঠিব নোৱাৰে। বৰ্ত্তমান যুগত পৰিবৰ্ত্তনৰ মাজত নিমজ্জমান জগতত বিধায়কসকলে এটা নিৰ্দ্দিষ্ট নিৰ্দ্দেশ মানি চলাতো সম্ভৱ নহয়। তেওঁ নন, সমস্যাত নন দৃষ্টিভঙ্গী গ্ৰহণ কৰা প্ৰয়োজন। যিবিলাক সমস্যা স্বাধীন চিন্তাৰ দ্বাৰা সমাধান কৰিব পাৰি, তেনেবোৰ সমস্যা বিধায়কে নিৰ্ব্বাচকমণ্ডলীলৈ মতামতৰ বাবে প্ৰেৰণ কৰা অনাৱশ্যক। বাৰ্কে ক'বৰ দৰে প্ৰতিনিধি সকলক সমষ্টিৰ পৰা ভাৰাৰ্পন (Delegation) কৰা নহয়। তেওঁ জাতীয় সংসদৰ সদস্য স্বৰূপে, জাতীয় চিন্তা পৰিত্যাগ কৰিব নোৱাৰে, কিয়নো জাতীয় কল্যাণ সাধন তেওঁৰ

প্ৰথম কাৰ্য্য। কোনো কোনো ক্ষেত্ৰত, বিধায়কে সমষ্টিৰ স্বাৰ্থ-অৱহেলা কৰি হ'লেও জাতীয় স্বাৰ্থ আৰু কল্যাণ সাধন কৰিব লাগে।

আধুনিক যুগত, দলীয় ৰাজনীতি সম্প্ৰসাৰণৰ কাৰণে, বিধায়কসকল প্ৰায়ে যিকোনো দলৰ সদস্যৰূপে নিৰ্ব্বাচিত হয়। তেওঁবিলাকে সমষ্টিৰ নিৰ্দ্দেশতকৈ দলৰ নীতি মানি চলিবলৈ বাধ্য থাকে। দলৰ নীতি অৱহেলা কৰা মানে দলৰ পৰা বহিষ্কৃত হোৱাৰ আশঙ্কা বেছি হয়। এনেস্থলত বিধায়কে স্বাধীনভাৱে কাম কৰা সম্ভৱ নহয়।

## উন্নত নিৰ্ব্বাচনপ্ৰথাৰ আৱশ্যকতাসমূহ

উন্নত নিৰ্ব্বাচন প্ৰথা এটাৰ বাবে বুদ্ধিদীপ্ত নাগৰিকৰ প্ৰয়োজন নুই কৰিব পৰা নাযায়। তেওঁ ভোটদান এটা পবিত্ৰ কৰ্তব্য বুলি জ্ঞান কৰিব লাগিব। উপযুক্ত ব্যক্তিক নিৰ্ব্বাচন কৰা বা উপযুক্ত কৰ্ম্মচাৰীক উপযুক্ত স্থানত অধিষ্ঠিত কৰাৰ দায়িত্ব থাকে নাগৰিক সকলৰ গাত। ভোটদানৰ সময়ত ভোটদাতাসকল জাতীয় স্বাৰ্থৰক্ষা কৰাৰ চিন্তা আৰু দেশৰ সৰ্ব্বাঙ্গীন উন্নতি কামনাৰ দ্বাৰা অনুপ্ৰাণিত হ'ব লাগিব। কোনো ধৰণৰ অশুভ চিন্তা বা সঙ্কীৰ্ণভাবৰ দ্বাৰা ভোটদাতাসকল প্ৰভাৱিত হোৱা উচিত নহয়। নাগৰিকসকল সচেতন আৰু চৰিত্ৰবান নহ'লে গণতন্ত্ৰ কৃতকাৰ্য্য হ'ব নোৱাৰে। নাগৰিকসকল সাধু আৰু সৎ হ'ব পাৰিলে সকলো প্ৰজাৰ সুখ আৱশ্যম্ভাৱী। দ্বিতীয়তে, প্ৰত্যক্ষ ভোট প্ৰথা পৰোক্ষ ভোট প্ৰথাৰ তুলনাত সদায় গণতান্ত্ৰিক। প্ৰতিনিধিসকল এনে নিৰ্ব্বাচনত ভোটদাতা ৰাইজৰ ওচৰত জবাব দিহি হৈ থাকে। পৰোক্ষ নিৰ্ব্বাচনত এই দায়বদ্ধতা নাথাকে। আনহাতে শাসক আৰু শাসিতৰ সহযোগ আৰু মধুৰ সম্পৰ্কই শাসনৰ ক্ষেত্ৰত বলিষ্ঠ পদক্ষেপৰ সূচনা কৰে। তৃতীয়তে মুকলিকৈ ভোটদান কৰা ব্যৱস্থাতকৈ গোপন ভোটৰ ব্যৱস্থা সদায় লাভজনক। ইয়াত ভাবুকি বা বলপ্ৰয়োগে কোনো অপকাৰ কৰাৰ সম্ভাৱনা নাথাকে। চতুৰ্থতে, সাৰ্ব্বজনীন শিক্ষা নিৰ্ব্বাচনৰ কাৰণে এটা অপৰিহাৰ্য্য চৰ্ত। শিক্ষাৰ অবিহনে নাগৰিক, বিধায়ক আৰু কৰ্ম্মচাৰী কোনোৱে সুষ্ঠুভাৱে কৰ্তব্য সম্পাদন কৰিব নোৱাৰে। পঞ্চমত, নিৰ্ব্বাচনৰ সমষ্টিবিলাক যথা সম্ভৱ সমান হোৱা বিধেয়। অৱশেষত নিৰ্ব্বাচন পৰিচালনা নিখুঁট হোৱাৰ ওপৰত গণতন্ত্ৰৰ সাফল্য বহুখিনি নিৰ্ভৰ কৰিছে। নিখুঁট নিৰ্ব্বাচনৰ বাবেও লাগে সৎ আৰু আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত নাগৰিক। আদৰ্শ আগত ৰাখি আগবাঢ়িব পাৰিলেহে গণতন্ত্ৰ সফল হ'ব পাৰে।

# সপ্তম অধ্যায

## গণতান্ত্ৰিক সমাজবাদ

মাৰ্ক্স আৰু এঞ্জেলৰ বিপ্লৱী সাম্যবাদী চিন্তাধাৰাই পৃথিৱীৰ সকলো ঠাইতে সমানে প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। গণতান্ত্ৰিক সমাজবাদ ইংলণ্ডৰ অৱদান। দেখাত, সমাজবাদ আৰু গণতন্ত্ৰ খাপ নোখোৱা কথা। গণতন্ত্ৰই মাটি, সম্পত্তিৰ ব্যক্তিগত অধিকাৰক স্বীকৃতি দিয়ে কিন্তু সমাজবাদে আনহাতে ব্যক্তিগত সম্পত্তি উচ্ছেদৰ ধ্বনি তোলে। ইংলণ্ডই গণতান্ত্ৰিকভাৱে সমাজবাদ প্ৰতিষ্ঠাৰ বাবে যত্ন চলাই আহিছে, আৰু এই দিশত সফলতাও অৰ্জন কৰিব পাৰিছে। সংসদী গণতন্ত্ৰৰ জন্মদাতাৰূপে ইংলণ্ডই গণতন্ত্ৰবাদ পোষকতা কৰি আহিছে যদিও বিশ্বৰ সমাজবাদী প্ৰৱাহে এই দেশৰ উপকূলতো খুন্দা নমৰাকৈ থকা নাই। উইলিয়াম ইবেন ষ্টেইনে, সমাজবাদ আৰু গণতন্ত্ৰ এই দুটা খাপ নোখোৱা চিন্তাধাৰাই ইংলণ্ডত হাত মিলাই চলাৰ কাৰণ দেখুৱাবলৈ চেষ্টা কৰিছে। তেওঁ লিখিছে

সমাজবাদে যি কোনো প্ৰকাৰে গণতন্ত্ৰৰ বিৰুদ্ধাচৰণ কৰে কিন্তু এইয়া সন্তানৰ পিতাকৰ বিৰুদ্ধে কৰা বিপ্লৱহে, দুটা অচিনাকি শক্তিৰ মাজত হোৱা যুঁজ নহয়। ঠিক এজন শিশুৱে পিতাকৰ বিৰুদ্ধে প্ৰয়োগ কৰাৰ দৰে সমাজবাদে ইয়াৰ জন্মদাতাৰ প্ৰতিবাদকল্পে পুঁজিবাদৰ সমগ্ৰ অস্ত্ৰ শস্ত্ৰ ভাৱভঙ্গী আৰু মূল্যবোধ বিশেষকৈ, সমালোচনামূলক যুক্তিবাদ আৰু উপযোগীতাবাদ প্ৰয়োগ কৰি আহিছে। ইংলণ্ডৰ দৰে পুঁজিবাদী দেশত ৰক্তাক্ত বিপ্লৱৰ পৰা হাত সাৰিবলৈ গণতান্ত্ৰিক পদ্ধতিত সমাজবাদ মানি লোৱা হৈছে। মাৰ্ক্স আৰু এঞ্জেলে অস্ত্ৰাঘাতত, অৰ্থাৎ সসস্ত্ৰ বিপ্লৱেৰে, পুঁজিপতি সকলক বিনাশ কৰি তেজৰ বন্যা তুলি, সমাজবাদ ৰচনা কৰাৰ যি সপোন দেখিছিল চীন আৰু ৰুচিয়াত যাৰ বাস্তৱ ৰূপায়ণ সম্ভৱো হৈছে, ইংলণ্ডই তাক সম্পূৰ্ণ প্ৰত্যাখ্যান কৰি গণতান্ত্ৰিক শনৈ পন্থাতে সেই দিশত আগবাঢ়ি যাব পাৰিছে।

সময়ৰ লগত ইংলণ্ডই আগবাঢ়ি যাব পাৰিছে আৰু সময়ে সময়ে বিপৰীতমুখী শক্তি বিলাকৰ সমন্বয় ঘটাবলৈ সক্ষমো হৈছে। তেওঁলোকে যিদৰে ৰাজতন্ত্ৰ আৰু গণতন্ত্ৰক একেলগ কৰিব পাৰিলে সেইদৰে [illegible] [illegible] [illegible]

নোলোৱাকৈ গণতন্ত্ৰ আৰু সমাজবাদৰো সহ অৱস্থান সম্ভৱ কৰি তুলিবলৈ সফল হৈছে। সমাজবা'দ ব্যক্তিগত মালিকীস্বত্ব লোপ কৰি উৎপাদনৰ উপায় বিলাকৰ ৰাজহুৱা নিয়ন্ত্ৰণ আৰু বিতৰণ নিশ্চিত কৰি জনকল্যাণ সাধন কৰে। গণতন্ত্ৰ আনহাতে হল, জনমতৰ ওপৰত বৰ্ত্তি চলা চৰকাৰ। ইংলণ্ডত গণতান্ত্ৰিক উপায়েৰে সমাজবাদৰ লক্ষ্যসমূহত উপনীত হোৱাৰ প্ৰচেষ্টা চলাই ৰখা হৈছে। সমাজবাদী শক্তিসমূহৰ শ্ৰী বৃদ্ধিত, গণতন্ত্ৰই অন্তৰায় হৈ থিয় দিয়া নাই, বৰ নিৰ্ব্বাচন, আলোচনা আৰু প্ৰণয়নৰ মাধ্যমত, সমাজবাদী কাৰ্য্যপন্থা বাস্তৱত ৰূপায়ণ কৰা সম্ভৱ হৈছে। সমাজবাদ সংস্কাৰ বা উন্নয়নমূলক কামৰ লগত জড়িত হয় সঁচা, কিন্তু সমাজবাদী আদৰ্শবিলাক (যেনে, উৎপাদন ব্যৱস্থা সামাজিককৰণ) বাস্তৱত ৰূপায়ণ কৰাৰ আগতে তেনেবোৰ ব্যৱস্থাত গুৰুত্ব নিদিয়ে। ভাৱবিনে কয়, যেতিয়ালৈকে সমাজত পুঁজিপতিবিলাকৰ আধিপত্য চলি থাকিব আৰু সমাজবাদী সমাজ এখন সৃষ্টি নহয় তেতিয়ালৈকে সম্পূৰ্ণ সমাজবাদ ৰচিত হব নোৱাৰে। গণতন্ত্ৰ-বাদীসকলে সমাজবাদৰ আদৰ্শ ৰূপায়ণ কৰিবৰ কাৰণে সম্পত্তি কৰ উত্তৰাধিকাৰ কৰ আদিৰ জড়িয়তে সমাজবাদ প্ৰতিষ্ঠা কৰাৰ কথা চিন্তা কৰে। মালিকীস্বত্ব আৰু পুঁজিবাদৰ ক্ষমতা ক্ৰমাগত দুৰ্ব্বল হৈ গলে, ক্ষমতাবাদী সমাজ এখন স্থাপন কৰা কঠিন নহব।

ফ্ৰান্স বা ৰুছিয়াৰ দৰে ইংলণ্ডত শ্ৰমিক বিপ্লৱে প্ৰচণ্ড আকাৰ ধাৰণ কৰাৰ নজিৰ পাবলৈ নাই। শোভাযাত্ৰা, ধৰ্ম্মঘট প্ৰভৃতি গণতান্ত্ৰিক উপায় বিলাকৰ মাজেদিহে ইংলণ্ডত শ্ৰমিক বিপ্লৱ আৰম্ভ হোৱা দেখা যায়। গোটেই ব্যৱস্থাতো বিশ্লেষণ কৰি জানিব পৰা গৈছে যে যিবিলাক কাম অন্যদেশত বিপ্লৱৰ মাজেদি সম্ভৱ হয় তেনেবোৰ কাম ইংলণ্ডত চৰকাৰৰ নিজা আগ্ৰহত সম্ভৱ হৈ উঠিছে। ৰুছদেশত জাৰ শাসকসকলে শ্ৰমিকৰ ওপৰত যি কঠোৰ শাসন আৰু শোষণ নীতি চলাই গল, তাৰ তুলনা নাই। চীন চৰকাৰেও একালত দৰিদ্ৰ জনগণৰ ইচ্ছা ফলৱতী হোৱাত কোনো সঁহাৰি দিয়া নাছিল।

সাম্যবাদী ৰাষ্ট্ৰবিলাকত সমাজবাদৰ গুণ-গান কৰোতে মাৰ্ক্স বা লেনিনৰ নাম যিদৰে স্মৰণ কৰা হয় বা সেইসকলৰ প্ৰৱৰ্ত্তিত সমাজবাদী দৰ্শনৰ আধাৰ সমূত ভিত্তিৰ কাৰণে ব্যাখ্যা দিয়া হয় গণতান্ত্ৰিক উপায়েৰে প্ৰতিষ্ঠা কৰিব খোজা সমাজবাদত এনে ভিত্তিৰ কোনো প্ৰয়োজনীয়তা অনুভৱ কৰা নহয়। ইংলণ্ডত যিসকল চিন্তাবিদে গণতান্ত্ৰিক সমাজবাদৰ প্ৰস্তাৱ কৰিছে, তেওঁলোকৰ মাৰ্ক্স বা

ষ্টেলিনৰ দৰে কোনো চৰকাৰী ক্ষমতা বা দলীয় ক্ষমতা নাই। এই সমাজবাদী সকলে, মাৰ্ক্সৰ 'ডাচ' কেপিতেল বা কমিউনিষ্ট মেনিফেষ্ট'ক বেদ বা বাইবেলৰ দৰে শ্ৰদ্ধা কৰিব নোখাজে। গণতান্ত্ৰিক সমাজবাদত আলোচনাৰ মাজেদি ব্যৱস্থা গ্ৰহণ কৰা হয়, কোনো বিশেষ দাৰ্শনিক পুথিক আদৰ্শ হিচাবে লোৱা নহয়। দাৰ্শনিক সমাজবাদী সকলে বিৰোধী মতাৱলম্বী সকলৰ মতামত লোৱাত গুৰুত্ব দিয়ে, যিটো সাধাৰণতে সমাজবাদী ৰাষ্ট্ৰত সহ্য কৰা নহয়।

আমি আগতেই উল্লেখ কৰি আহিছো যে বৃটেইনত মাৰ্ক্সবাদৰ নীতিসমূহ গ্ৰহণ কৰা হোৱা নাই। এই দেশত গঢ়লোৱা সমাজবাদী আদৰ্শ, যাইকৈ আৰ এইচ টনি বৰ্বাট ওৱেন চিডনী আৰু বিয়েট্ৰিকওৱেৰ, এইচ জে লাস্কি, চি ডি এইচ কো'লে ই, এফ এম, ডাৰবিন প্ৰভৃতিৰ চিন্তাশীল লেখনীৰ ওপৰত নিৰ্ভৰ কৰিছে। এইসকল চিন্তাশীল লেখক কাৰ্ল মাৰ্ক্সৰ দ্বাৰা প্ৰভাৱিত হোৱা বুলি ক ব নোৱাৰি। হিংসা আৰু উগ্ৰতাক প্ৰশ্ৰয় নিদিয়াকৈ সমতাবাদী সমাজ এখন গঢ়ি তুলিবলৈ আৰু লগে লগে খ্ৰীষ্টান ধৰ্ম্মীয় নীতিবোৰ অৱজ্ঞা নকৰাকৈ সমাজবাদী আদৰ্শ ৰক্ষা কৰাৰ প্ৰচেষ্টা বিশ্বৰ ভিতৰতে অতুলনীয় বুলি কব পাৰি। ডাৰবিনৰ 'ডি পলিটিক্স অব ডিমক্ৰেটিক চচিয়েলিজিম' নামৰ কিতাপে এই দিশত প্ৰয়োজনীয় আলোকপাত কৰিছে। ১৯৪০ চনতে ডাৰবিনে মাৰ্ক্সবাদৰ বিপ্লৱী চিন্তাধাৰা আৰু সৰ্ব্বাত্মক চৰকাৰ নোহোৱাকৈয়ে বৃটেইনে নিজৰ অৰ্থনৈতিক সমস্যা গণতান্ত্ৰিক সমাজবাদৰ পৰিসৰৰ ভিতৰত সমাধান কৰিব পৰা যাব বুলি বিশ্বাস কৰিছিল। তেওঁ ভাবিছিল এই ব্যৱস্থাই ৰাজনৈতিক স্বতন্ত্ৰতা আৰু অৰ্থ-নৈতিক সমতাৰ দিশত বিশ্ববাসীক নতুন পথ দেখুৱাব। ইংলণ্ডৰ গণতান্ত্ৰিক সমাজবাদৰ লগত ধৰ্ম্ম নৈতিকতা উদাৰতাবাদ বোধগম্য আদৰ্শবাদ ধীৰ পন্থীয় ফেবিয়ান নীতি আৰু অভিজ্ঞতাবাদ প্ৰভৃতি অঙ্গাঙ্গী ভাৱে জড়িত বুলি ইবেন ষ্টেইনে বিশ্বাস কৰে। গণতন্ত্ৰৰ মাধ্যমত উপৰোক্ত আদৰ্শ সমূহ নাশ নোহোৱাকৈ সমাজবাদ স্থাপনৰ কাৰণে ইংলণ্ডই লোৱা পদক্ষেপত সেই দেশৰ পুঁজিপতি সকলৰ সহাৰিও এই ক্ষেত্ৰত মন কৰিব লগা। বাস্তৱিকতে উদীয়মান বিপ্লৱী চিন্তাৰ পৰিপ্ৰেক্ষিতত পুঁজিপতি সকলে লোৱা ভূমিকাৰ ওপৰতে এখন দেশৰ অৰ্থনৈতিক পৰিবৰ্ত্তন নিৰ্ভৰ কৰে। আমেৰিকা যুক্তৰাষ্ট্ৰত সাম্যবাদী বিপ্লৱে মূৰ তুলি উঠিব নোৱাৰাৰ ইয়ো এক কাৰণ। এইটোও অস্বীকাৰ কৰাৰ অৱকাশ নাই যে, ইংলণ্ড আৰু আমেৰিকাৰ দাৰ্শনিকসকলে মাৰ্ক্স বা

তেওঁৰ অনুগামীসকলৰ চিন্তাধাৰাৰ যিমান বৈজ্ঞানিক বিশ্লেষণ কৰিছে, অন্য ঠাইত সিমান বিস্তৃত আলোচনাই ঠাই পোৱা পৰা নাই। গণতান্ত্রিকভাৱে সমাজবাদ স্থাপন কৰাৰ বাবে জাগি উঠা অদম্য প্ৰেৰণাত এইবিলাক দেশৰ মধ্যবিত্ত শ্ৰেণীটোৰ অৱদান নুই কৰিব নোৱাৰি। মধ্যবিত্ত শ্ৰেণীটোৱে, শ্রমিক আৰু পুঁজিপতি সকলৰ মাজত সৃষ্টি হোৱা অৰ্থনৈতিক ব্যৱধানৰ ওৰ পেলাবলৈ গণতান্ত্রিক পদ্ধতিকে উপযুক্ত বুলি ভাবে। তেওঁলোকে যিদৰে সমস্ত শ্রমিক বনুৱাৰ বিপ্লৱ পোষণ নকৰে সেইদৰে পুঁজিপতিসকলৰ শোষণ নীতিও ঘৃণা কৰে। এই সন্দৰ্ভত আৰ, এইচ টনিয়ে আবাদী সম্পত্তিৰ (কামত নলগোৱা) দুৰ্গুণবোৰ আঙুলিয়াই দি কৰা সমালোচনা মন কৰিবলগীয়া। উইলিয়াম ইৱেন ষ্টেইনে টনিৰ মতামত উদ্ধৃতি দি কয় যে টনি সম্পত্তি অধিকাৰৰ প্ৰতি খড়গহস্ত নহয়, কিন্তু তেওঁ আবাদী হৈ থকা সম্পত্তি পোষণ নকৰে, এনে সম্পত্তি শোষণৰ হাথিয়াৰ স্বৰূপ। পুঁজিবাদে সম্পত্তি আহৰণ যোগে ক্ষমতা বৃদ্ধি কৰে অথচ ইয়াত সমাজ সেৱাৰ মনোভাব নাথাকে। গণতান্ত্রিক ভাবে এনে সম্পত্তিৰ পৰা উদ্ভৱ হব পৰা সকলোবোৰ দুৰ্গুণ আতঁৰ কৰিবৰ বাবে টনিয়ে কিছুমান উপায়ো দিছে। প্রথমতে পুঁজিপতি সকলে শ্রমিকসকলক অকল তেওঁলোকৰ শিল্পউদ্যোগবিলাকত নিয়োগ কৰিলেই নহব তেওঁলোকক জীৱন নিৰ্বাহৰ কাৰণে যথোপযুক্ত পাৰিশ্রমিকো দিব লাগিব। দ্বিতীয়তে এই শিল্পবিলাকৰ লক্ষ্য ব্যক্তিগত উৎকৰ্ষ সাধনৰ পৰিবৰ্ত্তে ৰাজহুৱা সেৱা হোৱা উচিত যাতে তাৰ পৰা গোটেই সমাজ উপকৃত হব পাৰে। তৃতীয়তে শিল্প উদ্যোগৰ মালিকসকলৰ বাইজ আৰু উদ্যোগ কৰ্মীসকলৰ প্ৰতি দায়বদ্ধতা থাকিব লাগিব।

ইংলণ্ডৰ দৰে, আমেৰিকাবাসীয়েও কঠোৰ সাম্যবাদী নীতিৰ পৰিবৰ্ত্তে গণতান্ত্রিক উপায়ে সমাজবাদী লক্ষ্যত উপনীত হবলৈ বিচাৰে।

গণতান্ত্রিক সমাজবাদৰ দিশত ইংলণ্ডত শ্রমিকদলে তিনি প্ৰকাৰ ব্যৱস্থা লোৱাৰ কথা চিন্তা কৰে। প্রথমতে সাৰ্বজনীন জাতীয় সৰ্বনিম্ন দৰ্মহা নীতি। দ্বিতীয়তে উদ্যোগসমূহ গণতান্ত্রিকভাৱে নিয়ন্ত্ৰণ। তৃতীয়তে জাতীয় ৰাহিধন জাতীয় জীৱনৰ উন্নয়ন আৰু সমূহীয়া কল্যাণৰ দিশত প্ৰয়োগ।

বাস্তৱিকতে, এই দলে ১৯৪৫ চনৰ নিৰ্বাচনৰ সময়তে ইয়াৰ সমাজবাদী আদৰ্শ বিলাক ৰূপায়ণৰ প্ৰতিশ্ৰুতি দিছিল। কয়লাখনি, তীখা আৰু লোহাশিল্প তেল, শক্তি, পৰিবহন ইংলণ্ডৰ বেঙ্ক আৰু মূলধনৰ প্ৰয়োগ সকলো ক্ষেত্ৰতে ৰাজহুৱা

নিয়ন্ত্রণৰ বাহিৰেও ঔষধ, শিক্ষা গৃহনিৰ্মান আদিৰ ক্ষেত্ৰত সমাজবাদী নীতি গ্ৰহণ, এই দলৰ লক্ষ্য হিচাবে হাতত লোৱা হৈছিল। ইতিমধ্যে গণতন্ত্ৰ ৰক্ষা কৰি, গণতান্ত্ৰিক পদ্ধতিত এই দলে উল্লেখযোগ্যভাৱে ৰবগুণি আগবঢ়াই আহিছে।

আমেৰিকা যুক্তৰাষ্ট্ৰত সাম্যবাদী আৰু সমাজবাদী চিন্তাধাৰাই পা কৰিবলৈ সুবিধা পোৱা নাই। আমেৰিকাৰ নাগৰিকসকলে অৰ্থনৈতিকভাৱে ওখখাপৰ জীৱন প্ৰণালী উপভোগ কৰিবলৈ সুবিধা পোৱাৰ কাৰণেই এই দেশত সাম্যবাদী আন্দোলনে পা কৰি উঠিব পৰা নাই। ১৯৪৮ চনত ৰাষ্ট্ৰপতি ট্ৰুমেনে কৈছিল—'যʼত দুখ নিৰ্য্যাটন বেছি বা হতাশাই আৱৰি ধৰে তাতহে সাম্যবাদী চিন্তাই দেখা দিয়ে। এখন অৰ্থনৈতিকভাৱে অগ্ৰসৰ দেশত সাম্যবাদ কৃতকাৰ্য্য হব নোৱাৰে। বাস্তৱিকতে আমেৰিকাই সকলো শ্ৰেণীৰ প্ৰজাৰ বাবেই এটা উন্নত জীৱন নিৰ্ব্বাহ প্ৰণালী অৱতৰণ কৰিছে যাৰ ফলত সাম্যবাদী আদৰ্শবিলাক লাহে লাহে ম্লান হৈ যাবলৈ আৰম্ভ কৰিছে। ভাৰত, শ্ৰীলঙ্কা পাকিস্তান আদি ৰাষ্ট্ৰই আৰ্থিকভাৱে অনাগত তিনিটা দশকতো আমেৰিকাৰ দৰে সমৃদ্ধিশালী ৰাষ্ট্ৰ হোৱাৰ কথা ভাবিব নোৱাৰে। আমেৰিকাৰ সংবিধানে সামাজিক সমতাৰ কথা ঘোষণা কৰিছে। আমেৰিকা-বাসীয়ে ভাবে মাৰ্ক্সবাদে পুঁজিবাদী অৰ্থনীতিৰ ভেটিটো দুৰ্ব্বল কৰি তুলিব পাৰে। তেওঁলোকে সাম্যবাদ আৰু সমাজবাদৰ আদৰ্শবিলাক ভাল বুলি ভাবিব পাৰিলেও ৰক্তাক্ত সাম্যবাদী বিপ্লৱৰ বাবে সেই দেশত কোনো অৱকাশ ৰখা নাই। আমেৰিকাত ব্যক্তি স্বতন্ত্ৰতা অক্ষুণ্ণ আছে। কল, কাৰখানা উৎপাদন সকলো ব্যক্তিগত খণ্ডৰ অৰ্থনীতিৰ দ্বাৰা পৰিচালিত। এই ব্যৱস্থাৰ ব্যতিক্ৰম অৰ্থাৎ ৰাষ্ট্ৰৰ হস্তক্ষেপ কোনেও কামনা নকৰে।

আমেৰিকা চৰকাৰৰ শ্ৰমিক সমস্যাৰ প্ৰতি এটা বাস্তৱ দৃষ্টিভঙ্গী দেখা যায়। এইদেশত গণতান্ত্ৰিকভাৱে আইন প্ৰণয়ন কৰি শ্ৰমিকসকলৰ জীৱনৰ মানদণ্ড বহুতো উন্নত কৰা হৈছে। তেওঁলোকে জীয়াই থাকিবৰ বাবে কোনো ৰক্তাক্ত বিপ্লৱৰ কথা চিন্তা কৰাৰ সকাম নাই। গাৰ্নাৰৰ মতে ব্যক্তিগত খণ্ডৰ অৰ্থনীতিত বিশ্বাসী আমেৰিকাৰ চৰকাৰে লাহে লাহে প্ৰাদেশিক আৰু জাতীয় পৰ্য্যায়ত ৰাষ্ট্ৰীয় সাহায্য আৰু নিয়ন্ত্ৰণ হাতত লোৱা দেখা গৈছে। আমেৰিকা আৰু ইংলণ্ড দুয়োখন ৰাষ্ট্ৰতে শক্তিশালী মধ্যৱৰ্ত্তী শ্ৰেণীৰ আবিৰ্ভাবে শিল্প উদ্যোগবিলাকত চৰকাৰী নিয়ন্ত্ৰণ সম্ভৱ কৰি তুলিছে।

গণতান্ত্ৰিক পদ্ধতিৰে সমাজবাদী লক্ষ্যত উপনীত হবৰ কাৰণে আমেৰিকা চৰকাৰে অনেক ন-ন আইন প্ৰণয়ন কৰিবলৈ আৰম্ভ কৰিছে। যদিও আমেৰিকাত ধনতন্ত্ৰবাদী চৰকাৰৰ পোষণ কৰা হয়, তথাপি এই চৰকাৰ শোষণ নীতিৰ ওপৰত প্ৰতিষ্ঠিত নহয়। চৰকাৰে প্ৰকৃতাৰ্থত সমাজবাদী উদ্যমেৰে ( Spirit ) কাম কৰে বুলি কব পাৰি। আমেৰিকাত কোনো মাটি সম্পত্তি জাৰৰ যুগৰ ৰুছিয়াৰ দৰে আবাদী হৈ পৰি থাকিব নোৱাৰে। আমি সমাজবাদৰ কথা কওঁতে—মাৰ্ক্সবাদৰ কথা কোৱা নাই। ইংলণ্ডই অনুসৰণ কৰাৰ দৰে এই দেশত গণতান্ত্ৰিকভাৱে সমাজবাদী লক্ষ্যত উপনীত হবলৈ যত্ন চলোৱা হৈছে। ক্ৰমবৰ্দ্ধমান কৰ দৰ্ম্মহা-নীতি বা জীৱননিৰ্ব্বাহৰ মানদণ্ড বৃদ্ধি, প্ৰভৃতি উপায়ৰ যোগে আমেৰিকাৰ চৰকাৰে সমাজবাদী লক্ষ্যৰ পিনেই আগবাঢ়ি গৈ আছে। ইংলণ্ডৰ শ্ৰমিকদলে দেখুৱা পথকে এওঁ লোকেও অনুসৰণ কৰিবলৈ বিচাৰে। আমেৰিকাৰ কোনো এটা দলেই যদিও মুকলিকৈ সমাজবাদী চিন্তা ব্যক্ত কৰা নাই তথাপি এই দল বিলাকে আওপকীয়াভাৱে সমাজ বাদী লক্ষ্যতে উপনীত হবলৈ বিচাৰে। সেই দেশৰ সমাজতন্ত্ৰবাদী নেতা নৰ্ম্মান থমাছেওঁ গণতন্ত্ৰৰ যোগে সমাজবাদী লক্ষ্যৰ কথা প্ৰকাশ কৰিছিল। আমেৰিকাৰ সমাজবাদী সকলে উৎপাদনৰ উপায়সমূহ জাতীয়কৰণৰ পৰিবৰ্ত্তে সামাজিক কৰণৰ ওপৰতহে গুৰুত্ব দিয়ে। এই ব্যৱস্থাত শ্ৰমিক আৰু ভোক্তা সকলে ৰাজহুৱা ভাৱে পৰিচালিত উদ্যোগ বিলাকৰ প্ৰশাসনত পোনপতীয়াকৈ অংশ গ্ৰহণ কৰিব লাগে। এনে অৱস্থাত প্ৰত্যেকে প্ৰত্যেকৰ আৰ্থিক অৱস্থা সম্বন্ধে জ্ঞাত হয়। এই সন্দৰ্ভত ৰাষ্ট্ৰপতি ৰুজভেল্টৰ নিউ ডিল ( New Deal ) নতুন কৰ্ত্তব্য মন কৰিব লগা বিষয়। নিউডিলত ব্যৱস্থাৱলীৰ এটা সমাজবাদী দিশ আছে।

গণতান্ত্ৰিক সমাজবাদে প্ৰকৃতপক্ষে সাম্যবাদী চিন্তাধাৰাত অনুপ্ৰেৰণা যোগোৱাৰ পৰিৱৰ্ত্তে গণতান্ত্ৰিক ব্যৱস্থা বিলাকৰ উৎকৰ্ষ সাধনতহে গুৰুত্ব দিয়ে। যিমানে গণতান্ত্ৰিক সমাজবাদ বাঢ়ি যাব সিমানেই সাম্যবাদী উগ্ৰচিন্তা তল পৰি যোৱা সম্ভৱ। আমি আগতেই কৈ আহিছো আমেৰিকাই পুঁজিবাদী উৎপাদন ব্যৱস্থা সমৰ্থন কৰে আৰু মূলধন সঞ্চয় আৰু বৃদ্ধিত উপযুক্ত বাতাবৰণ সৃষ্টি কৰাত সহায় কৰি আহিছে। তথাপি আমেৰিকাত শ্ৰমিকৰ স্বাৰ্থৰক্ষাৰ বাবে যথোপযুক্ত আইন প্ৰণয়ন কৰিছে। সমূহীয়াভাৱে আলোচনাৰ মাধ্যমত দা-দৰ্ম্মহা শ্ৰমিকৰ সা সুবিধা নিৰ্ণয় কৰা হৈছে। ব্যক্তিগত খণ্ডৰ শিল্প উদ্যোগ আৰু ব্যৱসায় বিলাক চৰকাৰী ভাৱে নিয়ন্ত্ৰণ কৰি মাজে মাজে একচেতীয়া ব্যৱসায় বিলাকত চৰ্তত্ত বান্ধি দিয়া

হৈছে। সেইদৰে, উৎপাদক শ্ৰমিক, ভোক্তা, খেতিয়ক, ব্যৱসায়ী এই সকলোবিলাকবে, নিজ নিজ স্বাৰ্থৰক্ষা কৰিবৰ বাবে আইনৰ সহায় বিচৰা হৈছে। অৰ্থনীতি সবল কৰিবৰ কাৰণে গণতান্ত্ৰিক পদ্ধতিত সৰু ব্যবসায়ীক ৰক্ষা কৰা ব্যৱসায়ী চক্ৰৰ মূল্য বৃদ্ধি ৰোধকৰা আৰু মূল্য বান্ধি দিয়াৰ দৰে ন্যায় সঙ্গত কাম হাতত লোৱা দেখা গৈছে। এই সকলো কাম গণতান্ত্ৰিক পদ্ধতিৰে কৰি যাব পৰা আমেৰিকাৰ কৃতিত্ব।

বাস্তৱিকতে গণতান্ত্ৰিক সমাজবাদৰ ধ্বনি উঠাৰ লগে লগে, সাম্যবাদী ভাৱৰ প্ৰবাহ নিষ্ক্ৰিয় হোৱা দেখা গৈছে। অৱশ্যে ইটালী আৰু ফ্ৰান্সত সাম্যবাদে গা কৰি উঠিছে, যিহেতু তাত গণতান্ত্ৰিক আন্দোলন চেচা পৰি গৈছে। বৃটেইন ইজৰাইল স্কাণ্ডিনেভিয়া হলেণ্ড বেলজিয়াম প্ৰভৃতি দেশত সমাজবাদ ধীৰ গতিত আহিব ধৰিছে। এই সকলো ঠাইৰে সমাজবাদী সবলে গণতান্ত্ৰিক সমাজবাদী পদ্ধতিত চকু ৰাখিছে। ঠাই বিশেষে গণতান্ত্ৰিক সমাজবাদীসকলে ৰামসে মেকডনেল্ড নৰ্মান থমাছ জি ডি এইচ কোলে বেলজিয়ামৰ হেনড্ৰিক ডিমেন অষ্টিয়াৰ কাৰ্ল কডটস্কী প্ৰভৃতিয়ে দেখুৱাই যোৱা ধীৰ আৰু যুক্তিনিষ্ঠ সমূহবাদৰ (Collectivism) প্ৰতি আকৃষ্ট হোৱা দেখা গৈছে।

## গণতান্ত্ৰিক সমাজবাদৰ বিভিন্ন দিশ

গণতান্ত্ৰিক সমাজবাদ বিশ্লেষণ কৰি চালে দেখা যায় ইয়াৰ ঘাই উদ্দেশ্য হল গণতন্ত্ৰ ৰক্ষা কৰি গণতন্ত্ৰৰ জৰিয়তে সমাজবাদী লক্ষ্যত উপনীত হোৱা সেয়েহে ব্যক্তিগত অধিকাৰ বিলাক ৰক্ষা কৰি চলাত এই ব্যৱস্থাই মূল্য আৰোপ কৰি আহিছে। তলত গণতান্ত্ৰিক সমাজবাদৰ বিভিন্ন দিশ বিলাক আলোচনা কৰা হল।

১ **প্ৰতিদ্বন্দ্বিতাৰ পৰিৱৰ্তে সহযোগ** ঃ সমাজবাদৰ এটা প্ৰধান লক্ষ্য হ'ল উৎপাদনকাৰীসকলৰ মাজত প্ৰতিদ্বন্দ্বিতাৰ অৱসান ঘটাই পুঁজিবাদৰ পৰা উদ্ভৱ হোৱা শোষণ আৰু অন্যান্য কুনীতিবিলাক দূৰ কৰা। গণতান্ত্ৰিক সমাজবাদী সকলে প্ৰতিদ্বন্দ্বিতা উঠাই দিয়াৰ পৰিৱৰ্তে প্ৰতিদ্বন্দ্বিসকলৰ সহযোগীতাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। ৰবাৰ্ট ওৱেনৰ দৰে দাৰ্শনিকে শ্ৰমিক আৰু মালিক সকলৰ সহযোগীতাৰ আহ্বান দিছিল। এনেদৰে সহযোগ সম্ভৱ হলে, প্ৰতিদ্বন্দ্বিতাৰ পৰা উদ্ভৱ হব পৰা সকলোবোৰ কুসংস্কাৰ আঁতৰি যাব। বিপ্লৱ আৰু অশান্তি বিলোপ হ'ব।

২ **ব্যক্তিস্বতন্ত্রতাৰ প্ৰতিকূল** : সমাজবাদে সদায়ে সমাজৰ সামূহিক কল্যাণৰ বাবে চিন্তা কৰে। ব্যক্তিগত সঙ্কীর্ণ স্বার্থ ৰক্ষা বা ৰাজহুৱা স্বাথৰ বিনিময়ত ব্যক্তিগত স্বার্থৰ উন্নতি সাম্যবাদে পোষণ নকৰে। গণতান্ত্রিক সমাজবাদী সকলে আইনৰ সহায়ত সামাজিক ন্যায় ৰক্ষা কৰিবলৈ যত্ন কৰে আৰু ব্যক্তি স্বার্থক সর্ব্বগ্রাসী হোৱাত বাধা দিয়ে।

৩ **সমাজ বিৰোধী কার্য্যকলাপত ৰাষ্ট্রীয় নিয়ন্ত্রণ** : সমাজবাদী সকলে ব্যক্তিগত উৎপাদকসকলৰ সমাজ বিৰোধী কার্য্যকলাপ নিয়ন্ত্রণ কৰাত অহো পুৰুষার্থ কৰে। অবাধ গতিত মূল্য বৃদ্ধি কৃটিম অভাবৰ সৃষ্টি আদি সমাজ বিৰোধী কার্য্যকলাপ ৰাষ্ট্রই কঠোৰ হাতেৰে দমন কৰাতো বিচাৰে। আনহাতে মূল্য নিৰুপণ কৰি কৃটিম বা ভেজাল দ্রব্য উৎপাদনত বাধা দিবলৈ যত্ন কৰে।

৪ **সমতা প্রতিষ্ঠা** গণতান্ত্রিক সমাজবাদে সমতাত বিশ্বাস কৰে যদিও চৰম সমতা সম্ভৱ নহয় বুলি কব খোজে। আনহাতে, অৱশ্যে ধনী নির্ধনীৰ মাজৰ বিৰাট আর্থিক ব্যৱধান ক্রমাগতভাবে কমাই নি সকলো লোকৰ কাৰণে ন্যায়ৰ পথ মুকলি কৰাত মূল্য আৰোপ কৰি আহিছে। শ্রমিকসকলৰ শ্রমৰ ফল যাতে কোনো ব্যক্তিয়ে কাঢ়ি নিব নোৱাৰে তাৰ বাবে চৰকাৰী যন্ত্ৰক সচেতন কৰি তোলাত গণতান্ত্রিক সমাজবাদে চেষ্টা কৰা সকলোৰে বিদিত। ইংলণ্ড আৰু আমেৰিকাত আইনৰ জৰিয়তে শ্রমিকৰ পাৰিশ্রমিক নিৰুপণ কৰি চৰকাৰে সাম্য-বাদী চিন্তাৰ বাস্তব ৰূপায়ণ সম্ভৱ কৰি তুলিছে।

৫ **অধিকাৰ সাব্যস্ত** : আধুনিক সাম্যবাদী ৰাষ্ট্রবিলাকে ব্যক্তিৰ সকলো প্রকাৰৰ মৌলিক অধিকাৰ স্বীকৃতি নিদিয়ে। গণতান্ত্রিক সমাজবাদীসকলে আনহাতে ব্যক্তিৰ মৌলিক অধিকাৰ ক্ষুণ্ণ হবলৈ দিব নোখোজে। সংস্কৃতি আৰু ধর্মক্ষেত্রত সকলো লোকাৰে অধিকাৰ এওঁলোকে স্বীকাৰ কৰে। নিজৰ ইচ্ছানুযায়ী প্রতিজনলোকে ধর্ম আৰু সংস্কৃতি উপভোগ কৰিব পাৰে। সাম্যবাদীসকলৰ দৰে কঠোৰ উপায়েৰে জীৱন নিয়ন্ত্রণ কৰাতো গণতান্ত্রিক সমাজবাদীসকলে নিবিচাৰে।

৬ **ৰাষ্ট্রীয় নিয়ন্ত্রণ** : গণতান্ত্রিক সমাজবাদীসকলে ৰাইজৰ প্রয়োজনীয় উৎপাদনৰ উপায় সমূহৰ ৰাজহুৱা নিয়ন্ত্রণ ( Common ownership ) বিচাৰে, কিয়নো ইবিলাক সদায় জন কল্যাণৰ বাবে ব্যৱহাৰ হয়। সকলোবোৰ শিল্প

উদ্যোগৰ ওপৰতো অৱশ্যে যুক্তিসঙ্গত নিয়ন্ত্ৰণ থকাতো গণতান্ত্ৰিক সমাজবাদী সকলে দাবি কৰে।

**৭ ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত সমতা** ঃ অকল ৰাজনৈতিক সমতা প্ৰতিষ্ঠা হলেই প্ৰকৃত গণতন্ত্ৰ হ'ল বুলি কব নোৱাৰি। অৰ্থনৈতিক ক্ষেত্ৰতো সমতা আনিব নোৱাৰিলে ৰাজনৈতিক সমতা অৰ্থহীন হৈ পৰে। উৎপাদন আৰু বিতৰণ ক্ষেত্ৰতো এই সমতা প্ৰয়োগ কৰিব পাৰিলেহে গণতন্ত্ৰ সাৰ্থক হয়। গণতান্ত্ৰিক সমাজবাদীসকলে আইনৰ যোগে অৰ্থনৈতিক গণতন্ত্ৰ প্ৰতিষ্ঠা কৰাত গুৰুত্ব আৰোপ কৰি আহিছে।

**৮ সীমিতাৰ্থত সম্পত্তি অধিকাৰৰ স্বীকৃতি** ঃ সমাজবাদী দাৰ্শনিক-সকলে ব্যক্তিগত খণ্ডত উৎপাদন খেতি বা কল কাৰখানাৰ বিৰোধীতা কৰে। তেওঁলোকে সামূহিক ভাবে অন্যায় কৰি দুই এজন লোকৰ হাতত উৎপাদনৰ আহিলাবিলাক থকাতো ক্ষতিকৰ বুলি কয়। আনহাতে গণতান্ত্ৰিক সমাজবাদীসকলে সকলো প্ৰকাৰৰ ব্যক্তিগত সম্পত্তিৰ উচ্ছেদ কৰিবলৈ ইচ্ছা নকৰে। যিবিলাক সৰু সুৰা মাটি সম্পত্তিয়ে কোনো সামাজিক অন্যায় সাধন কৰিব নোৱাৰে তেনে বোৰ মাটি সম্পত্তিৰ ক্ষেত্ৰত উচ্ছেদৰ প্ৰশ্ন উঠিব নোৱাৰে। কুটীৰ শিল্প আৰু ভোক্তাদ্ৰব্যৰ ওপৰত ৰাজহুৱা বা চৰকাৰী নিয়ন্ত্ৰণ কাৰ্য্যকৰী কৰিলে কোনো লাভ নহয়।

## ভাৰতবৰ্ষ আৰু গণতান্ত্ৰিক সমাজবাদ

স্বাধীনতাৰ পিছত ভাৰতবৰ্ষত ইংলণ্ডৰ আৰ্হিত সংসদী গণতন্ত্ৰ পদ্ধতি গ্ৰহণ কৰা হৈছে। ১৯৫ চনৰ ২৬ জানুৱাৰীত ভাৰতক সাৰ্বভৌম গণতান্ত্ৰিক প্ৰজা-তন্ত্ৰ বুলি ঘোষণা কৰা হয়। সংবিধানৰ ৪২ তম সংশোধনীৰ দ্বাৰা সমাজবাদী আৰু 'ধৰ্মনিৰপেক্ষ শব্দ দুটাও প্ৰস্তাৱনাত যোগ দিয়া হ'ল। স্বাধীনতাৰ পাছত ভাৰত চৰকাৰে পুঁজিবাদ আৰু সাম্যবাদৰ মাজত নিজ পন্থা বাচি লব লগা হল। সংবিধানত উল্লেখিত নিৰ্দ্দেশাত্মক নীতি ৰূপায়ণৰ কাৰণে প্ৰয়াত প্ৰধান মন্ত্ৰী নেহেৰুৱে গণতান্ত্ৰিক সমাজবাদেই ভাৰতৰ বাবে উৎকৃষ্ট পন্থা বুলি বিবেচনা কৰিছিল। ইংৰাজ শাসনকৰ্ত্তাসকলৰ ডেড়শ বছৰ ব্যাপী থকা ধনতান্ত্ৰিক নীতিৰ গৰাহত জুৰুলা হোৱা ভাৰতৰ কাৰণে বিদৰে পুঁজিবাদ আৰু সাম্ৰাজ্যবাদ গ্ৰহণ যোগ্য হব নোৱাৰে সেইদৰে কঠোৰ সাম্যবাদো ভাৰতৰ কাৰণে উপযুক্ত নহয়।

নেহেৰুজীয়ে মনে প্ৰাণে মাৰ্ক্সৰ নীতি গ্ৰহণ কৰিলেও ইয়াৰ উগ্ৰ আৰু ভয়ানক পদ্ধতি মানি লব'ল টান পাইছিল। গণতান্ত্ৰিক সমাজবাদী নীতিয়েই ভাৰতৰ বাবে উৎকৃষ্ট হব বুলি নেহেৰুৰ বিশ্বাস আছিল আৰু সেয়েহে এই পদ্ধতিৰ যোগে ভাৰতীয়া সংবিধানৰ নিৰ্দেশাত্মক নীতিবিলাক বাস্তৱত ৰূপায়ণ কৰাৰ ওপৰত গুৰুত্ব দি আহিছিল। স্বাধীনতাৰ পাছত এই দিশত ভাৰত চৰকাৰে প্ৰথমে 'মিশ্ৰিত অৰ্থ নীতি হাতত লৈ সমাজবাদী আদৰ্শৰ সমাজ' (Socialistic Pattern of Soci ty) গঠনত মনোনিবেশ কৰি আছে। ১৯৫৫ চনৰ পৰা এই দৃষ্টিভঙ্গীৰে কাম আৰম্ভ কৰি গ'লও, জাতীয় কংগ্ৰেছে সমাজবাদ শেষলক্ষ্য বুলি ধৰি লোৱা নাছিল। ন্যায় আৰু সমতাৰ ওপৰত এখন সুস্থ সমাজ গঢ়ি লোৱাৰ মানসেৰে সেই অনুস্থাত অস্পৃশ্যতা বৰ্জন আৰু তালিকাভুক্ত শ্ৰেণীবিলাকৰ উন্নয়ন আদি কামহে হাতত লোৱা হৈছিল।

সমাজবাদী আদৰ্শবিলাক উপলব্ধি কৰিয়েই দ্বিতীয় পাছ বছৰীয়া পৰিকল্পনাৰ কালচোৱাত বহুতো সৰু সুৰা উদ্যোগ ব্যক্তিগত খণ্ডৰ পৰা ৰাজহুৱা খণ্ডলৈ পৰিচালনাৰ বাবে অনা হয়। এই সময় চোৱাতে জীৱন বীমাৰ ব্যৱসায়টোও চৰকাৰে নিজ হাত'ল আনে। দ্বিতীয় পৰিকল্পনাত সামান্যভাবে হলেও ৪৮০০ কোটি টকা ৰাজহুৱা খণ্ডৰ উৎপাদনৰ কাৰণে প্ৰস্তাৱ কৰা হৈছিল। সমাজবাদী আদৰ্শ গণতান্ত্ৰিকভাবে ৰূপায়ণ কৰিবলৈকে নানা ধৰণৰ কৰ হাতত লোৱা দেখা যায়। সম্পত্তি কৰ প্ৰতিষ্ঠান কৰ (Estate Duty Act) খৰছৰ ওপৰত লগোৱা কৰ আদি প্ৰবৰ্তন কৰি এই দিশত বলিষ্ঠ পদক্ষেপ আগবঢ়োৱা হ'ল। ধনী আৰু নিৰ্ধনীৰ ব্যৱধান কমাই দিবলৈকে মজুৰি আৰু দৰ্মহাৰ নীতি গ্ৰহণ উপাৰ্জ্জনৰ ওপৰত কৰ বৃদ্ধি আদি এশ এটা সমাজবাদী কাম হাতত লোৱা হয়। শিক্ষা জনস্বাস্থ্য সাহিত্য সংস্কৃতি আদিৰ উন্নয়ন কল্পেও চৰকাৰে নতুন নতুন পৰিকল্পনা হাতত লোৱাতো অপৰিহাৰ্য বুলি ভবা হয়।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ ১৯৬৪ চনৰ জানুৱাৰী মাহত ভুবনেশ্বৰত বহা ৬৮তম অধিবেশনত সভাপতি কে কামৰাজে স্পষ্টভাৱে সমাজবাদী আদৰ্শ ৰূপায়ণ আৰু ব্যক্তি স্বতন্ত্ৰতা ৰক্ষা দুয়োটা সামৰি পৰিকল্পনা হাতত লোৱাৰ আহ্বান দিয়ে। ১৯৬৯ চনৰ বাঙ্গালোৰত বহা কংগ্ৰেছ অধিবেশনতো দহ দফীয়া সমাজবাদী কাৰ্য্যপন্থা হাতত লোৱা হয়। অৱশ্যে এই কাল চোৱাতে কংগ্ৰেছৰ দৃষ্টিভঙ্গীক কেন্দ্ৰ কৰি দলৰ মাজত ভাঙোনে দেখা দিয়ে। প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ গোষ্ঠীটোৱে

'শাসক কংগ্ৰেছ' আৰু কংগ্ৰেছ সভাপতি নিজলিঙ্গপ্পাৰ গোষ্ঠীয়ে 'সাংগঠনিক কংগ্ৰেছ' নামৰ দুটা ভাগত বিভক্ত হয়। ইন্দিৰা গান্ধীৰ শাসক কংগ্ৰেছে, ১৯৬৯ চনৰ ২০ নৱেম্বৰত ভূবনেশ্বৰ আৰু বাঙ্গালোৰ কংগ্ৰেছৰ প্ৰস্তাৱ অনুযায়ী সমাজবাদী আদৰ্শ অনুসৰণ কৰি যায়। ১৯৭১ চনত ইন্দিৰা গান্ধীয়ে এটা ৰাষ্ট্ৰীয় ঘোষণাৰ জৰিয়তে ভাৰতৰ ১৪টা প্ৰধান বেঙ্ক জাতীয়কৰণ কৰে। সৰ্বোচ্চ ন্যায়ালয়ৰ ঘোষণাতো অবৈধ বুলি কোৱাৰ পৰিপ্ৰেক্ষিতত সংসদে পুনৰ সংশোধিতভাৱে বিল গ্ৰহণ কৰি বেঙ্কৰ পৰিচালনা চৰকাৰৰ হাতত অৰ্পণ কৰিব লগা হয়। ভুৱনেশ্বৰ কংগ্ৰেছত ৰক্ষণশীল বিলাকে বেঙ্ক জাতীয়কৰণ বা ৰাষ্ট্ৰীয় খাদ্যদ্ৰব্য ব্যৱসায় (State trading) আদি প্ৰস্তাৱৰ প্ৰতি সহানুভূতিৰে চোৱা নাছিল। অৱশ্যে, কামৰাজে নেহেৰুৰ পদাংক অনুসৰণ কৰি সমাজবাদৰ কাৰণে উদাত্ত আহ্বান দিবলৈ পাছ হোঁহকা নাছিল। তেওঁ একেধাৰে সমাজবাদ আৰু ব্যক্তি স্বতন্ত্ৰতা সম্ভৱ বুলিয়ে বিশ্বাস কৰিছিল। নেহেৰুৰ দৰে কামৰাজেও গণতান্ত্ৰিক পদ্ধতিৰে সংঘৰ্ষত লিপ্ত নোহোৱাকৈ সমাজবাদ সম্ভৱ বুলি ভাবিছিল। কামকাজে চৰকাৰী যন্ত্ৰক এই লক্ষ্য সাধনৰ উপায় স্বৰূপ লোৱাৰ সপক্ষে পুনৰ চিন্তা কৰি চোৱা আৱশ্যক বুলি অনুভৱ কৰিছিল। তেওঁৰ মতে গণতান্ত্ৰিক সমাজবাদ এটা বিস্তৃত পদ্ধতি যাৰ মাধ্যমত গণতান্ত্ৰিকভাৱে সমাজবাদী আদৰ্শ ৰাজনৈতিক সাংস্কৃতিক আৰু আধ্যাত্মিক পৰম্পৰা অৱজ্ঞা নকৰাকৈ বাস্তৱত ৰূপায়ণ কৰিব পৰা যায়। এই সমস্ত নেহেৰুজীৰ মিশ্ৰিত অৰ্থনীতিয়ে ব্যক্তিগত আৰু ৰাজহুৱা উভয় খণ্ডৰে উৎপাদন নিশ্চিত কৰাৰ উদ্যম মানি চলা হয়।

ভাৰতৰ সমাজবাদী আদৰ্শত সমাজ ৰচনা কৰাৰ প্ৰচেষ্টা আৰম্ভ হোৱাৰ ফলত সাম্যবাদী আন্দোলন চেঁচা পৰি গল। ভাৰতে গণতান্ত্ৰিক পদ্ধতিৰে শিল্প উদ্যোগ বেঙ্ক প্ৰভৃতি জাতীয়কৰণ কৰি এটা চৰম পৰ্য্যায়ত উপনীত হৈছে। যাতায়তৰ মাধ্যম, ৰাষ্ট্ৰীয় ব্যৱসায় আদি ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণলৈ অহাত সমাজবাদী আদৰ্শৰ বাস্তৱ ৰূপায়ণৰ দিশত যথেষ্ট আগবাঢ়িব পৰা গৈছে। আজি গোটেই পৃথিৱীয়ে লক্ষ্য কৰি আছে ভাৰতে কিদৰে বিনা বিপ্লৱে সমাজবাদ প্ৰতিষ্ঠা কৰিব পাৰে। বাস্তৱিকতে, ভাৰতৰ ঐতিহ্য, পৰম্পৰা আৰু সাংস্কৃতিক পটভূমিত ৰক্তাক্ত বিপ্লৱ খাপ নোখোৱা কথা। ধৰ্ম আৰু ধৰ্মীয় সংস্কৃতি ভাৰতীয় প্ৰজাৰ শিৰাই শিৰাই প্ৰৱাহিত হৈ আছে। এনে স্থলত, মাৰ্ক্স বা লেনিনবাদৰ উগ্ৰতম প্ৰতিমূৰ্তি আৰু একনায়কত্ববাদ ভাৰতীয় প্ৰজাই আকোঁৱালি লোৱা সম্ভৱ নহয়। ভাৰতে গণতান্ত্ৰিক সমাজবাদৰ

কাৰণে লাভ কৰা অনুপ্ৰেৰণা নিজা সৃষ্টি নহয়। নেহেৰুজীয়ে সমাজবাদী আদৰ্শৰ সমাজ ৰ (Socialistic Pattern of Society) সংজ্ঞা দিবলৈ চেষ্টা নকৰি কৈছিল,—এখন গতিশীল জগতত নিৰ্দিষ্টভাৱে সংজ্ঞা দিবলৈ যোৱাতো বাঞ্চনীয় নহয় কিয়নো ই এটা গোড়ামীৰ সৃষ্টি কৰাৰ সম্ভাৱনা থাকে। তথাপি কব লাগিব ভাৰতে গণতান্ত্ৰিক সমাজবাদৰ প্ৰেৰণা ইংৰাজৰ পৰাই লাভ কৰে। নেহেৰুৰ দিনতেই ভালেমান সাম্য-বাদী নেতাৰ কংগ্ৰেছ দলত প্ৰৱেশ ঘটাতো বস্তুতৰে অবিদিত নহয়। ১৯৬৯ চনত ইন্দিৰা গান্ধীয়েও ভালেখিনি সাম্যবাদী নেতাক কংগ্ৰেছ দলত সুমুৱাই লয়। ইয়াৰ এটা প্ৰধান উদ্দেশ্য আছিল গণতান্ত্ৰিক পদ্ধতিৰে ভাৰতত সমাজবাদ প্ৰতিষ্ঠা কৰা। ১৯৭৩ চনত পঞ্চম পাঁচ বছৰীয়া পৰিকল্পনাৰ আগ মুহূৰ্ত্তত সমগ্ৰ জাতিকে পৰি-কল্পনাত লিপ্ত কৰাৰ লগতে এটা উদাত্ত আহ্বান দিয়া হৈছিল—সমৃদ্ধিৰ লগে লগে সামাজিক ন্যায়। (Growth with Social Justice) সেইদৰে ১৯৭৪ চনৰ পঞ্চম পৰিকল্পনাত দুটা দিশৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। প্ৰথমটো দৰিদ্ৰতা দূৰকৰণ আৰু দ্বিতীয়টো আছিল অৰ্থনৈতিক স্বাৱলম্বিতা। জমিদাৰী উচ্ছেদ আৰু আবাদি মাটিৰ বিতৰণে সমাজবাদী আদৰ্শ ৰূপায়ণত এখোজ আগবঢাই দিয়া বুলি কব পাৰি।

১৯৭৫ চনৰ ২৬ জুন তাৰিখে প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে আভ্যন্তৰিণ জৰুৰীকালীন অৱস্থা ঘোষণা কৰে। এই ঘোষণা ভাৰতীয় প্ৰজাই পাছত প্ৰত্যা-খ্যান কৰিলেও অৰ্থনৈতিক দিশত ইয়াৰ অৱদান নুই কৰিব নোৱাৰি। তেওঁৰ কুৰিদফীয়া উন্নয়ন আচনিয়ে আৰ্থিক দিশত ভাৰতীয় প্ৰজাৰ উন্নতি সাধন কৰাৰ লগতে ১৯৭৬ চনত বাৰ্ম্মাচেল (Burmah Shell) আৰু এছো (Esso) তেল কোম্পানী জাতীয়কৰণ কৰা হয়। ১৯৭৭ চনৰ মাৰ্চ মাহৰ নিৰ্ব্বাচনে ইন্দিৰা গান্ধীৰ পতন ঘটায় লগে লগে কুৰিদফীয়া আচনিও লোপ পালে। অৱশ্যে ১৯৭৯ চনত পুনৰ ক্ষমতালৈ আহি ইন্দিৰা গান্ধীয়ে নতুন কুৰিদফীয়া আচনি গ্ৰহণ কৰে। এই আচনি সম্পৰ্কে প্ৰধানমন্ত্ৰীয়ে কৈছিল আমাৰ অৰ্থনীতি গতিশীল অৱস্থাত আছে। কোটি মানৱৰ দুখৰ বোজা লাঘব কৰিবলৈ উন্নয়নমূলক কাম আমাৰ হাতত আহি পৰিছে। এই কাৰ্য্যপন্থা আপোনালোক প্ৰতিজনৰ আৰু আমাৰ জাতিৰ সেৱা, পোষণ আৰু গঠনৰ কাৰণে ডাঙি ধৰা হৈছে।' নতুন কুৰিদফীয়া আঁচনিয়ে যাইকৈ ষষ্ঠ পৰিকল্পনাৰ সামাজিক আৰু অৰ্থনৈতিক

কাৰ্য্যাৱলী অধিক ক্ৰিয়াশীলতাৰে সম্পন্ন কৰাত গুৰুত্ব দিছে। ষষ্ঠ পৰিকল্পনাত ঘাইকৈ সমাজৰ দুৰ্ব্বল শ্ৰেণী বিলাকৰ আৰ্থিক উন্নয়নত অগ্ৰাধিকাৰ দিয়াৰ প্ৰতিশ্ৰুতি আছে। অনুসূচিত জাতি আৰু জনজাতিৰ ক্ষেত্ৰত, বাসস্থান গৃহনিৰ্ম্মান আদি, আঁচনিৰ প্ৰধান অংশ বুলি কব পাৰি। জাতীয় উৎপাদন বৃদ্ধিও এই আঁচনিৰ অন্তৰ্ভূ'ক্ত।

## গণতান্ত্ৰিক সমাজবাদৰ গুণ আৰু দোষ

**গুণ ঃ** গণতান্ত্ৰিক সমাজবাদে প্ৰতিজন মানুহৰ ব্যক্তিত্ব আৰু মৰ্য্যদাৰ ওপৰত শ্ৰদ্ধা আৰু বিশ্বাস আৰোপ কৰে। ব্যক্তিৰ স্বতন্ত্ৰতা আৰু সমতা-স্থাপনত যিদৰে মূল্য আৰোপ কৰে সেইদৰে ব্যক্তিক সকলো অধিকাৰ ভোগ কৰাত উপযুক্ত পৰিবেশ গঢি তুলিবলৈ যত্ন কৰে। এখন শোষণ প্ৰধান পুঁজিবাদী ৰাষ্ট্ৰত বা সৰ্ব্বাত্মক সাম্যবাদী ৰাষ্ট্ৰত এনে পৰিবেশ বিচাৰি পোৱা নাযায়।

দ্বিতীয়তে গণতান্ত্ৰিক সামাজবাদী পদ্ধতিত পুঁজিবাদৰ কু প্ৰভাৱ বিলাক দুৰ্ব্বল হৈ যায়। সম্পদ বা অৰ্থ মুষ্টিমেয় লোকৰ হাতত কেন্দ্ৰীভূত হোৱাৰ সুবিধা নাথাকে। আনহাতে প্ৰতিদ্বন্দিতা বা কৃত্ৰিম অনাটনৰ দৰে অনিষ্টকৰ কাম বিলাক লাহে লাহে কমি যায়।

তৃতীয়তে এই ব্যবস্থাই সামাজিক উন্নয়ন ব্যক্তিগত উন্নয়নৰ ওপৰত স্থাপন কৰিব খোজে।

চতুৰ্থতে গণতান্ত্ৰিক সমাজবাদ সম্পত্তিৰ উপযুক্ত ব্যৱহাৰৰ ওপৰত আস্থা ৰাখি আহিছে সম্পত্তিক শোষণৰ হাথিয়াৰ হোৱাত বাধা দিয়ে আৰু সেয়াৰ কাৰণে ইয়াৰ ব্যৱহাৰ হোৱাতো বিচাৰে।

**দোষবিলাক ঃ** প্ৰথমতে যিমানেই উ পাদনৰ সমলবিলাক চৰকাৰৰ হাতলৈ যাব সিমানেই উৎপাদনৰ প্ৰতি থকা আগ্ৰহ কমি যায়। ব্যক্তিগত খণ্ডত উৎপাদন বৃদ্ধিৰ লগত নিজৰ লাভ জড়িত থাকে কিন্তু চৰকাৰৰ নিয়ন্ত্ৰণত লাভৰ দ্বাৰা ব্যক্তি উপকৃত নহয়। সক্ৰিয় উৎপাদক হলেও চৰকাৰৰ লগত থাকি নিৰুৎসাহী আৰু এলেহুৱা হৈ পৰাৰ সম্ভাৱনা বেছি হয়।

গণতান্ত্ৰিক সমাজবাদত কৰ্ম্মীসকলৰ অযোগ্যতা ক্ৰমাৎ বাঢ়ি অহা দেখা যায়। উৎপাদনৰ মাত্ৰা হ্ৰাস পাব'ল ধৰে। প্ৰতিযোগীতামূলক ব্যৱসায়ত পণ্যবস্তুৰ মানদণ্ড বঢ়াই তোলাৰ আগ্ৰহ থাকে। সেই আগ্ৰহ কমি যোৱাৰ লগে লগে অযোগ্যতাই দেখা দিয়ে।

তৃতীয়তে, ব্যক্তিগত খণ্ডত উৎপাদন বন্ধ হৈ যোৱাৰ লগে লগে সকলো উদ্যোগতে ৰাষ্ট্ৰীয় নিয়ন্ত্ৰণ বৃদ্ধি পাবলৈ ধৰে। কৰ্ম্মচাৰীসকলে নিজৰ লাভৰ কাৰণে অন্য উপায় নেদেখি দুৰ্নীতি ঘোচদিয়া, আৰু ৰঙাফিটাৰ আঁৰত ধন ঘটাৰ চেষ্টা অব্যাহত ৰাখে। দুৰ্নীতিয়ে অধিচ আদালত আদিত এঘুমলাৰ দাব বিয়পি পৰে।

এনে অৱস্থাত ভোক্তাসকলে স্বইচ্ছাৰে উৎপাদনৰ দ্ৰব্যবিলাক ভোগ কৰাত বাধা পায়। উৎপাদনৰ লগত সামঞ্জস্য ৰাখি ভোগ কৰিব লগা হোৱাত ভোক্তাসকলে নানা দুখ কষ্ট ভুগিব লগা হয়। উৎপাদন হ্ৰাস পালে ব্যবহাৰ কমাই দিব লগা হয়। ব্যক্তিগত খণ্ডত উৎপাদন চলি থাকিলে এনেকুৱা অৱস্থা কাচিৎহে হ'ব পাৰে।

চতুৰ্থতে দেখা যায় সমাজবাদত টকা পইচা, সম্পদৰ চিন্তাই গোটেই ৰাষ্ট্ৰৰ নীতিতো বস্তুবাদী আভৰণেৰে সজাই তোলে। নৈতিক আৰু আধ্যাত্মিক নীতিবোৰ ক্ৰমান্বয়ে ম্লান হৈ যাব ধৰে।

পঞ্চমতে, গণতান্ত্ৰিক সমাজবাদতো ব্যক্তি স্বতন্ত্ৰতা কিছু সীমিত অৱস্থাত ৰখা হয়। ইয়াৰ ফলশ্ৰুতি হ'ল ব্যক্তিৰ দাসত্ব ভাব বৃদ্ধি। ব্যক্তি পৰমুখাপেক্ষী হোৱাত এই ব্যৱস্থাই সহায় কৰে। ইচ্ছা কৰিলেও তেওঁ নিজে উৎপাদন কৰিব নোৱাৰে।

শেহতীয়াকৈ গণতান্ত্ৰিক সমাজবাদৰ নামত চৰকাৰী যন্ত্ৰই অংশেষ ক্ষমতা আহৰণ কৰাৰ কথাও এই প্ৰসঙ্গত উল্লেখ নকৰি নোৱাৰি। বাহিৰত জনকল্যাণৰ ধ্বনি দি প্ৰকৃতপক্ষে ব্যক্তিৰ মৌলিক অধিকাৰ কাঢ়ি নিয়াৰ পথ গণতান্ত্ৰিক সমাজবাদতো সুগম কৰিব পাৰি। ভাৰতত চৰকাৰে এনে ব্যৱস্থা অনুসৰণ কৰা বুলি বহুতে সন্দেহ প্ৰকাশ কৰে। এপদ দুপদকৈ ব্যক্তিৰ মৌলিক অধিকাৰ বিলাক কাঢ়ি নি চৰকাৰে এটা সৰ্ব্বাত্মকৰূপ ( Totalitarian ) লোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। ১৯৭১ চনৰ ভাৰতীয় সংবিধানৰ ৪২ তম সংশোধনী মতে ভাৰতীয় সংসদে সংবিধানখনৰ যিকোনো দফাকে সংশোধন কৰিব পাৰে। বহুতো স্বাধীনতাপ্ৰেমীয়ে মৌলিক অধিকাৰবিলাক কাঢ়ি নি সৰ্ব্বাত্মক চৰকাৰ সৃষ্টিৰ প্ৰয়াস কৰা বুলি তেতিয়াই মন্তব্য দিছিল। ১৯৭৫ চনত ২৫ জুনৰ দিনা 'সামাজিক কল্যাণ সাধনৰ নামত জৰুৰী আইন প্ৰৱৰ্ত্তন কৰি এই আশঙ্কা বাস্তৱত পৰিণত কৰাৰ কথা সকলোৰে বিদিত। সমাজবাদী আদৰ্শবোৰ ৰূপায়ণত গণতান্ত্ৰিক পদ্ধতি প্ৰয়োগ কৰিবলৈ গলে গণতন্ত্ৰ ধ্বংস হৈ যোৱাৰো সম্ভাৱনা নথকা নহয়।

# অষ্টম অধ্যায়

## স্থানীয় চৰকাৰ আৰু গণতন্ত্ৰ

অতি পুৰণি কালৰ পৰাই স্থানীয় চৰকাৰৰ লগত গণতন্ত্ৰৰ সম্বন্ধ দেখা যায়। অৱশ্যে, এইটোও স্বীকাৰ কৰিব লাগিব যে স্থানীয় চৰকাৰ বুলিলেই গণতান্ত্ৰিক হব লাগিব বুলি কোনো কথা নাই। অষ্টম আৰু নৱম শতাব্দীত দক্ষিণ ভাৰতৰ ঠায়ে ঠায়ে, বিশেষকৈ চোল, পাণ্ড্য আৰু বিজয়নগৰত গণতান্ত্ৰিক-ভাৱে পৰিচালিত স্থানীয় চৰকাৰ থকাৰ প্ৰমাণ পোৱা যায়। মাদ্ৰাজত উদ্ধাৰ কৰা চোল ৰজা এজনৰ, উত্তৰমেৰুৰ লিপিৰ পৰা এনে স্থানীয় চৰকাৰ থকাৰ কথা জানিব পৰা গৈছে। এই স্থানীয় চৰকাৰত প্ৰতিখন গাৱঁৰ প্ৰাপ্তবয়স্ক বাসিন্দাই গোটখাই স্থানীয় সমস্যাবিলাক সমাধান কৰি লৈছিল। এই জনসমাবেশ বিলাকৰ চাৰিটা প্ৰকাৰ দেখা যায়। প্ৰথমটো আছিল উৰ' আৰু দ্বিতীয়টো আছিল 'সভা। নগৰম নামৰ বাণিজ্যিক এলেকাবিলাক পৰিচালনাৰ কাৰণে তৃতীয় প্ৰকাৰ স্থানীয় চৰকাৰৰ নামো পোৱা যায়। চতুৰ্থ প্ৰকাৰ আছিল নাড়ু। সভা সাধাৰণতে ব্ৰাহ্মণ বাস কৰা অঞ্চলৰ স্থানীয় চৰকাৰ। কিছুমান সমিতিৰ জড়িয়তে সভাই কাম পৰিচালনা কৰিছিল। ঠাই বিশেষে সমিতি বিলাকৰ গঠন প্ৰণালী সুকীয়া সুকীয়া হলেও এই সমিতিবিলাক প্ৰতিনিধিত্বমূলক চৰিত্ৰৰ আছিল।

সভা'ই যিবিলাক সমিতিৰ যোগে কাম কৰিছিল সেইবিলাকক বাৰিয়ম' বুলি কোৱা হৈছিল। বাৰিয়ম ৰ সদস্যসকলক গণতান্ত্ৰিকভাৱে নিৰ্ব্বাচিত কৰা হৈছিল। নিৰ্ব্বাচন পৰিচালনাৰ কাৰণে আজিকালিৰ দৰে কিছুমান সমষ্টিত অঞ্চলটো ভাগ কৰা হৈছিল। এই সমষ্টিবিলাকক কুতুম্ব বুলি কোৱা হৈছিল। ড মহালিঙ্গমৰ মতে এই কুতুম্ব' বিলাকে প্ৰথমে কেইজনমান প্ৰাৰ্থীৰ নাম মনোনীত কৰিব লাগে। পাছত তেওঁলোকৰ মাজৰ পৰা এজনকৈ সদস্য বছা হয়। পাঁচটা সমিতিৰ কাৰণে ৩০ জন সদস্য বাছিব লাগে।

সভা নামৰ অনুষ্ঠান এটা পুৰণি বিজয়নগৰ ৰাজ্যতো থকাৰ প্ৰমাণ পোৱা যায়। সেই ৰাজ্যত স্থানীয় চৰকাৰবিলাক 'মহাজন' নামেৰে জনা গৈছিল। ওপৰত উল্লেখ কৰা চোল' ৰাজ্যৰ দৰে ইয়াতো সভাবিলাক ব্ৰাহ্মণ প্ৰধান

গাৱঁতহে দেখিবলৈ পোৱা যায়। 'মহাজন' বিলাকৰ পৰিচালনাও গণতান্ত্ৰিক পদ্ধতিৰে হৈছিল বুলি বুৰঞ্জীবিদ সকলে কয়। বিজয়নগৰ ৰাজ্যৰ 'ত্ৰিভুবন মহাদেবী চতুৰ্ব্বেদীমঙ্গলম' নামৰ মহাজন খন ৪০০০ লোকেৰে গঠিত হোৱা বুলি জানিব পৰা গৈছে। অব্ৰাহ্মণ গাওঁত থকা উৰ বিলাকো গাৱঁৰ সকলো প্ৰাপ্তবয়স্ক পুৰুষৰ দ্বাৰা পৰিচালিত হৈছিল। নাড়ু' আৰু নগৰম একেদৰে গাওঁ বা নগৰ অঞ্চলৰ ৰাইজৰ দ্বাৰা পৰিচালিত হৈছিল।

ওপৰৰ আলোচনাৰ পৰা জানিব পৰা যায় যে, অতীত কালৰে পৰা গণতন্ত্ৰৰ লগত স্থানীয় চৰকাৰৰ সম্বন্ধ আছে। স্থানীয় চৰকাৰপ্ৰেমী সকলৰ মতে, স্থানীয় চৰকাৰ থাকিলেহে গণতন্ত্ৰ কৃতকাৰ্য্য হব পাৰে, আৰু ইয়াৰ প্ৰকৃত মূল্য অনুভৱ কৰিব পৰা যায়। নিৰ্ব্বাচকমণ্ডলী শিক্ষিত আৰু সচেতন নহলে গণতন্ত্ৰ অৰ্থহীন হৈ পৰে। দেশৰ কেন্দ্ৰ আৰু স্থানীয় অঞ্চল উভয়তে গণতান্ত্ৰিকভাৱে পৰিচালিত অনুষ্ঠান নাথাকিলে নিৰ্ব্বাচকমণ্ডলী সচেতন আৰু সক্ৰিয় হব নোৱাৰে। সকলো পৰ্য্যায়তে, ৰাইজে চৰকাৰৰ কামকাজ পৰ্য্যালোচনা কৰিব পাৰিলেহে চৰকাৰে সুস্থ আৰু বলিষ্ঠ নীতি লব পাৰে। স্থানীয় চৰকাৰ গণতন্ত্ৰৰ প্ৰশিক্ষণ কেন্দ্ৰ বুলি কোৱা হয় কিয়নো স্থানীয় চৰকাৰত অংশগ্ৰহণ কৰিব পাৰিলেহে কেন্দ্ৰীয় চৰকাৰত অংশ গ্ৰহণৰ পথ সুগম হয়। গণতান্ত্ৰিক শিক্ষা ব্যৱস্থাত স্থানীয় চৰকাৰৰ অবদান অতুলনীয়। স্থানীয় চৰকাৰত অংশ গ্ৰহণ কৰিব পাৰিলেহে এজনে বাস্তৱ আৰু আদৰ্শমূলক ব্যৱস্থাৰ মাজত পাৰ্থক্য বিচাৰি উলিয়াব জানিব। কিদৰে ক্ষমতা প্ৰয়োগ কৰিব লাগে এই সম্বন্ধে স্থানীয় চৰকাৰেই জ্ঞান দিয়ে। বাস্তৱ জীৱনত ৰাজনীতি কিদৰে বুজিব আৰু প্ৰয়োগ কৰিব পাৰি স্থানীয় চৰকাৰত অংশগ্ৰহণ কৰা সকলে সহজেই তাৰ কৌশল আয়ত্ব কৰাত কৃতকাৰ্য্য হব পাৰে। যিসকল ৰাজনীতিবিদ জুইৰ শালত নবহাকৈ কমাৰশালত বহিবলৈ যত্ন কৰে অথাৎ স্থানীয় চৰকাৰৰ আওভাও নোলোৱাকৈ কেন্দ্ৰীয় ৰাজ্যিক প্ৰশাসনৰ সোৱাদ লবলৈ বিচাৰে, তেওঁলোক প্ৰায়ে অকৃতকাৰ্য্য হয়। আনকথাত কবলৈ গলে গণতান্ত্ৰিক ভাৱধাৰা স্থানীয় চৰকাৰত জন্ম লাভ কৰি কেন্দ্ৰীয় চৰকাৰত পৰিপুষ্টি লাভ কৰে। গতিকে স্থানীয় চৰকাৰ গণতন্ত্ৰৰ আধাৰশিলা। সেয়েহে বহুতে ভাবে স্থানীয় চৰকাৰৰ অবৰ্ত্তমানত গণতান্ত্ৰিক গাঁথনি দুৰ্ব্বল হৈ পৰাৰ আশঙ্কা থাকে। অৱশ্যে গণতান্ত্ৰিক গাথনি নাথাকিলে। স্থানীয় চৰকাৰ তিষ্ঠি থকাও সম্ভৱ নহয়। এনে অৱস্থাত গণতন্ত্ৰ, স্থানীয় চৰকাৰৰ কাৰণে সাৰুৱা মাটি বুলি কব

পাৰি। উপৰোক্ত বক্তব্যসমূহৰ সত্যাসত্য পৰ্য্যালোচনা কৰি চোৱা নিতান্ত প্ৰয়োজন।

প্ৰথমতে, স্থানীয় চৰকাৰ নহলে গণতন্ত্ৰ টিকি থাকিব নোৱাৰে বুলি কোৱা কথা, আখৰে আখৰে সঁচা বুলি কৰ'ল টান কিয়নো স্থানীয় চৰকাৰ নোহোৱা-কৈয়ো গণতন্ত্ৰ জীয়াই থকাৰ উদাহৰণ নথকা নহয়। দ্বিতীয়তে, স্থানীয় চৰকাৰে নিৰ্ব্বাচকমণ্ডলীক সচেতন কৰি তোলা যুক্তিটো উৰাই দিব নোৱাৰি। কিন্তু নাগৰিকৰ সচেতনতা সৃষ্টি কৰাত অন্যান্য বিষয়ৰ অৱদানো দূৰ কৰিব পৰা নাযায়। তৃতীয়তে, যুক্তি প্ৰদৰ্শন কৰা হয় যে, স্থানীয় চৰকাৰ গণতন্ত্ৰৰ প্ৰশিক্ষণ কেন্দ্ৰ। সীমিত অৰ্থত এই যুক্তিতো সঁচা হব পাৰে। কিন্তু এনে কিছুমান নেতা আছে যি সংসদী গণতন্ত্ৰত অদ্বিতীয় স্থান লাভ কৰিছে অথচ কোনোকালে স্থানীয় চৰকাৰৰ লগত জড়িত নহয়। বৰ্ত্তমান ভাৰতৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে কোনো স্থানীয় চৰকাৰতে নালাগে ৰাজ্য চৰকাৰতো প্ৰশিক্ষণ লোৱা নাই কিন্তু তেওঁ প্ৰধান মন্ত্ৰী ৰূপে এটা চমকপ্ৰদ আৰম্ভণি কৰিছে। প্ৰকৃত কথা হল, কাম কৰাৰ কৌশল আয়ত্ত কৰি লোৱা। সংসদ বা সামাজিক ক্ষেত্ৰত সুতীক্ষ্ণ দৃষ্টিৰে কাম চলাই নিবলৈ কোনো সংঘ বা সংস্থা আদিৰ পৰা লাভ কৰা অভিজ্ঞতাই যথেষ্ট বুলিব পাৰি।

স্থানীয় চৰকাৰ হল স্থানীয় লোকৰ বিভিন্ন সমস্যা সমাধান কৰিব পৰা এটা সৰু চৰকাৰ। ইয়াক প্ৰশিক্ষণ কেন্দ্ৰ কৰি ধৰি লোৱাটো ঠিক নহব। গণতন্ত্ৰৰ কাৰণে প্ৰশিক্ষণ দিয়াটো স্থানীয় চৰকাৰৰ লক্ষ্যও নহয়।

এটা কথা অৱশ্যে স্বীকাৰ কৰা উচিত হব যে গণতন্ত্ৰ অৰ্থাৎ কেন্দ্ৰীয় চৰকাৰ আৰু স্থানীয় চৰকাৰ অঙ্গাঙ্গীভাৱে জড়িত। কিন্তু স্থানীয় চৰকাৰ নাথাকিল বুলিয়েই গণতন্ত্ৰ শ্বাসৰুদ্ধ হৈ যাব নোৱাৰে। ঐতিহাসিকভাৱে পৰীক্ষা কৰিলে দেখা যায় যে, কেন্দ্ৰীয় গণতান্ত্ৰিক চৰকাৰৰ জন্ম আগ আৰু স্থানীয় চৰকাৰ ইয়াৰ সৃষ্টি। ৰাষ্ট্ৰীয় চৰকাৰে গণতান্ত্ৰিক চৰিত্ৰ লাভ কৰাৰ পৰিপ্ৰেক্ষিতত স্থানীয় চৰকাৰো গণতান্ত্ৰিক হৈ পৰে। যদি কেন্দ্ৰীয় চৰকাৰ গণতান্ত্ৰিক হয় তেতিয়া স্থানীয় চৰকাৰে গণতন্ত্ৰৰ পথত আগবাঢ়ি যাবলৈ উপযুক্ত বাতাবৰণ লাভ কৰে। এইটোও অসত্য নহয় যে একালত অগণতান্ত্ৰিক কেন্দ্ৰীয় চৰকাৰৰ অধীনতো স্থানীয় চৰকাৰ লহপহকৈ ঠন ধৰি বাঢ়ি গৈছিল। ওপৰৰ আলোচনাতো দেখা গল, বিজয়নগৰ ৰাজ্যত বা চোল ৰাজ্যত ৰাজতন্ত্ৰৰ অক্টোপাচ সদৃশ নিয়ন্ত্ৰণতো

গণতান্ত্ৰিক পদ্ধতিত 'সভা' 'উৰ' প্ৰভৃতিয়ে কাম কৰি যাব পাৰিছিল। ইংৰাজ শাসন কালতো ভাৰতত, স্থানীয়ভাৱে স্বায়ত্ব শাসন চলি আছিল। ১৯৪৭ চনৰ পাছত কেন্দ্ৰীয়ভাৱে ভাৰতত স সদী গণতন্ত্ৰ আৰম্ভ হোৱাত স্থানীয় স্বায়ত্ব শাসনে কিছু স্বাধীনতা হেৰুৱাহে দেখা গল।

জনগণে স্থানীয় চৰকাৰত অংশ গ্ৰহণ কৰিবলৈ লোৱাৰ কাৰণেই এসময়ত ইউৰোপৰ ঠায়ে ঠায়ে কৰ্তৃত্ব প্ৰধান চৰকাৰৰ প্ৰতিকূলে জনমত গঠন হবলৈ সুবিধা পাইছিল। এনেদৰে প্ৰতিষ্ঠা হোৱা স্থানীয় চৰকাৰবিলাকত অংশ গ্ৰহণ কৰিবলৈ পোৱাৰ কাৰণে, ইউৰোপৰ বহুতো ঠাইত জনগণে গণতন্ত্ৰৰ প্ৰশিক্ষণ লাভ কৰিছিল। বহুক্ষেত্ৰত, এই স্থানীয় চৰকাৰবিলাকেই গণতন্ত্ৰ প্ৰতিষ্ঠাত আগভাগ লোৱা দেখা যায়। ঠায়ে ঠায়ে এইবিলাক চৰকাৰেই জনসাধাৰণৰ প্ৰাণত গণতান্ত্ৰিক চিন্তাৰ বন্যা তুলিবলৈকো সক্ষম হৈছিল। সেই বুলি স্বীকাৰ কৰিব লাগিব যে গণতন্ত্ৰ আৰু স্থানীয় স্বায়ত্ব শাসনৰ সম্বন্ধ এৰাব নোৱাৰা বিধৰ নহয়। স্থানীয়ভাৱে কিছুমান সমস্যা সমাধানৰ কাৰণে স্থানীয় স্বায়ত্ব শাসন চৰকাৰ গঠন কৰা হয়। ইয়াৰ লগত গণতান্ত্ৰিক ব্যৱস্থাৰ পোনপতীয়াভাৱে সম্বন্ধ নাথাকিবও পাৰে। এনে চৰকাৰ গণতান্ত্ৰিক বাতাবৰণ এটা হয়তো সৃষ্টি হোৱাত সহায় হব পাৰে কিন্তু ইয়েই গণতন্ত্ৰ স্থাপন ক ৰ বুলি কলে শুদ্ধ নহব।

গতিশীল অৱস্থাত অধ্যয়ন কৰিলে স্থানীয় চৰকাৰ আৰু গণতন্ত্ৰৰ প্ৰাৰ্থক্যতো ওলাই পৰে। উদ্দেশ্যৰ ফালৰ পৰা চালেও দেখা যায়, গণতন্ত্ৰ ৰূপায়ণৰ কাৰণে স্থানীয় চৰকাৰ সৃষ্টি হোৱা নাই। গণতান্ত্ৰিক চৰকাৰ এটাই সামগ্ৰিকভাৱে সকলো লোককে একপ্ৰকাৰ আইনেৰে নিয়ন্ত্ৰণ কৰে। ৰাষ্ট্ৰৰ নাগৰিক সকলে কোনো মাধ্যমৰ সহায় নোলোৱাকৈ পোনে পোনে গণতন্ত্ৰৰ লগত জড়িত হৈ চৰকাৰত অংশ গ্ৰহণ কৰে। স্থানীয় চৰকাৰ বিলাকে আনহাতে সামগ্ৰিকভাৱে সকলোকে নিয়ন্ত্ৰণ কৰিব নোৱাৰে। খণ্ড, খণ্ডভাৱে অৱস্থান কৰি, এই চৰকাৰবিলাকে সীমিত স্বাধীনতাহে ভোগ কৰিব পাৰে। সমগ্ৰজাতিকে সামৰি লোৱাৰ সুযোগ এটা স্থানীয় চৰকাৰে পাব নোৱাৰে। গণতান্ত্ৰিক চৰকাৰৰ পৰিসীমাৰ ভিতৰত থাকিহে স্থানীয় চৰকাৰে কাম কৰিবলৈ সুযোগ পায়। অৱশ্যে স্থানীয় চৰকাৰেই কেন্দ্ৰীয় আৰু স্থানীয় চৰকাৰৰ মাজত ক্ষমতা প্ৰতিদ্বন্দিতা বৃদ্ধি কৰিব পাৰে। প্ৰকৃততে, যিবিলাক কাম কৰিবলৈ কেন্দ্ৰীয় চৰকাৰৰ সুবিধা কম, আৰু যিবিলাকৰ প্ৰকৃতিও সম্পূৰ্ণ স্থানীয় ধৰণৰ, তেনেবিলাক কামহে স্থানীয় চৰকাৰে

কৰিব লগা হয়। এনেবিলাক কাম পৰিচালনা কৰোতে, এক প্ৰকাৰ প্ৰশিক্ষণ লাভ কৰাতো সঁচা। কিন্তু স্থানীয় সমস্যাৰ লগত জড়িত হৈ থকা কাৰণে বহুতো স্থানীয় শাসকৰ দৃষ্টিভঙ্গী সংকীৰ্ণ হৈ পৰে তেওঁবিলাকে সকলো কথাকে স্থানীয় লাভৰ দৃষ্টিভঙ্গীৰেহে চাবলৈ বিচাৰে। বহুক্ষেত্ৰত, জাতীয় স্বাৰ্থও অৱহেলা কৰা দেখা যায়। এই ফালৰ পৰা পৰীক্ষা কৰি চালে দেখা যায়, গণতন্ত্ৰ আৰু স্থানীয় শাসনৰ গতি সম্পূৰ্ণ বিপৰীত। গণতন্ত্ৰই কেন্দ্ৰীকৰণ প্ৰচেষ্টা চলায় আৰু আনহাতে স্থানীয় চৰকাৰে বিকেন্দ্ৰীকৰণ প্ৰচেষ্টা অব্যাহত ৰাখে। দুয়োটা গতিকে অগণতান্ত্ৰিক বুলি কব নোৱাৰি। তথাপি গণতন্ত্ৰই কেন্দ্ৰীকৰণ ব্যৱস্থাযোগে সমগ্ৰ জাতিকে আত্মনিয়ন্ত্ৰণৰ সুযোগ দিয়ে যিটো বিকেন্দ্ৰীকৰণত সম্ভৱ হৈ নুঠে। একোটা সাধাৰণ নিৰ্ব্বাচনৰ যোগে ৰাইজে গণতান্ত্ৰিকভাৱে কেন্দ্ৰীয় চৰকাৰ গঠন কৰে আৰু নিৰ্ব্বাচন প্ৰক্ৰিয়াৰ যোগে ৰাইজে প্ৰতিনিধি বাছি গণতান্ত্ৰিক ভাৱ ব্যক্ত কৰিব পাৰে। এনেস্থলত এটা সৰু স্থানীয় চৰকাৰ গণতন্ত্ৰ ৰক্ষাত অপৰিহাৰ্য বুলিব নোৱাৰি। ইয়াক চৰ্ব্বিত চৰ্ব্বন বুলিবহে পাৰি। যিসকল নাগৰিকে স্থানীয় চৰকাৰত যোগ দিয়ে তেওঁলোকেও প্ৰকৃতপক্ষে, গণতান্ত্ৰিক আদবকায়দা খুব কমহে জানিব পাৰে দেশ বিদেশৰ ৰাজনীতিৰ অনেক কথা তেওঁলোকৰ বিদিত নহয়। যি সকলে কব খোজে যে, বিকেন্দ্ৰীকৰণৰ কাৰণে স্থানীয় চৰকাৰ বিলাক পৌৰশিক্ষা বা ৰাজনীতি শিক্ষাৰ উৎকৃষ্ট কেন্দ্ৰ, সেই সকলৰ ধাৰণাও শুদ্ধ নহয়, কিয়নো প্ৰায়ে দেশৰ বলিষ্ঠ নেতৃত্ব স্থানীয় চৰকাৰে জন্ম দিয়া দেখা নাযায়। নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰিবলৈ সুযোগটোক ৰাজনৈতিক প্ৰশিক্ষণ বুলি কলে শুদ্ধ নহব। এনদৰে নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰিব পৰা সুযোগেই কেন্দ্ৰত শক্তিশালী গণতান্ত্ৰিক চৰকাৰ গঠনত একো সহায় হব নোৱাৰে। আনহাতে গণতন্ত্ৰৰ ভেটি বুলি কৈ অহা সত্ত্বেও বহুক্ষেত্ৰত স্থানীয় চৰকাৰ বিলাকে নিজা সমস্যাকে গণতান্ত্ৰিক উপায়েৰে সমাধান কৰা দেখা নাযায়। ভোটদাতা ৰাইজেও অনেক সময়ত স্থানীয় চৰকাৰক সুকলমে কাম কৰি যোৱাত অন্তৰায় সৃষ্টি কৰে।

স্থানীয় স্বায়ত্ত শাসন আৰু কেন্দ্ৰীয় গণতান্ত্ৰিক চৰকাৰ একে হব নোৱাৰে। এটা চৰকাৰত লাভ কৰা অভিজ্ঞতাই আন এটা চৰকাৰত বিশেষ সহায় হব বুলি ভাবিব নোৱাৰি, কিয়নো দুয়োটা চৰকাৰৰ গঠন প্ৰণালী, লক্ষ্য আৰু কামৰ প্ৰকৃতি সুকীয়া সুকীয়া। ৰাষ্ট্ৰীয় চৰকাৰ সদায় বৈদেশিক নীতি, অৰ্থনৈতিক উন্নয়ন, উৎপাদন, সামাজিক শান্তি শৃঙ্খলা আদিৰ দৰে বিষয়ৰ লগত জড়িত থাকে, আনহাতে

স্থানীয় চৰকাৰে পানী যোগান পোহৰ যোগান বাটপথুলি পৰিষ্কাৰ ৰখা আদিৰ দৰে স্থানীয় কাম সম্পন্ন কৰে। স্থানীয় চৰকাৰৰ সদস্য সকলে ৰাষ্ট্ৰীয় চৰকাৰৰ কামকাজ চলাবলৈ কোনো প্ৰশিক্ষণ নাপায়। এই বিষয়ত তেওঁলোকৰ হতাশ জনক ভূমিকাই গণতন্ত্ৰৰ অগ্ৰগতিত কোনো সহায় হব নোৱাৰে। পৌৰসভা বা গাওঁ পঞ্চায়তে পোনপতীয়াকৈ ৰাষ্ট্ৰনায়ক হোৱাত কোনো মানুহকে সহায় কৰিব নোৱাৰে।

গণতন্ত্ৰ বুলিলে আমি বুজো সংখ্যাগৰিষ্ঠৰ শাসন, সমতাবাদ আৰু একতাবাদৰ দ্বাৰা পৰিচালিত চৰকাৰ। স্থানীয় চৰকাৰত এনেবোৰ বৈশিষ্ট্যৰ অভাৱ। কেন্দ্ৰীয় চৰকাৰে স্থানীয় চৰকাৰৰ স্বতন্ত্ৰতাও প্ৰয়োজন সাপেক্ষে কাঢ়ি লব পাৰে। এনস্থলত বহুতো লিখকে স্থানীয় চৰকাৰক প্ৰকৃততে গণতান্ত্ৰিক নহয় বুলিয়েই ভাবে। সেইসকল লিখকৰ মতে স্থানীয় চৰকাৰৰ গণতন্ত্ৰৰ লগত কোনো সম্বন্ধ নাই।

যদিও ওপৰৰ আলোচনাৰ পৰা দেখা গল যে পৌৰসভা বা গাওঁ পঞ্চায়তৰ লগত ৰাষ্ট্ৰীয় চৰকাৰৰ (গণতন্ত্ৰৰ) পোনপতীয়া সম্বন্ধ নাই তথাপি এই কথা অস্বীকাৰ কৰাৰো উপায় নাই যে গণতন্ত্ৰ উপলব্ধি কৰাৰ পথত স্থানীয় চৰকাৰৰ এটা বিশেষ অৱদান আছে। স্থানীয় চৰকাৰে দেশৰ ক্ষুদ্ৰাংশত হলেও আত্ম প্ৰশাসনৰ বা আত্ম নিয়ন্ত্ৰণৰ ভাব জনগণৰ মনলৈ আনি দিয়ে যিটো গণতন্ত্ৰ প্ৰেমীসকলৰ কাৰণে প্ৰেৰণাৰ উৎস স্বৰূপ। প্ৰেৰণা নাথাকিলে কোনো লোকেই গণতন্ত্ৰত বাপ বহুৱাব নোৱাৰে। স্থানীয় চৰকাৰে গণপ্ৰশাসনৰ কাৰণে সকলোৰে অন্তৰত সহজেই এনে প্ৰেৰণাৰ যোগান ধৰে।

# নৱম অধ্যায়

## ভাৰতত গণতন্ত্ৰ

স্থানান্তৰত আমি দেখুৱাইছো যে ভাৰতত গণতন্ত্ৰ নতুন নহয়। কিন্তু অতীতৰ গণতন্ত্ৰবিলাক আজি নাই আৰু সেইবিলাক গণতন্ত্ৰ থাকিলেও বৰ্ত্তমানৰ পটভূমিত তাৰ পৰীক্ষা সম্ভৱ নহয়। বৰ্ত্তমান ভাৰতত যি গণতান্ত্ৰিক চৰকাৰ প্ৰচলিত আছে, সেইয়া আধুনিক যুগৰ সৃষ্টি, আৰু পশ্চিমৰ পৰা আমদানি কৰা। আধুনিক ভাৰতত বৃটিছ ৰাজৰ এটা ডাঙৰ অবদান হ'ল—আলোচনাৰ মাধ্যমত সকলো সমস্যা সমাধান কৰা ব্যৱস্থা। পশ্চিমীয়া শিক্ষা গ্ৰহণৰ পাছত এমুঠি প্ৰবুদ্ধ আৰু বিশিষ্ট ( Elite ) ভাৰতীয় লোকে বিশ্বাস কৰিছিল যে ইংৰাজৰ সংসদী ব্যৱস্থা ভাৰতৰ দৰে বিশাল দেশৰ সমস্যাবিলাক সমাধান কৰাৰ উপযুক্ত মাধ্যম। তেওঁলোকৰ এই বিশ্বাস যেতিয়া দাবিত পৰিণত হ'ল ইংৰাজ শাসকসকলে সংসদী গণতন্ত্ৰৰ সোৱাদ লাহে লাহে এটোপাল এটোপালকৈ শিক্ষিত চাম ভাৰতীয় লোকক দিবলৈ প্ৰয়াস কৰিলে। ৮৩৩ চনত, পোন প্ৰথমে বৰলাটৰ কাৰ্য্যকৰী সভাৰ ( Executive Council ) পৰা আইন প্ৰণয়নৰ ক্ষমতা সুকীয়া কৰি দেখুৱা হ'ল। ১৮৬১ চনৰ আইন অনুসৰি কেন্দ্ৰ আৰু ৰাজ্য, উভয় ক্ষেত্ৰতে আইন সভাৰ ভ্ৰূণ প্ৰতিষ্ঠা হ'ল যদিও বৰলাটৰ হাতত্তেই অগ্ৰাহ্য ক্ষমতাও ৰখা হৈছিল। বচা বচা দুই চাৰিজন ভাৰতীয়লোকে এইদৰে আইন প্ৰণয়নত সুবিধা পালে। মিন্টো মৰ্লে শাসন সংস্কাৰৰ পাছত কেন্দ্ৰ আৰু ৰাজ্যসমূহতো আইন সভাৰ বিধায়নি ক্ষমতা বৃদ্ধি কৰাৰ লগতে বিষয়াৰ বাহিৰেও অন্য উপযুক্ত ভাৰতীয় লোকক আইন প্ৰণয়নৰ প্ৰচেষ্টাত জড়িত কৰা দেখা গ'ল। এই সংস্কাৰ ব্যৱস্থাৰ সপক্ষে ওকালতি কৰি ১৯০৯ চনত মৰ্লে চাহাবে লৰ্ড সভাত প্ৰকাশ্যে ঘোষণা কৰিছিল যে এই ব্যৱস্থাই পোনপতীয়াকৈ সংসদী গণতন্ত্ৰৰ বীজ ভাৰতত অঙ্কুৰিত কৰিব। ১৯১৯ চনৰ পাছত মণ্টেগু চেমচফোৰ্ড আইনে বহুপৰিমাণে স্বায়ত্ত শাসনৰ অভিজ্ঞতা প্ৰদান কৰিলে যদিও ১৯৩৫ চনৰ আগলৈকে সংসদীয় পদ্ধতি আৰু যুক্তৰাজ্যিক ব্যৱস্থাৰ বাস্তৱ ৰূপায়ণ সম্ভৱ হোৱা নাছিল। ১৯৩৫ চনৰ আইনে ৰাজ্যবিলাকত সংসদী আৰ্হিত দায়িত্বপূৰ্ণ মন্ত্ৰী পৰিচালিত চৰকাৰ উদ্বোধন কৰিলে। ইংৰাজ ৰাজনীতি

বিজ্ঞানী মৌৰিছ জনছে ইয়াক 'দাস স বিধান বুলি অভিহিত কৰিছে। ভাৰতীয় কংগ্ৰেছেও ইয়াক দাসত্বৰ নতুন অধ্যায় বুলিহে সন্তুষ্টি লাভ কৰিছিল।

আধুনিক ভাৰতৰ সংবিধানখনে ইংলণ্ড আমেৰিকা কানাডা প্ৰভৃতি ৰাষ্ট্ৰৰ গণতান্ত্ৰিক চিন্তাধাৰা আৰু তাৰ কাৰ্য্যকৰিকৰণৰ উপায় বিলাক আহৰণ কৰি ভাৰতীয় পটভূমিত প্ৰয়োগ কৰাৰ ব্যবস্থা কৰিছে। আগতেই কোৱা হৈছে, পশ্চিমীয়া গণতান্ত্ৰিক চিন্তাধাৰা আৰু ব্যৱস্থাবিলাক ইংৰাজ শাসনৰ কালতেই এপদ এপদকৈ ভাৰতত প্ৰৱেশ কৰে। ১৯৩৫ চনৰ আইন অনুসৰি ভাৰতত যুক্তৰাজ্যিক আৰ্হিত সংসদীগণতন্ত্ৰ অসম্পূৰ্ণভাৱে হলেও উদ্বোধন কৰা হয়। ভাৰতৰ নেতাসকলে সংসদী গণতন্ত্ৰ পৰিচালনাৰ কিছু অভিজ্ঞতা এই ব্যৱস্থাৰ পৰাই লাভ কৰে। সেয়েহে ১৯৪৭-চনত ভাৰতে পূৰ্ণ স্বাধীনতা লাভ কৰাৰ পাছত নেতাসকলে ইতিমধ্যে আহৰণ কৰা বাস্তৱ অভিজ্ঞতাৰ যোগে কাৰ্য্যভাৰ লবলৈ সাহস গোটাব পাৰিছিল। ১৯৪৭ চনৰ পৰা নানা বিপদ বিঘিনিৰ মাজেদি ভাৰতে স সদী গণতন্ত্ৰ ৰক্ষা কৰি আহিছে। এচিয়াৰ বহুঠাইত সৈনিক শাসন প্ৰবৰ্ত্তন হোৱাৰ পাছতো ভাৰতে সংসদী গণতন্ত্ৰ চলাই যাব পৰাতো কৃতিত্ব বিষয় বুলিয়েই কব লাগিব। ভাৰতৰ গাতে লাগি থকা পাকিস্তান বা লা দেশ আদিত মূৰ দাঙি উঠা সৈনিক শাসনে ভাৰতত কোনো প্ৰভাৱ পেলাব পৰা নাই।

ভাৰতৰ স বিধানে ভাৰতক সাৰ্ব্বভৌম গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ বুলি ঘোষণা কৰিছে যদিও ৪২ তম সংশোধনীৰ পাছত ধৰ্ম্ম নিৰপেক্ষ' আৰু সমাজবাদী এই দুটা শব্দও সুমুৱাই দিয়া হ'ল। ভাৰতীয় স বিধানে পশ্চিমীয়া কোনো কোনো গণতান্ত্ৰিক ৰাষ্ট্ৰৰ অনুপ্ৰেৰণাত মৌলিক অধিকাৰ ঘোষণা কৰিছে আৰু ভাৰতীয় নাগৰিকৰ কাৰণে স্বতন্ত্ৰতা (liberty) সমতা আৰু সামাজিক ন্যায় নিশ্চিত কৰাবো দিহা দিছে। ন্যায়াধীশ কৃষ্ণস্বামীয়ে কৈছিল—'গ্ৰেট মেক্স নহয় টেমছ নদীয়েহে গঙ্গাৰ সোঁত সাকৰা কৰি তুলিছে। ইয়াৰ সৰল অৰ্থ হৈছে ভাৰতৰ স সদী প্ৰথা আৰু পৰম্পৰা ই লণ্ডৰ পৰা গ্ৰহণ কৰা হৈছে আমেৰিকাৰ পদ্ধতিৰ প্ৰভাৱ ভাৰতীয় গণতন্ত্ৰত পৰা নাই। ইংলণ্ডৰ সংসদী ৰীতি নীতি বা পৰম্পৰা ভাৰতে গ্ৰহণ কৰিছে সঁচা কিন্তু গণতান্ত্ৰিক উদ্যম ৰক্ষা কৰিব পাৰিছেনে নাই সি এক বিচাৰ কৰিব লগা বিষয়। ইংলণ্ডত গণতন্ত্ৰ যুগ যুগ সঞ্চিত অভিজ্ঞতাৰ মূৰ্ত্ত বিকাশ। ইয়াত আছে, ঘাত-প্ৰতিঘাত অৱিনাশী সৌৰৱৰ, যি ইংৰাজ জাতিক চিৰদিনৰ কাৰণে গণতন্ত্ৰ ৰক্ষাৰ প্ৰেৰণা যোগাই থাকিব। ভাৰতৰ পটভূমিত তেনেকুৱা

প্ৰেৰণাৰ উৎস বিচাৰি পোৱা নাযায়। সেয়েহে বাহিৰত গণতন্ত্ৰৰ নামত কুচ-কাৱাজ চলি থাকিলেও ভাৰতত গণতান্ত্ৰিক উদ্যম এতিয়াও প্ৰদীপ্ত হৈ উঠিব পৰা নাই। ভাৰত আৰু ইংলণ্ডৰ মাজত ঐতিহাসিক আৰু বাস্তৱিক কাৰণতো পাৰ্থক্য পৰিলক্ষিত হয়। এই পাথক্যবোৰ তলৰ দৰে আলোচনা কৰিব পাৰি।

প্ৰথমতে ইংৰাজ জাতিৰ সংসদী গণতন্ত্ৰ পৰিচালনাৰ সুদীৰ্ঘ অভিজ্ঞতা আছে। কেইবাটাও বিপ্লৱৰ মাজেদি পাৰহৈ আহি ইংৰাজে গণতান্ত্ৰিক চৰকাৰৰ সকলো দিশ অনুধাৱন কৰিবলৈ সক্ষম হৈছে যিটো সামান্য অভিজ্ঞতাৰে ভাৰতবাসীৰ কাৰণে সম্ভৱ হ'ব নোৱাৰে। প্ৰকৃতপক্ষে, সংসদী গণতন্ত্ৰৰ ইংৰাজসকল হ'ল জনক। সংসদী গণতন্ত্ৰৰ জন্ম কাহিনী ইংলণ্ডৰ ইতিহাসৰ পাতে পাতে বৰ্ণিত হৈ আছে। দ্বিতীয়তে ভাৰতত যিদৰে পোনচাটেই সাৰ্বজনীন প্ৰাপ্ত বয়স্ক ভোটাধিকাৰ নীতি গ্ৰহণ কৰা হ'ল সি অভূতপূৰ্ব। শিক্ষাৰ পোহৰ নোপোৱা লাখ লাখ নৰনাৰীক ভোটাধিকাৰ দিবলৈ গৈ গণতন্ত্ৰক প্ৰহসনত পৰিণত কৰা বুলি বহুতেই বিশ্বাস কৰে। ইংলণ্ডত ভোটাধিকাৰ সম্প্ৰসাৰণৰ ক্ষেত্ৰত এটা সুদীৰ্ঘ ইতিহাস আছে। বহুত পৰীক্ষা নিৰীক্ষাৰ পাছত এখোজ এখোজকৈ আগবাঢ়িহে সেইদেশে সাৰ্বজনীন ভোটাধিকাৰ নীতি গ্ৰহণ কৰিছে। ভাৰতীয় গণতন্ত্ৰ এই ক্ষেত্ৰত ইংলণ্ডৰ লগত তুলনা কৰিব পৰা নাযায়। তৃতীয়তে দেখা যায় অভিজ্ঞতাৰ কাৰণ পৰাও ভাৰতীয়সকলৰ ধমনিত ৰাজতন্ত্ৰৰ প্ৰৱাহেহে সঘাতকৈ বেছি ক্ৰিয়া কৰে যিহেতু ৰাজতন্ত্ৰৰ তলতেই এই দেশৰ হাজাৰ বছৰ পাৰ হৈ গৈছে। ভাৰতীয় নেতাসকলৰ গণতান্ত্ৰিক অভিজ্ঞতা নাই। ৯৪৭ চনৰ পাছতহে স্বতন্ত্ৰতা সমতা ন্যায় প্ৰভৃতি গণতান্ত্ৰিক প্ৰমূল্যবিলাক এই দেশৰ নৰ-নাৰীয়ে উপলব্ধি কৰিব পাৰিছে। আনহাতে ইংলণ্ডৰ প্ৰজাই গণতন্ত্ৰৰ আস্বাদ কেইবাশ বছৰ ধৰি পাই আহিছে। তেওঁলোকৰ পৰিপক্ক অভিজ্ঞতাই এই দিশত চৰিত্ৰ আৰু চেতনা জাগ্ৰত কৰি তুলিছে। শেহতীয়াকৈ আন এটা বিষয়েও এই দিশত প্ৰভাৱ বিস্তাৰ নকৰাকৈ থকা নাই। সেইটো হ'ল ভাৰতৰ অৰ্থনৈতিক অনগ্ৰসৰতা। অধ্যাপক হেনচন আৰু ডগলাছৰ মতে দক্ষিণ-পূব এছিয়াতেই ভাৰত আৰ্থিক দিশত এখন পাছ পৰা দেশ। 'এছিয়ান ড্ৰামা'ৰ বিখ্যাত লেখক মিৰ্ডেলে দিয়া গণনা অনুসৰি ১৯৫৪-৫৬ চনৰ কালচোৱাত এই দেশৰ জনমূৰি আয় ২৬৮ টকা। আনহাতে, ইন্দোনেচীয়া আৰু ব্ৰহ্মদেশত ৩০০ টকা, ভিয়েটনামত ৩৩০ টকা, ফিলিপাইনত ৩৮৫ টকা থাইলেণ্ডত ৪০০ টকা, শ্ৰীলঙ্কাত ৪৬০ টকা

আৰু মালয় দেশত ৭৮০ টকা। অৱশ্যে এই হিচাবৰ বৰ্ত্তমান তাৰতম্য ঘটিছে। মন কৰিব লগা কথা যে আৰ্থিক দিশত পাকিস্তান ভাৰতকৈ পাছ পৰা আছিল যদিও এই দেশৰ অৰ্থনীতি দৃঢ় হোৱাৰ পৰিপ্ৰেক্ষিতত বৰ্ত্তমান জনমূৰি আয় দ্ৰুত গতিৰে আগবাঢ়ি আছে। পশ্চিমীয়া দেশবিলাকৰ জনমূৰি আয়ৰ তুলনামূলক অধ্যয়নে ভাৰতৰ দুৰ্ব্বল আৰ্থিক অৱস্থাৰ স্পষ্ট ছবিখন দাঙি ধৰে। যি সময়ত ইটালীৰ আয় ১৭০০ টকা ইংৰাজ দেশত (UK) ৪০৬৭ ট চুইডেনত ৫২৯৩ ট আমেৰিকা যুক্তৰাষ্ট্ৰত ৯২৫৮ ট, ভাৰতৰ জনমূৰি আয় ২৬০ টকা এক-নগণ্য অঙ্ক। ১৯৮৪-৮৫ চনত এই সূচীৰ যথেষ্ট পৰিবৰ্ত্তন হোৱা সত্বেও ভাৰতৰ প্ৰকৃত জনমূৰি আয় ৭৭২ টকাৰ বৃদ্ধি পোৱা নাই। আমেৰিকা বা চুই জাৰলেণ্ডৰ তুলনাত (১৯৬৮ ১৮ ডলাৰ) ভাৰতৰ জনমূৰি আয় নিচেই কম। দৰিদ্ৰতা ভাৰতীয় প্ৰজাৰ এক অভিশাপ। দৰিদ্ৰতাই ৰাজনৈতিক ক্ৰিয়া-কলাপত প্ৰতিবন্ধক জন্মোৱাটো এটা সাধাৰণ কথা।

দৰিদ্ৰ, অৰ্দ্ধাহাৰী আৰু অজ্ঞলোকে প্ৰায়ে ৰাজনীতিত অংশ গ্ৰহণৰ পৰা বিৰত থাকে। হৈ যোৱা সাধাৰণ নিৰ্ব্বাচন বিলাকলৈ মন কৰিলে দেখা যায় দৰিদ্ৰৰ মাজত ৰাজনৈতিক অংশ গ্ৰহণৰ সংখ্যা বেছি নহয়। সৰ্ব্বসাধাৰণ লোকৰ নিৰ্ব্বাচনৰ প্ৰতি থকা উদাসীনতা (Apathy) গণতন্ত্ৰৰ কাৰণে উৎসাহজনক হব নোৱাৰে। স্বাধীনতাৰ ডেডকুৰি বছৰৰ পাছতো ভাৰতীয় প্ৰজাই অৰ্থনৈতিক সমতা উপলব্ধি কৰিব পৰা নাই। অৰ্থনৈতিক সমতাৰ অবৰ্ত্তমানত ৰাজনৈতিক স্বাধীনতা অৰ্থহীন। ইংলণ্ডত শিল্পবিপ্লৱে এফালে যিদৰে অৰ্থনৈতিক অৱস্থা সুদৃঢ় কৰিব পাৰিলে আনফালে গণতন্ত্ৰৰ ভেটিও অধিক মজবুত কৰি তুলিলে। সচেতনতা, আৰু বিচাৰ বুদ্ধিৰ ব্যতিৰেকে ভাৰতীয় গণতন্ত্ৰই অপাৰ সমুদ্ৰত দিক হাৰা হৈ পৰিছে। নিৰক্ষৰতা আৰ্থিক দুৰ্ব্বলতা আৰু দৰিদ্ৰতাৰ কৰাল মূৰ্ত্তিয়ে ভাৰতীয় গণতন্ত্ৰৰ অনাগত ভৱিষ্যৎ অনিশ্চয়তাৰে ঢাকি পেলাইছে।

ভাৰতত জাতীয় ভাষা বুলি কোনো ভাষা স্বীকৃত হোৱা নাই। এটা জাতীয় ভাষাৰ অবিহনে গণতন্ত্ৰ থিয় দি উঠিব নোৱাৰে। ভাৰত এখন বহু ভাষাভাষী লোকৰ দেশ। ভাৰতীয় সংবিধানৰ অষ্টম তালিকাত ১৫টা ভাৰতীয় ভাষাক স্বীকৃতি প্ৰদান কৰিছে। ইবিলাকৰ বাহিৰেও ভাৰতৰ বিভিন্ন প্ৰান্তত এহেজাৰৰ অধিক ভাষা (মাধ্যম) আছে। হিন্দীক আজিও দক্ষিণ আৰু পূব ভাৰতত ৰাষ্ট্ৰীয় ভাষা বুলি মানি লবলৈ ৰাইজ প্ৰস্তুত হোৱা নাই। শতকৰা ৪৩% ভাগ

লোকৰ কঠিত ভাষা হোৱা সত্ত্বেও হিন্দীয়ে সমগ্ৰ ভাৰতক জয় কৰিবলৈ অপাৰগ হোৱা দেখা গৈছে। কোনো প্ৰান্তত হিন্দীৰ পৰিবৰ্ত্তে ইংৰাজীৰো সমাদৰ বৃদ্ধি হোৱা দেখা যায়। ভাৰতৰ দৰে ইংৰাজ দেশত (U K) ভাষাৰ সমস্যাই গণতন্ত্ৰৰ ক্ৰমবিকাশত বাধা দিয়া প্ৰশ্ন উঠা নাই। এটা ৰাষ্ট্ৰীয় ভাষাৰ অবিহনে গণতান্ত্ৰিক ভাৱধাৰাৰ আদান প্ৰদান সম্পূৰ্ণ হব নোৱাৰে।

দৰিদ্ৰতা আৰু ভাষাৰ বাহিৰেও ইংৰাজ গণতন্ত্ৰত ভাৰতৰ দৰে জাতপাতৰ দুৰ্গন্ধই স্পৰ্শ কৰা দেখা নাযায়। অতীত ভাৰতত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ— এই চাৰি জাতিৰ সৃষ্টি কৃষিপ্ৰধান সমাজত শ্ৰমবিভাজন নীতিৰ ভিত্তিত গঠিত হোৱা সত্ত্বেও শিল্প প্ৰধান আৰু গণতান্ত্ৰিক সমাজত ই প্ৰগতিৰ পৰিপন্থী। ভাৰতীয় গণতন্ত্ৰত ওপৰৰ চাৰিটা জাতৰ বাহিৰেও অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ জাত দেখা যায়। গণতন্ত্ৰত জাতিভেদ প্ৰথাই প্ৰচণ্ড অন্তৰায়ৰ সৃষ্টি কৰা সকলোৰে চকুত পৰিছে। অৱশ্যে শিল্প বিপ্লৱৰ লগত যি নগৰীয়া সংস্কৃতিয়ে দ্ৰুতভাৱে প্ৰসাৰতা লাভ কৰিব ধৰিছে, তাৰ পৰিপ্ৰেক্ষিতত জাতিভেদৰ প্ৰৱলতা বহু পৰিমাণে হ্ৰাস পাই অহাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। অৱশ্যে, অধ্যাপক হেনচনৰ মতে জাত পাতৰ অনুষ্ঠানটোৱে ৰাজনীতিত কোনো কোনো গোষ্ঠীৰ উন্নয়নত প্ৰভাৱশালী চক্ৰৰ দৰে কাম নকৰা নহয়।

মুঠ কথা যি মুহূৰ্ত্তলৈকে ভাৰতীয় জীৱনৰ মানদণ্ড উন্নত নহয়, ভাৰতীয় প্ৰজাই ইংৰাজে পোৱাৰ দৰে গণতন্ত্ৰৰ প্ৰকৃত আচ্ছাদৰ পৰা বঞ্চিত হব।

## ভাৰতীয় সংবিধানৰ গণতান্ত্ৰিক ব্যৱস্থাসমূহ

১৯৪৭ চনৰ পৰা ১৯৫০ চনৰ ভিতৰত পূৰ্ণ গণতান্ত্ৰিক জীৱনৰ অঙ্কুৰণ হোৱা দেখা যায়। যদিও ১৯৪৫ চনত সীমিত ভোটদাতাৰে নিৰ্ব্বাচিত হোৱা প্ৰাদেশিক বিধান পৰিষদবিলাকে যি কেন্দ্ৰীয় সংবিধান সভা ৰচনা কৰিছিল প্ৰকৃতপক্ষে সেই সংবিধান সভাই (Constituent Assembly) ভাৰতত সম্পূৰ্ণভাৱে গণতান্ত্ৰিক জীৱনৰ উদ্বোধন কৰে। অষ্টিন গ্ৰেণ্ডভাইলে এই সংবিধান সভাক একদলীয় গোষ্ঠীৰ দেশীয় শাসন বুলি অভিহিত কৰিছে, কিয়নো ২৯৮ জন সদস্যৰে গঠিত এই সভাত কংগ্ৰেছ দলৰ সভ্য আছিল ২০৮ জন। সদনত এই দলৰ নিৰঙ্কুশ গৰিষ্ঠতা থকা কথাৰ ওপৰত গ্ৰেণ্ডভাইলে উপৰোক্ত মন্তব্য দিছে।

১৯৫০ চনৰ সংবিধানখন থাইকৈ ভাৰতৰ জাতীয় আন্দোলনৰ নেতৃত্ব দিয়া

বীৰসকলৰ স্বাধীন চিন্তাৰ বাস্তৱ ৰূপায়ণ বুলি কব পাৰি। পণ্ডিত নেহেৰু মৌলানা আজাদ চৰ্দাৰ পেটেল প্ৰভৃতি জাতীয় আন্দোলনৰ নেতাসকলে সংসদী গণতন্ত্ৰৰ ব্যৱস্থাকেই ভাৰতৰ দৰে দেশত উপযুক্ত বুলি ভাবিছিল আৰু সেয়েহে ইংৰাজৰ আৰ্হি লৈ ভাৰতত সংসদী গণতন্ত্ৰ প্ৰতিষ্ঠা কৰি গ'ল। ১৯৩৫ চনৰ আইনত লিপিবদ্ধ কৰা বৰলাটৰ আৰু গভৰ্ণৰৰ বিশেষ ক্ষমতা উঠাই দি সংবিধান-খন সৰ্ব্বতোপ্ৰকাৰে গণতান্ত্ৰিক কৰি লোৱা হ'ল। ভাৰতীয় নাগৰিকৰ কাৰণে সন্নিবিষ্ট এলানি 'মৌলিক অধিকাৰ' আৰু নিৰ্দ্দেশাত্মক নীতিসমূহে সংবিধানৰ প্ৰকৃত লক্ষ্য যে গণতান্ত্ৰিক জীৱনৰ পৰিপূৰ্ণতা উপভোগ—তাৰে এটা সুস্পষ্ট আভাষ দিয়ে। নিৰ্দ্দেশাত্মক নীতিসমূহ আয়াৰলেণ্ডৰ সংবিধানৰ আৰ্হিত ৰচিত হৈছে যদিও ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰো সময়ে সময়ে লোৱা প্ৰস্তাৱৰ প্ৰভাৱ আছে। ১৯৩১ চনৰ কংগ্ৰেছ মহাসভাৰ প্ৰস্তাৱ আৰু ১৯২৮ চনৰ 'নেহেৰু ৰিপৰ্ট' আদি কোনো কোনো নথি পত্ৰতো সংবিধানৰ বহু অংশ লিপিবদ্ধ হৈ আছে বুলিব পাৰি।

সাতবিধ মৌলিক অধিকাৰ ভাৰতীয় সংবিধানত সন্নিবিষ্ট কৰা আছে যদিও সম্পত্তিকে আদি কৰি মৌলিক অধিকাৰসমূহ সম্পূৰ্ণ নিৰঙ্কুশ নহয়। নাগৰিকৰ সম্পত্তি অধিকাৰ সংবিধানৰ ১৯ (১) ৩, ৩১ (ক) আৰু ৩১ (খ) অনুচ্ছেদৰ দ্বাৰা সংৰক্ষিত কৰা হৈছে। অৱশ্যে ৩১ (২) নম্বৰ অনুচ্ছেদৰ দ্বাৰা চৰকাৰে সমাজৰ উদ্দেশ্যে ব্যক্তি সম্পত্তি অধিগ্ৰহণ কৰিব পাৰে। জমিদাৰী প্ৰথা বিলোপ সাধনৰ পাছত সম্পত্তিৰ ক্ষতিপূৰণ দিয়া প্ৰশ্নটোৰ গুৰুত্বপূৰ্ণ পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন কৰা হয়। ১৯৫২ চনত 'শঙ্কৰী প্ৰসাদ বনাম ভাৰতীয় ইউনিয়ন' মোকৰ্দ্দমাত উচ্চতম ন্যায়ালয়ৰ ৰায় অনুসৰি ৰাষ্ট্ৰই সাধাৰণ আইন প্ৰণয়ন কৰি মৌলিক অধিকাৰ ক্ষুণ্ণ কৰিব নোৱাৰে। কিন্তু সংবিধানৰ সংশোধন ঘটাই মৌলিক অধিকাৰত হস্তক্ষেপ কৰিব পাৰে। ১৯৬৭ চনৰ বিখ্যাত 'গোলোক নাথ বনাম পঞ্জাব চৰকাৰৰ বিচাৰত উচ্চতম ন্যায়ালয়ে মন্তব্য দিছিল ৩৬৮ নম্বৰ অনুচ্ছেদ অনুযায়ী চৰকাৰে সংবিধান সংশোধন কৰিব পাৰে কিন্তু ভাৰতীয় নাগৰিকৰ মৌলিক অধিকাৰ সংশোধন বা ক্ষুণ্ণ কৰিব নোৱাৰে। এই বিখ্যাত ৰায়ে তুমুল বিতৰ্কৰ সৃষ্টি কৰে আৰু সংসদে ২৪ তম সংবিধান সংশোধনৰ দ্বাৰা, মৌলিক অধিকাৰ পৰিবৰ্ত্তন কৰাৰ ক্ষমতা হাতত লয়। এনেদৰে পৰা ভাৰতৰ মৌলিক অধিকাৰ সমূহ নিৰঙ্কুশ নহয় বুলি পৰিলক্ষিত হৈছে।

আগতেই কোৱা হৈছে, ভাৰতীয় সংবিধানে ইংৰাজৰ আৰ্হিত সংসদী গণতন্ত্ৰ গ্ৰহণ কৰিছে। ভাৰতত ৰাষ্ট্ৰৰ শীৰ্ষস্থানত ৰজাৰ পৰিবৰ্ত্তে এজন নিৰ্ব্বাচিত ৰাষ্ট্ৰপতিৰ ব্যৱস্থা কৰা হৈছে। ৰাষ্ট্ৰপতিৰ হাতত দিয়া জৰুৰী ক্ষমতা বিলাক, ১৯৩৫ চনৰ আইনে বৰলাটৰ হাতত দিয়া সংৰক্ষিত ক্ষমতাৰ ( Reserve power ) সমতুল্য যেন লাগিলেও প্ৰকৃততে ভাৰতৰ ৰাষ্ট্ৰপতিয়ে একনায়কত্ববাদী মনোবৃত্তি গ্ৰহণ কৰিব নোৱাৰে। ৰাষ্ট্ৰপতি গৰাকীয়ে সংসদী প্ৰথা মতে সংসদৰ ওচৰত দায়বদ্ধ এখন মন্ত্ৰীসভাৰ উপদেশতহে কাম কৰিব লাগে। ৰাষ্ট্ৰপতিৰ জৰুৰীকালীন ক্ষমতা অধ্যয়ন কৰি বহুতো ৰাজনীতিবিদ আৰু আইনজ্ঞই স্বেচ্ছাচাৰিতাৰ অৱকাশ দেখা পাইছে। জৰুৰী আইন বাহাল থকা অৱস্থাত নাগৰিকে মৌলিক অধিকাৰো ভোগ কৰাৰ পৰা বঞ্চিত হব লগা হয়। তথাপি জৰুৰী আইনে সংসদৰ উভয় সদনৰ অনুমোদন লাভ কৰিলেহে বলবৎ থাকিব পাৰে। অৱশ্যে ভাৰতত একাধিকবাৰ প্ৰথম প্ৰকাৰৰ জৰুৰী আইন ঘোষিত হৈছে আৰু ভাৰতীয় নাগৰিকসকলক মৌলিক অধিকাৰ ভোগৰ পৰা বঞ্চিত কৰা হৈছে। ভাৰতৰ প্ৰায় সকলো প্ৰান্ততে দ্বিতীয় প্ৰকাৰৰ জৰুৰী আইনো প্ৰয়োগ কৰা হৈছে। স্বেচ্ছাচাৰিতামূলক হলেও জৰুৰী আইনক গণতন্ত্ৰৰ পৰিপন্থী বুলি কব নোৱাৰি। গণতন্ত্ৰ ৰক্ষাৰ কাৰণেই এনে আইনৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। সংসদৰ অনুমোদন নাপালে জৰুৰী আইন দুমাহতকৈ বেছি বলবৎ থাকিব নোৱাৰে।

ভাৰতৰ মন্ত্ৰী পৰিষদ নিজৰ কামৰ বাবে সংসদৰ ওচৰত জগৰীয়া। সংসদৰ অনাস্থাসূচক ভোটৰ দ্বাৰা মন্ত্ৰী পৰিষদ পতন হব পাৰে। এই সন্দৰ্ভত সকলো ব্যৱস্থা আৰু পৰম্পৰা অনুসৰণ কৰা হৈছে, বৃটিছ সংবিধানৰ পৰা। ভাৰতৰ সংবিধান প্ৰণেতা সকলে নিৰ্দ্দেশাত্মক নীতি সমূহ আয়াৰলেণ্ড প্ৰজাতন্ত্ৰৰ আৰ্হিত লিখি উলিয়ালেও, মৌলিক অধিকাৰৰ ক্ষেত্ৰত আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰভাৱ সুস্পষ্ট ভাৱে অনুভৱ কৰিব পাৰি। ভাৰতৰ বিত্ত আয়োগৰ আদৰ্শ অষ্ট্ৰেলিয়াৰ সংবিধানৰ পৰা লোৱা হৈছে। সেইদৰে, শান্তি আৰু নিৰাপত্তাৰ খাতিৰত কানাডাৰ পৰা অনুসৰণ কৰি শক্তিশালী কেন্দ্ৰীয় চৰকাৰ ৰচনা কৰাৰ প্ৰচেষ্টা নুই কৰিব নোৱাৰি। মহাত্মা গান্ধীৰ চিন্তাধাৰাৰ মাজত পৰিপুষ্টি লাভ কৰা 'গ্ৰাম্য প্ৰজাতন্ত্ৰক ভাৰতৰ নতুন সংবিধানে স্থান নিদিলেও পঞ্চায়ত ব্যৱস্থাক প্ৰজাৱে ৰূপায়ণ কৰিছে।

১৯৩৫ চনৰ আইন অনুসৰি যুক্তৰাজ্যিক ব্যৱস্থা প্ৰৱৰ্ত্তন হলেও, নতুন

সংবিধানত 'যুক্তৰাজ্য' ( Federal ) শব্দটোৰ প্ৰয়োগ নাই, বৰং ভাৰতক সংঘ ৰাজ্য বোলা হৈছে।

কেন্দ্ৰত থকাৰ দৰে ৰাজ্যসমূহতো নিৰ্ব্বাচিত প্ৰতিনিধিৰে বিধানসভা গঠনৰ ব্যৱস্থা কৰা হৈছে। অৱশ্যে কেন্দ্ৰৰ দৰে সকলো প্ৰদেশতে দ্বিসদন বিধানমণ্ডলৰ ব্যৱস্থা কৰা হোৱা নাই। আন যুক্তৰাষ্ট্ৰৰ দৰে ভাৰততো দুই প্ৰকাৰ চৰকাৰ, লিখিত সংবিধান যুক্তৰাজ্যিক আদালতৰ ব্যৱস্থা থাকিলেও ভাৰতত যুক্তৰাজ্যিক ব্যৱস্থা আছে বুলি কব নোৱাৰি। ইয়াত প্ৰাদেশিক চৰকাৰবিলাক এটা শক্তিশালী কেন্দ্ৰৰ আজ্ঞাবহ কৰি ৰখা হৈছে। সঙ্কটৰ অজুহাত লৈয়ে কেন্দ্ৰই প্ৰাদেশিক চৰকাৰ এটা ভাঙি দিব পাৰে। জৰুৰী অৱস্থাত কেন্দ্ৰীয় সংসদে প্ৰাদেশিক চৰকাৰক কেন্দ্ৰৰ ইচ্ছানুযায়ী কাম কৰাবলৈ বাধ্য কৰিব পাৰে। সৰ্ব্বভাৰতীয় সেৱাবিলাকৰ ( আই-এ-এছ আই-পি এছ ) অৱতাৰণা কৰিও ৰাজ্যবিলাকক নিয়ন্ত্ৰণ কৰিব পাৰে। কেন্দ্ৰীয় উচ্চ সদনে দুই তৃতীয়াংশ ভোটেৰে প্ৰস্তাৱ লৈ ৰাজ্যতালিকাভুক্ত বিষয়ৰ ওপৰত আইন প্ৰণয়ন কৰিবলৈ কেন্দ্ৰীয় সংসদক কৰ্তৃত্ব দিব পাৰে। ইবিলাকৰ বাহিৰেও অনেক আইনৰ মাধ্যমত কেন্দ্ৰই ৰাজ্যসমূহৰ ( ২৫ খন ৰাজ্য, গোৱাকে ধৰি ) ওপৰত কৰ্তৃত্ব অক্ষুণ্ণ ৰাখিব পাৰে। ৰাজ্যবিলাক কৰ ঋণ আৰু আৰ্থিক সাহাৰ্য্যৰ কাৰণেও কেন্দ্ৰীয় চৰকাৰৰ মুখাপেক্ষী হব লাগে। এই সকলোৱে কেন্দ্ৰৰ ক্ষমতা এহাতে বৃদ্ধি কৰিছে আৰু আনহাতে ৰাজ্যবিলাকক কেন্দ্ৰৰ অধীনতা স্বীকাৰ কৰিবলৈ বাধ্য কৰাইছে। কেন্দ্ৰই ইচ্ছা কৰিলেই নতুন ৰাজ্য সৃষ্টি কৰিব পৰা ক্ষমতাৰ বাস্তৱ প্ৰয়োগ ইতিমধ্যে একাধিকবাৰ দেখা গৈছে। পঞ্জাব আৰু হাৰিয়ানা সৃষ্টিয়ে পশ্চিমত এই ক্ষমতা প্ৰয়োগ যিদৰে অটুত ৰাখিলে পূব প্ৰান্তত অসমৰ পৰা ফালি নগালেণ্ড আৰু মেঘালয় সৃষ্টিয়েও একে ক্ষমতাকে বলবৎ ৰাখিছে সেয়েহে অষ্টিন গ্ৰেণ্ডভাইলে ভাৰতক যুক্তৰাজ্যিক লেবেলেৰে এখন এককেন্দ্ৰিক চৰকাৰ বুলি কব খোজে। এককেন্দ্ৰিক চৰকাৰত যিদৰে শক্তিশালী কেন্দ্ৰৰ সৃষ্টি হয়, ভাৰততো বিত্ত আয়োগ, ( Finance Commission ) সৰ্ব্বভাৰতীয়সেৱা, ৰাজ্যপালৰ অতিৰিক্ত ক্ষমতা, ৰাষ্ট্ৰপতিৰ দ্বাৰা প্ৰাদেশিক আইন অগ্ৰাহ্য কৰা, প্ৰভৃতি অনেক ব্যৱস্থাই ভাৰতত কেন্দ্ৰিকৰণ শাসননীতি অঙ্কুৰিত কৰি তুলিছে। প্ৰকৃততে, সংবিধান প্ৰণেতাসকলৰ শুভ ইচ্ছা থকা সত্বেও, বিত্ত আয়োগৰ অৱস্থিতিয়ে প্ৰাদেশিক চৰকাৰসমূহৰ স্বতন্ত্ৰতা অভাৱনীয়ভাৱে হৰণ কৰি নিয়া দেখা যায়।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিপৰীতে ভাৰতৰ ন্যায়পালিকাও এককেন্দ্ৰিক বা একত্ৰিত। ইয়াকো কেন্দ্ৰিকৰণ প্ৰচেষ্টাৰ এটা দিশ বুলি কব পাৰি। ভাৰতৰ সৰ্ব্বোচ্চ ন্যায়ালয়ে সকলো উচ্চন্যায়ালয়ৰ কাম নিয়ন্ত্ৰণ কৰা এই দেশৰ অভিনৱ ব্যৱস্থা। আনহাতে সাধাৰণ সংখ্যাগৰিষ্ঠ ভোটেৰে সংবিধান সংশোধন কৰি পুৰণা ৰাজ্যৰ আকৃতি সলনি কৰিব পৰাটো কেন্দ্ৰৰ মাৰাত্মক ক্ষমতা, যি ক্ষমতাৰ বলি স্বৰূপে অসমে পূৰ্ব্বৰ সৌষ্ঠৱ হেৰুৱাব লগা হল। সৰ্ব্বোচ্চ ন্যায়ালয়ে ব্যক্তিৰ মৌলিক অধিকাৰ সাব্যস্ত কৰাৰ ক্ষেত্ৰতো সফলতা কিমান লাভ কৰিছে, সিয়ো বিচাৰ্য্যৰ বিষয়। এই ন্যায়ালয়ে গোলোক নাথ মোকৰ্দ্দমাত দিয়া ৰায় আৰু তাৰ বাস্তৱ পৰিণতি হল ২৪ তম সংবিধানৰ সংশোধনী। এই সন্দৰ্ভত সৰ্ব্বোচ্চ ন্যায়ালয়ে ৰাজনৈতিক কাৰণ উদ্ভাৱনা কৰি তোলাও দেখা গৈছে।

১৯৬৭ চনৰ পাছত ভাৰতীয় নাগৰিকে গণতান্ত্ৰিক পৰম্পৰাক ইতিমধ্যে দি অহা মৰ্য্যাদা অৱনমিত হোৱাতো গণতন্ত্ৰৰ কাৰণেই ভাবুকিস্বৰূপ হৈ পৰিছে। কেন্দ্ৰীয় চৰকাৰে একাধিকবাৰ জাতিৰ স্বাৰ্থতকৈ শাসকদলৰ স্বাৰ্থৰক্ষাৰ কাৰণে সংবিধানৰ ব্যৱস্থাৱলী প্ৰয়োগ কৰা কাৰ্য্যই গণতন্ত্ৰপ্ৰেমী পৃথিৱীক চিন্তাত পেলোৱা দেখা গৈছে। এই সন্দৰ্ভত ১৯৭০ চনত ৰাষ্ট্ৰপতি ভি ভি গিৰিয়ে উত্তৰ প্ৰদেশত ঘোষণা কৰা জৰুৰী আইনৰ কথা স্মৰণ কৰিব পাৰি। গিৰিৰ কাৰ্য্যই বাস্তৱিকতে গণতান্ত্ৰিক পৰম্পৰাক বজ্ৰাঘাত কৰিলে। মুখ্যমন্ত্ৰীয়ে সংখ্যাগৰিষ্ঠতা হেৰুৱাৰ অজুহাতত ঘোষণা কৰা ৰাষ্ট্ৰপতিৰ জৰুৰী আইন মাথোন ১৪ দিনহে বলবৎ থাকিল। গণতন্ত্ৰৰ বাবে এনে চিন্তা নিশ্চয় অহিতকৰ।

## ভাৰতীয় গণতন্ত্ৰৰ দুৰ্ব্বলতা

আগতেই উল্লেখ কৰা হৈছে যে ভাৰতৰ সংসদী ব্যৱস্থা, ইংলণ্ডৰ আৰ্হিত দ্বিসদন বিধান মণ্ডলৰে ৰচিত হৈছে। ইংলণ্ডৰ লৰ্ড সভাৰ পৰিবৰ্ত্তে ভাৰতত ৰাজ্য-সভা আৰু কমন্স সভাৰ ঠাইত লোকসভা গঠিত হৈছে। অৱশ্যে ভাৰতৰ ৰাজ্যসভাৰ গঠন প্ৰণালী লৰ্ডসভাৰ অনুৰূপ নহয়। ইয়াত ২৫০ জন সদস্য আছে, তাৰে ২৩৮ জন ৰাজ্য বিধানসভাৰ দ্বাৰা নিৰ্ব্বাচিত, বাকী ১২ জনক ৰাষ্ট্ৰপতিয়ে মনোনীত কৰে। লোকসভা আৰু ৰাজ্যসভাৰ বেছি সময় চৰকাৰী কাম কৰোতেই অতিবাহিত হয়। কমন্স সদনৰ "ষ্টেণ্ডিং কমিটি" আৰু সমগ্ৰ সদন কমিটিৰ (Committee of the whole house) পৰিবৰ্ত্তে ভাৰতীয় লোকসভাই অস্থায়ী

বাচনি সমিতিৰ জৰিয়তে কাম কৰে। এই সমিতিবোৰৰ থাই কাম দুটা। প্ৰথমতে, সদনৰ কাম খৰতকীয়া কৰি তোলা আৰু দ্বিতীয়তে চৰকাৰী কামকাজৰ পৰ্য্যালোচনা কৰা। বিত্তীয় বিলৰ বাদে আন বিলৰ ক্ষেত্ৰত দুয়োখন সদনে সমান ক্ষমতাকে ভোগ কৰে।

লোকসভাৰ সদস্য সকলৰ শিক্ষাগত অৰ্হতা ক্ৰমাগত হ্ৰাস পাই যোৱা পৰিলক্ষিত হয়। প্ৰথমতে অধ্যাপক হে'চনৰ মতে বিদেশত, শিক্ষা লাভ কৰা সদস্যৰ সংখ্যা শতকৰা ১২% ভাগ আছিল যদিও তৃতীয় সংসদৰ দিনত এই সংখ্যা শতকৰা ৯% ভাগ হয়। আনহাতে ভাৰতীয় সংসদত প্ৰবেশিকা উত্তীৰ্ণ নোহোৱাৰ সংখ্যাও শতকৰা ৪% ৰ পৰা শতকৰা ৯% লৈ নিম্নগামী হোৱাতোও এটা লেখত লবলগীয়া কথা। অৱশ্যে, শতকৰা ৬০% ভাগ স্নাতকো নথকা নহয়। লোকসভা বা ৰাজ্যসভাত শিক্ষিতৰ হাৰ বৃদ্ধি নোহোৱাতো ভাৰতীয় গণতন্ত্ৰৰ দুৰ্ব্বলতা বুলিব পাৰি। আনহাতে কৃষক প্ৰতিনিধিৰ সংখ্যাও নাটকীয় ভাৱে সদনত বাঢ়ি আছে। ভিন ভিন লোকৰ প্ৰতিনিধিত্ব আশানুৰূপ হোৱা নাই। শিক্ষক আৰু সংবাদসেবীৰ সংখ্যাও নগণ্য। ভাৰতৰ সংসদক প্ৰকৃততে প্ৰতিনিধিত্ব মূলক অনুষ্ঠান বুলি কৰলৈ টান হয়। অৱশ্যে এতিয়া এই দিশত যথেষ্ট পৰিবৰ্ত্তন হোৱা দেখা গৈছে। সদস্যৰ শিক্ষাগত অৰ্হতা বৃদ্ধি হোৱাৰ ওপৰতহে সংসদী গণতন্ত্ৰৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে।

সংসদী সদস্য সকলৰ মাজত সক্ৰিয়ভাৱে সংসদী পদ্ধতিত বিশ্বাসী আৰু অনুৰক্তৰ সংখ্যাও কম। হেনৰী, চি, হাৰ্টৰ বিশ্লেষণ অনুযায়ী ১৮৭ জন সদস্যৰ ভিতৰত মাত্ৰ ৭৭ জনেহে সংসদী কাৰ্য্যত সক্ৰিয় ভাৱে অংশ গ্ৰহণ কৰি আহিছে। এওঁলোক প্ৰভাৱশালী। আন ৮৮ জন নিজৰ সমষ্টি লৈ ব্যস্ত। বিশ্লেষণৰ বাবে লোৱা প্ৰতিটো পৰীক্ষা নমুনাত, কংগ্ৰেছ আৰু বিৰোধী দলৰ মাজত বিক্ষিপ্ত ভাৱে চাৰিজন সদস্যহে প্ৰভাৱশালী আৰু সমষ্টি লৈ জড়িত। কংগ্ৰেছ দলৰ কাৰ্য্যকৰী সমিতি আৰু কংগ্ৰেছ সংসদীদলৰ মাজত ব্যৱধান কমাই আনি সংসদী প্ৰক্ৰিয়াত অংশ গ্ৰহণ বৃদ্ধিৰ যি প্ৰচেষ্টা চলোৱা হৈছে, সেই প্ৰচেষ্টা কিমানদূৰ ফলপ্ৰসু হৈছে কোৱা টান। সংসদী দলবিলাকৰ প্ৰকৃত গণতান্ত্ৰিক ব্যৱস্থাবোৰত আস্থা নাথাকিলে সংসদী গণতন্ত্ৰ দুৰ্ব্বল হৈ পৰাৰ সম্ভাৱনা থাকে। বিৰোধী দল বিলাকৰ ক্ষেত্ৰতো সংসদী প্ৰক্ৰিয়াত আস্থা বৃদ্ধি পোৱাৰ লক্ষণ দেখা নাযায়। ইংলণ্ডত, বিৰোধী দলৰ যি মৰ্য্যাদা আৰু স্থান, ভাৰতত বিৰোধী দলে স্বাধীনতাৰ

৩৮ বছৰৰ পাছতো সেই মৰ্য্যাদা পাবৰ উপযুক্ত হোৱা নাই। অল্পপ দিনৰ আগতে লোৱা এটা পৰীক্ষাত সংসদী সদস্যৰ শতকৰা ১০ জনো বিৰোধী দলভুক্ত নোহোৱা কথাটোৱেই এই কথাৰ সত্যতা নিশ্চিত কৰে। এটা শক্তিশালী বিৰোধী দলৰ অবৰ্তমানত সংসদী গণতন্ত্ৰই সুস্থ পৰম্পৰা ৰক্ষা কৰা কঠিন। বাস্তৱিকতে, ক্ষমতাত থকা দল আৰু বিৰোধী দল দুয়োটাই গণতন্ত্ৰৰ দুটা চকৰিৰ দৰে। বিৰোধী দল সংবিধানিকভাৱে স্বীকৃতি প্ৰাপ্ত হলে নিজা কাৰ্য্যালয় আলোচনা গৃহ নেতা গৰাকীৰ মৰ্যাদা আৰু চৰকাৰী কামত প্ৰতিনিধিত্বৰ সুবিধা দাবি কৰিব পাৰে। যিহেতু ভাৰতৰ বিৰোধী দল এটাও আশানুৰূপ ভাৱে শক্তিশালী নহয়, ইবিলাকে ইংৰাজ সংবিধানে প্ৰদান কৰা সুবিধাবিলাক ভাৰতত লাভ কৰিবলৈ সক্ষম হোৱা নাই। স্বাধীনোত্তৰ কালত বিৰোধী দল বিলাকে মাৰবান্ধি থিয় হৈ কিছু শক্তি আহৰণ কৰিবলৈ সমৰ্থ হোৱা দেখা গলেও এই প্ৰচেষ্টাৰ খুব কম সময়তে পৰিসমাপ্তি ঘটে। এই সন্দৰ্ভত শ্যামা প্ৰসাদ মুখাৰ্জ্জীয়ে গঠন কৰা গণতান্ত্ৰিক জাতীয় দলৰ কথা (Democratic National Party) স্মৰণ কৰিব পাৰি। এই দলত জনসংঘ হিন্দুমহাসভা, আকালিদল প্ৰভৃতি সৰু ডাঙৰ কেইবাটাও দল সামৰি লোৱা হৈছিল। মুখাৰ্জ্জীৰ মৃত্যুৰ লগে লগে এই জোটটোও ভাগি পৰে। ১৯৬৯ চনত কংগ্ৰেছ দল দ্বিখণ্ডিত হোৱাৰ পাছত শক্তিশালী বিৰোধী দল গঠনৰ যি প্ৰচেষ্টা অব্যাহত আছিল ১৯৭১ চনৰ নিৰ্ব্বাচনৰ পাছত সেই প্ৰচেষ্টা মৰহি গল। ১৯৭৭ চনত জনতাদলে কেন্দ্ৰত ক্ষমতা লোৱাৰ সময়ত প্ৰয়াত কংগ্ৰেছ নেতা চ্যৱনে বিৰোধী দলৰ নেতা হিচাবে যি মৰ্যাদা লাভ কৰিছিল সিও অতি সোনকালেই হেৰাই গল। ১৯৮৪ চনৰ নিৰ্ব্বাচনত বিৰোধী দল শক্তিহীন হৈ পৰিল।

আৰম্ভণীতে যদিও বিৰোধী দল বিলাকৰ দুৰ্ব্বলতা অনুভৱ কৰা হৈছিল, তথাপি বিৰোধী দলত বাগ্মীতা সম্পন্ন আৰু চতুৰ ৰাজনীতিজ্ঞ ব্যক্তিৰ অভাৱ নাছিল। এই সকলে নৈতিক যুক্তি আৰু বিচক্ষণতাৰে অনেক সময়ত শাসক দলক অকল বাক্য বানেৰে ব্যতিব্যস্ত কৰাই নহয়, শাসক দলৰ স্বেচ্ছাচাৰিতাবো নিয়ন্ত্ৰণ কৰাত কৃতকাৰ্য্য হৈছিল। পণ্ডিত নেহেৰুৰ দিনত বিৰোধী দল সংখ্যাত লঘিষ্ঠ হলেও প্ৰতিভাশালী ব্যক্তিত্বৰে পৰিপূৰ্ণ আছিল। এই কালত, বিৰোধী দলৰ তীক্ষ্ণ যুক্তি আৰু বিচক্ষণতাৰ কাৰণেও নেহেৰু চৰকাৰে সংসদী পৰম্পৰা আৰু নীতি পৰিহাৰ কৰি চলা সম্ভৱ নহল। তথাপি স্বীকাৰ কৰিব লাগিব

সংসদী গণতন্ত্ৰত শক্তিশালী বিৰোধী দল নহলে গণতন্ত্ৰ নির্বিঘ্নে চলাই নিয়া কঠিন কাম।

ভাৰতৰ মন্ত্ৰীসভা পৰিচালিত চৰকাৰৰ ক্ষেত্ৰতো অগণতান্ত্ৰিক কাৰ্য্যকলাপে সময়ে সময়ে গা কৰি উঠাতো গণতন্ত্ৰ প্ৰেমীসকলৰ কাৰণেই এটা চিন্তনীয় বিষয় হৈ পৰিছে। ইংৰাজৰ আদৰ্শৰে অনুপ্ৰাণিত হোৱা বুলি গৌৰৱ কৰিবৰ থল থাকিলেও ইংৰাজ মন্ত্ৰীসভাৰ বলিষ্ঠ পৰম্পৰা অনুসৰণ কৰাত কৃতকাৰ্য্য হব পৰা নাই। নেহেৰুৰ দিনতে প্ৰধান মন্ত্ৰীয়ে মন্ত্ৰীসভাক ( Cabinet ) আস্থাত নলৈ নিৰ্দ্ধাৰণ কৰাতো পৰিলক্ষিত হয়। চৰ্দাৰ পেটেলৰ পৰলোকৰ পাছত মন্ত্ৰীসভাত নেহেৰুৰ সৰ্ব্বাধিনায়কত্ব গণতন্ত্ৰ প্ৰেমীৰ কাৰণে কেতিয়াও সুখৰ বাতৰি হব নোৱাৰে। মন্ত্ৰীসভাত নেহেৰুৱে নিজক কেতিয়াও সমান জনৰ ভিতৰত সৰ্ব্বপ্ৰথম ( Primus inter pares) বুলি ভবা নাছিল। ১৯৫১ চনত আম্বেদকাৰৰ পদত্যাগ বা ১৯৫৬ চনত দেশমুখৰ পদত্যাগৰ কাৰণো আছিল মন্ত্ৰীসভাত দেখা দিয়া অসুস্থ নীতি। নেহেৰুৰ মৃত্যুৰ পাছত শাস্ত্ৰীয়ে গণতান্ত্ৰিক ব্যৱস্থাৰ প্ৰতি সন্মান জনাই গলেও মাজে মাজে নিজা কৰ্তৃত্বতো কাম কৰাৰ নজীৰ আছে। প্ৰধান মন্ত্ৰী হিচাবে ইন্দিৰা গান্ধীয়ে প্ৰথম অৱস্থাত বহুখিনি গণতান্ত্ৰিক হোৱাতো সঁচা। ক্ষমতাত সৰহকাল অধিষ্ঠিত হোৱাৰ ফলশ্ৰুতি স্বৰূপে তেওঁ গণতান্ত্ৰিক পৰম্পৰাক বিসৰ্জ্জন দিয়ে। ১৯৬৯ চনত মোৰাৰজী দেশায়ে এই কাৰণতেই মন্ত্ৰীসভাৰ পৰা বিদায় লব লগা হয়। ১৯৭৬ চনত ঘোষিত হোৱা জৰুৰীকালীন আইনো ঘোষণা কৰাৰ সময়ত আগতীয়াকৈ মন্ত্ৰীসভাত কোনো আলোচনা হোৱা নাছিল। এনে কাৰ্য্য মন্ত্ৰীসভা পৰিচালিত চৰকাৰৰ বাবে কেতিয়াও উৎসাহজনক হব নোৱাৰে। প্ৰকৃতপক্ষে, এই স্বেচ্ছাচাৰিতাই ১৯৭৭ চনৰ নিৰ্ব্বাচনত ইন্দিৰা গান্ধীৰ পতন আনিলে।

ভাৰতীয় গণতন্ত্ৰত ৰাষ্ট্ৰপতি পদ সমাবেশ হোৱাত, ভাৰতক প্ৰজাতন্ত্ৰ ( Republic ) আখ্যা দিয়া হৈছে। ৰাষ্ট্ৰপতি দেশৰ সৰ্ব্ব প্ৰথম নাগৰিক আৰু চৰকাৰৰ শীৰ্ষস্থানত অৱস্থিত। অৱশ্যে আমেৰিকাৰ ৰাষ্ট্ৰপতিৰ দৰে এওঁ প্ৰজাসাধাৰণৰ দ্বাৰা নিৰ্ব্বাচিত নহয়। এক বিশেষ নিৰ্ব্বাচক মণ্ডলীৰ সহায়তহে ৰাষ্ট্ৰপতি নিৰ্ব্বাচনৰ ব্যৱস্থা আছে। সংসদ আৰু বিধানসভা বিলাকৰ সদস্যৰ দ্বাৰা ৰাষ্ট্ৰপতিৰ একক সংখ্যাগৰিষ্ঠ ভোটেৰে নিৰ্ব্বাচন কৰা হয়। ক্ষমতাৰ ফালৰ পৰা এওঁ ইংলণ্ডৰ ৰাণীৰ দৰে। শীৰ্ষস্থানত অৱস্থান কৰি, এক অলংকাৰ সদৃশ ৰূপত থকা সত্ত্বেও সংবিধানে ৰাষ্ট্ৰপতিক কাগজে কলমে বিৰাত ক্ষমতা প্ৰদান কৰিছে। তেওঁ প্ৰধান

মন্ত্ৰীক নিযুক্তি দিয়ে সংসদ আহ্বান কৰে, সেনাধ্যক্ষক নিযুক্তি দিয়ে, আইন বিলত সন্মতি প্ৰদান কৰে ইত্যাদি। বাস্তৱিকতে সংবিধান প্ৰদত্ত এই ক্ষমতা-বিলাক সন্দেহজনক আৰু একাধিক অৰ্থযুক্ত বুলি ভাবিব পাৰি। ৰাষ্ট্ৰপতিয়ে প্ৰধান মন্ত্ৰীক যিদৰে নিযুক্তি দিয়ে সেইদৰে বৰ্খাস্ত কৰিব পাৰেনে? সংসদে গ্ৰহণ কৰা বিল অগ্ৰাহ্য কৰিছেনে? সংসদে অনাস্থা দিয়া মন্ত্ৰীসভাক বৰ্খাস্ত কৰাটো তেওঁৰ বাবে বাধ্যতামূলকনে? এনে এশ এটা প্ৰশ্ন উঠে, যাৰ উত্তৰ হয়তো আমাৰ হাতত নাই। ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি স্বৰ্গীয় ৰাজেন্দ্ৰ প্ৰসাদে এই বিষয়ে স্পষ্টিকৰণ এটা প্ৰয়োজন বুলি ভাবিছিল। যদিও সৰ্বোচ্চ ন্যায়ালয়ে এই বিষয়ত মত দি কৈছিল যে ভাৰতৰ সংবিধান ইংৰাজ আৰ্হিৰ, তথাপি ভাৰতৰ প্ৰধান মন্ত্ৰীয়ে নিজৰ মনোনীত ৰাষ্ট্ৰপতি বিচৰাৰ মূলতে আছে সংবিধানে ৰাষ্ট্ৰপতিক দিয়া অবুজ ক্ষমতাসমূহ। ইংৰাজ লেখক বেগহটে সেই দেশৰ ৰাণীৰ ক্ষমতা সম্পৰ্কত লিখিছিল - ৰাণীয়ে মন্ত্ৰীসভাক উৎসাহিত কৰিব পাৰে উপদেশ দিব পাৰে আৰু সতৰ্ক কৰি দিব পাৰে। ভাৰতৰ ৰাষ্ট্ৰপতিৰ ক্ষেত্ৰত এনে স্পষ্টতা দেখা নাযায়। ৰাষ্ট্ৰপতি আৰু প্ৰধান মন্ত্ৰীৰ মনোমালিন্যত সংবিধানিক কিবা দুৰ্যোগ হব পাৰে নেকি তাক সময়তহে জনা যাব। যেতিয়ালৈকে ৰাষ্ট্ৰপতিয়ে মন্ত্ৰীসভাৰ চাবি দিয়া পুতলাৰ দৰে চলিব সিমানদিন কোনো সংবিধানিক সংকট হোৱাৰ সম্ভাবনা নাথাকে। প্ৰধান মন্ত্ৰীৰ নিৰ্দ্দেশ অমান্য কৰি কাম কৰা ৰাষ্ট্ৰপতিৰ ক্ষমতাই প্ৰতিষ্ঠা লাভ কৰিব পাৰেনে নোৱাৰে সেই প্ৰশ্নৰ উত্তৰো ভৱিষ্যতৰ গৰ্ভত লুকাই আছে।

## ভাৰতীয় গণতন্ত্ৰৰ শক্তিশালী ভেটি

ওপৰত আমি ইংলণ্ডৰ লগত তুলনা কৰি ভাৰতীয় গণতন্ত্ৰৰ দুৰ্বল দিশবিলাক আঙুলিয়াই দিছো। এইটো অস্বীকাৰ কৰাৰ উপায় নাই যে, আফ্ৰিকা আৰু এছিয়াৰ বহুত ৰাষ্ট্ৰত সৈনিক একনায়কত্ববাদ বা সাম্যবাদে মূৰ দাঙি উঠাৰ দৰে ভাৰতত তেনে শক্তিবিলাক আপেক্ষিকভাৱে নিষ্ক্ৰিয় হৈ পৰিছে। ইন্দোনেচীয়া বা পাকিস্তানৰ দৰে ভাৰতীয় প্ৰজাই সৈনিক শাসনৰ তলত থাকিবলৈ ইচ্ছুক নহয়। ভুল ভ্ৰান্তিৰ মাজেদিও তেওঁলোকে গণতন্ত্ৰক পৰিহাৰ কৰিবলৈ ইচ্ছা কৰা নাই। ইয়াৰ কাৰণ বিলাক বিশ্লেষণ কৰিলে দেখা যায় ভাৰতত কেইটামান ঘাই কাৰণতে গণতন্ত্ৰ অক্ষুণ্ণ থাকিব পাৰিছে।

প্ৰথমতে, ইংৰাজ শাসকৰ শোষণতন্ত্ৰৰ বিৰুদ্ধে যিবিলাক নেতাই মূৰ দাঙি থিয় দিছিল, সেইসকলৰ একেধাৰে আছিল ত্যাগ আৰু যোগ্যতা। ইংৰাজ ৰাজনীতিবিদ সকলৰ আদৰ্শ লৈ, তেওঁলোকে গণতন্ত্ৰক শ্ৰেষ্ঠ ব্যৱস্থা বুলি আকোঁৱালি লবলৈ সক্ষম হৈছিল। শ্ৰীলঙ্কা পাকিস্তান আদি দেশৰ তুলনাত ভাৰতীয় নেতা সকলৰ যোগ্যতা আৰু অভিজ্ঞতা দুয়োটাৰে অভাৱ হোৱা নাছিল। ইংৰাজৰ শাসন ওফৰাই দিবলৈ যিসকল ভাৰতীয় বীৰ সন্তানে কঁকালত টঙালি বান্ধি লৈছিল, তেওঁবিলাকৰ যিদৰে অদম্য উৎসাহ, অনুপ্ৰেৰণা আৰু বাস্তৱ অভিজ্ঞতা আছিল সেইদৰে সাহস আৰু ধৈৰ্য্যৰো অভাৱ হোৱা নাছিল। মহাত্মা গান্ধী জৱাহৰলাল নেহেৰু চৰ্দাৰ পেটেল, প্ৰমুখ্যে দিগন্ত প্ৰসাৰী প্ৰতিভা থকা ব্যক্তিসকলৰ উদ্দীপনাত স্বাধীন ভাৰতে এটা গঢ় লবলৈ সুবিধা পাইছিল। এই সকল নেতাই স বিধান প্ৰণয়ন কৰাৰে পৰা অৰ্থনৈতিক পৰিকল্পনা হাতত লোৱালৈকে সকলো কাম বাস্তৱ দৃষ্টিৰে অভিজ্ঞতাৰ সহায়ত কৰি যাব পাৰিছিল। এওঁলোকে প্ৰেৰণা লাভ কৰিছিল, ছোভিয়েত, আমেৰিকা প্ৰভৃতি আগশাৰীৰ ৰাষ্ট্ৰবিলাকৰ পৰা। সকৰে পৰা বিলাতত পঢ়ি গণতান্ত্ৰিক ভাৱধাৰাৰে পৰিপুষ্টি লাভ কৰা পণ্ডিত নেহেৰুৱে গণতান্ত্ৰিকভাৱে সমাজবাদ স্থাপন কৰাৰ প্ৰচেষ্টা চলাই গৈছিল। সেইকালত স সদী নেতাসকল আছিল উৎসাহী আৰু কৰ্ম্মপটু। ১৯৬৪ চনত নেহেৰুৰ মৃত্যুত লাল বাহাদুৰ শাস্ত্ৰীৰ দৰে নিস্বাৰ্থ ত্যাগী আৰু সাহসী, প্ৰধান মন্ত্ৰী ভাৰতে লাভ কৰিবলৈ পোৱাটোও গৌৰৱৰ বিষয়। ইন্দিৰা গান্ধীও প্ৰধানমন্ত্ৰী হিচাবে আছিল উৎসাহী, যোগ্য আৰু জনপ্ৰিয় নেতা। অত্যাধিক ক্ষমতা লিপ্সাই অৱশ্যে পাছলৈ ইন্দিৰাৰ শাসন বহুতৰ কাৰণে বেদনাদায়ক কৰি তোলাতো সত্য। ১৯৭৫ চনৰ ২৫ জুনৰ পৰা ২১ মাৰ্চ ১৯৭৭ চনলৈকে জৰুৰীকালীন অৱস্থা ঘোষণা কৰি গান্ধীয়ে ভাৰতবাসীৰ সাময়িকভাৱে অপ্ৰিয়ভাজন হৈয়ো পুনঃ পুনঃ লোকসভালৈ নিৰ্ব্বাচিত হব পাৰিছিল। মুঠ কথা উপযুক্ত নেতৃত্বৰ কাৰণেই ভাৰতীয় গণতন্ত্ৰই প্ৰথম অৱস্থাতে এটা স্থিতি লাভ কৰিলে যিটোৰ পৰা পিছলি পৰাৰ সম্ভাবনা নাহে নাহে কমি আহে। উপযুক্ত নেতৃত্বৰ লগে লগে গণতন্ত্ৰৰ প্ৰতি থকা ভাৰতীয়সকলৰ আস্থা আৰু হেঁপাহ একেদ'ৰেই লেখত লবলগীয়া কথা। ইংৰাজী শিক্ষাই ভাৰতীয় প্ৰজাৰ মুষ্টিমেয় লোককহে প্ৰভাৱিত কৰিব পাৰিছিল এনে নহয় বহুসংখ্যক নিৰক্ষৰ লোকেও গণতন্ত্ৰক উৎকৃষ্ট বুলি বিশ্বাস কৰিছিল। এনে বিশ্বাসে ভাৰতীয় প্ৰজাৰ মনত গভীৰভাৱে ৰেখাপাত কৰা কাৰণে ভাৰত চৰকাৰে গণতন্ত্ৰ চলাই নিয়াত বাধাৰ

সন্মুখীন হব লগা হোৱা নাই। সাৰ্ব্বজনীন প্ৰাপ্ত বয়স্ক ভোটাধিকাৰ পোৱা হাজাৰ বিজাৰ নৰ নাৰী নিৰক্ষৰ হলেও তেওঁলোকৰ অজ্ঞতা প্ৰকাশ পোৱা দেখা নাযায়। অষ্টম বাৰৰ কাৰণে লোকসভা এখন নিৰ্ব্বাচন কৰিব পৰাটো নিৰক্ষৰ লোকৰ বাবে বিৰাত কৃতিত্বৰ পৰিচায়ক। বিশেষকৈ ইন্দিৰা গান্ধীয়ে ঘোষণা কৰা ১৯৭৫ চনৰ জৰুৰী অবস্থাক ১৯৭৭ চনৰ মাৰ্চ মাহৰ লোকসভা নিৰ্ব্বাচনে দেখ দেখাকৈ অগ্ৰাহ্য কৰিলে। ইন্দিৰা চৰকাৰ পতন হ'ল। জনতাদলৰ চৰকাৰে দেশত গণতন্ত্ৰ পুনৰ প্ৰতিষ্ঠা কৰিব পাৰিলে।

আন্তৰ্জাতিক ক্ষেত্ৰতো সৌভাগ্যক্ৰমে ভাৰতে বন্ধুৰাষ্ট্ৰ দুই চাৰিখনৰ সান্নিধ্যলৈ আহিব'ল সক্ষম হয়। ১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰিবৰ সময়ত আমেৰিকাৰ সাহাৰ্য্য উল্লেখযোগ্য। এই দেশৰ পৰা সময়ে সময়ে খাদ্য বস্তুও ভাৰতে পাই আহিছে। ছোভিয়েত দেশ বৰ্ত্তমান ভাৰতৰ মিত্ৰ দেশবিলাকৰ ভিতৰত প্ৰথম। এই দেশে ভাৰতক নানাভাবে কাৰিকৰী বিদ্যা জনা লোক আহিলা পাতি পৰামৰ্শ দি সহায় কৰি আহিছে। ভাৰতীয় জনগণেও ভাৰত চৰকাৰৰ প্ৰতি আকুণ্ঠ সমৰ্থন আগবঢ়াইছে। যেতিয়াহ দেশ এটা সঙ্কট সঙ্কুল অবস্থাৰ সন্মুখীন হব লগা হৈছে তেতিয়াই ভাৰতীয় প্ৰজাই চৰকাৰৰ পাছত থিয় দি দেশৰ শক্তি বঢ়াই তুলিছে। জনগণৰ সহায সমথন এটা চৰকাৰৰ কাৰণে অত্যন্ত পৰিহাৰ কৰিব নোৱাৰা বিষয়।

স্বাধীনতা যুদ্ধৰ দীঘলীয়া ইতিহাস অধ্যয়ন কৰিলে দেখা যায় ইংৰাজে ভাৰতবাসীক শাসন ব্যৱস্থাত একে দিনাই জড়িত কৰা নাছিল। প্ৰতিটো আন্দোলনৰ ফলশ্ৰুতি হিচাবে ভাৰতবাসীয়ে প্ৰশাসনত অংশ গ্ৰহণ কৰিব'ল সুযোগ পায় আৰু কৌশল আয়ত্ব কৰিবলৈকো সক্ষম হয়। এইদৰে অলপ অলপকৈ সুযোগ লাভ কৰি ১৮৬১ চনৰ পৰা প্ৰায় এশবছৰ শাসনত অংশ গ্ৰহণ কৰি ভাৰতীয়সকলে গণতন্ত্ৰৰ কলাকৌশল ভেলাৰঙ্গে আয়ত্ব কৰি লয়। সেয়েহে ভাৰতত গণতান্ত্ৰিক চৰকাৰৰ উদ্যম ৰক্ষা কৰি চলিব পাৰিছে। ভাৰতত গণতন্ত্ৰ বিফল বুলি কব পৰা নাযায়।

## ভাৰতীয় গণতন্ত্ৰৰ সমালোচনা

যদিও ভাৰতত গণতন্ত্ৰ ডেডকুৰি বছৰৰ অধিক কাল নিৰঙ্কুশভাৱে চলি আছে তথাপি ভাৰতবাসীৰ আশা আকাঙ্ক্ষা ৰূপায়ণত এই ব্যৱস্থাই কোনো সহায় কৰিব

পৰা নাই। দাৰ্শনিক ৰাষ্ট্ৰপতি ড ৰাধাকৃষ্ণনে শেষবাৰৰ কাৰণে সংসদত দিয়া ভাষণত অসন্তোষ প্ৰকাশ কৰি কৈছিল যে কোটি কোটি টকা ভগনৰ বিনিময়ত ভাৰত বাসীয়ে একো উপকৃত হোৱা নাই, ভাৰতীয় সকলৰ অৰ্থনৈতিক দুৰৱস্থা এতিয়াও আতঁৰ হোৱা নাই। ড ৰাধাকৃষ্ণনৰ এই মন্তব্য ভুল বুলি কব নোৱাৰি। পঞ্চবাৰ্ষিক পৰিকল্পনা কালত কোটি কোটি টকা খৰচ কৰিও দেশত উৎপাদন, জলসিঞ্চন, যাতায়ত আদিৰ উন্নয়নৰ কাৰণে যত্ন কৰা হৈছে যদিও, এতিয়াও ঠায়ে ঠায়ে শতকৰা ৯০ ভাগ লোক দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰি আছে। ইয়াৰ কাৰণ অনুসন্ধান কৰিলে ঘাইকৈ দেখা যায়, চৰকাৰী যন্ত্ৰৰ দুৰ্ব্বলতা, দুৰ্নীতি অযোগ্যতা আঞ্চলিক প্ৰীতি আদি বহুতো কথাই দেশৰ গণতন্ত্ৰ দোদোল্যমান কৰি তুলিছে। সাধাৰণ লোকৰ গণতান্ত্ৰিক অনুষ্ঠান বা নিৰ্ব্বাচনৰ প্ৰতি উদাৰতা বৃদ্ধি পাব ধৰিছে। তেওঁলোকৰ বিশ্বাস হৈছে ভাৰতত গণতন্ত্ৰই লালা মহাজন আৰু ধনীলোকৰ কাৰণে পৰিকল্পনা কৰিছে, আৰু সেইসকলৰ স্বাৰ্থৰক্ষা কৰিবলৈ উদ্যত হৈছে। দৰিদ্ৰ জনগণৰ ওপৰত প্ৰত্যক্ষ আৰু পৰোক্ষ কৰ জাপি দি পুঁজিপতিসকলৰ স্বাথ ৰক্ষা কৰাই যেন পৰিকল্পনাৰ প্ৰধান লক্ষ্য। পৰিকল্পনা-বোৰ অসৎ আৰু অযোগ্য লোকৰ হাতত পৰি ইয়াৰ পৰা আশা কৰা ফল লাভ কৰিব পৰা নাই।

এই সমালোচনাবিলাক কাল্পনিক নহয়। বাস্তৱিকতে শ্ৰম অনুপাতে ভাৰত-বাসীয়ে কৃতকাৰ্য্য লাভ কৰিব পৰা নাই। চৰকাৰী যন্ত্ৰ এটা নিৰ্বিঘ্নে চলাই যাব পৰাৰ ওপৰতে গণতন্ত্ৰ কৃতকাৰ্য্য হোৱা বুলি কব নোৱাৰি। জনগণে গণতান্ত্ৰিক চৰকাৰত অংশ গ্ৰহণ কৰিবলৈ পোৱা বা নিৰ্ব্বাচনত ভাগ লোৱাৰ ওপৰতো গণতন্ত্ৰৰ জনপ্ৰিয়তা নিৰ্ভৰ কৰিছে। ইতিমধ্যে হৈ যোৱা চাৰি পাঁচটা সাধাৰণ নিৰ্ব্বাচনত জনসাধাৰণৰ শতকৰা কিমান জনে অংশ গ্ৰহণ কৰিলে, তাৰ বিচাৰ ললে বুজা যায় যে সাধাৰণ লোকৰ নিৰ্ব্বাচনবিলাকত ক্ৰমান্বয়ে আস্থা কমি আহিছে। নিৰ্ব্বাচক মণ্ডলীৰ উদাসীনতাই গণতন্ত্ৰৰ সুস্থতা প্ৰতিপন্ন নকৰে। ভাৰতে ইংৰাজৰ পৰা সংসদী গণতন্ত্ৰ অনুসৰণ কৰিলেও গণতান্ত্ৰিক উদ্যম আয়ত্ব কৰিব পৰা নাই। সংসদত সংখ্যাগৰিষ্ঠতা লাভ কৰি চৰকাৰ গঠন কৰাতো এটা কথা আৰু গণতান্ত্ৰিক পৰম্পৰা মানি চলাতো অন্য কথা। ৰাইজে প্ৰশাসকসকলক গণতান্ত্ৰিক পৰম্পৰা মানি চলাতো বিচাৰে। গণতান্ত্ৰিক চৰকাৰ কৃতকাৰ্য্য হবলৈ হলে গণতান্ত্ৰিক প্ৰথাক শ্ৰদ্ধা জনাবলৈ শিকিব লাগিব। যিটো ভাৰতত সম্ভৱ হোৱা নাই। কে এম

মুখ্যীয়ে কৈছিল, 'ভাৰতত গণতান্ত্ৰিক প্ৰমূল্যবিলাক এতিয়াও অপৈণত হৈ আছে। নেতা সকলৰো স্বাধীন চিন্তা উদয় হ'বলৈ বাকী। জনসাধাৰণৰ গণতন্ত্ৰৰ ভৱিষ্যতৰ প্ৰতি চিন্তা কৰিবলৈকো আগ্ৰহ নাই।' মুখ্যীজীৰ এনে মন্তব্যৰ কিছুমান প্ৰকৃত কাৰণ আ'ছে। তলত তেনে কিছুমান কাৰণ পৰ্য্যালোচনা কৰি চোৱা হ'ল।

প্ৰথমতে, গণতন্ত্ৰৰ প্ৰতি ভাৰতীয় প্ৰজাৰ যি অনাগ্ৰহ প্ৰকট হৈ পৰিছে তাৰ এটা ঘাই কাৰণ হ'ল নিৰক্ষৰতা, অজ্ঞতা আৰু অনভিজ্ঞতা। সাৰ্ব্বজনীন ভোটাধিকাৰ কৃতকাৰ্য্য হ'বলৈ হলে, সাৰ্ব্বজনীন শিক্ষাৰ ব্যৱস্থা হ'ব লাগে। ভাৰতত আজিও শতকৰা ৮০ ভাগ লোক নিৰক্ষৰ আৰু অজ্ঞ। এইসকললোকে, নিৰ্ব্বাচন চৰকাৰ ভোটাধিকাৰ আদিৰ কোনো ভু-নাপায়। গণতন্ত্ৰ শব্দটো বহুতে শুনিব পাৰে, কিন্তু অৰ্থ বুজি নাপায়। ভাৰত চৰকাৰে সাৰ্ব্বজনীন শিক্ষাৰ কাৰণে নানা আচনি প্ৰস্তুত কৰি শিক্ষা বিস্তাৰত গুৰুত্ব দিয়া সত্বেও এই দিশত বিশেষ আগবাঢ়িছে বুলি কব নোৱাৰি।

শিক্ষা লাভৰ যোগেদিহে গণতন্ত্ৰৰ মূল্য বুজি উঠিব পাৰে। অধিকাৰ আৰু কৰ্তব্য বিলাকো শিক্ষা হলেহে উপলব্ধি কৰিব পাৰি। গণতান্ত্ৰিক পৰম্পৰা আৰু গণতান্ত্ৰিক প্ৰমূল্যবিলাক বুজি নুঠিলে স্থানীয় স্বায়ত্বশাসন বা সংসদী গণতন্ত্ৰই অগ্ৰগতি লাভ কৰিব নোৱাৰে। সাধাৰণ কথাত সত্যাগ্ৰহ বা ধৰ্ম্মঘট কৰিবলৈ যাওতেই ভাৰতীয় প্ৰজাৰ অজ্ঞতা প্ৰকাশ পায়। অশিক্ষিত লোকে ৰাজনৈতিক পৰিপক্কতা লাভ কৰিব নোৱাৰে। যেতিয়া'লকে চৰকাৰে এই দিশত প্ৰাধান্য দিয়াৰ চেষ্টা নকৰে তেতিয়ালৈকে গণতন্ত্ৰ ভাৰতীয় প্ৰজাৰ কাৰণে সাথৰ হৈ ৰব।

দ্বিতীয় কথা হল ইংলণ্ডৰ আৰ্হিত ভাৰতত সংসদী গণতন্ত্ৰ উদ্বোধন কৰা হলেও ভাৰতত দ্বিদলীয় প্ৰথা মানি লোৱা হোৱা নাই। এনেস্থলত প্ৰকৃত অৰ্থত ভাৰতত বিৰোধী দল নাই। শক্তিশালী বিৰোধী দল নহলে, ক্ষমতাধিষ্ঠিত দলে নিজৰ ইচ্ছানুযায়ী যিকোনো আইন গ্ৰহণ কৰিব পাৰে। ১৯৪৭ চনৰ পাছৰ পৰা ভাৰতৰ কেন্দ্ৰ বা ৰাজ্য বিধান সভা বিলাকত বিৰোধী দল গঠিত হব পৰা নাই। কোনো ঠাইতে বিৰোধী দল নোহোৱাতো উৎসাহ জনক কথা হব নোৱাৰে। নেহেৰুৰ দিনত ৺শ্যামাপ্ৰসাদ মুখাৰ্জ্জী আৰু দুই এজনৰ বাদে নেহেৰুৰ নীতিৰ সমালোচনা কৰিবলৈ কোনোৱে সাহস কৰা দেখা নাযায়।

শক্তিশালী বিৰোধী দল নথকাৰ কাৰণেই শাসক দলৰ নীতিসমূহৰ ভুল ভ্ৰান্তি থাকিলেও তাক সংশোধন কৰা নহয়। শক্তিশালী আৰু সংখ্যাত অধিক বিৰোধী দল থাকিলে শাসকদলৰ স্বেচ্ছাচাৰ বৃদ্ধি পাব নোৱাৰে। ভাৰতত বহুদলীয় প্ৰথাৰ কাৰণে বিৰোধী দল এটা গঠিত হব পৰা নাই। স্বাধীনতাৰ আগে আগে ভাৰতীয় জাতীয় কংগ্ৰেছৰ যি ত্যাগ আৰু নিস্বাৰ্থ মনোভাব আছিল স্বাধীনতাৰ পাছত সেই নিস্বাৰ্থ মনোভাব লাহে লাহে নাইকিয়া হবলৈ ধৰিলে। কংগ্ৰেছ চৰকাৰ বিলাকে জনসাধাৰণৰ সুখ আৰু জাতীয় কল্যাণৰ পৰিবৰ্ত্তে নিজৰ কল্যাণৰ কাৰণেহে বেছি মনযোগ দিবলৈ ধৰিলে। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত, বহুতো ৰাজ্যত অকংগ্ৰেছ মন্ত্ৰীসভা গঠন কৰিবলৈ সুযোগ ওলাল। ৪ৰ্থ সাধাৰণ নিৰ্ব্বাচনৰ পাছত কংগ্ৰেছ দলৰ তুলনামূলকভাৱে জনপ্ৰিয়তা হ্ৰাস পালে। কেন্দ্ৰত থকা কংগ্ৰেছ দলৰ স্বাৰ্থপৰতাৰ কাৰণে ৰাজস্থানত বিৰোধী দল শক্তিশালী হোৱা সত্ত্বেও ১৯৬৭ চনত ৰাজ্যপালে মোহনলাল সুখাদিয়াক মন্ত্ৰীসভা গঠন কৰিবলৈ আহ্বান দিয়ে। বঙ্গদেশতো অজয় মুখাৰ্জ্জীৰ নেতৃত্বত ১৪ টা দলৰ এখন মন্ত্ৰীসভা বাংলা কংগ্ৰেছ নাম দি গঠন কৰা হয়। মাদ্ৰাজত ডি এম কে নামৰ আঞ্চলিক দলৰ জন্ম হয় আৰু চৰকাৰ গঠন কৰে। একেদৰে কেৰেলাটো কংগ্ৰেছৰ প্ৰতিপত্তি কমি যায়।

বহুদলীয় ৰাজনীতিয়ে ভাৰতৰ দৰে বিশাল গণতান্ত্ৰিক দেশত অকল কেন্দ্ৰীয় চৰকাৰকে যে দুৰ্ব্বল কৰে বুলি কলে শুদ্ধ নহব। কোনো কোনো প্ৰাদেশিক চৰকাৰৰ ক্ষেত্ৰত ১৯৫০ চনৰে পৰা ৰাজনৈতিক কাৰ্য্যকলাপৰ কেন্দ্ৰভূমি নতুন দিল্লীৰ পৰিবৰ্ত্তে প্ৰাদেশিক ৰাজধানীবিলাকলৈ স্থানান্তৰ হোৱাতো পৰিলক্ষিত হয়। প্ৰাদেশিক স্বাৰ্থৰক্ষাৰ তাৰণাত আঞ্চলিক দলৰ সংখ্যাও বৃদ্ধি পাই আহিছে। কাশ্মীৰ তামিলনাডু পঞ্জাৱ অন্ধ্ৰ আদি ৰাজ্যত আঞ্চলিক দলে অকল আত্মপ্ৰকাশ কৰাই নহয় ক্ষমতা হস্তগত কৰিবলৈকো সক্ষম হোৱা দেখা গৈছে। ১৯৮৫ চনত শেহতীয়াকৈ অসমতো অসম গণপৰিষদ' নামৰ দল জন্ম হৈয়ে ক্ষমতা হস্তগত কৰিবলৈ সক্ষম হল। সৰ্ব্বভাৰতীয় দলৰ ক্ষেত্ৰতো প্ৰাদেশিক চিন্তাৰ সোঁত প্ৰৱাহিত হব ধৰিছে। এই দলবিলাকৰ ৰাজ্যিক গোটবোৰৰ ইতিমধ্যে এনে কাৰ্য্যকলাপ বৃদ্ধি পোৱাত ৰাজ্যবিলাকত একপ্ৰকাৰ ৰাজনৈতিক অস্থিৰতা আহি পৰিছে। ক্ষুদ্ৰ ক্ষুদ্ৰ দলৰ সংখ্যা বৃদ্ধি হলে বা সৰ্ব্বভাৰতীয় দলৰ মাজত আঞ্চলিক শক্তিবোৰ সক্ৰিয় হৈ উঠিলে আপেক্ষিকভাৱে স্থায়ী সংযুক্ত চৰকাৰ

( Coalition Government ) গঠিত হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। প্ৰদেশবিলাকত কংগ্ৰেছৰ আধিপত্য কমি গলেও কেন্দ্ৰত কংগ্ৰেছ দলেই ক্ষমতা একাধিপত্যভাবে চলাই আছে। ১৯৭৭ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছ দলে প্ৰথমবাৰৰ কাৰণে কেন্দ্ৰত ক্ষমতা হেৰুৱাব লগাত পৰে আৰু জনতাদল ক্ষমতালৈ আহে।

কংগ্ৰেছ দলে মাজে সময়ে অ'ত ত'ত নিৰ্ব্বাচনত ঘাটি খোৱা সত্ত্বেও ভাৰতত বৰ্ত্তমানলৈকে শক্তিশালী দল হিচাবে পৰিগণিত হৈ আছে। বিৰোধী দলবিলাক একগোট হৈ সংসদত এটা শক্তিশালী দল হিচাবে থিয় দিব নোৱাৰিলে গণতন্ত্ৰৰ প্ৰকৃত লক্ষ্যভ্ৰষ্ট হোৱা স্বাভাবিক।

তৃতীয়তে ভাৰতত শাসক দলৰ ভিত্তিত সদনৰ অধ্যক্ষ নিৰ্ব্বাচন হোৱাতো গণতন্ত্ৰৰ বাবে ক্ষতিকৰ ব্যৱস্থা বুলি ভাবিবৰ থল আছে। শাসক দলৰ পৰা নিৰ্ব্বাচিত হোৱা অধ্যক্ষ গৰাকী যিমানেই নিৰপেক্ষ হবলৈ যত্ন নকৰক তেওঁ প্ৰভাৱিত হোৱাৰ সম্ভাবনা থাকে। 'পাৰ্লিয়ামেণ্টৰী টাইমছ' কাগজে ১৯৬৬ চনতে ভাৰতীয় গণতন্ত্ৰৰ এই দুৰ্ব্বল দিশটোৰ প্ৰতি আঙুলিয়াই দিছিল। বৃটিছ সংসদী প্ৰথা পৰম্পৰাভাৱে মানি চলা বিশেষকৈ নিৰপেক্ষ অধ্যক্ষৰ ব্যৱস্থাটো ভাৰতত অৱজ্ঞা কৰা হৈছে। ভাৰতত শাসকদলে অধ্যক্ষৰ পৰা বহুতো সা-সুবিধা গ্ৰহণ কৰি আছে। অনুপযুক্ত মন্ত্ৰীবিলাকে সংসদী প্ৰথা অৱজ্ঞা কৰি অধ্যক্ষৰ ছত্ৰছায়াত থাকি সাৰি যায়।

চতুৰ্থতে, দুৰ্নীতিয়ে ভাৰতীয় গণতন্ত্ৰত নেহেৰুৰ দিনতে শিপাবলৈ সুযোগ পালে। ৺ইন্দিৰা গান্ধীয়ে নিজৰ ক্ষমতা ৰক্ষাৰ কাৰণে 'মাৰুতি'ৰ দৰে কেলেংকাৰী বিষয়ত জোৰকৈ অৰ্থ সংগ্ৰহ কৰা আৰু এনে এটা অপৰাধকো ভ্ৰূক্ষেপ নকৰাটো ভাৰতত গণতন্ত্ৰৰ অসুস্থ পৰম্পৰা হৈ ৰ'ল। আনহাতে দলীয় স্বাৰ্থৰ কাৰণে ১৯৮৩ চনৰ অসমৰ লোকসভা নিৰ্ব্বাচনত দেখ দেখকৈ সংখ্যালঘিষ্ঠক উচটনি দি হাজাৰ-বিজাৰ লোকৰ তেজৰ বন্যা তুলি যি কু আদৰ্শ আৰু দুৰ্নীতি দেখুৱাই গ'ল বিশ্বৰ ইতিহাসত তাৰ তুলনা নাই।

পঞ্চমতে, ভাৰতত সংবাদপত্ৰৰ স্বাধীনতা নাই বুলিলেও অত্যুক্তি নহয়। সংবাদ প্ৰতিষ্ঠানবিলাক প্ৰভাৱশালী কিছুমান গোষ্ঠীয়ে নিয়ন্ত্ৰণ কৰাৰ পৰিপ্ৰেক্ষিতত, সংবাদপত্ৰবিলাকে স্বতন্ত্ৰভাবে নিজা মতামত ব্যক্ত কৰাত বাধা আছে। স্বাধীন মনোভাৱাপন্ন কাগজৰ ওপৰতো নানা প্ৰকাৰ বাধা নিষেধ প্ৰতিয়মান হয়। ভাৰত

চৰকাৰ আৰু প্ৰাদেশিক চৰকাৰবিলাকৰ নানা প্ৰকাৰ আইনেও স্বাধীন সংবাদ সেৱাত নানা প্ৰকাৰ বাধা প্ৰদান কৰি আহিছে। উদাহৰণ স্বৰূপে বিহাৰৰ প্ৰাক্তন মন্ত্ৰী জগন্নাথ মিশ্ৰই গ্ৰহণ কৰা, বিহাৰ প্ৰেছ আইনখনৰ (পাছত প্ৰত্যাহাৰ কৰা হয়) প্ৰতি আঙুলিয়াব পাৰি। এই কঠোৰ প্ৰেছ আইনখনে ভাৰত গণতন্ত্ৰৰ প্ৰকৃত মুখাখন উদঙাই দিয়ে। আৰ্থিক সাহাৰ্য্য নোপোৱাৰ ভয়ত বহুতো সৰু সৰু বাতৰি প্ৰতিষ্ঠানে অন্ধভাৱে চৰকাৰৰ প্ৰতি সমৰ্থন আগবঢ়াই যায়। জৰুৰী-কালীন অৱস্থাত ভাৰতৰ সংবাদ প্ৰতিষ্ঠানবোৰে স্বাধীনতা একেবাৰে হেৰুৱাই পেলাইছিল। অৱশ্যে ১৯৭৭ চনৰ মাৰ্চ মাহত পুনৰ সংবাদ পত্ৰই স্বাধীনতা লাভ কৰে।

ষষ্ঠতে দেখা যায়, ভাৰতীয় গণতন্ত্ৰত নীতিতকৈ ব্যক্তিপূজাতহে বেছি গুৰুত্ব দিয়া হয়। গণতন্ত্ৰত নীতিয়ে যদিও প্ৰাধান্য লাভ কৰিব লাগে, তথাপি ভাৰতৰ ক্ষেত্ৰত নীতিৰ প্ৰাধান্য দেখা নাযায় বৰং ব্যক্তিপূজাৰ পয়োভৰৰ কাৰণে জাতীয় নীতি অনেক সময়ত বিসৰ্জ্জন দিয়া হয়। নেতাসকলৰ বক্তব্যবিলাক বেদৰ বাণীৰ দৰে জ্ঞান কৰা হয়। নেহেৰুৰ প্ৰতি থকা অত্যন্ত শ্ৰদ্ধা ভক্তিৰ কাৰণে কোনো কোনো সময়ত গণতান্ত্ৰিক নীতি পৰিহাৰ কৰাৰ উদাহৰণ আছে। সংসদত এনে নেতাৰ কাৰ্য্যকলাপৰ প্ৰায়ে সমালোচনা দেখা নাযায়। ইয়াৰ ফলশ্ৰুতি হল নেতা সকলৰ অন্ধ ইচ্ছাৰ বাস্তৱ ৰূপায়ণ। ভাৰতত নেতাসকলৰ ইচ্ছাই আইন বুলি কলেও অত্যুক্তি নহব।

সপ্তমত, ভাৰতত জাতি ভাষা বৰ্ণ সম্বন্ধীয় স্বকীয় চিন্তাই দেশৰ ঐক্য আৰু গণতন্ত্ৰত আঘাত নকৰাকৈ থকা নাই। ইংৰাজ দেশৰ গণতন্ত্ৰৰ লগত তুলনা কৰি আগতেই দেখুৱা হৈছে যে জাত প্ৰথা আধুনিক ভাৰতত কু-সংস্কাৰত পৰিণত হৈছে। সময়ৰ লগে লগে একালত সৎ উদ্দেশ্যেৰে সৃষ্টি কৰা এই অনুষ্ঠানটোৱে এতিয়া গণতান্ত্ৰিক প্ৰৱাহত প্ৰতিবন্ধক হৈ দেখা দিছে। বৰ্তমান, জাতৰ প্ৰভাৱ ভাৰতীয় ৰাজনীতিত অত্যন্ত শক্তিশালী। তামিলনাডুৰ ডি, এম, কে প্ৰভৃতি ৰাজ-নৈতিক দলো জাতৰ ওপৰত জন্মলাভ কৰিছে। অন্য অঞ্চলত জাত এটা বলিষ্ঠ আৰু প্ৰভাৱশালী চক্ৰত (pressure group) পৰিণত হোৱা দেখা যায়। ৰাজনীতি এই প্ৰভাৱৰ হাতৰ মুঠিত সোমাই পৰিছে আৰু মুক্তি লাভ কৰাৰো আশা নাই। এই সঙ্কীৰ্ণ জাত পাতৰ ওপৰত বৰ্তি থকা চক্ৰ আৰু দলবিলাকৰ গণতান্ত্ৰিক মূল্যবোধ থকা সম্ভৱ নহয়। নিৰ্ব্বাচনত ভাৰতৰ ৰাজনৈতিক দলবিলাকেও

ভোটৰ আশাত জাতৰ ওপৰত নিৰ্ভৰ কৰি প্ৰাৰ্থী তোলে। একো একোটা সমষ্টিত, এটা বিশেষ জাতৰ লোক সৰহ হলে, দলবিলাকৰ পৰা সেই জাতৰ প্ৰাৰ্থী তোলাত অগ্ৰাধিকাৰ দিয়ে, তেহেলৈ প্ৰাৰ্থীজন অকৰ্মন্য আৰু অযোগ্য হলেও কোনো কথা নাই। প্ৰতিটো ৰাজনৈতিক দলৰ সন্মুখত থকা আদৰ্শবিলাক জাতি বৰ্ণ আৰু ভাষাৰ ওপৰত গুৰুত্ব দিয়া হেতুকে ম্লান হৈ যোৱা সম্ভৱ। স্বাধীনতাৰ ৩৮ বছৰৰ পাছতো ভাৰতৰ এক প্ৰান্তৰ পৰা অন্য প্ৰান্তলৈ জাতি ধৰ্ম্মৰ সঙ্কীৰ্ণ চিন্তাই ৰাজনীতিত ঠাই পোৱাটো গণতন্ত্ৰৰ বাবে সুস্থ পৰম্পৰা নহয়। ১৯৫৫ চনৰ 'ৰাষ্ট্ৰ পুনৰ গঠন আয়োগ'ৰ ৰিপোৰ্টৰ পৰা দেখা যায়। ভাষাগত বক্ৰোক্তিবিলাক ভাৰতবৰ্ষৰ ঐক্য আৰু গণতন্ত্ৰ ধ্বংস হোৱাৰ ক্ষেত্ৰত বাটকটীয়া হৈ পৰিছে। কিছুমান নৈতিক কাৰণতো ভাৰতীয় গণতন্ত্ৰই নিৰঙ্কুশভাৱে কাম কৰিব পৰা নাই। ছোভিয়েত দেশৰ দৰে ৰাজনৈতিক পদ্ধতি হোৱা হলে, কোনো চিন্তাৰ কাৰণ নাথাকে। ভাৰতীয় পদ্ধতিত, শোভাযাত্ৰা, ধৰ্ম্মঘট, সভাসমিতি, ধৰ্ণা, আদি মুকলি ভাৱে ঠাই পাব পাৰে কাৰণেই, অৰ্থনৈতিক পৰিকল্পনাৰ ফলশ্ৰুতি হিচাবে গণতন্ত্ৰৰ দুৰ্যোগ অব্যাহত আছে। বহুতো অৰ্থনীতিবিদে কব খোজে যে কৃষি আৰু শিল্প ক্ষেত্ৰত পঞ্চবাৰ্ষিক পৰিকল্পনাবিলাকে অৰ্থ বিতৰণ ন্যায়সঙ্গতভাৱে কৰিব পৰা নাই। গধুৰ শিল্পৰ সম্প্ৰসাৰণ, কৌশল আৰু উৎপাদনৰ লগত কৃষিক্ষেত্ৰৰ বৈজ্ঞানিক উন্নয়ন অঙ্গাঙ্গীভাৱে জড়িত। সমবিতৰণৰ অভাবেই মূল্য বৃদ্ধি, মুদ্ৰাস্ফীতি আদি সৃষ্টি হোৱাত ইন্ধন যোগাই আহিছে। আনহাতে, গধুৰ শিল্পৰ বাবে কল কাৰখানা বা যন্ত্ৰাংশ সংগ্ৰহ কৰিবলৈ, বৈদেশিক মুদ্ৰাৰ অনাটন আদিয়ে উৎপাদন মন্থৰ কৰি তোলা দেখা গৈছে। ইফালে গ্ৰাম্য উন্নয়ন পৰিকল্পনাই উৎপাদিত সামগ্ৰীৰ কাৰণে চাহিদা বঢ়াই তোলাত, জনসাধাৰণৰ অভাৱ বৃদ্ধি পাব ধৰিছে। এনে অৱস্থাত ভাৰতীয় জনগণৰ আশা আকাঙ্ক্ষা অপূৰণ হৈয়ে আছে। গণতান্ত্ৰিক অনুষ্ঠান বিলাকত ইয়াৰ হেচা সুস্পষ্টভাৱে অনুভৱ কৰিব পৰা গৈছে।

গধুৰ শিল্পৰ এটা স্বাভাৱিক পৰিণাম হল নিযুক্তিহীনতা। মহাত্মা গান্ধীয়ে এই আশঙ্কা কৰিয়েই গধুৰ শিল্পৰ সম্প্ৰসাৰণ বিচৰা নাছিল। এই ক্ষেত্ৰত ভাৰত চৰকাৰে কুটীৰ শিল্প উদ্যোগৰ ব্যৱস্থা কৰি কিছু বিস্ফোৰণমুখী পৰিস্থিতি চম্ভালিবলৈ যি প্ৰচেষ্টা অব্যাহত ৰাখিছে, সি বাস্তৱত নানা দুৰ্নীতি বা দুষ্কৰ্মৰ কাৰণে আশানুৰূপ হব পৰা নাই। বৃহৎ নগৰবিলাকত নিযুক্তিহীন লোকৰ বাধাহীন

প্ৰৱেশ আৰু সমাবেশে এই সমস্যা অতি ভয় লগা কৰি তোলা দেখা গৈছে। অত্যাধিক জন্মহাৰৰ বাবেও নিযুক্তিহীনতাই কৰালমূৰ্ত্তি ধাৰণ কৰি ভাৰতৰ গণতন্ত্ৰ সমস্যাবহুল কৰি তোলা দেখা গৈছে। প্ৰতি বছৰে প্ৰায় ১৩ কোটি জনসংখ্যা বৃদ্ধিয়ে ভাৰত গণতন্ত্ৰৰ প্ৰতি ভাবুকি স্বৰূপ হোৱা দেখা গৈছে। এনেবিলাক সমস্যা সমাধানৰ চেষ্টা অব্যাহত থকা সত্বেও অৰ্থনৈতিক অস্থিৰতাই গণতন্ত্ৰক ৰক্ষা কৰিব পাৰেনে নোৱাৰে সন্দেহ।

---

# সহায় লোৱা গ্ৰন্থৰ একাংশ


১ আৰ এন গিলক্ৰাইচট —প্ৰিন্সিপোলচ অব পলিটিকেল চায়েন্স।

২ কে চি হোৱেৰ —মৰ্ডাণ কনষ্টিটিউচনচ

৩ মৌৰিছ ডুভাৰজাৰ —লেচ পাৰ্টিজ পলিটিক্স

৪ এছ নিউমেন —(সম্পাদিত)—মৰ্ডান পলিটিকেল পাৰ্টিজ

৫ এ এফ ষ্ট্ৰ —মৰ্ডান পলিটিকেল কনষ্টিটিউচনচ

৬ হাৰমন ফাইনাৰ —থিয়ৰি এণ্ড প্ৰেকটিছ অব মৰ্ডান গৱৰ্ণমেণ্ট

৭ জে এছ মিল —ৰিপ্ৰেজেনটেটিভ গৱৰ্ণমেণ্ট

৮ জে এ কৰি ডেমক্ৰেটিক গৱৰণমেণ্ট এণ্ড পলিটিক্স

৯ চি ডি বাৰনচ — ডি চেলেঞ্জ টু ডেমক্ৰেচি

১০ জে ব্ৰাইচ - মৰ্ডান ডেমক্ৰেচিজ (তৃতীয় খণ্ড)

১১ ই বাৰ্কাৰ —(ক) প্ৰিন্সিপোলচ অব চচিয়েল এণ্ড পলিটিকেল থিয়ৰি
—(খ) পলিটিকেল থট ইন ই লেণ্ড (১৮৪৮-১৯১৪)

১২ ৱেন এণ্ড পিটাৰচ —চচিয়েল প্ৰিন্সিপোল এণ্ড ডেমক্ৰেটিক ষ্টেট

১৩ ডি অ কি — পলিটিক্স পাৰ্টিজ এণ্ড প্ৰেচাৰ গ্ৰুপ

১৪ এ এল লোৱেল —পাব্লিক অপিনিয়ন এণ্ড পপুলাৰ গৱৰ্ণমেণ্ট

১৫ ৱালটাৰ লিপমান —পাব্লিক অপিনিয়ন এণ্ড ফেণ্টম পাব্লিক

১৬ ৰবাৰ্ট মাইকএলচ —পলিটিকেল পাৰ্টিজ

১৭ ক্লিনটন ৰোজিটাৰ —পাৰ্টিজ এণ্ড পলিটিক্স ইন আমেৰিকা

১৮ ৰবাৰ্ট হাৰড গ্ৰেভ —ইণ্ডিয়া, গৱৰ্ণমেণ্ট এণ্ড পলিটিক্স ইন এ ডেভেলপিং নেচন (হাৰকৰ্ট ব্ৰেচ)

১৯ ডব্লিও, এইচ মোৰিছ জোনচ —ডি গৱৰ্ণমেণ্ট এণ্ড পলিটিক্স অব ইণ্ডিয়া

২০ জি চাৰ্টোৰি ডেমক্ৰেটিক থিয়ৰি (১৯৫৮)

২১. ডি. চি. দাসগুপ্ত —ইণ্ডিয়ান গৱৰ্ণমেণ্ট এণ্ড পলিটিক্স

২২ বি কে গোখেল —এ ষ্টাডি অব পলিটিকেল থিয়ৰি

২৩ টডিড, আৰ্শীবাথম —পলিটিকেল থিয়ৰি

২৪ জে এছ ৰোচেক এণ্ড আদাৰচ — ইনট্ৰোডাক্চন টু পলিটিকেল চায়েন্স

২৫ এক ডব্লিউ ককাৰ —ৰিচেণ্ট পলিটিকেল থটচ

২৬ আৰ এইচ চোলটো – এণ্ড ইনট্ৰোডাক্চন টু পলিটিক্স

২৭ এম আৰ, মাচানি —ডি কমিউনিষ্ট পাৰ্টি অব ইণ্ডিয়া

২৮ ভি বি সিংহ – ডি ৰেড ৰেবেল ইন ইণ্ডিয়া

২৯ এ এইচ হেনচন জেনেট ডগলাচ —ইণ্ডিয়াজ ডেমক্ৰেচি

৩০ জে বি বুৰি —এ, হিষ্টৰি অৱ গ্ৰীচ ( মেক্মিলান )

৩১ এম কাৰি —এ হিষ্টৰি অব ৰোম ( মেক্মিলান )

৩২ অমৰ নন্দী —এন ইনট্ৰোডাকচন টু পলিটিক্স

৩৩ ডব্লিউ ৱাৰ্ড ফাওলাৰ —চিটি ষ্টেট অৱ গ্ৰীকচ এণ্ড ৰোমানচ

৩৪ কাৰ্ল ৰেডেকাৰ —গ্ৰীচ ( ১৮৯৪ )

৩৫ মেইট লেণ্ড —কনষ্টিটিউচনেল হিষ্টৰি অৰ ইংলেণ্ড

৩৬ ৰাম সে, মুইৰ —এ চৰট হিষ্টৰি অব বৃটিছ কমনৱেল থ

৩৭ আইভৰ জেনিং —কুইন্স গৱৰ্ণমেণ্ট

৩৮ এম, মিলচ —এ ৰিপোৰ্ট অন ডি প্ৰভিন্স অৱ আসাম (১৮৫৪)

৩৯ পদ্মনাথ ভট্টাচাৰ্য্য —কামৰূপ শাসনাৱলী

৪০ হেমচন্দ্ৰ গোস্বামী — দুখন ফলচলা , (প্ৰবন্ধ) 'মিলন' ৩য় বছৰ ৩য় সংখ্যা

৪১ এ এছ আলটেকৰ —ষ্টেট এণ্ড গৱৰ্ণমেণ্ট ইন এনচিয়েণ্ট ইণ্ডিয়া

৪২ কে পি জয়চাৱাল —হিন্দু পলিটি

৪৩ ভি ভি ৰাও এ হান্ড্ৰেড ইয়েৰচ অব্ লোকেল চেলফ গৱৰ্ণমেণ্ট ইন আসাম

৪৪ আৰ চি ঘোষ — ডি গৱৰ্ণমেণ্ট অব্ চুইচ্ ৰিপাব্লিক্

৪৫ ভি ডি মহাজন —মৰ্ডান কনষ্টিটিউচনচ্

৪৬ জোন, হো'লৰে —এ, চইচ অব এণ্ড ইকো ( প্ৰবন্ধ ) 'স্পান' জুন ১৯৭২

৪৭ অমূল্য চন্দ্ৰ শৰ্মা — আমেৰিকা প্ৰজাতন্ত্ৰত দল ব্যৱস্থা ( প্ৰবন্ধ ) "আৱাহন" ৫৬ বছৰ, ৫ম সংখ্যা

৪৮ আৰ জি গেটেল — ইনট্ৰোডাকচন টু পলিটিকেল চায়েন্স